# অসম সাহিত্য সভা

## কাৰ্য্য-নিৰ্ব্বাহক সমিতি

( ১৯৫৫—৫৬ )

১। শ্ৰীনলিনীবালা দেৱী ( সভানেত্ৰী )
২। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি ( প্ৰধান সম্পাদক )
৩। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি } ( যুটীয়া সহকাৰী সম্পাদক )
৪। শ্ৰীকৰুণাধৰ বৰুৱা বি-এ } ( যুটীয়া সহকাৰী সম্পাদক )
৫। শ্ৰীপ্ৰেমধৰ ৰাজখোৱা বি-এ ( পত্ৰিকাৰ সম্পাদক )
৬। শ্ৰীমিত্ৰদেৱ মহন্ত
৭। ডাঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা এম-এ, ডি-ফিল
৮। ডাঃ শ্ৰীমহেশ্বৰ নেওগ এম-এ, ডি-ফিল
৯। শ্ৰীপৰাগধৰ চলিহা এম-এ
১০। শ্ৰীবিশ্বনাথ ৰাজবংশী ( কাছাৰ )
১১। শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা এম-এ
১২। শ্ৰীৰত্নকান্ত বৰকাকতী
১৩। শ্ৰীভবানন্দ ৰাজখোৱা এম-এ
১৪। শ্ৰীমান প্ৰফুল্ল গোস্বামী এম-এল-এ
১৫। শ্ৰীশিৱপ্ৰসাদ বৰুৱা. .-এ ( সাপেখাটী )
১৬। শ্ৰীৰামচন্দ্ৰ দাস
১৭। চৈয়দ আব্দুল মালিক এম-এ
১৮। শ্ৰীহেম বৰুৱা এম-এ ( গুৱাহাটী)
১৯। শ্ৰীঅশ্বিনীচৰণ চৌধুৰী
২০। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা
২১। শ্ৰীদেৱেন্দ্ৰচন্দ্ৰ দাস ( গুৱালপাৰা )

# সূচী-পত্ৰ

# অসম সাহিত্য সভাৰ ভাষণাৱলী

প্ৰথম ভাগ

( প্ৰথম অধিবেশনৰ পৰা দ্বাদশ অধিবেশনলৈকে )

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

সম্পাদিত, গুৱাহাটী

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

ASAM SAHITYA SABHAR BHASANAWALEE—PART I

[ Presidential Addresses of the Assam Literary Conferences containing first twelve Addresses. ] Edited by Shri Atulchandra Hazarika, M.A., B.L., B.T., General Secretary of the Asam Sahitya Sabha (1953-55).

প্ৰথম তাঙৰণ, ডিচেম্বৰ ১৯৫৫

মূল্য ৮৲ আঠ টকা মাথোন

মুদ্ৰাকৰ—শ্ৰীকালীচৰণ পাল, নবজীবন প্ৰেছ, ৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

Printed by Shri Kali Charan Pal at the Nabajiban Press, 66 Grey Street, Calcutta—6.

Published by the General Secetary from his Gauhati Office, Dec. 1955.

# নিবেদন

অসম সাহিত্য-সভাৰ আৰু অসম ছাত্ৰ সন্মিলনৰ সুবিজ্ঞ সভাপতিসকলৰ জ্ঞানগৰ্ভ অভিভাষণবোৰ যে অসমীয়া সাহিত্য ভঁৰালৰ অমূল্য সম্পদ সেইবিষয়ে মই আজি ন-দি কোৱাৰ আৱশ্যক নাই। বিবিধ মাহেকীয়া আলোচনী, পুৰণি বাতৰি কাকত, সৰু পুস্তিকাৰ আকাৰত অথবা অপ্ৰকাশিত অৱস্থাত ছেদেলি-ভেদেলি হৈ পৰি থকা আৰু ক্ৰমাৎ ধ্বংসৰ বাটলৈ যোৱা এই অভিভাষণখিনি একেলগে গ্ৰন্থৰ আকাৰত দেখা পাবলৈ হেপাহ এটা বহুত দিনৰ পৰা মনত পুহি ৰখা হৈছিল। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ মেটমৰা ভাৰখন কান্ধত লৈও এই অভিভাষণখিনি আংশিক ভাবেৰে হলেও গোটাই ছপাই উলিয়াবলৈ সোণালী ছেগ এটি পাই আমি নিজকে কৃতাৰ্থ মানিছো আৰু আমাক এই সুবিধা দিয়াৰ বাবে কাৰ্য্য নিৰ্ব্বাহক সভাৰ সদস্যসকলৰ নথৈ শলাগ লৈছোঁ।

অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতিসকলৰ ভাষণাৱলী গোটাই প্ৰকাশ কৰাৰ কল্পনা-জল্পনা ইয়াৰ আগতেও সাহিত্য সভাৰ ফালৰ পৰা কৰা হৈছিল, কিন্তু যি কোনো কাৰণতেই নহওক সি কল্পনাৰ পৰ্য্যায়ৰ পৰা বেছি আগুৱাব পৰা নাছিল। আমি নিজেও যোৱা বছৰৰ পৰাই এই কামত হাত দিছিলোঁ আৰু পুৰণি অভিভাষণখিনি গোটাবলৈ নানাপ্ৰকাৰে সম্ভাব্য স্থলত চেষ্টা চলাই আহিছিলোঁ। সাহিত্য সভাৰ যোৰহাটত থকা নিজা প্ৰধান কাৰ্য্যালয়ত মুঠ একুৰি তিনিখন মূল অভিভাষণৰ ভিতৰত কেৱল পাঁচ-ছয়খন মানহে বিচাৰি পোৱা হ'ল। শ্বিলঙৰ চৰকাৰী পুথিভঁৰালত ইয়াৰ এখনো বিচাৰি পোৱা নগল। গুৱাহাটীৰ নবীন বৰদলৈ পুথিভঁৰাল ( আগৰ কৰ্জ্জন হল ), কামৰূপ অনুসন্ধান সমিতি, কটন কলেজ লাইব্ৰেৰী আদি অসমৰ পুৰণি পুথি ভঁৰালবোৰ চালিজাৰি চাই কিন্তু ক'ৰবাত দুই এখনহে বিচাৰি পোৱা হ'ল। ব্যক্তিগত ভাবেও নানাজনৰ ওচৰ চপা হ'ল, আৰু এই উদ্দেশ্যে দুবছৰৰ ভিতৰত অনেক চিঠি পত্ৰ লিখা হ'ল ; দুখৰ বিষয়, অধিকাংশ লোকৰ-পৰা চিঠিৰ উত্তৰ পৰ্য্যন্ত নিমিলিল। তথাপি আমি হতাশ নহৈ নানাপ্ৰকাৰে চেষ্টা চলাই অৱশেষত আটাইখিনি অভিভাষণ গোট-খুৱাবলৈ সমৰ্থ হ'লোঁ। ইতিমধ্যে এই বছৰৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ পৰাও এই অভিভাষণখিনি ছপাই উলিয়াবলৈ সন্মতি পোৱা হ'ল। অহা বছৰেকীয়া অধিবেশনৰ সময়তে ওলাব পৰাকৈ আজি দুমাহমান আগতে কলিকতাৰ নবজীৱন প্ৰেছক এই গ্ৰন্থ ছপাৰ দায়িত্ব গ্ৰহণ কৰিব পাৰিব নে সুধি সম্মতিসূচক সমিধান পাই পুথিখনি ছোৱা ছোৱাকৈ ছপাবলৈ পঠোৱা হৈছিল। কিন্তু যোৱা পূজাৰ আগতে প্ৰথম চাৰিখন অভিভাষণ ছপাই তেতিয়াও কনকলাল বৰুৱা ডাঙৰীয়াৰ অভিভাষণখনি সংগ্ৰহ কৰিব নোৱাৰি কেইদিনমানকৈ থমক খাবলগীয়া হৈছিল। বাতৰিকাকতত জাননী দি, নানাজনলৈ পত্ৰ লিখি, স্বৰ্গীয় বৰুৱাদেৱৰ গুৱাহাটী আৰু শ্বিলঙৰ ঘৰত খবৰ কৰিও সুফল পোৱা নগল। অৱশেষত এদিন গুৱাহাটী নিউ প্ৰেছৰ কৰ্ম্মচাৰী শ্ৰীযুত নিত্যানন্দ বৰদলৈদেৱে আমাক এই সঙ্কটৰ পৰা উদ্ধাৰ কৰিলে। চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ প্ৰতিষ্ঠিত "অসমীয়া"ৰ পুৰণি ফাইলবোৰ খুচৰি খুচৰি চাই তেওঁ ১৯২৪ চনত "অসমীয়া"ত প্ৰকাশ হৈ ওলোৱা বৰুৱাদেৱৰ অভিভাষণখিনি আনি আমাক দিলেহি। তাৰ পিচত খৰখেদা লগাই কোনোমতে গ্ৰন্থখনিৰ ছপা কাম শেষ কৰা হৈছে।

পোনতে যদিও আটাইখিনি অর্থাৎ তেইশখনি অভিভাবণ একেলগ কৰি উলিয়াবলৈ সঙ্কল্প কৰা হৈছিল, কামত হাত দি দেখা গ'ল যে সেইটো অসম্ভৱ। খৰচৰ ফালটো বাদ দিও সি এখন সৰু-সুৰা নতুন মহাভাৰতৰ দৰেই—সহজে ইফাল সিফাল কৰিব নোৱাৰা গ্ৰন্থ হব। সেই কাৰণে পূৰ্ব্বৰ সঙ্কল্প বাদ দি অভিভাষণখিনি দুই খণ্ডত ভগাই লৈ আজি মাথোন প্ৰথম ভাগ ৰাইজৰ আগত নিবেদন কৰা হ'ল। সময় আৰু সুযোগ পালে, তদুপৰি এই খণ্ডৰ ছপা খৰচ সাহিত্য সভাৰ পুঁজিলৈ ঘূৰি আহিলে দ্বিতীয় ভাগো ওলাবলৈ সাজু হৈ থাকিল।

এই অভিভাষণবোৰ সংগ্ৰহ কৰোতে যিসকলে আমাক সহায় কৰিছে সেই সকল হৈছে—অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক, লব্ধপ্ৰতিষ্ঠ সাহিত্যিক শ্ৰীযুত বেণুধৰ শৰ্ম্মা, ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা, সুসাহিত্যিক শ্ৰীযুত দৈবচন্দ্ৰ তালুকদাৰ, অসম যাদুঘৰৰ সহকাৰী বিষয়া শ্ৰীযুত মুৰাৰি দাস, শ্ৰীযুত ভবানন্দ ৰাজখোৱা আৰু আমাৰ সহকাৰী সম্পাদক শ্ৰীযুত যতীন গোস্বামী। সভাপতিসকলৰ জীৱন-টোকা লিখি দি নাইবা সমল যোগাই যিসকলে সক্ৰিয় সহযোগ আগবঢ়াইছে সেইসকল হৈছে—সাহিত্যৰত্ন শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা, লেডী কীন কলেজৰ অধ্যক্ষা শ্ৰীযুতা উষা ভট্টাচাৰ্য্য, ডক্টৰ শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মা, অধ্যাপক (সকল) শ্ৰীযুত উপেন্দ্ৰচন্দ্ৰ লেখাৰু, শ্ৰীযুত যোগেশ দাস, শ্ৰীযুত প্ৰমোদ ভট্টাচাৰ্য্য, শ্ৰীযুত সুৰেন্দ্ৰমোহন দাস, জীৱনী লিখক শ্ৰীযুত জিতেন্দ্ৰনাথ বুজৰবৰুৱা, গ্ৰন্থাগাৰিক শ্ৰীযুত হেমন্তকুমাৰ শৰ্ম্মা আৰু শ্ৰীযুত যতীন গোস্বামী। চানেকী কাকত শুধৰাই যিসকলে আমাৰ চকুৰ কষ্টৰ সমভাগী হৈছে সেইসকল হৈছে—জনপ্ৰিয় ঔপন্যাসিক আৰু ৰসাল গল্প-লিখক শ্ৰীযুত প্ৰেমনাৰায়ণ দত্ত, শ্ৰীযুত নিত্যানন্দ বৰদলৈ আৰু কলিকতাৰ শ্ৰীযুত পূৰ্ণচন্দ্ৰ বৰদলৈ। এই সকলো লোকৰ ওচৰত আমি সম্পাদক হিচাপে আৰু ব্যক্তিগত ভাৱেও কৃতজ্ঞ।

পুৰণি "অসমীয়া", অসম সাহিত্য সভা পত্ৰিকা, চেতনা, অসম-বাণী আদিৰ সম্পাদকসকলৰ প্ৰতিও আমাৰ শ্ৰদ্ধা নিবেদন কৰা হ'ল। ইমান বৃহৎ পুথিখনৰ ছপা কপি যুগুত কৰি দিয়া বাবে আমাৰ ভাগিন-ভাগিনী শ্ৰীমান লোকেন্দ্ৰনাথ মেধি বি-এছ-ছি, শ্ৰীমান বলেন্দ্ৰসিংহ মেধি, শ্ৰীমান দীপ্তিকান্ত হাজৰিকা, শ্ৰীমান জ্যোতিকান্ত হাজৰিকা, শ্ৰীমান কুলেন্দ্ৰকুমাৰ মেধি আৰু কুমাৰী শ্ৰীঅশোকা মেধিক স্নেহ-আশীৰ্ব্বাদ জনাইছো। পুথিখনি অতি কম সময়ৰ ভিতৰতে ছপাই দিয়াৰ বাবে কলিকতা নবজীৱন প্ৰেছৰ গৰাকী শ্ৰীযুত কালীচৰণ পালৰো শলাগ লোৱা হ'ল।

ইমানকে কৈ ৰাইজৰ আগত আমি মূৰ দোঁৱালো। সামৰণিত আমি স্বীকাৰ কৰিবলৈ বাধ্য যে দূৰণিবটীয়া কলিকতাত ভুকুতে কলটো পকাই এই গ্ৰন্থখনি ছপাই উলিয়াব লগা হোৱা বাবে অ'ত ত'ত আঁসোৱাহ ৰৈ যোৱাটো সম্ভৱ, সেই কাৰণে যি দায়দোষ হৈছে, আমাৰ মনৰ সজ উদ্দেশ্যলৈ লক্ষ্য ৰাখি স্বৰ্গগত দহজনা সভাপতি আৰু জীৱিত দুজনাই আমাক ক্ষমা কৰিব বুলি আশা ৰাখিছোঁ।

বিনীত

অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্য্যালয়
২৬।১২।৫৫

**শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা**
প্ৰধান সম্পাদক, অসম সাহিত্য সভা

অনুমান কৰিব পাৰি। এফালে ৰঙ্গমঞ্চলৈ অসমীয়া নাটকৰ যোগান ধৰাৰ উপৰিও এই-বিলাকে অসমৰ অতীত গৌৰৱৰ প্ৰতি অসমীয়া জাতিক সজাগ কৰাত সহায় কৰিছিল। লিখকে নিজে 'ধেমেলীয়া' বা 'সংস্কাৰমূলক' নাটক আখ্যা দিয়া "গাঁওবুঢ়া" (১৮৯৭) "টেটোন তামুলী" (১৯০৯) আৰু "ভূত নে ভ্ৰম" (১৯২৪) ধেমেলীয়া নাট কেইখনো অসমীয়া সাহিত্যত লেখত লবলগীয়া। ধেমালিৰ ছলেৰে লিখা এই কেইখন সৰু সৰু নাটকত সামাজিক মন বা সামাজিক ছবি প্ৰতিফলিত হৈছে—যেনে বৃটিছ শাসনৰ আৰম্ভণিত চৰকাৰী কৰ্ম্মচাৰী গাঁওবুঢ়াৰ "অনাহাৰী" বিষয়-ববীয়া খাটনি আৰু তাৰে নিষ্ঠুৰতাৰ বলি স্বৰূপ সাধাৰণ মানুহৰ দুখ-দুৰ্দ্দশা "গাঁওবুঢ়া" নাটকত বৰ্ণিত হৈছে।

"জুৰণি" (১৯০০), "লীলা" (১৯০১) আৰু "ফুলৰ চানেকী" (১৯৪১), এই কেইখনি গোহাঞি বৰুৱাৰ কৱিতাৰ পুথি। ভালেমান খণ্ড-কৱিতাৰ সঙ্কলন "জুৰণি"ৰ বিষয়ে বেজবৰুৱাৰ ভাষাত কবলৈ হ'লে—"ভাষা বিতোপন, পাঠ সুশোভন, ব্যাখ্যা সুগম, প্ৰণালী সুঠাম।" সংসাৰ-চিত্ৰ-কাব্য "লীলা"ত সাধাৰণ ঘৰুৱা জীৱনকে কাব্যৰ শাৰীলৈ তুলিব খোজা হৈছে; বিষয়-বস্তুৰ ব্যঞ্জনা সমষ্টিগত ভঙ্গীৰ নহৈ ব্যক্তিগত ভঙ্গীৰ হোৱাত সকলোৰে কাৰণে আকৰ্ষণীয় নহলেও বহুত ঠাইত প্ৰাকৃতিক সৌন্দৰ্য্যই মুগ্ধ কৰা কবি মনৰ পৰিচয়ে কাব্যপাঠকক নিশ্চয় আকৰ্ষণ কৰিব পাৰে। গোহাঞি বৰুৱাই নাটকত আৰু কাব্যত ব্যৱহাৰ কৰা অমৃতাক্ষৰ ছন্দৰ এটা সুকীয়া বৈশিষ্ট্য আছে। "ফুলৰ চানেকী"ত গোহাঞি বৰুৱাৰ বছা বছা কৱিতাবিলাক সন্নিবিষ্ট কৰা হৈছে।

অসমীয়া জাতিৰ প্ৰগতিৰ বৰঙনি যোগোৱা নমস্যসকলৰ জীৱনৰ বিষয়ে যথেষ্ট কথা তেওঁৰ "জীৱনী-সংগ্ৰহ"ত গোহাঞি বৰুৱাই থুপাই থৈ গৈছে। আধুনিক বিজ্ঞান-সন্মত ভাৱে লিখিত তেওঁৰ "অসম বুৰঞ্জী" ঐতিহাসিক বিষয়ক আলোচনাৰ ক্ষেত্ৰত সমাদৃত হৈ আছে। অসমীয়াত গীতাৰ সৰল ব্যাখ্যা কৰা "গীতাসাৰ" তেওঁৰ সাৰুৱা ধৰ্ম্ম পুথি। শিক্ষা-প্ৰতিষ্ঠানত অসমীয়া ভাষাই প্ৰতিষ্ঠা লাভ কৰা সময়ত তেওঁৰ পাঠ্য-পুথিবিলাকেই ঘাইকৈ অসমৰ পঢ়াশালিবিলাকৰ অভাৱ পূৰাইছিল।

আদ্য, মধ্য, অন্ত্য, এই তিনি লীলাত তিনি বিৰাট খণ্ডত সম্পূৰ্ণ "শ্ৰীকৃষ্ণ" গোহাঞি বৰুৱাৰ সাহিত্যিক জীৱনৰ সৰ্ব্বোচ্চ কীৰ্ত্তিস্তম্ভ। শেষ বয়সত লিখা এই বিৰাট গ্ৰন্থত গোহাঞি বৰুৱাৰ জ্ঞান আৰু উপলব্ধিয়ে পৰিপক্কতা লাভ কৰিছে। এই গ্ৰন্থ ৰচনাত সম্ভৱতঃ সংস্কৃত ভাষা-সাহিত্যই প্ৰচুৰ প্ৰভাৱ পেলোৱা বাবে ইয়াৰ ভাষা অতি মধুৰ হৈ পৰিছে। শ্ৰীকৃষ্ণৰ জীৱন-কাহিনীৰ শাৰীয়ে শাৰীয়ে অনুপ্ৰাসৰ অনুৰণন হৈছে। এই গ্ৰন্থত এফালে কৃষ্ণক ভক্তি-ভাৱ গ্ৰহণ কৰা হৈছে আৰু আন ফালে নানান সমলৰ সহায়ত কৃষ্ণ-চৰিত্ৰৰ বিজ্ঞান-সন্মত ব্যাখ্যা কৰাৰ চেষ্টা কৰা হৈছে।

গোহাঞি বৰুৱাই কেৱল যে গ্ৰন্থ ৰচনাই কৰিছিল এনে নহয়, সাহিত্য-সভাৰ প্ৰথম অধিবেশন, অসম ছাত্ৰ সন্মিলন, অসম মণ্ডল কাননগো সন্মিলন আদি নানান অনুষ্ঠানত তেখেতে সভাপতিত্ব কৰিছিল আৰু সেইবোৰৰ বাবে সুচিন্তিত অভিভাষণ ৰচনা কৰিছিল। সাংবাদিক জগততো গোহাঞি বৰুৱাৰ 'অসম বন্তি'য়ে বহু কাল পোহৰ

# সভাপতি বাৰজনাৰ চমু চিনাকি

## পদ্মনাথ গোহাঞি বৰুৱা

অসম সাহিত্য সভাৰ পোনপ্ৰথম অধিবেশনৰ সভাপতি পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াক অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ অন্যতম যুগনায়ক বুলি পৰিচয় দিব পাৰি। গোহাঞি বৰুৱা আৰু ৰসৰাজ বেজবৰুৱাই প্ৰায় একে সময়তে অসমীয়া সাহিত্যৰ গুৰি ধৰিছিল। গোহাঞি বৰুৱাৰ সম্পাদিত 'উষা'ই আৰু বেজবৰুৱাৰ সম্পাদিত 'বাঁহী'য়ে এদল একনিষ্ঠ অসমীয়া সাহিত্য-সেৱক গঢ়ি তুলিছিল। এই দুয়োজনা সাহিত্যৰথীকে অসম সাহিত্য-সভাই আনুষ্ঠানিকভাবে অভিনন্দন জনাইছিল। বেজবৰুৱাক জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত বহা শিৱসাগৰ অধিবেশনত (১৩শ) আৰু গোহাঞি বৰুৱাক জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত বহা উত্তৰ লক্ষীমপুৰ অধিবেশনত (১৪শ) মানপত্ৰ দিয়া হৈছিল।

উত্তৰ লক্ষীমপুৰৰ নকাৰি গাঁৱত ইংৰাজী ১৮৭১ খ্ৰীষ্টাব্দত (১৭৯৩ শকৰ ৯ আঘোণ) পদ্মনাথৰ জন্ম হয়। দেউতাক আছিল বিখ্যাত ঘিণাৰাম বৰুৱা ডাঙৰীয়া। নিজ ঠাইত ছাত্ৰবৃত্তি পাছ কৰি তেওঁ শিৱসাগৰৰ হাই স্কুলত পঢ়িবলৈ যায়; মাজতে সেই স্কুল এৰি ছাৰ্ভে স্কুলত পঢ়িবলৈ যায়; কিন্তু ১৮৯০ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পাছ কৰি কলিকতাত এফ-এ আৰু ওকালতি পঢ়েগৈ। ছাত্ৰ জীৱনৰে পৰা গোহাঞি বৰুৱাই একাণপতীয়াকৈ সাহিত্য চৰ্চ্চাত লাগে। তেওঁ কহিমাত মধ্য ইংৰাজী স্কুলৰ প্ৰধান শিক্ষকতা কৰে আৰু পিচত অন্যান্য হাই স্কুলতো সহকাৰী শিক্ষকৰ কাম কৰে। তেওঁ তাৰ বাবে এটি আংশিক পেন্সন পায়। অসমীয়া ভাষা আৰু সাহিত্যৰ চৰ্চ্চা কৰিবৰ বাবে গৱৰ্ণমেণ্টেও তেওঁক ওপৰঞ্চি সাহিত্য পেন্সন দিয়ে।

কলিকতাৰ প্ৰৱসুৱা অসমীয়া ছাত্ৰসকলে ১৮৯০ চনত উলিওৱা "বিজুলী" কাকতৰ দ্বিতীয় বছৰৰ সম্পাদক হয় কলেজীয়া ছাত্ৰ পদ্মনাথ গোহাঞি বৰুৱা। এই কাকততে তেওঁৰ প্ৰথম আৰু আত্মজীৱনীমূলক উপন্যাস "ভানুমতী" ছোৱা ছোৱাকৈ ওলায়। এই-খনেই গোহাঞি বৰুৱাৰ পোনপ্ৰথম সাহিত্যিক অৰ্ঘ্য। ১৮৯২ চনত প্ৰকাশিত তেওঁৰ দ্বিতীয় খন উপন্যাস "লাহৰী"ও অসমৰ বুৰঞ্জীৰে মানৰ দিনৰ পটভূমিত লিখিত। দুয়োখন উপন্যাসেই পঢ়ুৱৈৰ সমাজৰ আদৰণীয় হৈ আছে।

সাহিত্যৰ প্ৰায় সকলো বিভাগতে গোহাঞি বৰুৱাই হাত দিছিল। পাঠ্য-পুথি, বুৰঞ্জী, উপন্যাস, নাটক আৰু প্ৰহসন, জীৱনী, ধৰ্ম্মপুথি আদি সকলো ধৰণৰ কিতাপ তেওঁ অসমীয়া সাহিত্যলৈ দান দি গৈছে। দৰাচলতে যি বিষয়তে অসমীয়া ভাষাৰ কিতাপৰ অভাৱ দেখিছিল তেওঁ সেই বিষয়তে কিতাপ লিখিবলৈ লৈছিল। অসমীয়া ভাষাক ন্যায্য আসনত সুপ্ৰতিষ্ঠিত কৰিবলৈ পাঠ্য-পুথিকে আদি কৰি সকলো ধৰণৰ কিতাপৰ আৱশ্যকো তেওঁৰ দিনত হৈছিল। তেওঁৰ বুৰঞ্জীমূলক নাট্যাৱলী 'লাচিত বৰফুকন' (১৯১৫) 'জয়মতী' (১৯০০) 'গদাধৰ' (১৯০৭) 'সাধনী' (১৯১১) আৰু পৌৰাণিক নাটক 'বাণৰজা' ৰ (১৯৩২) একাধিক সংস্কৰণলৈ চাই এইবিলাকৰ আদৰ কিমান হৈছিল সহজেই

দিছিল। ১৯০৭ চনত তেজপুৰৰ পৰা ওলোৱা মাহেকীয়া 'উষা' কাকতে ন-পুৰণি সাহিত্য সেৱীসকলক বিবিধ ৰচনা প্ৰণয়ন কৰিবলৈ উদগনি দিছিল। তেজপুৰৰ বাণমঞ্চৰ লগতো গোহাঞি বৰুৱা ওতঃপ্ৰোতভাৱে জড়িত আছিল। মুঠতে এইজনা ওজা সাহিত্যিকৰ গোটেই জীৱনটোৱেই সাহিত্যৰ মাজেদি অতিবাহিত হৈছিল। ১৯৪৬ চনত তেজপুৰৰ নিজা ঘৰ 'পদ্মকুটীৰ'ত তেখেত স্বৰ্গী হয়।

## শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা

এই গ্ৰন্থত যি কেইজনা সভাপতিৰ ভাষণ দিয়া হৈছে সেইসকলৰ ভিতৰত শ্ৰদ্ধেয় শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া আৰু ডিব্ৰুগড়ৰ জনাব মফিজুদ্দিন আহ্‌মদ হাজৰিকা মাথোন আজি আমাৰ মাজত আছে। সাহিত্যৰত্ন বুলিলে তৎক্ষণাত যোৰহাটৰ বয়োবৃদ্ধ সুসাহিত্যিক শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা দেৱৰ কথা অসমৰ সাহিত্যিকসকলৰ মনত পৰে। আশীৰ দেওনা পাৰ হৈও সাহিত্যকে জীৱনৰ সাধনা স্বৰূপে লৈ থকাসকলৰ ভিতৰত অসমৰ চন্দ্ৰধৰো এজন। শুধ পাট্‌ সুঁতাৰ দৰে চিকমিকাই থকা চুলিকোচাই তেওঁৰ শৰীৰত বাৰ্দ্ধক্যৰ ৰহণ চৰাইছে। ১৭৯৬ শকৰ আহিন মাহত যোৰহাটত চন্দ্ৰধৰে জন্ম গ্ৰহণ কৰে। তেওঁৰ দেউতাক ৺দুৰ্গাধৰ বৰুৱা বিখ্যাত নেঘেৰিটিং দ'লৰ বৰঠাকুৰ বংশৰ লোক আছিল। ১৮৯২ খৃষ্টাব্দত যোৰহাটৰ পৰা প্ৰৱেশিকা মহলাত উত্তীৰ্ণ হৈ চন্দ্ৰধৰ কলিকতালৈ যায়। মেট্ৰোপলিটান ইনষ্টিটিউছনৰ পৰা এফ-এ মহলাত উঠি চেণ্ট জেভিয়ৰ্ছ কলেজত বি-এ পঢ়ে। পিতৃ বিয়োগৰ কাৰণে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নোলোৱাকৈ তেওঁ ১৮৯৬ চনত ঘৰলৈ আহিবলগীয়া হয়। ১৯০০ চনত আইনৰ পৰীক্ষা দি তেওঁ ওকালতি ব্যৱসায় আৰম্ভ কৰে। ১৮৯৩ চনত বি-এ জগন্নাথৰ একমাত্ৰ জীয়ৰী স্বৰ্ণশশী দেৱীক তেওঁ বিয়া কৰায়। আইনজ্ঞ স্বৰূপে তেওঁ প্ৰতিষ্ঠা লাভ কৰে। কেইবছৰমান ওকালতি কৰাৰ পিচত তেওঁ চাহখেতিত মন দিয়ে। ৰাজনৈতিক জীৱনত বৰুৱাদেৱ ধীৰপন্থী। তাহানিৰ অসম এছোছিয়েশ্যন আৰু সাৰ্ব্বজানিক সভাৰ সৈতে তেওঁৰ ওচৰ সম্বন্ধ আছিল। তেওঁ প্ৰথমে প্ৰাদেশিক ব্যৱস্থাপক সভা আৰু পিচত (১৯২৮) কাউন্সিল অৱ ষ্টেট্‌ৰ সদস্য হয়। ইংলণ্ডত বহা ঘূৰণীয়া মেজমেলৰ বৈঠকলৈ তেওঁ দুবাৰ অসমৰ প্ৰতিনিধি হৈ বিলাতলৈ যায়। গুৱালপাৰাত বহা অসম সাহিত্য সভাৰ দ্বিতীয় অধিবেশনৰ তেওঁ সভাপতি আছিল। তেওঁ সাহিত্য-সভা পত্ৰিকাৰ প্ৰথম সম্পাদক। কামৰূপ সঞ্জীৱনী-সভাই তেওঁক সাহিত্যৰত্ন উপাধি প্ৰদান কৰে। খেল-ধেমালিতো বৰুৱাদেৱে নানা সময় পৃষ্ঠপোষকতা কৰি আহিছে। অসম অলিম্পিক এছোছিয়েশ্যনৰ সভাপতি পদ গ্ৰহণ কৰি তেওঁৰ ক্ৰীড়ামোদীৰ স্বৰূপটোৰ চিনাকি দিয়ে।

বৰুৱাদেৱে নাটক আৰু কৱিতা লিখি আমাৰ সাহিত্য ভঁৰাল চহকী কৰিছে। ৰমাকান্ত আৰু ভোলানাথৰ অমিত্ৰাক্ষৰ ছন্দৰ পিচত তেওঁ অসমীয়া অমৃতাক্ষৰ ছন্দৰ এটা নতুন গঢ় দিয়ে। তেওঁৰ ছন্দ নিমজ, সুললিত আৰু ঘৰুৱা। তেওঁ 'মেঘনাদ বধ' নাটক (১৯০৪), 'ৰাজৰ্ষি' আৰু 'ভাগ্যপৰীক্ষা' (১৯১৫) আৰু তাৰ পিচত 'তিলোত্তমা সম্ভৱ' নাটক প্ৰকাশ কৰে। আৱাহনত 'কামৰূপ জীয়াৰী' আৰু 'বিদ্যুৎ বিকাশ' নামেৰে তেওঁৰ দুখন মনোমোহা কাব্য ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। সৰু লৰাছোৱালীৰ বাবে উপাদেয় গ্ৰন্থ ৰচনাতো বৰুৱাদেৱ সিদ্ধহস্ত। তেওঁৰ

শিশু পাঠ্যাৱলী 'নতুন পাঠ' আৰু 'আমাৰ দেশ'ত ওলোৱা 'বিলাতৰ কথা'ৰ নাম এই প্ৰসঙ্গতে লব পাৰি। চিন্তাশীল লিখক স্বৰূপে সাহিত্যক্ষেত্ৰত সুপৰিচিত যদিও বৰুৱাদেৱৰ ধেমেলীয়া পুথি 'ৰঞ্জনে' তেওঁক হাস্য ৰসৰ কবি হিচাপে চিনাকি দিছে। "জকল চাহাব হম ইবাৰ মৰিলে" তেওঁৰ কবিতাৰ সোৱাদ বিজনে লোৱা নাই, তেওঁক বৰুৱাদেৱৰ ধেমেলীয়া মনোভাৱৰ সম্যক পৰিচয় দিয়া টান। তেওঁ সঙ্কলন কৰা অসমীয়া ফকৰা আৰু যোজনা বিষয়ক গ্ৰন্থ 'ৰত্নকোষ' বৰ্ত্তমানে ছপা হব ধৰিছে। এই 'ৰত্নকোষ'ই চন্দ্ৰধৰৰ 'চন্দ্ৰকোষ' হৈ অসমীয়া সাহিত্যত তেওঁৰ সাহিত্য সেৱাৰ সৰ্ব্বপ্ৰধান অমৃত ফল আৰু যুগমীয়া কীৰ্ত্তি হব বুলি আশা কৰিব পাৰি। অমায়িক, জনপ্ৰিয়, কবি সাহিত্যিক সাহিত্যৰত্ন বৰুৱাদেৱৰ মাতকথাৰ মাধুৰ্য্যই সকলোকে মোহিত কৰি ৰাখিছে। তেওঁৰ সান্নিধ্য যিসকলে লাভ কৰিছে, মাথোঁ সেইসকলেহে বৰুৱাদেৱৰ উদাৰ অন্তৰ, কবিসুলভ মনোভাৱৰ যথোচিত পৰিচয় পাইছে। 'কাপ-মৈলাম'ৰ দৰেই মধুৰ মাতষাৰিও বৰুৱাদেৱৰ চিৰ সহচৰ বুলিব পাৰি। বৰ্ত্তমান তেওঁ নগৰৰ হুলস্থুলৰ পৰা বহুত আঁতৰত নিজা বাগিচা ৰবৈয়াত নিজঙ্গালে থাকিবলৈ লৈছে। নামজ্বলা চাহখেতিয়ক শ্ৰীযুত মুকুন্দধৰ বৰুৱা প্ৰমুখ্যে বৰুৱাদেৱৰ চাৰি পুত্ৰ বৰ্ত্তমান। সৰু মাজু পুতেক শ্ৰীযুত কৰুণাধৰ বৰুৱা সুসাহিত্যিক আৰু অসম সাহিত্য সভাৰ নিষ্ঠাবান সদস্য।

## কালিৰাম মেধি

ভাষাবিদ্ আৰু বৈয়াকৰণিক কালিৰাম মেধি ডাঙৰীয়াৰ এটা সুবৃহৎ আৰু প্ৰাচীন অসমীয়া পৰিয়ালত জন্ম হৈছিল। এই মেধি পৰিয়ালৰ পূৰ্ব্বপুৰুষ কামৰূপ জিলাৰ সৰভোগৰ পৰা ৰামদিয়া মৌজালৈ উঠি আহিছিল। নিজ ৰামদিয়া গাঁৱত ১৮৭৮ চনত কালিৰাম মেধি উপজিছিল। তেওঁৰ দেউতাকৰ নাম আছিল ভুকলি মেধি আৰু মাকৰ নাম সোণতৰা। কালিৰাম মেধিৰ চাৰি ভাইককাই—যথাক্ৰমে কালিৰাম মেধি, শ্ৰীবলিৰাম মেধি, ৺চেনিৰাম মেধি আৰু শ্ৰীদীননাথ মেধি। তেওঁৰ সুমলীয়া ভায়েক গুৱাহাটীৰ খ্যাতনামা এডভোকেট শ্ৰীযুত দীননাথ মেধিয়েও আসাম বান্ধৱ, চেতনা আদিৰ যোগেদি অসমীয়া সাহিত্য ভঁৰাললৈ বাৰুকৈয়ে বৰঙনি আগবঢ়াইছিল। বৰপেটা সত্ৰৰ এখন শাখাসত্ৰ হিচাপে ৰামদিয়া সত্ৰ প্ৰখ্যাত। এই পৰিয়ালৰ ঘৰতে মেধিৰ বাবটো এদনীয়া হৈ আছে। কালিৰাম মেধিয়ে যদিও সোণৰূপৰ চৰুত হাত দি ওপজা নাছিল তথাপি অধ্যৱসায় আৰু একনিষ্ঠ গুণৰ বলত তেওঁ নানা ঘাত প্ৰতিঘাতৰ মাজেদি পঢ়াশলীয়া আৰু কলেজীয়া শিক্ষা সাং কৰি ১৯০২ চনত পদাৰ্থ বিজ্ঞানত কলিকতা বিশ্ববিদ্যালয়ৰ সৰ্ব্বোচ্চ এম-এ উপাধিৰে বিভূষিত হৈছিল। অসমীয়াৰ ভিতৰত তেওঁ চতুৰ্থ এম-এ।

ছাত্ৰ জীৱন শেষ হোৱাত তেওঁ ১৯০৫ চনত ছব ডেপুটী কলেক্টৰ হৈ চৰকাৰী চাকৰি আৰম্ভ কৰে আৰু দোপতদোপে উন্নতি কৰি শেষত জিলাধিপতিৰ পদত অধিষ্ঠিত হৈ ১৯৩৫ চনত তেওঁ অৱসৰ গ্ৰহণ কৰে। মেধি ডাঙৰীয়া চৰকাৰী কামত ডিব্ৰুগড়ত থাকোঁতে তেখেতৰ সাহিত্যিক প্ৰতিভা বিকশিত হয়। সেই সময়ৰ 'আসাম বান্ধৱ' আৰু 'আলোচনী'ত কেইবাটাও মূল্যবান প্ৰবন্ধ তেওঁ লিখিছিল। কিছু দিন তেখেতে 'আসাম বান্ধৱ' কাকতৰ গুৰি ধৰিবলগীয়াও

হৈছিল। তেওঁ লিখা কামৰূপ অনুসন্ধান সমিতিৰ ইংৰাজী মুখপত্ৰত ওলোৱা গৱেষণামূলক প্ৰবন্ধবোৰ বিশেষ ভাবে উল্লেখযোগ্য। তেওঁৰ জ্ঞান আৰু সাধনাৰ পোনপ্ৰথম বিকশিত পাৰিজাত —তেখেতৰ দ্বাৰা সম্পাদিত হৈ ওলোৱা প্ৰাক্‌শঙ্কৰী যুগৰ কবি হেম সৰস্বতী লিখিত 'প্ৰহ্লাদ চৰিত' পুথি। কিন্তু মেধি ডাঙৰীয়াৰ জীৱনৰ সকলোতকৈ ডাঙৰ কীৰ্ত্তি হৈছে—তেওঁৰ প্ৰণীত বৃহৎ "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব" Assamese Grammar and Origin of Assamese Language. এই গ্ৰন্থ তেওঁৰ গোটেই জীৱনৰ বহুদিনীয়া অধ্যয়ন আৰু গৱেষণাৰ ফল। কেৱল ব্যাকৰণ বুলি ধৰিলে ভুল কৰা হব কিয়নো এই পুথিত প্ৰায় আধাআধি জুৰি থকা ইংৰাজীত লিখা বিস্তৃত ভূমিকা-খনিকে এখন সুকীয়া মূল্যবান গ্ৰন্থ আখ্যা দিব পাৰি। এই ভূমিকাত অসমীয়া ভাষাতত্ত্ব সম্পৰ্কে জানিবলগীয়া বহুত কথা আছে। অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী আৰু প্ৰাচীন অসমীয়া কবিসকলৰ সম্পৰ্কেও ভালেমান মূল্যবান তথ্যপাতি গ্ৰন্থকাৰে আগবঢ়াইছে। মুঠতে গ্ৰন্থখনিৰ ইংৰাজী ছোৱাক অসমীয়া ভাষা সাহিত্যৰ ইতিবৃত্ত আৰু অসমীয়া ছোৱাক ব্যাকৰণ আখ্যা দিব পাৰি। এই গ্ৰন্থই মেধি ডাঙৰীয়াক আমাৰ দেশৰ সুধীবৃন্দৰ আগশাৰীত এখন সন্মানৰ আসন দান কৰিলে, দেশ-বিদেশত অসমীয়া সাহিত্যৰ যশস্যা বঢ়ালে। তেখেতে সঙ্কলন কৰি প্ৰকাশ কৰা আৰু দুখন আমাৰ সাহিত্যৰ অমূল্য সম্পদ আছে। দুয়োখনেই তেখেতৰ প্ৰাচীন অসমীয়া বৈষ্ণৱ সাহিত্য সাগৰ মন্থনৰ অমৃত ফল। এখন হৈছে মহাপুৰুষ শঙ্কৰদেৱৰ বিভিন্ন গ্ৰন্থৰ পৰা সঙ্কলিত 'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' আৰু আনখন হৈছে অঙ্কীয়া নাট আৰু সেই পৰ্য্যায়ৰ প্ৰাচীন নাটৰ সুসম্পাদিত সংগ্ৰহ 'অঙ্কাৱলী'। এই দুখন পুথি পঢ়িলে শঙ্কৰী সাহিত্য তেখেতে কেনে ভাবে খৰচি মাৰি অধ্যয়ন কৰিছিল সেই বিষয়ে জানিব পাৰি। কালিৰাম মেধিৰ জীৱনৰ আন এটা কীৰ্ত্তি হৈছে তেখেতৰ প্ৰচেষ্টাত গুৱাহাটীত স্থাপিত হোৱা ৰসৰাজ বেজবৰুৱাৰ মৰ্ম্মৰ মূৰ্ত্তি। জীৱনৰ শেষ দিনলৈকে মেধি ডাঙৰীয়াই পৰম নিষ্ঠাৰে অসমীয়া সাহিত্য চৰ্চ্চা কৰিছিল। শেষ বয়সত তেওঁৰ চকুৰ জ্যোতি কমি গৈছিল তথাপি তেওঁ নিয়মিতভাৱে লিখাপঢ়া কৰাৰ পৰা বিৰত হোৱা নাছিল। মৃত্যুৰ তিনি বছৰমান আগতে তেখেতৰ দ্বিতীয় পত্নীও স্বৰ্গী হয়। তাৰ পিচত তেখেতে প্ৰায় অকলশৰীয়াভাৱে কিতাপপত্ৰ আলোচনা গৱেষণাৰ মাজতে মনপুতি লাগি দিনবোৰ কটাইছিল। ১৮৭৫ শকৰ মাঘ মাহত তিনিটি পুত্ৰ আৰু পাঁচজনী কন্যা এৰি তেখেত স্বৰ্গী হয়। তেখেতৰ মৃত্যুত গুৱাহাটী বিশ্ববিদ্যালয়, কামৰূপ অনুসন্ধান সমিতি আদি অনুষ্ঠানবোৰৰ বিস্তৰ ক্ষতি হল। শঙ্কৰী-সাহিত্যৰ বিদগ্ধ পণ্ডিত এগৰাকীৰো তেখেতৰ লগতে অন্তৰ্দ্ধান হল।

## হেমচন্দ্ৰ গোস্বামী

ইং ১৮৭২ চনত গোলাঘাট মহকুমাৰ অন্তৰ্গত ঢেকিয়াল মৌজাৰ গৌৰাঙ্গ সত্ৰত বুৰঞ্জীবিদ, প্ৰত্নতাত্ত্বিক আৰু কবি-সাহিত্যিক হেমচন্দ্ৰ গোস্বামীদেৱৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ডম্বৰুধৰ গোস্বামী আৰু মাতৃৰ নাম ঘনকান্তী দেৱী। সৰুতেই পিতৃহীন হৈ নানা কষ্টৰ মাজেদি হেমচন্দ্ৰই পঢ়াশুনা কৰিব লগাত পৰিছিল। নগাৱৰ স্কুলীয়া অৱস্থাতেই সেই সময়ৰ বিখ্যাত সাহিত্যিক স্বনামধন্য গুণাভিৰাম বৰুৱা আৰু ৰত্নেশ্বৰ মহন্তকে প্ৰমুখ্য কৰি সাহিত্যিকসকলৰ সংস্পৰ্শত আহি হেমচন্দ্ৰৰ দেশৰ অতীত গৌৰৱ আৰু সাহিত্যৰ প্ৰতি ৰাগ জন্মে। ১৮৮৮

চনত তেওঁ এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজত ভৰ্ত্তি হৈ বি-এ শ্ৰেণীলৈকে অধ্যয়ন কৰে। এই কালছোৱাতেই তেওঁ লক্ষীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদি প্ৰবস্থৱা অসমীয়া ছাত্ৰসকলৰ সহযোগত অ ভা উ সা ( অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা ) স্থাপন কৰে। ১৮৮৯ চনত জন্ম হোৱা মাহেকীয়া আলোচনী **‘জোনাকী’**ৰ প্ৰকাশত বেজবৰুৱা আৰু আগৰৱালাৰ লগতে হেম গোস্বামীৰ নামো উল্লেখযোগ্য। প্ৰবস্থৱা ছাত্ৰৰ দ্বাৰা পৰিচালিত আৰু প্ৰকাশিত হলেও জোনাকীয়ে অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটা নতুন গৌৰৱোজ্জল অধ্যায়ৰ সৃষ্টি কৰে। অ ভা উ সা আৰু জোনাকীৰ কামত নিজকে লিপ্ত ৰাখিবলগীয়া হোৱাত গোসাঁইদেৱে বি-এ পৰীক্ষাত অকৃতকাৰ্য্য হৈ ঘৰলৈ উভতি আহি কিছুদিন অ’ত ত’ত চাকৰি কৰি শ্বিলঙৰ সচিবালয়ত সোমায়। ইয়াতেই তেওঁ প্ৰসিদ্ধ ইংৰাজ ঐতিহাসিক এড্‌ৱাৰ্ড গেইট চাহাবক অসমৰ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ সমল গোটোৱা কাৰ্য্যত বিশেষভাৱে সহায় কৰে। ১৮৯৭ চনত তেওঁৰ ছাবডেপুটি কালেক্টৰ পদলৈ উন্নতি হয়। এই পদত থাকোঁতেই গোসাঁইদেৱে কৰ্ণেল গৰ্ডন চাহাবৰ সৈতে ‘হেমকোষ’ৰ প্ৰকাশ কাৰ্য্যত আত্মনিয়োগ কৰে। ১৯০০ চনত দুয়োজনৰ অশেষ পৰিশ্ৰমৰ ফলত ৺হেমচন্দ্ৰ বৰুৱাৰ ‘হেমকোষ’ প্ৰকাশ হৈ ওলায়। ১৯০৫ চনত গোসাঁইদেৱ একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ পদত নিযুক্ত হয়। তেজপুৰত এই পদত থাকোঁতেই তেওঁ পদ্মনাথ গোহাঞি বৰুৱাৰ ‘উষা’ প্ৰকাশত সহায় কৰে। এই ‘উষা’তেই তেওঁৰ বিখ্যাত ‘শৰাইঘাটৰ যুদ্ধ’ আদি প্ৰবন্ধ প্ৰকাশ হয়। গোহাঞি বৰুৱাৰ সৈতে লগ লাগি অসমীয়া ভাষা সম্পৰ্কে এটা পাণ্ডিত্যপূৰ্ণ টোকা লিখি কটন কলেজৰ অধ্যক্ষ ছুদ্‌মাৰ্চেন চাহাবক দিছিল যাতে তেওঁ ( চাহাবে ) অসমীয়া ভাষাৰ উৎপত্তি আৰু বিকাশ সম্পৰ্কে লিখিবলৈ লোৱা পুথিত সহায় হয়। ১৯১২ চনত অসমীয়া প্ৰাচীন পুথি সংগ্ৰহ কাৰ্য্যত গোস্বামীদেৱক অসম চৰকাৰে নিযুক্ত কৰে। অসমৰ বিভিন্ন ঠাইত ঘূৰি আৰু সকলো সত্ৰত বিচাৰ কৰি ছমাহৰ ভিতৰত তেওঁ কেইবা শ মূল্যবান পুথি সংগ্ৰহ কৰি আনে আৰু পিচত কামৰূপ অনুসন্ধান সমিতিৰ পুথিভড়ালত থয়। কামৰূপ অনুসন্ধান সমিতিৰ স্থাপন ( ১৯১২ ) আৰু পৰিচালনা কাৰ্য্যত গোসাঁইদেৱেই গুৰি ধৰিছিল। সংগ্ৰহ কৰি অনা বিভিন্ন বিষয়ক পুথিসমূহৰ এটা বিৱৰণীমূলক তালিকাও তেখেতে অশেষ পৰিশ্ৰম কৰি যুগুত কৰে। এইখন গ্ৰন্থকেই ১৯২৯ চনত অসম চৰকাৰে কলিকতা বিশ্ববিদ্যালয়ৰ যোগেদি প্ৰকাশ কৰে। ১৯১৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অনুৰোধক্ৰমে তেখেতে ‘অসমীয়া সাহিত্যৰ চানেকী’ সংগ্ৰহ কৰা কাৰ্য্যত ব্ৰতী হয়। অসমীয়া ভাষাৰ জন্মৰ পৰা বৰ্ত্তমান কাললৈকে যিখিনি মৌখিক আৰু লিখিত সাহিত্য পোৱা গৈছে সেই সকলোবোৰৰ অলপ অচৰপ নিদৰ্শন দি এই কাম তেওঁ ১৯১২ চনত শেষ কৰি বিশ্ববিদ্যালয়ৰ হাতত অৰ্পণ কৰে আৰু প্ৰকাশৰ নিমিত্তে ৺আশুতোষ মুখাৰ্জীৰ সৈতে লগ লাগি বিখ্যাত অসমীয়া সাউদ ভোলানাথ বৰুৱাৰ পৰা ১০,০০০৲ টকাৰ এটা দানৰ প্ৰতিশ্ৰুতি লবলৈ সমৰ্থ হয়। ১৯২৯ চনত সাতটা খণ্ডত ( ৪টা অংশ ) ‘সাহিত্যৰ চানেকী’ প্ৰকাশ হৈ ওলায়। অসীম পৰিশ্ৰমৰ ফল স্বৰূপ “অসমীয়া সাহিত্যৰ চানেকী” গোস্বামীদেৱৰ যাউতিযুগীয়া কীৰ্ত্তিস্তম্ভ। ১৯১৭ চনত অসম সাহিত্য-সভা স্থাপন হোৱাৰে পৰা গোসাঁইদেৱ ইয়াৰ একনিষ্ঠ পৃষ্ঠপোষক আছিল। তেখেতৰ যত্নতেই দক্ষিণপাট সত্ৰৰ ৺নৰদেৱ গোস্বামীৰ পৰা ৫০০০৲ আৰু মাহাৰা সত্ৰৰ ৺ৰাধানাথ

গোস্বামীৰ পৰা ২০০০৲ অসম সাহিত্য সভাই দান স্বৰূপে পায়। উক্ত দানৰ পৰাই বৰ্ত্তমান নৱদেৱ ন্যাস সমিতি আৰু কমলা দেৱী ন্যাস সমিতি গঠিত হৈছে। অসম সাহিত্য সভাৰ চতুৰ্থ বাৰ্ষিক অধিবেশনৰ সভাপতি ৰূপে আৰু অসম ছাত্ৰ সন্মিলনৰ ৭ম অধিবেশনৰ সভাপতি স্বৰূপে তেখেতে যি দুখন ভাষণ দিছিল সেই ভাষণ অতিশয় মূল্যবান আৰু সুচিন্তিত অভিমতেৰে পূৰ্ণ আছিল। তেখেত প্ৰবাসী বঙ্গীয় সাহিত্য পৰিষদ সভাৰ লগতো জড়িত আছিল আৰু এই সভাৰ যোগেদি অসমীয়া ভাষা আৰু সাহিত্য সম্পৰ্কে থকা কিছুমান ভুল ধাৰণা বঙালী সাহিত্যিক-সকলৰ মনৰ পৰা আঁতৰ কৰিবলৈ যত্ন কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ স্থাপন কাৰ্য্যত তেখেতে আগভাগ লোৱাৰ উপৰিও অনেক পুথি আৰু প্ৰাচীন সংস্কৃতিমূলক বস্তু সংগ্ৰহ কৰি আৰু কেইবাখনো প্ৰাচীন তাম্ৰলিপি আৰু শিলালিপি উদ্ধাৰ কৰি সমিতিখন টনকিয়াল কৰি তুলিছিল।

পুৰণি সাহিত্য আৰু বুৰঞ্জী পোহৰলৈ অনাত গোস্বামীৰ চেষ্টা অপৰিসীম আছিল। পুথি সংগ্ৰহ কৰা কাৰ্য্যৰ উপৰিও তেখেতে কেইবাখনো মূল্যবান গ্ৰন্থ পাণ্ডিত্য-পূৰ্ণ পাতনি যোগ দি প্ৰকাশ কৰিছিল আৰু কেইবাখনো প্ৰকাশৰ কাৰণে যুগুত কৰি ৰাখিছিল। প্ৰকাশ কৰা প্ৰাচীন পুথিৰ ভিতৰত সূৰ্য্যখড়ি দৈৱজ্ঞৰ দৰং ৰাজবংশাৱলী, ভট্টদেৱৰ কথাগীতা, পুৰণি অসম বুৰঞ্জী আৰু কামৰত্ন তন্ত্ৰ বিশেষভাৱে উল্লেখযোগ্য। সচিত্ৰ দৰং ৰাজবংশাৱলী পুথিখনত কোচ ৰাজবংশৰ উৎপত্তিৰ পৰা ধৰ্ম্মনাৰায়ণলৈকে ঐতিহাসিক বিৱৰণ পোৱা যায়। গোস্বামীয়ে সেই পুথিৰ চিত্ৰৰ কেইটামান নিদৰ্শনে সৈতে ১৯১৭ চনত এই পুথি প্ৰকাশ কৰে। ১৯১৮ চনত বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য ( ভট্টদেৱ ) 'কথা গীতা'খন প্ৰকাশ কৰে। ভট্টদেৱৰ জীৱনীৰ সৈতে গীতাৰ এটা পাণ্ডিত্যপূৰ্ণ পৰিচয় গোস্বামীদেৱে সংযোগ কৰি পুথিখনৰ মূল্য বঢ়াইছে। ১৯২২ চনত পুৰণি অসম বুৰঞ্জী সম্পাদন কৰি প্ৰকাশ কৰে। এইখন বুৰঞ্জীবিলাকৰ ভিতৰত প্ৰাচীনতম আৰু ই বুৰঞ্জী গন্থৰ প্ৰাচীনতম নিদৰ্শন দাঙি ধৰে। তন্ত্ৰ-মন্ত্ৰৰ দেশ বুলি অতীতৰ পৰা প্ৰখ্যাত অসমৰ তন্ত্ৰ-মন্ত্ৰৰ চানেকী এই পুথিয়ে ৰক্ষা কৰিছে। অসমীয়া পাঠৰ লগতে এটা ইংৰাজী অনুবাদো সম্পাদকে অনা-অসমীয়াৰ সুবিধাৰ কাৰণে সংযোগ কৰি দিছে। **অসমীয়া সাহিত্যৰ চানেকী,** আৰু **অসমীয়া পুথিৰ বিৱৰণমূলক তালিকা** এই পুথি দুখনৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। এই দুখন পুথি গোস্বামীদেৱৰ পাণ্ডিত্য, অধ্যৱসায় আৰু জাতীয় সাহিত্যৰ প্ৰতি প্ৰগাঢ় প্ৰেমৰ ফল। ১৯১৬ চনত গোস্বামীদেৱৰ সম্পাদনত 'অকণ' নামেৰে এখনি লৰা-ছোৱালীৰ মাহেকীয়া আলোচনী প্ৰকাশ হৈ ওলায়। এইখনেই প্ৰথম অসমীয়া শিশু-আলোচনী। ওপৰত উল্লেখ কৰা পুথি কেইখনৰ বাহিৰেও আৰু কেইবাখনো পুথি প্ৰকাশ কৰিবলৈ তেওঁ সাজু কৰি ৰাখিছিল। অঙ্কীয়া নাট, **কথা ভাগৱত** আৰু এখন **অসমীয়া সাহিত্যৰ বুৰঞ্জী** তেখেতে প্ৰকাশ কৰিবলৈ যত্নপৰ হৈছিল। ইয়াৰ ভিতৰত অঙ্কীয়া নাটখন ( ১৩খন নাটৰ সমষ্টি ) প্ৰেছত দিছিলেই। কিন্তু সেই কাম আৰম্ভ হওঁতে-নোহওঁতেই মহাকালৰ ডাক আহিল। কাম আধৰুৱা হৈ ৰ'ল। তেখেতে পুৰণি পুথিৰ চিনাকি দি ভালেখিনি প্ৰবন্ধ উষা, বাঁহী, আলোচনী আদি কাকতত প্ৰকাশ কৰি অসমীয়া পাঠকক প্ৰাচীন অসমীয়া সাহিত্যৰ লগত পৰিচয়

কৰি দিছিল। জোনাকী যুগৰ অন্যতম শ্ৰেষ্ঠ কবি হিচাপেও গোসাঁইদেৱে এখন আচুতীয়া আসন পাবৰ যোগ্য। চতুৰ্দ্দশপদী কৱিতাৰ প্ৰৱৰ্ত্তন আৰু সফল ৰচনাত তেখেতৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ১৯০৭ চনতে প্ৰকাশ কৰা **ফুলৰ চাকি** নামৰ সৰু কৱিতাৰ পুথিখনত তেখেতৰ কবিতাসমূহ সন্নিবিষ্ট হৈছে। 'প্ৰিয়তমাৰ চিঠি' 'পূজা', আদি কেইটামান কবিতাৰ লগত অসমীয়া কাব্যামোদী মাত্ৰেৰেই নিশ্চয় পৰিচয় ঘটিছে।

১৯২৫ চনত চাকৰিৰ পৰা তেখেতে অৱসৰ লয়। ১৯২৭ চনত তেখেতৰ বৰ ল'ৰা কিৰণচন্দ্ৰৰ অকাল-মৃত্যু ঘটে। এই নিদাৰুণ বিয়োগৰ কেই মাহমানৰ পিচতে তেখেতৰ মাতৃদেৱীয়েও ইহলীলা এৰে। ভাটী বয়সত ওপৰাউপৰিকৈ পোৱা এই দুটা শোকে তেখেতক দুৰ্ব্বল কৰি পেলায়। ১৯২৮ চনৰ মেই মাহত তেখেতে ইহলীলা এৰে। তেখেতৰ পৰলোকত অসমীয়া সাহিত্যৰ বিশেষকৈ প্ৰত্নতত্ত্বৰ বিভাগত অপূৰণীয় ক্ষতি হল।

## অমৃতভূষণ দেৱ অধিকাৰী

অমৃতভূষণ অধিকাৰীদেৱ মহাপুৰুষ মাধৱদেৱৰ ভাগিনিয়েক ৰামচৰণ ঠাকুৰৰ তৃতীয় পুত্ৰ নৰহৰিদেৱৰ বংশধৰ। নৰহৰিদেৱে গুৱালপাৰা জিলাৰ দলগোমাত সত্ৰ পাতি, বিশেষকৈ ব্ৰহ্মপুত্ৰৰ দক্ষিণকুলৰ বহুত ঠাইত মহাপুৰুষৰ একশৰণ নামধৰ্ম্ম প্ৰচাৰ কৰিছিল। কেইটামান বিখ্যাত জমিদাৰ বংশৰ লোকেও তেখেতৰ পৰা ধৰ্ম্ম গ্ৰহণ কৰিছিল। অমৃত-ভূষণদেৱ নৰহৰিদেৱৰ ষষ্ঠ পুৰুষ। এখেতৰ পিতৃৰ নাম কণ্ঠভূষণদেৱ আৰু মাতৃৰ নাম আকাশীলতা। কণ্ঠভূষণ সৰস্বতীৰ পুত্ৰৰ দৰে সুবক্তা আৰু মাতৃ আকাশীলতা ৰূপে গুণে অনুপমা আছিল। অমৃতভূষণ অধিকাৰীয়ে ১২৬৬ চনৰ ১৭ পুহত দলগোমা সত্ৰত জন্ম গ্ৰহণ কৰে।

অধিকাৰী তীক্ষ্ণ বুদ্ধিৰ লৰা আছিল। অলপ বয়সতেই পিতৃ বিয়োগ হোৱাত জ্যেষ্ঠ সহোদৰৰ যত্নত উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষা লাভ কৰে আৰু প্ৰতি শ্ৰেণীতে প্ৰথম, দ্বিতীয় স্থান লাভ কৰি এণ্ট্ৰেন্স পাছ কৰি কলিকতালৈ গৈ তাৰ জেনাৰেল এচেম্ব্লি (বৰ্ত্তমান স্কটিচ চাৰ্চ কলেজ) ভৰ্ত্তি হয় আৰু পূৰ্ণ উদ্যমে পঢ়িবলৈ ধৰে। বৰ পৰিতাপৰ কথা যে বি-এ পৰীক্ষালৈ অলপ দিন থাকোঁতেই অকস্মাৎ তেওঁৰ একমাত্ৰ অভিভাৱক ককায়েক ৰাজেন্দ্ৰভূষণ স্বৰ্গী হয়। তেতিয়া বাধ্য হৈ খৰচৰ অভাৱত অধিকাৰীয়ে পঢ়া বন্ধ কৰি ঘৰলৈ ঘূৰি আহিবলগাত পৰে।

অধিকাৰীৰ পিতাক আৰু জ্যেষ্ঠ সহোদৰ ক্ৰমে স্বৰ্গী হোৱাৰ ফলত গৃহস্থীৰ পয়মাল ঘটে আৰু বাধ্য হৈ অধিকাৰীয়ে চাকৰি কৰিবলগীয়া হয়। তেখেতে ইচ্ছা কৰিলে সেই সময়ত চৰকাৰী অফিচত বা জমিদাৰীৰ চেৰস্তাত সহজতে ভাল কাম বিচাৰি পালেহেঁতেন, কিন্তু তেখেতৰ বংশগত কৃষ্টি অনুসৰি তেখেতে শিক্ষা বিভাগকেই বাছি লয় আৰু পঁচিশ বছৰ বয়সত যোৰহাটৰ বেজবৰুৱা হাই স্কুলৰ সহকাৰী হেড্‌মাষ্টৰ পদ লয় গৈ। ইয়াত কিছুমান বছৰ কাজ কৰাৰ পিচত গৌৰীপুৰত ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে হাইস্কুল স্থাপিত কৰে। ৰজা বাহাদুৰৰ অনুৰোধত এখেতে সেই সময়ত গৌৰীপুৰ হাই স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট্ হয়হি। ৰজা বাহাদুৰে তেখেতক বৰ শ্ৰদ্ধা কৰিছিল। শিক্ষক

হিচাপে অধিকাৰীদেৱৰ বিশেষ খ্যাতি আছিল। এখেতে বহুতো কথা জানিছিল আৰু দেশ বিদেশৰ ধৰ্ম্মশাস্ত্ৰ আৰু সাহিত্য অধ্যয়ন কৰিছিল।

৺প্ৰসন্ন নাৰায়ণ ঘোষকে আদি কৰি যিসকলে গুৱালপাৰাত অসমীয়া ভাষা আৰু সংস্কৃতি ৰক্ষাৰ্থে আপ্ৰাণ চেষ্টা কৰিছিল তাৰ ভিতৰত অমৃতভূষণ অধিকাৰী আছিল এজনা অগ্ৰগণ্য। ১৮১০ শঁকত গৌৰীপুৰৰ ৰজা বাহাদুৰে "নিখিল গুৱালপাৰা সন্মিলন" আহ্বান কৰি দেৱানৰ চক্ৰান্তত গুৱালপাৰাক বঙলা ভাষাভাষী কৰিবলৈ যত্ন কৰে। সেই সময়ত পোনতে অধিকাৰীদেৱ প্ৰতিদ্বন্দ্বী হৈ উঠিছিল আৰু নানা ভাৱে লিখা-লিখি কৰি বাধা দিবলৈ যত্ন কৰিছিল। গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে অধিকাৰী-দেৱৰ ভতিজা-জী সৰোজবালা দেবীক বিবাহ কৰিছিল, তদুপৰি হাইস্কুলখন আছিল ৰজা বাহাদুৰৰ নিজা। এনে অৱস্থাতো স্বাধীনচেতা অধিকাৰীদেৱে মাতৃভাষাৰ অস্তিত্ব ৰক্ষাৰ অৰ্থে আন্দোলনত বাধা জন্মাবলৈ আপ্ৰাণ যত্ন কৰিবলৈ ধৰে। অধিকাৰীদেৱৰ এনে সৎসাহ দেখি বহুতো গুৱালপাৰাবাসীয়ে তেখেতৰ লগত যোগ দি চৰকাৰৰ লগত লিখা-লিখি কৰিবলৈ ধৰে। তাৰ ফলত ৰজা বাহাদুৰৰ আন্দোলন ব্যৰ্থ হয়। কিন্তু অধিকাৰীদেৱৰ প্ৰতি ৰজা বাহাদুৰৰ শ্ৰদ্ধা অটুট আছিল।

অধিকাৰী সংস্কৃত আৰু অসমীয়া ভাষাত সুপণ্ডিত আছিল। তেখেতে সংস্কৃত আৰু ধৰ্ম্মশাস্ত্ৰ বিশেষভাবে অধ্যয়ণ কৰিছিল আৰু চাকৰি কৰাৰ আগতে দুবছৰ কাশীবাস কৰিছিল। বংশানুগতিকে তেখেত সৰুৰ পৰা ধৰ্ম্মপ্ৰাণ, বিদ্যানুৰাগী আৰু নিৰ্ম্মল স্বভাব চৰিত্ৰবান আছিল। এখেতে মহাপুৰুষ শ্ৰীশ্ৰীমাধবদেৱৰ ৰচিত নামঘোষাৰ সানুবাদ ব্যাখ্যা লিখি "শ্ৰীমন্নাম ঘোষা" নাম দি প্ৰকাশ কৰিছিল ( ২৫ জেঠ, ১৮৩৩ শঁক ) আৰু ইয়াৰ কাৰণে সুধী সমাজত বিশেষভাবে খ্যাতি লাভ কৰে। সাময়িক পত্ৰিকাবোৰত, বিশেষকৈ 'বাঁহী' আৰু 'আৱাহন'ত মাজেসময়ে নানা বিষয়ৰ প্ৰবন্ধ লিখিছিল। এখেতৰ শেষ প্ৰবন্ধ আৱাহনত প্ৰকাশ হোৱা "শ্ৰীকৃষ্ণ"। এই প্ৰবন্ধ অসমাপ্ত হৈ থাকিল। তেখেতে "ভক্তিৰত্নাৱলী"ৰ সানুবাদ টীকা লিখিছিল কিন্তু ছপা হৈ নোলাল।

অমৃতভূষণ অধিকাৰীদেৱ অসমৰ পুথি বছা সভাৰ এজনা সভ্য আছিল। ইংৰাজী ১৯২৩ চনত যোৰহাটত বহা অসম সাহিত্য সন্মিলনৰ ত্ৰয়োদশ অধিবেশনত এখেত সভাপতিত্ব কৰে। "হাবৰাঘাট হিতৈষিণী সভা"ৰ সভাপতি হিচাপে গাঁৱলীয়া ৰাইজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে তেখেতে যত্ন কৰে।

চাকৰিৰ পৰা অবসৰ গ্ৰহণ কৰি পৰলোক প্ৰাপ্তিৰ আগলৈকে তেখেতে গৌৰীপুৰতে বসতি কৰি আছিল।

১৮৬৪ শঁকৰ ১৩ আষোণত চৌৰাশী বছৰ বয়সত তেখেতে বৈকুণ্ঠ প্ৰয়াণ কৰে। অধিকাৰীদেৱে ছটি ল'ৰা, এজনী কন্যা আৰু সহধৰ্ম্মিণীক এৰি যায়। সহধৰ্ম্মিণী মহামায়া দেবী এতিয়াও জীৱিত আছে। বৰপুত্ৰ শ্ৰীনৃপেন্দ্ৰ অধিকাৰী বি-এছ-চি লক্ষীপুৰ হাইস্কুলৰ হেড্‌মাষ্টৰ, দ্বিতীয় পুত্ৰ শ্ৰীজিতেন্দ্ৰ অধিকাৰী সত্ৰৰ অধিকাৰ, ৬ষ্ঠ পুত্ৰ শ্ৰীঅমূল্য অধিকাৰী বি-এ গুৱালপাৰা হাইস্কুলৰ এচিষ্টেণ্ট হেড্‌মাষ্টৰ।

হিচাপে অধিকাৰীদেৱৰ বিশেষ খ্যাতি আছিল। এখেতে বহুতো কথা জানিছিল আৰু দেশ বিদেশৰ ধৰ্ম্মশাস্ত্ৰ আৰু সাহিত্য অধ্যয়ন কৰিছিল।

৺প্ৰসন্ন নাৰায়ণ ঘোষকে আদি কৰি যিসকলে গুৱালপাৰাত অসমীয়া ভাষা আৰু সংস্কৃতি ৰক্ষাৰ্থে আপ্ৰাণ চেষ্টা কৰিছিল তাৰ ভিতৰত অমৃতভূষণ অধিকাৰী আছিল এজনা অগ্ৰগণ্য। ১৮১০ শঁকত গৌৰীপুৰৰ ৰজা বাহাদুৰে "নিখিল গুৱালপাৰা সম্মিলন" আহ্বান কৰি দেৱানৰ চক্ৰান্তত গুৱালপাৰাক বঙলা ভাষাভাষী কৰিবলৈ যত্ন কৰে। সেই সময়ত পোনতে অধিকাৰীদেৱ প্ৰতিদ্বন্দ্বী হৈ উঠিছিল আৰু নানা ভাৱে লিখা-লিখি কৰি বাধা দিবলৈ যত্ন কৰিছিল। গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে অধিকাৰী-দেৱৰ ভতিজা-জী সৰোজবালা দেবীক বিবাহ কৰিছিল, তদুপৰি হাইস্কুলখন আছিল ৰজা বাহাদুৰৰ নিজা। এনে অৱস্থাতো স্বাধীনচেতা অধিকাৰীদেৱে মাতৃভাষাৰ অস্তিত্ব ৰক্ষাৰ অৰ্থে আন্দোলনত বাধা জন্মাবলৈ আপ্ৰাণ যত্ন কৰিবলৈ ধৰে। অধিকাৰীদেৱৰ এনে সৎসাহ দেখি বহুতো গুৱালপাৰাবাসীয়ে তেখেতৰ লগত যোগ দি চৰকাৰৰ লগত লিখা-লিখি কৰিবলৈ ধৰে। তাৰ ফলত ৰজা বাহাদুৰৰ আন্দোলন ব্যৰ্থ হয়। কিন্তু অধিকাৰীদেৱৰ প্ৰতি ৰজা বাহাদুৰৰ শ্ৰদ্ধা অটুট আছিল।

অধিকাৰী সংস্কৃত আৰু অসমীয়া ভাষাত সুপণ্ডিত আছিল। তেখেতে সংস্কৃত আৰু ধৰ্ম্মশাস্ত্ৰ বিশেষভাবে অধ্যয়ণ কৰিছিল আৰু চাকৰি কৰাৰ আগতে দুবছৰ কাশীবাস কৰিছিল। বংশানুগতিকে তেখেত সৰুৰ পৰা ধৰ্ম্মপ্ৰাণ, বিদ্যানুৰাগী আৰু নিৰ্ম্মল স্বভাব চৰিত্ৰবান আছিল। এখেতে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ ৰচিত নামঘোষাৰ সানুবাদ ব্যাখ্যা লিখি "শ্ৰীমন্নাম ঘোষা" নাম দি প্ৰকাশ কৰিছিল ( ২৫ জেঠ, ১৮৩৩ শঁক ) আৰু ইয়াৰ কাৰণে সুধী সমাজত বিশেষভাবে খ্যাতি লাভ কৰে। সাময়িক পত্ৰিকাবোৰত, বিশেষকৈ 'বাঁহী' আৰু 'আৱাহন'ত মাজেসময়ে নানা বিষয়ৰ প্ৰৱন্ধ লিখিছিল। এখেতৰ শেষ প্ৰৱন্ধ আৱাহনত প্ৰকাশ হোৱা "শ্ৰীকৃষ্ণ"। এই প্ৰৱন্ধ অসমাপ্ত হৈ থাকিল। তেখেতে "ভক্তিৰত্নাৱলী"ৰ সানুবাদ টীকা লিখিছিল কিন্তু ছপা হৈ নোলাল।

অমৃতভূষণ অধিকাৰীদেৱ অসমৰ পুথি বছা সভাৰ এজনা সভ্য আছিল। ইংৰাজী ১৯২৩ চনত যোৰহাটত বহা অসম সাহিত্য সম্মিলনৰ ত্ৰয়োদশ অধিবেশনত এখেত সভাপতিত্ব কৰে। "হাবৰাঘাট হিতৈষিণী সভা"ৰ সভাপতি হিচাপে গাঁৱলীয়া ৰাইজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে তেখেতে যত্ন কৰে।

চাকৰিৰ পৰা অবসৰ গ্ৰহণ কৰি পৰলোক প্ৰাপ্তিৰ আগলৈকে তেখেতে গৌৰীপুৰতে বসতি কৰি আছিল।

১৮৬৪ শঁকৰ ১৩ আষোণত চৌৰাশী বছৰ বয়সত তেখেতে বৈকুণ্ঠ প্ৰয়াণ কৰে। অধিকাৰীদেৱে ছটি ল'ৰা, এজনী কন্যা আৰু সহধৰ্ম্মিণীক এৰি যায়। সহধৰ্ম্মিণী মহামায়া দেবী এতিয়াও জীৱিত আছে। বৰপুত্ৰ শ্ৰীনৃপেন্দ্ৰ অধিকাৰী বি-এছ-চি লক্ষীপুৰ হাইস্কুলৰ হেড্‌মাষ্টৰ, দ্বিতীয় পুত্ৰ শ্ৰীজিতেন্দ্ৰ অধিকাৰী সত্ৰৰ অধিকাৰ, ৬ষ্ঠ পুত্ৰ শ্ৰীঅমূল্য অধিকাৰী বি-এ গুৱালপাৰা হাইস্কুলৰ এচিষ্টেণ্ট হেড্‌মাষ্টৰ।

## কনকলাল বৰুৱা

বিখ্যাত বুৰঞ্জীবিদ সাহিত্যিক আৰু বিচক্ষণ ৰাজপুৰুষ স্বৰ্গীয় কনকলাল বৰুৱা অসমৰ প্ৰসিদ্ধ নামতিয়াল কাকতিৰ বংশৰ। এই বংশৰ আদিপুৰুষ 'শুকাণী কাইথ' ( পীতাম্বৰ ঘোষ ) ভাটিৰ পৰা অসমলৈ আহিছিল। তেওঁৰ বংশধৰ সকলে নিজ বিদ্যা-বুদ্ধিৰ বলত অসমৰ ৰজাসৰৰ পৰা সততে মান-সন্মান আৰু ৰাজ-অনুগ্ৰহ লাভ কৰি আহিছিল। কনকলালৰ ককাক হুতিৰাম বৰভণ্ডাৰ বৰুৱাই মণিৰাম দেৱানৰ ভনীয়েকক বিয়া কৰায় আৰু তেওঁৰ এগৰাকী ভনীয়েকক অসমৰত্ন মাণিকচন্দ্ৰ বৰুৱালৈ আৰু এগৰাকী ভনীয়েকক সাহিত্যৰথী সত্যনাথ বৰা ডাঙৰীয়ালৈ বিয়া দিয়া হয়।

১৮৭২ খৃষ্টাব্দৰ ১৬ ডিচেম্বৰত মুন্সিফ লক্ষ্মীলাল বৰুৱা আৰু পদ্মাৱতী দেৱীৰ পুত্ৰ হৈ কনকলালে বৰপেটাত জন্মগ্ৰহণ কৰে আৰু তাতে বিদ্যাৰম্ভ কৰি ১৮৮০ চনত গুৱাহাটীৰ ইংৰাজী স্কুলত নাম লগায়হি। ইফালে তেওঁ আভিধানিক ৺হেমচন্দ্ৰ বৰুৱাৰ অধীনত অসমীয়া আৰু ইংৰাজী আদি শিকে। তেওঁ ১৮৮৮ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কলিকতাত কৃষ্ণকুমাৰ বৰুৱা ( ৰায় বাহাদুৰ ), হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, শিৱসাগৰৰ গুঞ্জানন বৰুৱা আদি সহপাঠী-সকলৰে সৈতে থাকি এফ-এ, (১৮৯৩ ত) বি-এ আৰু (১৮৯৫ ত) ল পৰীক্ষা পাছ কৰে। পঢ়াশালিত পঢ়ি থকা অবস্থাতে কনকলালে 'অসম বন্ধু', মৌ আদি কাকতত সুন্দৰ কবিতা লিখিছিল। তেওঁ কলেজত নাম লগাই লৈয়ো 'জোনাকী'ত আৰু ইংৰাজী কাকতত প্ৰবন্ধ লিখিছিল। শিক্ষা শেষ কৰি ১৮৯৫ খৃষ্টাব্দৰ পৰা তেওঁ গুৱাহাটীত ওকালতি আৰম্ভ কৰে আৰু ১৯০০ খৃষ্টাব্দত শিৱসাগৰত একস্ট্ৰা এচিষ্টেণ্ট কমিছনাৰ নিযুক্ত হয়। ইয়াৰ পিচত দোপতদোপে উধাই তেওঁ ১৯১৮ খৃষ্টাব্দৰ শেষ ভাগত অসম চৰকাৰৰ ইণ্ডাষ্ট্ৰীৰ প্ৰথম ডাইৰেক্টৰ আৰু সমবায় বিভাগৰ প্ৰথম ৰেজিষ্ট্ৰাৰ নিযুক্ত হয়। লগতে তেওঁ কৃষি বিভাগৰো ডাইৰেক্টৰ হয়। ১৯২৭ খৃষ্টাব্দত তেওঁ চৰকাৰী কামৰ পৰা অৱসৰ লয়। ১৯২৯ খৃষ্টাব্দত কমাৰ্চ আৰু ইণ্ডাষ্ট্ৰি সমষ্টিৰপৰা অসম বিধান সভালৈ সভ্য নিৰ্ব্বাচিত হয় আৰু ১৯২৯ৰ পৰা ১৯৩৭ খৃষ্টাব্দলৈ স্বায়ত্ত-শাসন বিভাগৰ মন্ত্ৰী পদত নিযুক্ত হয়। ১৯৩৭ৰ পৰা ১৯৪০ খৃষ্টাব্দলৈ শ্বিলঙৰ নিজ ঘৰত বিশ্ৰাম লৈ থাকে আৰু কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি আৰু অসম অনুসন্ধান সমিতিৰ আলোচনী কাকতৰ সম্পাদকৰ কাম পৰিচালনা কৰে। বৰুৱাদেৱৰ চৰকাৰী বিষয় বাবৰ কালতে খানাপাৰা ফাৰ্ম আৰু তিতাবৰৰ চেৰিকালচাৰ ফাৰ্ম তেওঁৰ বিশেষ যত্নত স্থাপিত হয়। ৰজাঘৰীয়া বিষয়-ববীয়া আৰু ৰাজহুৱা নানা কামৰ উপৰিও বৰুৱাদেৱৰ গভীৰ দেশপ্ৰীতি, সাহিত্যানুৰাগ আৰু অনুসন্ধিৎসা বিশেষভাবে উল্লেখযোগ্য। ছাত্ৰসকলৰ সুবিধাৰ নিমিত্তে আদি ভাগতে তেওঁ ভূগোল শিক্ষা নামৰ এখনি পঢ়াশলীয়া পুথিও ৰচনা কৰিছিল। ৰজনী বৰদলৈ, গোপালকৃষ্ণ দেৱ লগত তেওঁ 'সাবিত্ৰী সত্যবান' নামৰ এখনি নাট ৰচনা কৰিছিল আৰু সেই নাটক বহু বাৰ অভিনীত হৈছিল।

১৯২২ চনত বৰুৱাদেৱ অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰ সভাপতি আৰু ১৯৩৬ চনত শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈদেৱৰ সভাপতিত্বত বহা গুৱাহাটী অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতিত্ব কৰি দুখনি পাণ্ডিত্যপূৰ্ণ অভিভাষণ পাঠ কৰিছিল। চৰকাৰী কামৰ পৰা আহৰি পাই

তেওঁ একাণপতীয়াকৈ বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ কামত মনোযোগ দিয়ে। এই সময়তে তেওঁ কামৰূপ অনুসন্ধান সমিতিৰ ইংৰাজী মুখপত্ৰৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী দেৱৰ মৃত্যুৰ পিচত সেই সমিতিৰ সভাপতিও হবলগীয়া হয়। কাকতখনি তেখেতে অতি যোগ্যতাৰে সম্পাদন কৰে আৰু তাতে তেওঁৰ নিজে লিখা মৌলিক গবেষণামূলক প্ৰবন্ধ প্ৰকাশ হয়। কিন্তু তেওঁৰ জীৱনত আটাইতকৈ ডাঙৰ সুমহান কীৰ্ত্তি হৈছে তেখেতৰ "Early History of Kamrup" নামক প্ৰাক্-আহোম যুগৰ প্ৰাচীন অসমৰ বুৰঞ্জী গ্ৰন্থখনি। এই গ্ৰন্থ কেৱল অসমৰ লোকৰ দ্বাৰাই নহয়, সমস্ত জগতৰে পণ্ডিতমণ্ডলীৰ দ্বাৰাই উচ্চ ভাৱে প্ৰশংসিত হয়।

বৰুৱাদেৱে নীৰৱ সাধকৰূপে কাম কৰিছিল আৰু জীৱনত সকলো কামকে পৰিপাটিকৈ কৰিছিল। তেওঁ ধীৰ শান্তভাৱে আৰু সুবিবেচনাৰে চলিছিল। তেওঁ সদায় উচ্চমনা আছিল আৰু ব্যৱহাৰত অমায়িক আৰু আদৰ্শপুৰুষ আছিল। তেওঁ সঁচাকৈয়ে এক আদৰ্শ কৰ্ম্মচাৰী আৰু আদৰ্শ দেশসেৱক আছিল। তেওঁ বগা, দীঘল ডাঙৰ, থুলন্তৰ আৰ্য্যপুৰুষ আছিল। বৰুৱাদেৱে উত্তৰ গুৱাহাটীৰ ভিবিৰাম বৰুৱাৰ প্ৰথমা কন্যা আৰু তেওঁ ঢুকালত চতুৰ্থ কন্যাক বিয়া কৰায়। গুৱাহাটীৰ উকিল শ্ৰীযুত অৰবিন্দলাল বৰুৱা, শ্ৰীযুত তপনলাল বৰুৱা প্ৰমুখ্যে আঠ জন পুত্ৰ আৰু চাৰি গৰাকী দুহিত্ৰী এৰি ১৯৪০ খৃষ্টাব্দত কলিকতাত তেখেত পৰলোকলৈ গমন কৰে।

## লক্ষ্মীনাথ বেজবৰুৱা

আহোম স্বৰ্গদেৱসকলৰ কায়মনৰ কুশল বিহিবলৈ থাপি ৰখা বিষয়-বাব শোভা কৰিছিল লক্ষ্মীনাথৰ পূৰ্ব্বপুৰুষসকলে। সেই শিৱসাগৰৰ প্ৰসিদ্ধ বেজবৰুৱা কুলৰে 'পদ্মফুল' লক্ষ্মীনাথে স্বৰ্গদেউ, ডা-ডাঙৰীয়াৰ আমোল নেপালে যদিও, চিকিৎসাৰ ভাৰ লবলগীয়া নহল যদিও, তথাপি অসমীয়া জাতিৰ নাড়ীজ্ঞান কৰি তেওঁ ৰোগৰ জইন মাৰিব পৰা দৰব-জাতি দি থৈ গৈছে। লক্ষ্মীনাথৰ পিতৃপুৰুষ শিৱসাগৰৰ স্বৰ্গীয় ডাঙৰীয়া দীননাথ বেজবৰুৱা বাহিৰে-ভিতৰে সঁচাকৈয়ে অসমীয়া 'ডাঙৰীয়া' আছিল। পচিমীয়া সভ্যতা-ৰুচিৰ ধা-বতাহত আজিকালিৰ অসমৰ পৰা 'ডাঙৰীয়া' সকলৰ লাহে লাহে পৰালি ধৰিছে। সুযোগ্য পুত্ৰই গুণৱন্ত পিতৃদেৱতাৰ জীৱন-চানেকী "ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সংক্ষিপ্ত জীৱন চৰিত্ৰ" লিখি জনাই গৈছে কিদৰে চৰকাৰী হাকিমৰ বাব চলায়ো ডাঙৰীয়া দীননাথ বেজবৰুৱাই অসমীয়া নৈষ্ঠিক জীৱনৰ নিদৰ্শন অক্ষুণ্ণ ৰাখিছিল। লক্ষ্মীনাথৰ জীৱন গঠনত পিতৃদেৱতাৰ প্ৰভাৱ পৰিমিতৰূপে পৰিছিল। পিতৃপুৰুষৰ পূজা-সেৱা, নাম-কীৰ্ত্তনৰ আৰ্হিয়ে বেজবৰুৱাদেৱক বঙালীসকলৰ মাজতো তাল-ভোৰতাল বজাই শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱৰ তিথি মহাসমাৰোহেৰে বছৰি পাতিবলৈ শিকনি দিছিল। দদা শহুৰেক কবিগুৰু ৰবীন্দ্ৰনাথৰ পৰাও স্বীকৃতি অৰ্জ্জন কৰি বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্যক সুপ্ৰতিষ্ঠিত কৰি তুলিছিল।

গতানুগতিক জানিবলগীয়া জীৱন-কথাবোৰ বেজবৰুৱাই বেছি ভাগেই কৃপাবৰী সুৰেৰে তেওঁৰ প্ৰাণৰ সুৰ 'বাঁহী'ত ওলোৱা 'মোৰ জীৱন সোঁৱৰণ'ত কথাছবিৰ চলন্ত ৰূপায়ণৰ মনোভঙ্গী আমাৰ আগত দাঙি ধৰিছে। "লক্ষ্মীনাথ বেজবৰুৱা ১৭৮৫ শকৰ কাতি মাহৰ

শুক্লা পূর্ণিমা লক্ষ্মীপূজাৰ দিনা জন্ম হয় আৰু সেই আপাহতে তেওঁৰ নাম লক্ষ্মীনাথ থোৱা হয়। তেওঁৰ জন্মৰ সময়ৰ অৱস্থাৰ আৰু এটা বিশেষত্ব আছিল এই যে যেতিয়া তেওঁৰ পিতৃদেৱ ডাঙৰীয়া দীননাথ বেজবৰুৱা মুনচুফ্ নগাৱৰ পৰা বৰপেটালৈ বদলি হৈ যায়, তেতিয়া নাৱৰ ভিতৰৰ সৰিয়হৰ থৈলাৰ ওপৰতেই তেওঁৰ জন্ম হয়। সেই কাৰণে, খুহুটীয়া কথাত কোৱা যায়,—"তেওঁ ভূমিস্থ নহৈ জলস্থ হে হৈছিল।"—এইখিনি কথাকে ৰসৰাজে "মোৰ জীৱনৰ সোঁৱৰণ"ৰ আগলি পাতত মনোৰঞ্জকৰূপে ঠাই দিছে। লুইতৰ বুকত 'নৌকাস্থ' হৈ লক্ষ্মীনাথে জীৱনজুৰি লুইতক পাহৰিব নোৱাৰিলে। লুইতপৰীয়া জীৱনৰ বৈচিত্ৰ্য ফুটাই তুলিবৰ কাৰণেহে যেন পূৰ্ণিমাৰ হাঁহি বগা জোনালি সানি অসম আয়ে লুইতৰ পানীৰে পথালি লক্ষ্মীনাথক কোলাত তুলি ললে আৰু লুইতৰ পাৰৰ ডিবুৰু নগৰতে তেওঁ হাড় পেলালে। দেউতাকৰ কৰ্ম্মক্ষেত্ৰৰ সলনিয়ে লক্ষ্মীনাথৰ শিশু-পটত বৰপেটা, তেজপুৰ, লক্ষীমপুৰ, গুৱাহাটী আদিৰ সোঁৱৰণ আঁকি থৈ গ'ল। ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ 'তেৰটি ল'ৰা আৰু চাৰিজনী ছোৱালী'ৰ মাজত 'মাজত জিলিকা আৰু দেখনিয়াৰ' লক্ষ্মীনাথে ল'ৰালিৰ উপযোগী খেল-ধেমালি আৰু শাৰীৰিক বল-বিক্ৰমৰ কামত পাৰ্গতালি দেখুৱাইছিল। বেজবৰুৱাৰ ভাষাৰেই কব পাৰি: "সৰু কালত লক্ষ্মীনাথৰ বৰশী-বোৱা, দল চেলাই মাছ মৰা, গছত উঠা, সাঁতোৰা, তামোল গছত বগোৱা, ভুৰ-খেলা আদি বিখ্যাত অখাইতং বুলি খ্যাতি আৰ্জ্জিছিল।" আৰু শিৱসাগৰত পঢ়া-শুনা কৰি "অধ্যৱসায়ৰ বলত, পাঁচবাৰ 'ফেইল' হৈও লক্ষ্মীনাথ বেজবৰুৱাই ১৮৮৬ খৃষ্টাব্দত দ্বিতীয় বিভাগত এণ্ট্ৰেঞ্চ পাছ কৰি কলেজীয়া জপনাৰ ওচৰ পালেগৈ।" যথা সময়ত কলিকতাৰ পৰা এফ-এ, বি-এ পৰীক্ষাত কৃতকাৰ্য্য হৈ লক্ষনাথ বেজবৰুৱাই দেউতাকৰ মুখত হাঁহি বিৰিঙায়। আনপক্ষে লক্ষ্মীনাথে অসম চৰকাৰে যাচি দিয়া হাকিমৰ পদ নেওচা দি দেউতাকৰ আনন্দ আৰু আশা মোলান কৰিছিল নিশ্চয়। কলিকতালৈ আহিয়ে লক্ষ্মীনাথে অসমীয়া শিক্ষাৰ্থী আৰু অসমসেৱী লোকৰ সান্নিধ্যত সোণৰ অসমৰ পলসুৱা মাটিত নাঙল জুৰিবলৈ মন মেলিছিল। তেওঁৰ সাহিত্যিক জীৱনৰ প্ৰধান লগৰীয়া চন্দ্ৰকুমাৰ আগৰৱালাৰ যত্নতেই সাংসাৰিক জীৱনৰো 'হৰধনুভঙ্গ' পৰীক্ষা সফলতাৰে সমাধা হৈ যায়: বি-এ পাছ কৰাৰ লগে লগে কলিকতাৰ জোড়াসাকোৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ জীয়াৰী প্ৰজ্ঞাসুন্দৰী দেৱীক তেওঁ বিয়া কৰায়।

হাকিম নাইবা উকীল লক্ষ্মীনাথক হেৰুৱাই অসমে পালে—সাহিত্যিক আৰু স্বাধীন ব্যৱসায়ী লক্ষ্মীনাথক। জীৱিকাৰ কাৰণে স্বাধীন ব্যৱসায়, কাঠৰ কাৰবাৰ বাছি লৈ লক্ষ্মীনাথে জীৱনজুৰি সাহিত্য সেৱাত লাগি আছিল। বেজবৰুৱাই সাহিত্যিক হৈয়ো ব্যৱসায়ত অমনোযোগী হোৱা নাই নাইবা তেওঁ সাহিত্যক ব্যৱসায়ৰূপেও চলোৱা নাই। ভাবি আচৰিত হব লাগে, লক্ষীনাথ বেজবৰুৱাই কলিকতাত অসমীয়া ভাষা উন্নতি-সাধিনী সভা, জোনাকী কাকত, বাঁহী, কাঠৰ ব্যৱসায়, সাহিত্যসেৱা, অনৰেৰী মেজিষ্ট্ৰেটৰ বাব আৰু বিশিষ্ট নাগৰিকত্ব কিদৰে ৰক্ষা কৰি নিয়াৰিকৈ জীৱন যাপন কৰিছিল। বিশিষ্ট বঙালী পৰিয়ালৰ জোঁৱাইৰূপে বেজবৰুৱাই 'আত্মদান' কৰা নাছিল, 'আত্মসাৎ' হে কৰিছিল।

পৰাধীন দেশত একমাত্ৰ ৰাজনীতি হৈছে—স্বদেশপ্ৰেম। সেই ফালৰ পৰা চালে বেজবৰুৱাও এজন নিৰহনিপানী ৰাজনৈতিক স্বদেশপ্ৰাণ: ৰজাঘৰীয়া বিষয় বাবৰ চক্ৰবেহত

নোসোমাই লক্ষ্মীনাথ বেজবৰুৱাই স্বাধীনচিতীয়াকৈ জীৱিকা আৰ্জ্জিছিল। তেওঁ দেশক ভাল পাইছিল, জাতিক ভাল পাইছিল, "অ' মোৰ আপোনাৰ দেশ' অসম আই"ক সেৱা কৰিছিল। এই ভালপোৱা সৰ্ব্বভাৰতীয় স্বাধীনতা আন্দোলনৰ পৰিপন্থী নহয়, বৰঞ্চ প্ৰতিপোষকহে। তেওঁ বিশ্বাস কৰিছিল—"স্বদেশ আৰু স্বজাতিৰ মঙ্গল মন্দিৰৰ সিংহদুৱাৰ হৈছে মাতৃভাষা।" পৰ্ব্বত-ভৈয়ামৰ প্ৰীতিৰ সেন্দুৰীয়া আলি বান্ধিবলৈ সপোন দেখা দেশপ্ৰেমিক বৈষ্ণৱপ্ৰাণ বেজবৰুৱাৰ "পুৰণি পৃথিবী নকৈ চাই লবৰ" অভিলাস আজিৰ অসম আৰু অসমীয়াই নিৰপেক্ষ দৃষ্টিৰে সমীক্ষণ কৰিবলৈ সমৰ্থ হব। তেওঁৰ সুবিশাল ৰচনাৰাজিয়ে জীৱিত কালত পূৰ্ণ প্ৰকাশ হয়তো নেপালে; যিবোৰ প্ৰকাশিত হৈছিল, সেইবোৰো সুলভ আৰু সুপ্ৰচাৰ হবৰ সুযোগ পোৱা নাই। মৰণোত্তৰ কালত বেজবৰুৱা সাহিত্য চৰ্চ্চা বাঢ়িছে যদিও সেই সাহিত্যৰাজি পূৰ্ণাঙ্গৰূপে পাব নোৱাৰাটোও আমাৰ জাতীয় উন্নয়ন-মনোবিকাশৰ অন্তৰায়।

বেজবৰুৱাই নাগপুৰত বহা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশনতো অসমৰ প্ৰতিনিধি হৈ যোগদান দিছিল। তেখেতেই কংগ্ৰেছত প্ৰতিনিধিত্ব কৰা পোনপ্ৰথম অসমীয়া। সম্বলপুৰ পৌৰসভাতো তেওঁ একেৰাহে তিনিবাৰ সদস্যৰ আসন লাভ কৰিছিল। এজন অসমীয়াৰ পক্ষে বিদেশত এনে প্ৰতিষ্ঠা লোভনীয় নহয় জানো? বেজবৰুৱাই অসমৰ বণিজ-কোঁৱৰ ভোলানাথ বৰুৱাৰ লগলাগি 'বি, বৰুৱা এণ্ড কোম্পানী' খুলি কলিকতাত অসম আৰু অসমীয়াৰ মৰ্য্যদা বঢ়াবৰ মানসেৰে ধন উপাৰ্জ্জন কৰিছিল। তেওঁ আৰু তেওঁৰ ৰন্ধন-বিশাৰদা পত্নীৰ 'চাহাবিয়ানা'ৰ অন্তৰালতো অসমীয়াৰ আত্মসন্মান, আত্মমৰ্য্যদাই ভুমুকি মাৰিছিল। পিচত উৰিষ্যাৰ সম্বলপুৰৰ পৰা বেজবৰুৱাই গাইগুটীয়াভাবে ব্যৱসায় চলায়। তেওঁৰ নানাবিধ সাহিত্য সৃষ্টিৰ উপৰিও আকাশী গঙ্গাৰ ধাৰা যেন 'বাঁহী'ৰ সুৰ ১৯১০ খৃষ্টাব্দৰ পৰা অনাহতভাৱে বাজিবলৈ ধৰে। বেজবৰুৱাৰ 'বাঁহী' আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ 'উষা' আলোচনীৰ সাহিত্যিক সংগ্ৰামৰ সুফল স্বৰূপেই অসমৰ ভাষা, সাহিত্য, ধৰ্ম্ম, সমাজত কিছু পৰিমাণে 'শান্তিপৰ্ব্ব'ৰ সূচনা ঘটে। কবিতা, উপন্যাস, নাটক, সাধুকথা, চুটি গল্প, ধৰ্ম্মতত্ত্ব আৰু সৰ্ব্বাপেক্ষা ব্যঙ্গ সাহিত্যৰ মৌচাক বান্ধি দি বেজবৰুৱাই তেওঁৰ জীৱন-কালতে 'সাহিত্য-ৰথী' বুলি সমাদৃত হৈছিল। অসম ছাত্ৰ সন্মিলনত প্ৰথম অধিবেশন আৰু অসম সাহিত্য সভাৰ গুৱাহাটীত বহা ৭ম অধিবেশনত পুৰোহিতৰূপে সন্মানিত হোৱাৰ উপৰিও তেওঁক অসম সাহিত্য সভাৰ পক্ষৰ পৰা শিৱ-সাগৰত অভিনন্দন যচা হৈছিল। সেই সভাতে জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে তেখেতক সভাপতিৰ আসনৰ পৰা 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে। বেজবৰুৱাৰ সাহিত্যক থাইকৈ তিনিটা ভাগত ভগাব পাৰি: লঘুভাৱৰ হাস্যৰসিক কৃপাবৰী ৰচনা, গধুৰ ভাৱৰ সাহিত্য, সমাজ, ধৰ্ম্মতত্ত্ব মূলক আলোচনা আৰু সচৰাচৰ উপভোগ্য কবিতা, গল্প, নাট-উপন্যাসৰ মিশ্ৰিত ৰচনাৱলী। ইং ১৯৩৩ চনত বৰোদাৰ গাইকোঁৱৰৰ আমন্ত্ৰণত ভাৰতীয় বৈষ্ণৱ ধৰ্ম্ম আৰু শ্ৰীকৃষ্ণৰ ৰাসলীলা সম্বন্ধে তেওঁ দিয়া বক্তৃতা দুটিও দ্বিতীয় স্তৰত ঠাই দিব লাগিব। ভিন্ ভিন্ কাকত, সভা-সমিতিত দিয়া অভিমত, ভাষণ, অভিভাষণবোৰো একে পৰ্য্যায়ৰে। 'ভাৰত-বুৰঞ্জী' নামেৰে উলিওৱা পঢ়াশলীয়া পুথিখনকো তৃতীয় থাপত থব পাৰি। তেওঁৰ সকলো লেখনীৰে অন্তঃসলিলা ফল্গু হৈছে—স্বদেশপ্ৰীতি। তেওঁৰ প্ৰথম বিধৰ ব্যঙ্গ সাহিত্যখিনি চিন্তাশীল

মনৰ উৰিকুৰা ভাৱৰ বিচিত্ৰ যাদুঘৰ। বেজবৰুৱা সাহিত্য বিৰাট গঠনশীলতাৰ নিদৰ্শন। তেওঁৰ লেখনীত শব্দই সপোন সাজে, ভাবে উজুটি খাই পৰে, মনে 'অ' মোৰ ওপজা ঠাই'ৰ চৌপাশে ঘূৰি ফুৰে। হাস্যৰসৰ অৱতাৰ 'কৃপাবৰ বৰবৰুৱা' বেজবৰুৱাৰ অনুপম সৃষ্টি। 'কৃপাবৰ বৰবৰুৱা জিন্দাবাদ' দি বেজবৰুৱাই আমাৰ পৰা সোঁশৰীৰে আঁতৰি গলেও, ছাটো দেখি গাটোৰ উমান পাব পাৰি। কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা ( ইং ১৯০৪ ), কৃপাবৰ বৰুৱাৰ ওভতনি' ( ১৯০৯ ) আৰু আলোচনীৰ পাতত সিঁচৰতি হৈ থকা কৃপাবৰী ৰচনাবোৰ বেজবৰুৱাৰ শ্ৰেষ্ঠ সাহিত্যিক সম্পদ্। বেজবৰুৱাৰ মৰণোত্তৰ প্ৰকাশ 'বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি' ( প্ৰথম ভাগ ) সিঁচৰতি হৈ থকা কৃপাবৰী প্ৰবন্ধ সঙ্কলনৰ প্ৰশংসনীয় উদ্যম। 'উপমাৰে নিৰুপমা' হোৱা বুৰবুৰণিৰ প্ৰবন্ধাৱলীৰ ৰসবিচাৰ প্ৰসঙ্গত সুবিজ্ঞ সম্পাদকদ্বয়ে পাতনিত লিখিছে— "কাকতৰ টোপোলাৰ বেছি ভাগ প্ৰবন্ধই অসম সম্বন্ধীয়, ওভতনিত ভাৰতীয় সমস্যাই ঠাই পাইছে আৰু বুৰবুৰণিত অসমৰ সমস্যাৰ পৰা আৰম্ভ কৰি বিশ্বৰ নানা সমস্যাই ঠাই পাইছে। এই বিচ্ছিন্ন আৰু বিভিন্ন প্ৰকাশৰ বাহন হ'ল হাস্যৰস আৰু সকলোবোৰৰ মাজৰ একমাত্ৰ যোগসূত্ৰ হ'ল লিখকৰ স্বদেশপ্ৰীতি।"

'শঙ্কৰদেৱ' ( ১৯১১ ), 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' ( ১৯১৪ ), ভগৱত কথা ( ১৯১৫ ) আৰু বাঁহী প্ৰমুখ্যে কাকতত সিঁচৰতি হৈ থকা শ্ৰীকৃষ্ণকথা আদি ধৰ্ম্মালোচনা, বাঁহীৰ সম্পাদকীয় কাহুদী থাৰলি, পুথি-পঞ্জিৰ আলোচনা, নানা ভাষণ, অভিভাষণক তত্বগধুৰ বুলি আখ্যা দিয়া হৈছে। কৃষ্ণভক্ত, ধৰ্ম্মপ্ৰাণ বেজবৰুৱাই 'বাঁহী'ৰ সুৰহে শুনিছিল, 'কদম-কলি'হে দেখিছিল আৰু 'সুৰভি'হে বিচাৰি পাইছিল। পাঠক-পাঠিকাই মহাপুৰুষ দুজনাৰ 'কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী' আদি সমস্ত পুৰণি অসমীয়া সাহিত্যৰে সোৱাদ মহাপুৰুষৰ ভক্তিৰসৰ মহিমাৰ চানেকী বেজবৰুৱাৰ গ্ৰন্থ-প্ৰবন্ধতে পাব। মহাপুৰুষ দুজনাৰ চৰিত্ৰৰ উপৰিও পিতৃদেৱতা 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ সঙ্কিপ্ত জীৱন চৰিত' ( ১৯০৯ ) বেজবৰুৱাৰ গুৰুভক্তিৰ প্ৰাণভৰা নিবেদন। 'কদম-কলি' ( ১৯১৩ ) নামৰ কবিতাৰ শৰাই, পদুমকুঁৱৰী ( ১৯০৫ ) বোলা একমাত্ৰ বুৰঞ্জীমূলক উপন্যাস, চক্ৰধ্বজ সিংহ ( ১৯১৫ ), বেলিমাৰ ( ১৯১৫ ), আৰু জয়মতী কুঁৱৰী ( ১৯১৫ ), এই তিনিখন বুৰঞ্জীমূলক নাট। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে ৰূপালি পৰ্দ্দালৈ ৰূপান্তৰিত কৰা এই জয়মতীকুঁৱৰী নাটেই চিৰস্মৰণীয় প্ৰথম অসমীয়া কথা-ছবি। ৰসৰাজৰ মানস-তনয়া ডালিমী সাহিত্য জগতৰ আলফুলীয়া সৃষ্টি। লিতিকাই ( ১৮৮৯-৯০ ), পাঁচনি, নোমল, চিকৰপতি নিকৰপতি নামৰ ধেমেলীয়া নাট্যাৱলী, বুঢ়ীআইৰ সাধু ( ১৯১১ ), ককাদেউতা আৰু নাতিলৰা ( ১৯১২ ), জুনুকা ( ১৯১০ ), জোনবিৰিৰ ( ১৯১৩ ) দৰে চুটিগল্প, তদুপৰি কামত কৃতিত্ব লভিবৰ সংকেত ( ১৯০৩ ), বাথৰ আদি বিবিধ সৰু-বৰ প্ৰকাশিত পুথিৰ উপৰিও নানা প্ৰবন্ধ বাৰে-মিহলি শ্ৰেণীৰ সাহিত্য। ধেমেলীয়া ভাৱ বা হাস্যৰসে ঠায়ে ঠায়ে ভুমুকি মাৰিলেও এইবোৰ ৰচনাক সৰ্ব্বসাধাৰণে সহজে লব পৰা সাহিত্য বুলি ধৰা হৈছে। বেজবৰুৱাৰ কবিতা 'হয় যদি হওক, নহয় যদি নহওক' ভাবত লিখা যদিও তেওঁৰ ৰচনাই অসমৰ অনা চৰকাৰী জাতীয় সঙ্গীত, তেওঁৰ ধনবৰ আৰু ৰতনী, ৰতনীৰ বেজাৰ আদি উচ্চ থাপৰ লিখিত কাহিনী গীত, তেওঁৰ চুটি গল্পৰ নিপুণালি, সাধুকথাৰ আকৰ্ষণ, নাটকীয় কলা-কৌশলৰ কথা এই ভুৰুকাত ভৰাব

নোৱাৰি। যোগ্যজনৰ এইবোৰ বিষয়ে চুটি-দীঘল আলোচনা আছে। বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ৰ প্ৰথম ভাগ আন এখনি মৰণোত্তৰ প্ৰকাশ।

বেজবৰুৱাৰ অননুকৰণীয় প্ৰকাশভঙ্গী, ভাষাৰ সবলতা, ছন্দ বৈচিত্ৰ্য আৰু তেওঁৰ মহান্ ব্যক্তিত্ব-মনোবলৰ প্ৰতি আঙুলিয়াই আমি মাথোন থাটিছোঁ ঃ অসমত আকৌ ন ন বেজবৰুৱা ওলাওক, নল মৰি গজালি ওলোৱাৰ দৰেই।

স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা অসম আইৰ গুণী সন্তান। বেজবৰুৱাৰ গুণৰাশি, তেওঁৰ আদৰ্শ, সাহিত্য-প্ৰতিভা কোনো ভৌগোলিক পৰিধিৰে বান্ধি ৰাখিব নোৱাৰি ঃ তেওঁৰ কাৰ্য্যকলাপেই আমাৰ আগত যুগমীয়া চানেকী। আমি মন কৰিলে এইজনা সুপুৰুষক স্বাধীন ভাৰত আৰু দেও মেলি ঢুকি পোৱা বৰ্ত্তমান জগতৰ আগত ৰজন্ জনাই চিনাকি কৰি দিব এতিয়াও পাৰোঁ। তাৰ কাৰণে লাগে বেজবৰুৱাৰ সাহিত্য প্ৰতিভা আৰু চিন্তাদৰ্শৰ পুঙ্খানুপুঙ্খ বিশ্লেষণ আৰু বৃহত্তৰ পৰিধিৰ ৰাইজে বুজিব-জানিব পৰাকৈ দেশী-বিদেশী ভাষাৰে সেই বিশ্লেষণৰ ৰূপদান। বেজবৰুৱা স্বৰ্গী হবৰ বছৰ এতিয়া কুৰিৰ ওচৰাওউৰি হ'ল, কিন্তু তেওঁৰ স্মৃতি আমাৰ মানস-পটত ইমান সজীৱ আৰু ডগ্‌মগীয়া। বেজবৰুৱাৰ প্ৰতি আমাৰ বাঢ়ি অহা আগ্ৰহ, শ্ৰদ্ধা আৰু ভালপোৱাৰ হেতু আমি নিবিচাৰোঁ ঃ কিন্তু এই বাঢ়নীয়া ঢলেই আমাৰ কাৰণে যথেষ্ট। স্বাধীন বা-বতাহত আমাৰ স্বাধীনচিতীয়া বীৰ-বীৰাঙ্গনাসকলৰ সোণালী স্মৃতিয়ে আমাক সঞ্জীৱিত কৰি "উত্তিষ্ঠত জাগ্ৰত…" বাণী শুনোৱাটো আমাৰ ৰাজ্য আৰু জাতিৰ জীৱনত জীৱন্ত লক্ষণ। বেজবৰুৱাৰ অবিহনে 'সাহিত্য-ৰথী'ৰ তামুলীপীৰা শুৱাবলৈ আমি হয়তো যোগ্যজন গঢ়ি তুলিব পৰা নাই ; 'ৰসৰাজ'ৰ ভোগজৰাত অমৃত-ৰস ঢালি 'নিছিগা ধাৰে' পিবলৈ দিবৰ কাৰণে হয়তো সুৰসিক ওলোৱা নাই। অসমীয়া ভাষা-সাহিত্যৰ অধিনায়কৰ সম্মান ভবিষ্যতৰ কৃতীসন্তান সকলে সময়ত উপাৰ্জ্জন কৰিব নিশ্চয় ঃ কিন্তু ভবিষ্যৎ আৰু বৰ্ত্তমানে বেজবৰুৱা প্ৰতিভা অনুজ্জ্বল কৰিব নোৱাৰে। সোণ সুৰগাৰ পানীত জুবুৰিয়ালে ৰং চৰাৰ দৰে বেজবৰুৱাৰ মৌসনা ৰচনাও যিমানে শুকান ওঁঠেৰে চুহিব, সিমানে সোৱাদ বাঢ়িব ঃ তেওঁৰ ৰচনাৱলীয়ে চিৰকাল আমাৰ কাণৰ কাষত ৰিঙিয়াই কৈ থাকিব—

"আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম
সকলো আছিল, সকলো আছে, সুবুজোঁ নলওঁ গম।"

## ৰজনীকান্ত বৰদলৈ

জোনাকী যুগৰ প্ৰধান সাহিত্যিকসকলৰ ভিতৰত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াও অন্যতম। অসমীয়া উপন্যাস সাহিত্যত ৰজনীকান্তৰ স্থান অতুলনীয়। সেই কাৰণে তেওঁক অসমীয়া সাহিত্যৰ উপন্যাস সম্ৰাট বুলি কলেও বঢ়াই কোৱা নহয়। বৰদলৈ ডাঙৰীয়াই 'দন্দুৱাদ্ৰোহ' আৰু 'মিৰি জীয়ৰী' বাদ দি প্ৰায় আটাই কেইখন উপন্যাসকেই মানৱ দিনৰ ঘটনা অৱলম্বন কৰি লিখিছিল। এইটো বিশেষ উল্লেখযোগ্য যে তেখেতে লিখা 'মিৰি জীয়ৰী' উপন্যাসখনি অসমৰ প্ৰথম জনজাতীয় উপন্যাস। স্বাধীনতা পোৱাৰ পিচৰ পৰা অসমৰ চুকে-কোণে পৰি থকা অসমীয়া জনজাতীয়

ভাই-ভনীসকলৰ প্ৰতি আমাৰ সকলোৰে মনোযোগ আকৰ্ষিত হৈছে, কিন্তু বৰদলৈয়ে যি অসমত মিৰি-জীয়ৰী উপন্যাস লিখিছিল, সেই সময়ত আজিৰ নিচিনা কোনেও জনজাতিসকলৰ জীৱনত বিশেষ প্ৰাধান্য দিয়া নাছিল। বৰদলৈ ডাঙৰীয়াৰ মনোমতী নামৰ উপন্যাসখনি কথাছবিলৈ ৰূপান্তৰিত হৈছে। আন কেইখন উপন্যাসো কথাছবি আৰু নাট্য-মঞ্চৰ উপযোগী। বৰদলৈ ডাঙৰীয়াই অসম সাহিত্য সভাৰ পুৰণি সংখ্যা এটাত নিজে লিখি থৈ যোৱা আত্মজীৱনীমূলক বিৱৰণীত ভেজা লৈয়ে আমি তেখেতৰ এই চমু জীৱন টোকা আগবঢ়াইছো।

ৰজনীকান্তৰ ককাদেউতাকৰ নাম তুৰাৰাম দেৱ শৰ্ম্মা দিহিঙীয়া বৰদলৈ। দিহিঙ অঞ্চলৰ কোনো ঠাইত তেওঁৰ ঘৰ আছিল। মানৰ দিনত ককায়েকক মানে কটাৰ পিচত তেওঁ পলাই পশ্চিমৰ নদীয়া শান্তিপুৰত আছিলগৈ আৰু তাতে অধ্যয়ন কৰি সংস্কৃতত বিদগ্ধ পণ্ডিত হৈছিল। মানৰ দিনৰ অন্ত পৰাত তেওঁ অসমলৈ উলটি আহি কামৰূপৰ বজালী অঞ্চলত থাকে আৰু বিয়া-বাৰু কৰায়। বজালীতে ৰজনীকান্তৰ পিতৃ নৰকান্ত বৰদলৈ ওপজে। তাৰ পিচত তেওঁ হাজোৰ বাউসী গাঁওত কিছু দিন থাকি বৰ্ত্তমানে গুৱাহাটীৰ কটন কলেজৰ ১নং ছাত্ৰাবাস থকা ঠাইত বাস কৰিবলৈ লয়। গুৱাহাটী, শ্বিলং আদিৰ বিভিন্ন অফিচত চাকৰি কৰি ৰজনীকান্তৰ ৯ বছৰ বয়সত তেওঁ স্বৰ্গী হয়। ৰজনীকান্তই মোমায়েক দুলৰ্ভ শৰ্ম্মা চাংকাকতীৰ তত্বাবধানত ১৮৮৫ খৃঃ এণ্ট্ৰেন্স মহলাত ২য় বিভাগত উত্তীৰ্ণ হৈ ইলিয়ট চাহাবে দিয়া কুৰি-টকীয়া জলপানী লৈ কলিকতাৰ মেট্ৰোপলিটান ইন্ষ্টিটিউটত ( বৰ্ত্তমান বিদ্যাসাগৰ কলেজ ) নাম লগায়গৈ। ১৮৮৭ চনত তেওঁ তাৰেপৰা প্ৰথম বিভাগত উত্তীৰ্ণ হৈ চিটি কলেজত বি-এ পঢ়িবলৈ লয় আৰু লগতে মেডিকেল কলেজতো ভৰ্ত্তি হয়। সেই সময়তে চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আদিৰ লগত বৰদলৈৰ বন্ধুত্ব হয়। ১৮৮৮ খৃষ্টাব্দত তেওঁ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতে লিখা 'শৰীৰ-তত্ত্ব' নামৰ প্ৰবন্ধ জোনাকীত প্ৰকাশ হয়। ১৮৮৯ চনত বি-এ পাছ কৰি গুৱাহাটীৰ ডেপুটী কমিছনাৰৰ অফিচতে চতুৰ্থ কেৰাণীৰ কামত সোমায় আৰু ৮ মাহ মানৰ পিচত কেম্বেল চাহাবৰ অনুগ্ৰহত মানুহ পিয়লৰ কাম কৰিবলগীয়া হয়। সেই কাম ভালভাৱে কৰাত 'অসম বুৰঞ্জী' লিখক গেইট চাহাবৰ চুপাৰিছ মতে তেওঁ চাব-ডেপুটী কলেক্টৰৰ কাম লৈ উত্তৰ লক্ষীমপুৰলৈ যায়। চেঞ্চাছৰ কামত বৰদলৈ গুৱাহাটীত থকাৰ সময়তে গুৱাহাটীত যি 'ভ্ৰমৰঙ্গ' নাট অভিনয় হৈছিল তাত তেওঁ প্ৰথম অভিনয় কৰে। তাৰ পিচত ১৮৯০ চনত শ্ৰীযুত কনকলাল বৰুৱা আৰু গোপালকৃষ্ণ দেৱ লগত যুটীয়াভাৱে 'সাবিত্ৰী-সত্যৱান' নাট ৰচনা কৰে আৰু গুৱাহাটীত তাৰ অভিনয় হয়। বৰ্ত্তমানে সেই নাট বিলুপ্ত হৈছে।

১৯০১ চনত বৰদলৈ দেৰে একষ্ট্ৰা এছিষ্টেণ্ট কমিচনাৰৰ পদ লাভ কৰে। ১৯০৯ চনত কিছুকাল তেওঁ নগাৱৰ ডেপুটি কমিছনাৰৰ ভাৰ পায়। ১৯১৮ চনত তেখেতে চাকৰিৰ পৰা অৱসৰ লয়। চাকৰিৰ পৰা অৱসৰ লৈ তেখেতে কিছু কাল চাহখেতিত লাগে আৰু লক্ষীমপুৰ জিলাত হাবেদা চাহ-বাগিচাত আত্মনিয়োগ কৰে। এই সময়তে তেওঁ নগাৱত বহা অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলঙ্কৃত কৰে। ১৯২০ চনত বৰদলৈৰ সম্পাদনত "অসম প্ৰদীপিকা" নামেৰে এখন ধৰ্ম্মসম্পৰ্কীয় মাহেকীয়া আলোচনী প্ৰকাশিত হয় আৰু কিছু দিন চলি এই কাকত লোপ পায়।

"চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি ?" (প্ৰবন্ধ) ১৮৯২ চনত উত্তৰ-লক্ষীমপুৰত লিখা হৈছিল আৰু সাহিত্য-সংগ্ৰহত ছপা হৈছিল। এই সময়তে তাতে লিখা "ৰক্তাহাবীৰ পাদক" "উষা"ত ছপা হৈছিল। গেইট চাহাবৰ অনুৰোধত ১৮৯৪ চনত ইংৰাজীত লিখা "ৰিলিজন অব দি মিৰিজ" অপ্ৰকাশিত অৱস্থাত থাকিল। বৰদলৈদেৱৰ প্ৰথম উপন্যাস "মিৰিজীয়ৰী" ১৮৯৫ চনত বৰপেটাত লিখা হৈছিল। ১৮৯৭ চনত গুৱাহাটীত স্কুলপাঠ্য "জ্ঞান-সোপান" লিখিছিল। ১৯০০ চনত বৰপেটাত "মনোমতী" উপন্যাস লিখিছিল। ১৯০৬ চনত গোলাঘাটত লিখা "মনোবিজ্ঞান" "উষা"ত ছোৱা ছোৱাকৈ ছপা হৈছিল। এইদৰে ধেমেলীয়া প্ৰবন্ধ "আত্মবিনোদক থিয়েটাৰৰ দল" (১৯০৯ চন, নগাৱত লিখা, বাঁহীত ছপা), ধেমেলীয়া প্ৰবন্ধ "চেঞ্চাচ পিয়ল" (১৯০৯ চন, নগাৱত লিখা, আলোচনীত ছপা), পাটিদৰঙৰ পৰা সজুলী গোটাই অনা "দন্দুৱা দ্ৰোহ" (১৯১৯ চন, নগাৱত লিখা), "নগৰ সংকীৰ্ত্তন" ধেমেলীয়া প্ৰবন্ধ (১৯১৪ চন, ডিব্ৰুগড়ত লিখা, আলোচনীত ছপা), "পুৰী ভ্ৰমণ" (১৯১৪ চন, আলোচনীত ছপা) "দেৱ দামোদৰ আৰু হিন্দু ধৰ্ম্ম" (১৯২০ চন, ডিব্ৰুগড়) গোলাঘাটত বহা প্ৰথম চুতীয়া সন্মিলনৰ অভিভাষণ (১৯৩৫ চন, ডিব্ৰুগড়), উপন্যাস "ৰাধা ৰুক্মিণীৰ ৰণ" (১৯২৫ চনত অসম হিতৈষীত ছপা হৈছিল ; পুথিৰ আকাৰে ওলোৱা নাছিল), উপন্যাস "ৰঙিলী" (১৯২৫ চন, ডিব্ৰুগড়), উপন্যাস "নিৰ্ম্মল ভকত" (১৯২৫ চন), উপন্যাস "তাম্ৰেশ্বৰীৰ মন্দিৰ" (১৯২৬ চন), ১৯২৮ চনত শঙ্কৰদেৱৰ তিথি উপলক্ষে লিখা প্ৰবন্ধ, দ্বিতীয় মিৰি সন্মিলনৰ অভিভাষণ (১৯২৮ চন), ডাঙৰিত হোৱা কছাৰী সন্মিলনত দিয়া বক্তৃতা (১৯২৮ চন, হেবেদা বাগিচা) "প্ৰাণৰ স্পন্দন" (১৯৩০ চন বাঁহী), "সাধন" (১৯৩২ চন, আৱাহন) "খাম্বা থুইবী" (১৯৩২ চন, আৱাহন), "অসমত উপন্যাসৰ সঁজুলি" ইত্যাদি ইত্যাদি। মুঠতে সুসাহিত্যিক শ্ৰীযুত ডিম্বেশ্বৰ নেওগৰ ভাষাৰে বৰদলৈ দেৱৰ উপন্যাস সম্পৰ্কে এইদৰে কব পাৰি—"নৰন্যাস মূলক উপন্যাস স্বৰূপে—এওঁৰ "মিৰি জীয়ৰী" অসমীয়া সাহিত্যত অকল প্ৰথমেই নহয়, অদ্বিতীয়। বুৰঞ্জীমূলক উপন্যাস "মনোমতী", "ৰঙিলী" আদি অনুপম। সমসাময়িক উপন্যাসলিখক লক্ষ্মীনাথ, পদ্মনাথ আদিৰ পৰা ৰজনীকান্তৰ উপন্যাসৰ বিশেষত্বৰ প্ৰমাণ সদায় পোৱা হয়। ভালেখিনি ঠাইত এওঁৰ উপন্যাস পঢ়ি ককাদেউতাৰ মুখত জুহালৰ কাষত সাধু কথা শুনা যেন লাগে। "নিৰ্ম্মল ভকত"ৰ দৰে ঠায়ে ঠায়ে এওঁ উপন্যাস পঢ়ুৱাবলৈ বহুৱাই নীতিশিক্ষা দিব খোজা যেন লাগে। কিন্তু তেতিয়াও আমি তেওঁৰ কাষৰ পৰা সতকাই উঠি আহিব নোৱাৰোঁ। তেওঁৰ উপন্যাসৰ নিৰ্ম্মল চৰিত্ৰ অঙ্কন আদি গুণ কোনোমতেই পাহৰিব নোৱাৰোঁ।"

১৯৪০ চনৰ গুৱাহাটীৰ ঘৰত বৰদলৈদেৱৰ পৰলোক হয়।

## বেণুধৰ ৰাজখোৱা

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই যিটো বংশত জন্ম গ্ৰহণ কৰিছিল সেই বংশৰ আদি পুৰুষজনৰ নাম জনাৰ্দ্দন ভূঞা। ৰাজখোৱাৰ পৰিয়ালটিক অসমৰ এটা বিখ্যাত সাহিত্যিক পৰিয়াল বুলি কলেও বঢ়াই কোৱা নহয়। বেণুধৰৰ ককায়েক চন্দ্ৰধৰ ৰাজখোৱা (পঞ্চকন্যাৰ লিখক), ভতিজাক শ্ৰীযুত শৈলধৰ ৰাজখোৱা (নিজৰাৰ কবি), শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱা

( 'সৌমাৰজ্যোতি'ৰ সম্পাদক ), জীয়েক আজলীতৰা নেওগ আৰু জোঁৱায়েক শ্ৰীযুত ডিম্বেশ্বৰ নেওগ অসমীয়া সাহিত্যিক সমাজত সুপৰিচিত।

১৮৭২ খৃঃৰ ১১ ডিচেম্বৰত ডিব্ৰুগড় মহকুমাৰ জয়পুৰ মৌজাত বেণুধৰ ৰাজখোৱাদেৱৰ জন্ম হয়। এওঁৰ দেউতাক জয়পুৰৰ মৌজাদাৰ সুচান্দৰাম ৰাজখোৱা আৰু মাক হীৰাৰতী ৰাজখোৱানী।

বেণুধৰে ডিব্ৰুগড়ৰ চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ পৰা ১৮৮৯ ত এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হয়। ইয়াৰ পিচত তেওঁ কলিকতাৰ প্ৰেসিডেন্সী কলেজত এফ-এ পঢ়ে ; কিন্তু এই পৰীক্ষা তেওঁ পাছ কৰে ১৮৯২ চনত কলিকতাৰ ছিটী কলেজৰ পৰাহে। এই সময়ত ঘৰুৱা নানান আলৈ-আহুকালে দেখা দিয়াত তেওঁৰ পঢ়াৰ ব্যাথাত হয়। সেয়ে তেওঁ ১৮৯৬ চনতহে কলিকতাৰ ৰিপন কলেজৰ পৰা বি-এ মহলাত উঠে। ইয়াৰ পিচত তেওঁ এম-এ আৰু আইন পঢ়িবলৈ ধৰে ; কিন্তু ১৮৯৯ চনৰ জানুৱাৰীত ছব-ডেপুটী কলেক্টৰৰ কাম পোৱাত পঢ়া এৰি দিয়ে।

চাকৰিয়াল হিচাপে ৰাজখোৱা ডাঙৰীয়া বৰ নিষ্ঠাৱান আছিল। এই গুণতেই তেওঁ পিচত মুন্সিফ ( ই, এ, ছি, ) আৰু শেষত গৈ শিৱসাগৰ জিলাৰ জিলাধিপতি পদলৈ উধাইছিল। তেওঁ ১৯৩১ চনত কামৰ পৰা অৱসৰ লয়।

ডাঙৰ চাকৰি কৰিলেও তেখেতৰ বন্ধু বেজবৰুৱা, হেম গোসাঁই, ৰজনী বৰদলৈ আদিৰ দৰে ৰাজখোৱা ডাঙৰীয়াও আছিল অসমীয়া সাহিত্যৰ এজন আশাশুধীয়া সেৱক। কবিতা, নাটক, প্ৰবন্ধ আদি সাহিত্যৰ কেইবাটা ফালতো তেওঁৰ হাত আছিল। তেওঁৰ সাহিত্য-প্ৰতিভা ল'ৰাকালতেই বিকশিত হৈ উঠিছিল। তেওঁ ল'ৰাকালত বঙলা ভাষা পঢ়িব লগা হৈছিল আৰু সেই হিচাপে তেওঁ পোনতে বঙলা সাহিত্যৰ চৰ্চ্চা কৰিছিল। তেওঁ ১৮৮০ চন মানৰ পৰাই **সঞ্জীৱনী** নামৰ কাকতত বঙালী ভাষাতে কিবাকিবি লিখিবলৈ চেষ্টা কৰে। ১৮৮৯ৰ ৯ ফেব্ৰুৱাৰীত **জোনাকী** কাকত ওলায়। এই সময়তে তেওঁৰ "ছাত্ৰ-ৰচনা" নামৰ প্ৰবন্ধ এটা 'জোনাকী'ত প্ৰকাশ পায়। অসমীয়া ভাষাত প্ৰকাশিত এইটোৱে তেওঁৰ প্ৰথম প্ৰবন্ধ। কলিকতাৰ কলেজীয়া জীৱনত তেওঁ অসমীয়া ছাত্ৰৰ আন্দোলনত যোগ দিয়ে। সেই সময়তে তেওঁ **নীতিপাঠ** নামে এখন ছাত্ৰৰ উপযোগী কিতাপ আৰু গোহাঁই বৰুৱাৰ সৈতে যুটীয়াকৈ **ডেকা গাভৰু** নামে এখন নাটক লিখি উলিয়ায়।

"বিজুলী" কাকতৰ ৩য় বছৰত ৰাজখোৱা ডাঙৰীয়া সম্পাদক হয়। তেখেতৰ কেবাটাও গৱেষণামূলক প্ৰবন্ধ এই "বিজুলী"তে প্ৰকাশ পায়। ১৮৮২ চনত তেওঁৰ **লৰা-পুথি** আৰু ১৮৯৪ ত **সেউতী-কিৰণ** নামৰ এখন ওথ থাপৰ বিয়োগান্ত নাটক প্ৰকাশিত হয়। ১৯৯৫ চনত **সাহিত্য-প্ৰবেশ** আৰু **পঞ্চকবিতা** নামৰ দুখন পুথি ছপা হৈ ওলায়। ১৮৯৮ চনত তেওঁৰ *Brochure on Assamese Language* ( অঃ ভাঃ চমু কাহিনী ) নামৰ অসমীয়া ভাষা সম্বন্ধীয় আলোচনামূলক পুথি এখন ওলায়। এই পুথিখন আকাৰত বৰ নহলেও মূল্যৰ ফালৰ পৰা আনন্দৰাম ঢেকিয়াল ফুকনৰ A few Remarks on the Assamese Language" নামৰ পুথিখনৰ শাৰীত থব পাৰি। ১৮৯২ চনত তেওঁৰ পাতনিৰ সৈতে

**আদিকাণ্ড ৰামায়ণ** সম্পাদিত হৈ ওলায়। এই সময়তে তেওঁৰ **দশ গীত** আৰু **সৰু লৰাৰ গীত** নামৰ গীতৰ পুথি **চন্দ্ৰসম্ভৱ** নামে এখন পদ্য পুথি আৰু **লখিমী তিৰোতা** নামৰ গাৰ্হস্থ্য-ধৰ্ম্ম সম্বন্ধীয় পুথি এখন ওলায়। অসমীয়া ভাষাত গাৰ্হস্থ্য বিজ্ঞান সম্বন্ধে লিখা পুথিৰ ভিতৰত বোধকৰোঁ এইখনেই প্ৰথম হব।

কুৰি শতিকাৰ ১ম দশকতে লিখা তেওঁৰ **অসমীয়া ভাই** ( ১৯০১ ) এখন স্বদেশ-প্ৰেমমূলক পদ্যৰ পুথি। তেওঁ পৌৰাণিক কাহিনী অবলম্বন কৰি **দুৰ্য্যোধনৰ উৰুভঙ্গ** ( ১৯০৪ ) আৰু **দক্ষযজ্ঞ** ( ১৯০৮ ) নামৰ দুখনি পৌৰাণিক নাটক লিখে। ( ১৯০৪ ) *Assamese Demonology* ( অসমীয়া প্ৰেত-তত্ব ) নামে এখন কিতাপ লিখি তাত অসমীয়া জন-সাধাৰণৰ ভূত-প্ৰেত সম্বন্ধে থকা বিশ্বাসৰ কথা প্ৰকাশ কৰিছে। ১৯০৩ চনত **বাঁহী** নামৰ এখনি আধুনিক অসমীয়া গীতৰ পুথি আৰু ১৯০৮ চনত **কুৰি শতিকাৰ সভ্যতা** নামৰ এখনি সামাজিক নাট তেওঁৰ কাপৰ পৰা ওলায়। ১৯১২ চনত তেওঁৰ ধেমেলীয়া নাটক **দৰবাৰ আৰু কলিযুগ** ওলায়। *Notes on the Sylhetee Dialect* ( শ্ৰীহট্টৰ উপভাষা সম্পৰ্কীয় কেইটামান টোকা ) নামৰ পুথিখনত অসমীয়া ভাষাৰ লগত ছিলেটী ভাষাৰ কি সম্বন্ধ তাকে দেখুৱাইছে। ১৯১৪ চনত ৰচিত **বিহু** নামৰ কিতাপখনত তেওঁ অসমীয়াৰ প্ৰিয় শব্দ "বিহু", "হুচৰি" আদিৰ উৎপত্তি ব্যাখ্যা কৰিছে। *Short Accounts of Assam* ( অসমৰ সংক্ষিপ্ত বিবৰণ, ১৯১৫ত ), *Historical Sketches of Old Assam* ) ( পুৰণি অসমৰ ঐতিহাসিক বৃত্তান্তসমূহ, ১৯১৭ত ) আৰু *Some Popular Superstitions of Assam* ( অসমৰ সৰবৰহী অন্ধ বিশ্বাস কিছুমান, ১৯২০ত ) এইকেইখন ইংৰাজী পুথিৰ যোগেদি লিখকে বিদেশীসকলক অসমৰ ৰাজনৈতিক, সমাজনৈতিক অৱস্থা আৰু অসমীয়া লোকবিশ্বাসৰ কথা জনাবলৈ চেষ্টা কৰিছে। কিন্তু এইবোৰৰ উপৰিও অসমীয়া সাহিত্যলৈ ৰাজখোৱাৰ শ্ৰেষ্ঠ দান আৰু তেওঁৰ কাপৰ যুগমীয়া কীৰ্ত্তি হল **খণ্ডবাক্য কোষ**। এই গ্ৰন্থ তেওঁ ৰচনা কৰে ১৯১৬ চনত। এই কিতাপখনৰ গুণ সম্বন্ধে অসমৰ কেবাজন প্ৰসিদ্ধ সাহিত্যিকৰ বাহিৰেও বিশ্বকবি ৰবীন্দ্ৰনাথে লিখিছিল, "আপোনাৰ খণ্ডবাক্যকোষখন পাই বহুত ধন্যবাদ দিছোঁ। ভাষাতত্ববিদৰ কাৰণে ই এখন চিত্তগ্ৰাহী পুথি। বঙ্গভাষাৰ তুলনা-মূলক পাঠৰ কাৰণে ই মোৰ বৰকৈ কামত লাগিব।"

অসমীয়া সাহিত্যৰ প্ৰাচীন ৰত্নৰাজি জগতৰ চকুৰ আগত দাঙি ধৰিবৰ কাৰণে ৰাজখোৱাই ১৯১৮ চনত **বিপ্ৰ দামোদৰ**, ১৯১৯ চনত **নামঘোষা**, ১৯২০ চনত **কাণখোৱা** আৰু ১৯২৩ চনত **গুণমালা** ইংৰাজীলৈ ভাঙনি কৰে।

কুৰি শতিকাৰ তৃতীয় দশকৰ ভিতৰত ৰাজখোৱা ডাঙৰীয়াৰ ৰচিত অৱদানৰ ভিতৰত লেখত লবলগীয়া হ'ল **সভাপতিৰ অভিভাষণ** কেইখনমান। ১৯২৬ চনত "অসম সাহিত্য সভাৰ ৯ম সম্মিলন"ত পঠিত তেওঁৰ অভিভাষণখন অসমীয়া সাহিত্যৰ এক আপুৰুগীয়া সম্পদ। ১৯২৯ আৰু ১৯৩০ৰ ভিতৰতে তেওঁ **জীৱন সন্ধিয়া, দেহাৰ প্ৰলয়** আৰু **সিপুৰীৰ বাতৰি** নামৰ তিনিখন কবিতা পুথি লিখি উলিয়ায়। তিনিওখনতে প্ৰতিপাদ্য বিষয় হৈছে মৃত্যু আৰু তাৰ পৰবৰ্ত্তী অৱস্থা সম্বন্ধে কবিৰ ধাৰণা।

১৯৩১ চনত ৰাজখোৱা ডাঙৰীয়াৰ **পুনৰুত্থান** নামৰ এখন কবিতা পুথি প্ৰকাশ হয়। এই

পুথিখনৰ মূল ভাব আগৰ তিনিখন কিতাপৰ মূল ভাবৰে প্ৰতিধ্বনি মাথোন। এই সময়ৰ ভিতৰতে তেওঁ **তিনি ঘৈণী, অশিক্ষিতা ঘৈণী, চোৰৰ সৃষ্টি, যমপুৰী** আদি কেবাখনো সামাজিক নাট লিখে।

ৰাজখোৱা ডাঙৰীয়া আছিল অসমীয়া সাহিত্যৰ এজন প্ৰধান সেৱক আৰু গুৰিয়াল। লৰাকালৰ পৰা আৰম্ভ কৰি জীৱনৰ শেষ বয়সলৈকে শৰীৰত শক্তি আৰু উৎসাহ থকা সময় খিনিৰ ভিতৰত যিসকল সাহিত্যিকে অসমীয়া সাহিত্যক নিৰহনিপানী ভাবে সেৱা কৰি গৈছে, সেইসকলৰ ভিতৰত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াও অন্যতম আছিল। ১৯৫৫ চনৰ ২২ জুন ( ৭ আহাৰ, ১৮৭২ শক ) তাৰিখে বুধবাৰে ৰাজখোৱা ডাঙৰীয়াই শেষ নিশ্বাস ত্যাগ কৰে। মৃত্যুৰ সময়ত তেওঁ বৈণীয়েক শ্ৰীযুক্তা ৰত্নকুমাৰী ৰাজখোৱানী, তিনিজন পুত্ৰ আৰু এজনী কন্যা এৰি থৈ যায়।

## তৰুণৰাম ফুকন

স্বৰ্গদেৱ গৌৰীনাথসিংহৰ ৰাজত্বৰ কালতে সুদূৰ দ্ৰাবিড় দেশৰ পৰা আহি লক্ষ্মীনাথ ব্ৰহ্মচাৰীয়ে প্ৰতিষ্ঠা কৰা অসমৰ বৰুৱা ফুকন বংশ তেতিয়াৰে পৰা বিখ্যাত। এই বংশত স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকন, হলিৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, পদ্মাৱতী দেৱী ফুকননী, জ্ঞানদাভিৰাম বৰুৱা প্ৰমুখ্যে অসমৰ কেবাজনো সুসন্তানে জন্ম গ্ৰহণ কৰিছিল। এই বংশৰে বিখ্যাত বলৰাম ফুকনৰ পুত্ৰস্বৰূপে ১৮৭৭ চনৰ মাঘ মাহত তৰুণৰাম ফুকনৰ জন্ম হয়। তেওঁৰ ৪।৫ বছৰ বয়সতে দেউতাক আৰু ডেকা বয়সত মাতৃ ভাগিৰথী দেৱীৰ পৰলোক হয়। সিংহৰাশিৰ ফুকনে সময়ত সিংহৰ দৰে বীৰ হৈ অসম মাতৃৰ মুখ উজ্জ্বল কৰে। তৰুণৰামৰ অগ্ৰজ নবীনৰাম ফুকনো অসমৰ এগৰাকী শ্ৰেষ্ঠ চিকাৰী হিচাপে বিখ্যাত হৈছিল।

তৰুণৰামে নিজ ঘৰতে বিদ্যা আৰম্ভ কৰি গুৱাহাটীৰ পৰা ১৮৯৬ চনত এণ্ট্ৰেন্স, কলিকতাৰ পৰা ১৮৯৮ চনত এফ-এ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ১৯০৫ চনত বিলাতৰ পৰা বাৰিষ্টাৰ ফুকন হৈ স্বদেশলৈ উলটি আহে। ১৯০৫ চনৰ পৰা ১৯১১ চনলৈ তেখেতে কলিকতাত আইন ব্যৱসায় কৰি নিজৰ যোগ্যতাৰ আৰু প্ৰতিভাৰ চিনাকি দিয়ে। তাৰ পিচত ১৯১২ চনৰ পৰা জীৱনৰ শেষ দিনলৈকে গুৱাহাটীত নিজৰ ঘৰতে এৰাধৰাকৈ এই ব্যৱসায়তে কাল কটায়। ১৯১৪ চনৰ পৰা ১৯২১ চনলৈ তেখেত আৰ্ল ল কলেজৰ অধ্যাপক, গুৱাহাটী লোকেল বোৰ্ড, মিউনিচিপেল বোৰ্ডৰ চেয়াৰমেন, সোণাৰাম হাইস্কুলৰ মেনেজিং কমিটীৰ সভাপতি, গুৱাহাটী কুষ্ঠাশ্ৰমৰ প্ৰতিষ্ঠাতা আৰু নানা অনুষ্ঠানৰ পৃষ্ঠপোষক আছিল। তদুপৰি ফুকন একেৰাহে দহ বছৰ দিল্লী ব্যৱস্থাপক সভাৰ সদস্য ( এম, এল, এ, ) আছিল।

১৯০৭ চনৰ পৰা ১৯৩৯ চনলৈ ফুকন নানা ৰাজহুৱা কামত লিপ্ত আছিল। মহাত্মা গান্ধীৰ পৰিচালিত অসহযোগ আন্দোলনত দেশভক্ত তৰুণ ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱে কেনে ত্যাগী বীৰৰ ভুমিকা গ্ৰহণ কৰিছিল সেই কথা ইয়াত বিবৰি নকলেও হব। মোহনদাস গান্ধীৰ অহিংসাৰ মোহন মন্ত্ৰত দীক্ষিত হৈ ৰাজপুত্ৰৰ দৰে বিলাসী, ৰজা মহাৰজাৰ দৰে ভোগী ফুকনে জাতীয় আন্দোলনৰ বুৰঞ্জীত সোণালী অধ্যায় এটি ৰচনা কৰি থৈ গৈছে।

১৯২৫ চনত গুৱাহাটীৰ পাণ্ডু নগৰত বহা ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ গুৰুভাৰ লৈছিল দেশভক্ত ফুকনে।

তৰুণৰাম ফুকন কেৱল যে এজন প্ৰসিদ্ধ ৰাজনীতিবিদ নেতাই আছিল এনে নহয়; তেওঁ আছিল এজন বাগ্মী পুৰুষ, এজন অসমবিখ্যাত চিকাৰী, সংস্কৃত, বঙলা, অসমীয়া, ফাৰ্চী আদি নানা ভাষাত সুবিজ্ঞ পণ্ডিত। তেখেতক আমি এজন অসমীয়া সুসাহিত্যিক বুলিহে আজি এই প্ৰসঙ্গত সুঁৱৰিছোঁ। শিলচৰ জেলত থাকোঁতে ফুকনে লিখা ৫৪ টা কৱিতাৰে "স্তুতিমালা", নিজ ঘৰত আজৰি সময়ত লিখা প্ৰথম অসমীয়া যৌনবিজ্ঞান সম্বন্ধীয় পুথি "যৌনতত্ত্ব", ভাটি সময়ত লিখা অতি ৰোমাঞ্চকৰ অথচ উপাদেয় নিজৰ নানা চিকাৰ কাহিনী, অসহযোগ আন্দোলনৰ সময়ত ফাটেকৰ পৰা ওলাই আহি কামৰূপৰ কথিত গাঁৱলীয়া ভাষাত হাঁহিত পেটৰ নাড়ী ছিগাকৈ লিখা "নিংনি ভাৱৰীয়াৰ গীত", কংগ্ৰেছ মহাসভাত অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ, অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ, অসম ছাত্ৰ সম্মিলনৰ সভাপতিৰ ভাষণ আদি আমাৰ সাহিত্যত তেখেতৰ উল্লেখযোগ্য দান। এইবোৰৰ উপৰিও মহম্মদ আলি চৌকত আলিৰ উৰ্দ্দু বক্তৃতাৰ লগে লগে কৰি যোৱা অসমীয়া অনুবাদ, সাহিত্য-সভাৰ ধুবুৰী অধিবেশনত আহুকলীয়া পৰিবেশৰ মাজত ফুকনৰ ওজস্বিনী বক্তৃতা আদি যি শুনিছে সি তাক এতিয়াও পাহৰিব পৰা নাই। এইজন মহাগুণী প্ৰতিভাশালী দেশভক্ত সিংহ পুৰুষৰ জীৱন-কথা অলপ কথাৰে কৈ শেষ কৰিব নোৱাৰি।

আচম্বিতে ১৯৩৯ চনৰ জুলাই মাহত অসম মাতৃক কন্দুৱাই দেশভক্ত ফুকনে স্বৰ্গযাত্ৰা কৰে। ডিব্ৰুগড়ৰ পৰশুৰাম থাউণ্ডৰ বৰ জীয়ৰী বিদ্যুৎপ্ৰভা দেবীৰ লগত ফুকনৰ বিয়া হয়। ফুকন-ফুকননীৰ চাৰিটি সন্তান। তেওঁৰ পত্নী, বৰজীয়ৰী ৰেণুকা দেবী আৰু বৰ জোঁৱায়েক লক্ষ্মীধৰ শৰ্ম্মাৰ তেখেতৰ জীৱিত কালতে পৰলোক হয়। বৰপুতেক শ্ৰীযুত বলেন্দ্ৰ ফুকনে ব্যৱসায় কৰে আৰু সৰুপুতেক নৃপেন্দ্ৰ ফুকন একষ্ট্ৰা এচিষ্টেণ্ট কমিছনাৰ।

## কমলাকান্ত ভট্টাচাৰ্য্য

দেশপ্ৰেমৰ জুই একুৰা নিজৰ বুকুৰ ভিতৰতে দিনে ৰাতিয়ে জ্বলাই ৰাখি যিজনে গোটেই জীৱনটোকে অসম আৰু অসমীয়াৰ জাতীয় যুজত আহুতি দিছিল সেইজনেই হৈছে 'চিন্তানলৰ' প্ৰখ্যাত কবি কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়া। কমলাকান্তৰ জন্ম হৈছিল —বিশ্বনাথ ঘাটৰ বৰাহাগি গাঁৱৰ বিখ্যাত শিৰোমণি ভট্টাচাৰ্য্যৰ বংশত ইংৰাজী ১৮৫৩ চনত ( ৯ পুহ শুকুৰবাৰ )। তেখেতৰ পিতৃদেৱতা বাণেশ্বৰ ভট্টাচাৰ্য্য আছিল এজন নৈষ্ঠিক সাত্বিক ব্ৰাহ্মণ। ঘৰুৱা আৰু গাঁৱৰ সেউজীয়া আবেষ্টনৰ মাজতে কমলাকান্তই বাল্য জীৱন কটায়। কম বয়সতে তেওঁ অসাধাৰণ স্মৃতি শক্তিৰ চিনাকি দিছিল। ন্নবছৰতে টোলৰ সংস্কৃত শিক্ষা সাং কৰি তেওঁ তেজপুৰ নগৰৰ পঢ়াশালিত পঢ়িবলৈ আহে। তেতিয়াৰ পৰাই তেওঁৰ বিপ্লবী মনে ঠন ধৰি উঠে। তেজপুৰত কেইবছৰমান পঢ়ি তেওঁ গুৱাহাটীৰ কলেজিয়েট স্কুলত আহি নাম লগায়। এণ্ট্ৰেন্স পৰীক্ষা দিয়াৰ বছৰতেই পিতৃ বিয়োগ ঘটে আৰু সিমানতে তেওঁ শিক্ষা জীৱন শেষ কৰিবলৈ বাধ্য হয়। মাককে

প্ৰমুখ্যে গোটেই পৰিয়ালটোৰে ভাৰ পৰিল কমলাকান্তৰ ওপৰত। অনাটন আৰু দুখ দাৰিদ্ৰ্যৰ লগত তেওঁ কঠোৰ সংগ্ৰাম কৰিবলগীয়া হ'ল। এই সময়তে তেওঁৰ বুকুত জ্বলি উঠে দেশপ্ৰেমৰ অগ্নিশিখা। মৃত্যুৰ দিনলৈকে তেওঁৰ অন্তৰৰ এই পবিত্ৰ হোমানল নুনোৱা নাছিল। দেশত ইংৰাজী শিক্ষাৰ পোহৰ নতুনকৈ পৰিছে। অসমত বঙালীসকলে ইংৰাজক ভুল বুজনি দি বঙালী ভাষা চলাই অসমীয়া ভাষাক ধ্বংস কৰিবলৈ ওলাইছিল। এইবোৰ দেখিশুনি কমলাকান্তৰ সহ্য নহল। তেওঁ অসমীয়া ভাষাক নিজস্ব ভাবত গঢ়ি তুলিবলৈ অহোপুৰুষাৰ্থ কৰিলে। নানা সভাসমিতি পাতি, আলোচনী বাতৰি কাকত আদিৰ যোগেদি তুমুল আন্দোলন চলাব ধৰিলে। এই যুগত অসমীয়া ভাষাক ঐশ্বৰ্য্যশালী কৰোতা প্ৰধান সকলৰ ভিতৰত কমলাকান্ত আছিল অন্যতম। নিকামুল সত্ৰৰ গোসাঁইৰ জীয়েকৰ লগত কমলাকান্তৰ প্ৰথম বিয়া হয়। বিয়াৰ কিছু দিন পিচতেই তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু ঘটে। প্ৰথমা পত্নীৰ মৃত্যুৰ বহু বছৰৰ পিচত তেখেতে শিৱসাগৰৰ সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়াল এটিৰ কন্যা সুমিত্ৰা দেৱীক বিয়া কৰায়। তাৰ পিচত তেওঁ ডিব্ৰুগড়ত কেবা বছৰো বাস কৰে। তাৰ পিচত হাতীৰ ব্যৱসায় কৰিবলৈ তেওঁ ধুবুৰীলৈ আহে। এই হাতীৰ ব্যৱসায়ত তেওঁ বিস্তৰ অৰ্থ উপাৰ্জ্জন কৰিছিল আৰু সেই দৰে প্ৰচুৰ লোকচানো হৈছিল। এই সময়তে গুৱালপাৰা জিলাত বহু সভা-সমিতি পাতি কমলাকান্তই অসমীয়া ভাষা সাহিত্য প্ৰচাৰৰ আন্দোলন চলায়। প্ৰভাতচন্দ্ৰ বৰুৱা ৰজা বাহাদুৰ, যতীন্দ্ৰনাৰায়ণ চৌধুৰী আদি জমিদাৰসকলৰ লগত তেওঁৰ প্ৰগাঢ় বন্ধুত্ব জন্মে। ধুবুৰীত কেইবা বছৰো থকাৰ পিচত তেওঁ গুৱাহাটীলৈ আহি নতুন জীৱন আৰম্ভ কৰে। এই সময়ত তেওঁ চৰম দাৰিদ্ৰ্যৰ মাজত দিন যাপন কৰিবলগীয়া হৈছিল। এই দাৰিদ্ৰ্যৰ মাজতে তেওঁৰ প্ৰাণ-শক্তিয়ে বিপুল ভাবেৰে দেশসেৱা আৰু সাহিত্যসেৱাৰ প্ৰেৰণা পায়। তেওঁৰ লিখনীৰ যেন বিৰাম নাই। "গুটিদিয়েক চিন্তাৰ ঢৌ', "গীতাৰ ৰহস্য ব্যাখ্যা" আদি তেওঁৰ অলেখ দাৰ্শনিক প্ৰবন্ধই বাঁহী, চেতনা, অসমীয়া আদি কাকতত ওলাই দেশ বাসীক উদ্বুদ্ধ কৰিছিল। তেখেত আছিল দেশপ্ৰেমিক, দাৰ্শনিক, ভাবুক আৰু সমাজ-সংস্কাৰক। তেখেতৰ চিন্তাশীল কাপৰ পৰা বাঁহীত ছোৱা ছোৱাকৈ ওলোৱা 'অষ্টাবক্ৰৰ আত্মজীৱনী' বোলা দাৰ্শনিক গ্ৰন্থই চিনাকি দিয়ে তেওঁ কেনেকৈ বিশ্বৰ কেন্দ্ৰত লুকাই থকা চিৰন্তন সত্তা নিজৰ জীৱনতে উপলব্ধি কৰিছিল। দুখৰ বিষয় এই অমূল্য গ্ৰন্থ আজিও পোহৰলৈ ওলোৱা নাই। ১৯২২ চনত এইজন চিন্তাশীল দাৰ্শনিক অসমীয়া পণ্ডিতক যোৰহাটত বহা অসম সাহিত্য-সভাৰ অধিবেশনত সভাপতি বৰণ কৰি সন্মানিত কৰা হয়। ১৯২৪ চনত তেওঁ সপৰিয়ালে কলিকতালৈ উঠি যায়। এই সময়তে ভূদেৱ মুখোপাধ্যায়ৰ পুত্ৰ কুমাৰদেৱ মুখোপাধ্যায়ৰ লগ লাগি তেখেতে কিছু দিন 'আসাম হিতৈষী' নামৰ পষেকীয়া অসমীয়া কাকত এখনি সম্পাদন কৰি উলিয়ায়। ১৯২৫ চনত তেওঁ কলিকতাৰ পৰা আহি আকৌ গুৱাহাটীত বাস কৰিবলৈ লয়। কমলাকান্ত অসমৰ এজন আগৰণুৱা সমাজ-সংস্কাৰকো আছিল। বৰ্ত্তমানে দেশত জাতিভেদৰ বিষয়ে যি আন্দোলন চলোৱা হৈছে কমলাকান্তই প্ৰায় আঢ়ৈ কুৰি বছৰ আগতে এনে আন্দোলনত আত্মনিয়োগ কৰিছিল। দেশত স্ত্ৰী-শিক্ষাৰ প্ৰচাৰতো তেখেতক আমি এজন অগ্ৰগণী বাট দেখুৱাওতা বুলি কব পাৰোঁ। তেখেতে

নিজৰ কন্যাক উচ্চ শিক্ষা দিয়াৰ ফলতেই আজি আমি উপন্যাস লিখিকা শ্ৰীযুতা স্নেহলতা বৰুৱা আৰু শ্ৰীযুতা উষা ভট্টাচাৰ্য্য এম-এ, বি-টি শ্বিলঙৰ লেডী কীন কলেজৰ অধ্যক্ষা স্বৰূপে পাব পাৰিছোঁ। সমাজত পদদলিত হৈ থকা হৰিজনসকলকো কমলাকান্তই হৰিভকত স্বৰূপে সেৱা কৰি ভাৰতৰ হৰিজন আন্দোলনৰ পূৰ্ব্বতেই অসমত হৰিজন আন্দোলনৰ পাতনি মেলিছিল। এইদৰে গোটেই জীৱন বিশ্ব-মানৱতাৰ প্ৰেম নিজৰ জীৱনতেই উপলব্ধি কৰি তেখেতে ১৯৩৬ চনৰ ১৪ ডিচেম্বৰ তাৰিখে দেহত্যাগ কৰে। তেখেতৰ প্ৰকাশিত পুথিৰ ভিতৰত 'চিন্তানল' আগছোৱা, শেষছোৱা আৰু "কঃ পন্থা" উল্লেখযোগ্য। 'চিন্তানল' অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ আদিম ভাগৰ এখনি উৎকৃষ্ট তেজোদ্দীপ্ত কবিতাৰ পুথি। তেখেতে নিজেই লিখিছে—চিন্তানল মোৰ বুকুৰ জুইৰে লিখা। এই কিতাপখনিতেই কবিৰ অসম সম্পৰ্কে ভবিষ্যত দৃষ্টিৰ সুস্পষ্ট চানেকী পোৱা যায়। প্ৰকাশিত পুথি কেইখনিৰ উপৰিও "টুপীৰ দোকান" অষ্টাবক্ৰৰ আত্মজীৱনী, কছাৰী জাতিৰ বুৰঞ্জী 'মোৰ মনত পৰা কথা' আদি কেইবাখনো অপ্ৰকাশিত পুথি আৰু সাময়িক আলোচনী আৰু বাতৰি কাকতত অলেখ প্ৰবন্ধ তেখেতে এৰি থৈ গৈছে। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, জ্ঞানদাভিৰাম বৰুৱা আদি লোকসকল ভট্টাচাৰ্য্যদেৱৰ অন্তৰঙ্গ বন্ধু আছিল।

## মফিজুদ্দিন আহমদ হাজৰিকা

আহোম ৰাজত্বৰ বিখ্যাত "বাঘ হাজৰিকা"ৰ বংশধৰ জনাব মফিজুদ্দিন আহমদ হাজৰিকাই ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰে, ডিব্ৰুগড়তে শিক্ষালাভ কৰে আৰু ডিব্ৰুগড়ৰ কাছাৰীঘৰৰ পৰাই ১৯২৬ চনত চিৰস্তাদাৰ হিচাপে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। বয়সৰ কথা সুধিলে তেওঁ হাঁহি হাঁহি মাথোন কয়—"চৰকাৰী হিচাপমতে মোৰ জন্ম হয় ১৮৭০ চনত কিন্তু মোৰ আচল বয়স কিজানি তাতকৈ তিনি চাৰি বছৰমান বেছি হব।" ৰূপালী দাড়ি চুলিৰে বৰ্ত্তমানে সভাশুৱনি পুৰুষ হাজৰিকা চাহাব ছাত্ৰ অৱস্থাৰ পৰাই "ব্যায়ামবীৰ" আছিল, আৰু সেই কাৰণে আজিও ৮৫ বছৰ বয়সৰ জপনা পাৰ হ'লেও আহাৰমহীয়াৰ টিকাফটা ৰ'দ আৰু পুহমহীয়াৰ ঠেঁটুৰৈ ধৰা জাৰলৈকো তেখেতে কেৰেপ নকৰে। গ্ৰীচ দেশৰ কবি তুনিকচে জীৱনত মাথোন এটি কবিতা লিখিয়েই অমৰ হোৱাৰ নিচিনাকৈ অসমৰ কবি মফিজুদ্দিন আহমদ হাজৰিকায়ো "জ্ঞানমালিনী" নামৰ কবিতাৰ পুথি অসমীয়া সাহিত্য ভৰাললৈ আগবঢ়াই অমৰ হয়। এই পুথিখনি তেওঁ তেখেতৰ বন্ধু স্বৰ্গীয় বাছালাল বৰুৱাৰ উদগনিত কোমল বয়সতে লিখিছিল। "জ্ঞানমালিনী"ৰ বাচকবনীয়া ঘৰুৱা অসমীয়া শব্দাৱলী আৰু প্ৰকাশভঙ্গী অতি মনোৰম। ১৮৯৬ চনত প্ৰকাশিত হোৱা "জ্ঞানমালিনী"ৰ বিষয়ে বেজবৰুৱা ডাঙৰীয়াৰ ভাষাৰে কব পাৰি—"ইয়াৰ ভাব ওখ, ভাষা ললিত আৰু তাৰ প্ৰকাশ কৰাৰ গঢ় অতি শুৱলা। জ্ঞানমালিনীৰ উপৰিও কবিৰ "মালিনীৰ বীণ" আৰু "তত্ত্ব পাৰিজাত" নামৰ আৰু দুখনি পুথি হাতে লিখা অৱস্থাত আছে বুলি প্ৰকাশ। ১৯৩০ চনত গোলাঘাটত বহা অসম সাহিত্য-সভাৰ বছৰেকীয়া অধিবেশনত তেখেতে সভাপতিৰ

পদ অলঙ্কৃত কৰে। তেখেতৰ গুণৰ আদৰ কৰি অসম চৰকাৰেও সাহিত্যিক পেঞ্চন আগবঢ়াই হাজৰিকা চাহাবক সম্মানিত কৰিছে। ধৰ্ম্মভীৰু কবি হাজৰিকাৰ সকলো ধৰ্ম্মৰ প্ৰতি অগাধ ভক্তি, উদাৰ সমভাৱ আৰু পৰিপক্ক জ্ঞান থকাৰ কাৰণে ডিব্ৰুগড়ত শঙ্কৰদেৱৰ তিথি উপলক্ষে পতা প্ৰথম ৰাজহুৱা সভাত তেখেতক সভাপতিৰ বাব দিয়া হৈছিল। এই সভাত "প্ৰতিমা"ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱে এখনি চুটি প্ৰাঞ্জল ৰচনা পাঠ কৰিছিল। ইয়াৰ উপৰিও বাৰ্দ্ধক্যৰ হেঁচাত জুৰুলা হোৱাৰ আগলৈকে তেখেতে ডিব্ৰুগড়ত বহা প্ৰায়বোৰ সমাজ আৰু সাহিত্য সম্পৰ্কীয় সভাতেই আগভাগ লৈছিল আৰু ওজস্বিনী বক্তৃতা দিছিল। অসম সাহিত্য সভাৰ প্ৰথম বাৰ জন সভাপতিৰ মাজত দুজন মাথোন জীৱিত সাহিত্যিকৰ মাজত হাজৰিকা চাহাবো অন্যতম। বৰ্ত্তমানে তেখেতে ডিব্ৰুগড়ৰ নিজা ঘৰত নিৰলে শান্তিময় জীৱন যাপন কৰিছে।

---

# অসম সাহিত্য-সভাৰ ভাষণাৱলী

## প্ৰথম অধিৱেশন

শিৱসাগৰ—২৬শে ডিচেম্বৰ, ১৯১৭ চন

**সভাপতি—পদ্মনাথ গোহাঞি বৰুৱা**

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সভ্যসকল আৰু উপস্থিত লগৰীয়া ৰাইজ !

ঈশ্বৰৰ ইচ্ছাত আৰু আপোনাসকলৰ উদ্যোগত আজি এই জীৱনত এটি অপূৰ্ব্ব ছেগ মিলিছে। কিন্তু সেই বাবে ঈশ্বৰৰ চৰণত আৰু আপোনাসকলৰ ওচৰত শলাগকে নিবেদিম নে আক্ষেপকে কৰিম, পোনেই ঠাৱৰাব নোৱাৰিছোঁ এথোন। আপোনাসকলৰ এই নিঃকিন লগৰীয়াৰ নিচেই লৰা কালৰে পৰা, মজলীয়া পঢ়াশালিৰ শিক্ষাৰ মাজ ছোৱাৰ পৰা গোটেই ছাত্ৰজীৱনত সভা-সমিতিলৈ, উপকৰা হলেও, একান্ত ধাউতি আছিল। ছাত্ৰজীৱন সাং কৰি সংসাৰত সোমোৱাৰ পিচতো এই ভাটী বয়সলৈকে তেওঁক তাৰ ৰাগীয়ে এৰা নাই। সেই ধাউতি আৰু ৰাগীৰ বাবেই হব পায়, এই জীৱনৰ সেই গোটেই ছোৱা 'সভা-সমিতি', 'ক্লব-এচোচিয়েছন' ইত্যাদিৰ সম্পাদকৰ বাব বওঁতেই পাৰ হৈছে কিন্তু আজিলৈকে—এই আপোনাসকলৰ আগত থিয় দিয়াৰ আগলৈকে দেখনীয়াকৈ কতো সভাপতিৰ বাব এই নিচলাই বৈ পোৱা নাই। বিগত অভিজ্ঞতাৰ বলত সভাপতিৰ আলধৰা বাব লৈ একেৰি পৈণত হলেও, সভাপতিৰ বিষয়-বাবলৈ যে আপোনালোকৰ বাছনিত উঠা এইজন নিচেই অপঁইতা, তাক এতিয়াই স্বীকাৰ নকৰিলেও অলপৰ পিচতে আপোনা সকলে বুজিব পাৰিব। এতেকে অপঁইতা বাঁহৰ কাঠী-কামীৰ সৈতে সজা সঁজুলিত যি আঁসোৱাহ ওলাব, সেই বাবে আপোনাসকল বাঁহ-বাছোঁতাই একেৰি ত্ৰুটী স্বীকাৰ কৰিব লাগিব। আন কথাৰে কবলৈ গলে, পোনেই সম্পাদকৰ জুহালৰ পৰা টানি আনি, কমাৰশাল নেদেখুৱাকৈ বাজে বাজে এই অনভিজ্ঞজনক আপোনাসকলে এই শিৱসাগৰত সভাপতিৰ সোণাৰিশালত বহুৱাইছেহি; সেই বাবেও আপোনাসকলে ক্ষতি স্বীকাৰ নকৰিলে নহব। কিয়নো এই অপৈণত অযোগ্য-জনৰ হাত লাগি যে আপোনাসকলৰ নিভাঁজ কেচা সোণত ভাজ লাগি তাৰ পৰা বিকৰুৱা বিধৰ অলঙ্কাৰহে ওলাব সেইটো আপোনাসকলে অৱশ্যে জানিছে। সেইহে আকৌ কওঁ যে এই অপাত্ৰক আজি মৰম কৰি এই পোন-প্ৰথম "সদৌ অসমৰ সাহিত্য সম্মিলনী"ৰ সভাপতি পাতি অযথা সন্মান দিয়াৰ বাবে আপোনাসকলক শলাগিমেই নে আপোনাসকলৰ হৈ আক্ষেপকে কৰিম, সেইটো সঁচাকৈয়ে ঠাৱৰাব পৰা নাই।

তথাপিও যে এই অপাত্ৰত আপোনাসকলৰ বাছনি কিয় পৰিল আৰু তেৱেঁইবা নিজৰ অযোগ্যতাৰ বিষয়ে জানি আপোনাসকলে মৰমত যাচি দিলে বুলিয়েই, এই বলে নোৱাৰা বাব কিয়

মূৰ দোৱাই কান পাতি ললে, তাৰ কাৰণ জানিবলৈ বাইজৰ মনত কৌতূহল জন্মিব পাৰে। সেই কাৰণে তাৰ উমৈহতীয়া উত্তৰত ইয়াকে মাথোন কোৱা যায় যে এই ক্ষুদ্ৰ জীৱনৰ বহুদিনীয়া, প্ৰায় ডেৰকুৰি বছৰীয়া একাণপতীয়া সাহিত্য-সেৱাৰ মায়াত আপোনাসকলে সেই মৰম দেখুৱাৰ আৰু তেওঁক এই বলে নোৱাৰা বিষয়-বাব ববলৈ বল দিয়াৰ আচল কাৰণ হব পাৰ। এইথিনিতে ইয়াকো কব লাগে যে প্ৰতিভাৰ আসন তেওঁৰ নাই যদিও পৰিশ্ৰমৰ বল অৱশ্যে থাকিব পাৰে আৰু আজি বহু কাল জাতীয় সাহিত্য-সেৱাত একেৰাহে লাগি থকা সেই পৰিশ্ৰমৰ আৰ্জনত কিবা সাৰবস্তু পোৱা যায় নেকি তাকে চাবলৈ সম্ভৱতঃ অন্যতম কাৰণ হ'ব পাৰে। সি যি নহওক, আপোনাসকলে যদি ভাবিছে যে এই সামান্য সাহিত্য-সেৱীয়ে এই বিৰাট সভাৰ পতিত্ব গ্ৰহণ কৰাৰ পৰা কোনোবা ফালে একেৰি জাতীয় উপকাৰ হব পাৰে তেন্তে এই আসন লবলৈ তেওঁ বাধ্য। ইয়াত অমান্তি হবলৈ তেওঁৰ অধিকাৰ নাই আৰু সেই অৰ্থে আপোনাসকলে তেওঁলৈ যি অনুৰোধপত্ৰ পঠিয়াইছিল, তাক তেওঁ আপোনাসকলৰ আদেশ বুলি মানিহে ইয়াত উপস্থিত হৈছেহি।

'সম্মিলনী'ৰ নাম লোৱাৰ আগেয়ে সাহিত্য সম্পৰ্কে দু-আষাৰ কোৱাৰ আৱশ্যক। তাৰো আগেয়ে তাৰ আধাৰ স্বৰূপ ভাষা সম্পৰ্কে অলপ উনুকিউৱাৰ প্ৰয়োজন। একে আষাৰে কবলৈ গলে ভাষা মানুহৰ মনোভাব ব্যক্ত কৰাৰ উপায় বিশেষ মাথোন। ভাষাৰে সৈতে কাণেৰে শুনালৈকে ভাব ফুটাব পাৰি আৰু মনত ৰোৱালৈকে ই গুণ দিয়ে। আওকাণ আৰু পাহৰণত ইয়াৰ অস্তিত্ব নাই। সেই কাৰণে নিলগৰ মানুহলৈ মনোভাব ব্যক্ত কৰিব লগা হলে, তাক লিপিবদ্ধ কৰিবলগীয়া হয়; আৰু সেয়ে হলেই সেই ভাষাৰ সাহিত্য গঢ়িত হয়। সাহিত্যৰ আলোচনা আৰু পৰিচালনাৰ অৰ্থে সাহিত্যিক আৰু সামাজিক লোক সমবেত হোৱাকে সাহিত্য-সম্মিলনী বা সাহিত্যিক সম্মিলনী বোলা যায়। আজিৰ সম্মিলনীত অসমীয়া সাহিত্যৰ পৰিচালনা আৰু অসমীয়া সাহিত্যৰ জৰিয়তে জ্ঞান-বিস্তাৰৰ আলোচনাৰ অৰ্থে আমি সদৌ অসমৰ প্ৰতিনিধি সমজুৱা ইয়াত সমবেত হৈছোঁহিহঁক; গতিকে ইয়াক অসমীয়া সাহিত্যৰ বিস্তৃতি থকা "সদৌ অসমৰ সাহিত্য সম্মিলনী" বোলা হৈছে।

ভাবতকৈ ভাষা আগেয়ে ব্যক্ত হয়; গতিকে আগৰটিতকৈ পাচৰটি সদায় এখোজ আগ। সেইদৰে দূৰৈ ভৱিষ্যতৰ সম্পৰ্কত ভাষাতকৈ সাহিত্য সদায় এখোজ আগবাঢ়ি যায় আৰু কোনো এটা জাতিয়ে জাতীয় চিনাকি দিবলৈ হলে সেই জাতীয় ভাষা আৰু সাহিত্যইহে আগধৰি সেই চিনাকি দিয়ে। কাৰণ জাতীয় অন্তৰতম ভাব, চিন্তা, তেজ আৰু প্ৰতিভা বাজ ওলাবলৈ ভাষা আৰু সাহিত্যত বাজে সুগম বাট আন নাই। আকৌ ভাষাতকৈ সাহিত্য এখোজ আগ। সেই কাৰণে জাতীয়ত্বৰ চিনাকি দিয়াত জাতীয় সাহিত্য তাতোকৈ এখোজ আগুৱাই যায়। গতিকে মানুহৰ জাতি আৰু ধৰ্ম্ম সাহিত্যৰ ভেটি হলেও, সি সাহিত্যৰ আঁচলত ধৰিহে আগবাঢ়িব পাৰে। সাজপাৰ আদিয়েও এই বিষয়ত সাহিত্যক পাচ পেলাই আগ হব নোৱাৰে। আমাৰ দেশত ⁄মাধৱ কন্দলী, ⁄শঙ্কৰদেৱ, ⁄মাধৱদেৱ, ⁄অনন্তকন্দলী, ⁄ৰামসৰস্বতী এইসকল সাহিত্যিক মহাপুৰুষৰ দ্বাৰা গঢ়িত সাহিত্যই যে তাৰ বিশিষ্ট প্ৰমাণ তাৰ বিষয়ে এই সম্ভাষণৰ যথাস্থানত বিৱৰি কোৱা যাব। এতেকে মানিব লাগিব, সাহিত্যই জাতীয়ত্বৰ আচল চিনাকি, সাহিত্যই জাতীয়ত্বৰ প্ৰকৃত জীৱন;

সাহিত্যৰ অবিহনে কোনো জাতিৰ অস্তিত্ব টিকিবৰ সম্ভাৱনা নাই। যি জাতিৰ সাহিত্য নাই, সেই জাতিৰ ভাষা দোৱান মাথোন,—চৰাই-পহুৰ মাত-বোলতকৈ সি এথোপ মাথোন ওপৰত। যি জাতিৰ সাহিত্য যেতিয়ালৈকে গঢ় নোলোৱাকৈ থাকে, সেই জাতিৰ জাতীয় জীৱন তেতিয়ালৈকে অনিশ্চিত হৈ ৰয়। যি জাতিয়ে জাতীয় সাহিত্য গঢ়ি তুলিবলৈ নোৱাৰে, সেই জাতিৰ প্ৰাণ নাবাচেগৈ,—সি কোনো এটা সাহিত্যবান বলী চুবুৰীয়া জাতিত লয় হৈ আপোন অস্তিত্ব হেৰুৱায়। ই নৈসৰ্গিক নিয়ম; ইয়াৰ অন্যথা অসম্ভৱ।

নৈ যেনেকৈ আপুনি বৈ যায়, তাক কোনেও বাট লগাব নালাগে, ভাষাও তেনেকৈ আপুনি ওলাই আপুনি ব্যাপ্ত হয়, ইয়াৰ বিস্তাৰত কোনো কৃত্ৰিম উপায় নাখাটে। ভাষাৰ এই স্বাভাৱিক গুণৰ বাবেই এটা ভাষাৰ ঠাইত আন এটা ভাষা থাপিবৰ সাধ্য নাই। এটা জীয়া ভাষাক মাৰি তাক আন এটা জীয়া ভাষাত লয় নিয়াব নোৱাৰি আৰু সেই অৰ্থে কোনো বলী জাতিয়ে অস্বাভাৱিক বল প্ৰয়োগ কৰিলেও সি স্থায়ীভাবে গুণ দিব নোৱাৰে। যোৱা চৈধ্য বছৰমানৰ আগলৈকে, অসমীয়া ভাষাক মাৰি বঙলা ভাষাত লয় পোৱাবলৈ অৰ্দ্ধ শতাব্দীৰ উৰ্দ্ধকাল অৱাৰিত বল প্ৰয়োগ কৰি বিপক্ষদল বিফল মনোৰথ হোৱাই ইয়াৰ জ্বলন্ত সাক্ষী। কাৰণ, ব্যাকৰণতহে ভাষাৰ বিশেষত্ব ৰয়, বাক্যাৱলী বা বচনভঙ্গীত নহয়। অসমীয়া ভাষাৰ সাহিত্য আৰু সেই সাহিত্যৰ বিশেষত্ব বঙলা ভাষাৰ সাহিত্যৰ বিশেষত্বৰ পৰা কিমান পৃথক তাক ইয়াৰ আগেয়ে বিবিধ প্ৰসঙ্গত ভালেমান কৃতবিদ্য সাহিত্যিকে বিশেষকৈ বুজাই থৈছে। এই সম্ভাষণৰো যথাস্থানত তাৰ লাগতিয়াল ভাগৰ পুনৰুক্তি হব। ব্যাকৰণৰ মজিয়াত খোপনি লৈ পিটখোৱা সুগঠিত সাহিত্যত যিমানেই কি বিদেশী বা বিভাষী শব্দ আৰু বচন-ভঙ্গী সোমাওক লাগে, সি কেতিয়াও সাহিত্যৰ স্বকীয়াত্বৰ হানি কৰিব নোৱাৰে,—মুঠেই সেই শব্দ আৰু বচন-ভঙ্গী গ্ৰহণ কৰিবৰ আৰু নিজৰ সাঁচত মাৰি লব জানিব লাগে। এই কথাৰ প্ৰমাণ দিবলৈ আমি সৰহ দুখ নকৰি আমাৰ জাতীয় সাহিত্যত বিচাৰি চালেই তাৰ ফটফটীয়া পটন্তৰ পামহঁক। ৺শঙ্কৰদেৱে হিন্দী, মাগধী, ব্ৰজবুলি, উড়িয়া আদি ভাষাৰ শব্দ আৰু বচন-ভঙ্গী পাচীয়ে-পাচীয়ে আনি আমাৰ অসমীয়া ভাষাত সুমুৱাৰ পৰা আমাৰ সাহিত্যৰ স্বকীয়াত্বত কোনো বিঘ্ন নঘটি তাৰ যে শ্ৰীবৃদ্ধিহে হল, সেই কথা এতিয়া পৈণত সাহিত্যিকসকলে স্বীকাৰ কৰে।

এটা ভাষাৰ ঠাইত আন এটা ভাষা থাপিবলৈ অস্বাভাৱিক বল প্ৰয়োগ কৰাৰ পৰা যে সুফল নফলিয়াব, বুৰঞ্জীয়ে তাৰ ভালেমান প্ৰমাণ জিলিকাই ৰাখিছে। যেনে, (১) পুৰণি গ্ৰীক সাহিত্যই এসময়ত পৃথিবীৰ সকলো সাহিত্যৰ ওপৰত ঠাই পাইছিল; পিচে, দুহেজাৰমান বছৰ সেই ভাৱে জিলিকাৰ পিচত, তাৰ ভাগ্য চকৰি লুটি খালে, সি মৰ-শ্ৰী ধৰি একেবাৰে মাৰ যাব লগাত পৰে। স্লাভোনীয়া জাতিয়ে পুৰণি গ্ৰীক্ জাতীয় ভাষাক তল পেলাই, সিবিলাকৰ নতুন সৃষ্ট গ্ৰীক্ ভাষাৰ প্ৰতিপত্তি গ্ৰীচত স্থাপন কৰিলে। তাৰ পৰা এটামান শতাব্দীৰ পিচত সেই নতুন আৰু পুৰণিৰ সামঞ্জস্য ঘটাই গঢ়া নতুন ভাষাৰ ঠাইত গ্ৰীচবাসীয়ে আকৌ পুৰণি গ্ৰীক্ ভাষাক থাপিবলৈ চেষ্টা কৰিলে; কিন্তু সেই অস্বাভাৱিক চেষ্টাৰ বছৰচেৰেকৰ পিচত দেখা গল যে, গ্ৰীচবাসী জনসাধাৰণে পুৰণি গ্ৰীক্ ভাষা যে লব নোৱাৰিলেই, নতুন ভাষাৰো চৰ্চ্চা এৰি দি দেশত অশিক্ষিতৰ লেখ বঢ়াবলৈ ধৰিলে; শেহান্তৰত সেই মাজতে প্ৰতিপত্তি লাভ কৰা ভাষাৰ

স্বাভাৱিক গতিক বাট এৰি দিবলগীয়া হয়। (২) আন হাতে, উত্তৰ ফ্ৰান্সৰ নৰ্ম্মাণবিলাকে ইংলণ্ড দখল কৰাৰ পিচত, তাত পোনতে সিবিলাকৰ নিজ ফৰাচী ভাষা চলাবলৈ মনস্থ কৰিছিল ; ৰাজকীয় কাৰ্য্যত লগোৱাৰ উপৰিও, ফৰাচী ভাষাত সিবিলাকে কিতাপপত্ৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। কিন্তু ফলিতাৰ্থত এই হল যে, ইংলণ্ডৰ জনসাধাৰণে যে সেই ভাষা লব নোৱাৰিলেই, ফৰাচীয়েও সেই ইংৰাজী মিহলি ভঁজুৱা ভাষা নিন্দাই, তাৰ প্ৰবৰ্ত্তক নৰ্ম্মাণবিলাকক ইতিকিং কৰিব ধৰিলে। অৱশেষত, তিনিশমান বছৰ পিচত নৰ্ম্মাণবিলাকে সেই অস্বাভাৱিক চেষ্টা এৰি দি ইংলণ্ডীয় নিজাপী প্ৰজাৰ ইংৰাজী ভাষা গ্ৰহণ কৰিবলৈ বাধ্য হল। (৩) আমাৰ নিজৰ দেশতো ঠিক তেনেকুৱা পটন্তৰ অসমৰ বুৰঞ্জীয়ে জিলিকাই ৰাখিছে। অসমত আহোম অভ্যুদয়ৰ বহু কালৰ আগৰে পৰা কামৰূপীয় বা এতিয়াৰ অসমীয়া ভাষাৰ প্ৰচলন আছিল ; আৰু আহোমৰাজেও নৰ্ম্মাণৰ দৰে প্ৰজাৰ মাজত নিজৰ ভাষা চলাবলৈ পোনতে অস্বাভাৱিক চেষ্টা নকৰি এৰা নাছিল। কিন্তু সুদূৰদৰ্শী আহোম ৰাজপুৰুষসকলে যেতিয়া দেখিলে যে প্ৰজাৰ জীয়া ভাষা উভালি তাৰ ঠাইত সিবিলাকৰ নতুন ৰাজভাষা ৰুবলৈ যোৱাটো অযথা চেষ্টা আৰু তাৰ দ্বাৰাই ৰাজকাৰ্য্য নিয়াৰিকৈ সম্পাদিত হোৱাৰ সম্ভাৱনা নাই, তেতিয়াই সিবিলাকে সেই চেষ্টা এৰি দি নিজাপী প্ৰজাৰ অসমীয়া ভাষাকহে গ্ৰহণ কৰিলে। আহোম ভাষাৰ প্ৰচলন বুৰঞ্জী আৰু আহোম ধৰ্ম্ম পুথিত থাপি আহোমৰাজে যাৱতীয় ৰাজকাৰ্য্যাদিত অসমীয়া ভাষা চলাই তাৰ উন্নতি কল্পে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে। অসম-প্ৰদেশী প্ৰখ্যাত পণ্ডিত শ্ৰীযুক্ত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ মহাশয়ে গৌৰীপুৰত বহা "উত্তৰ বঙ্গ সাহিত্য সম্মিলন"ৰ তৃতীয় অধিবেশনৰ সভাপতিৰ অভিভাষণত কৈছিল "যদি আহোম ৰাজগণ স্বাধীনভাবে ৰাজত্ব না কৰিতেন, তবে প্ৰাচীন কামৰূপীয়া ভাষা বঙ্গ ভাষাৰ সহিত মিশিয়া যাইত, হয়ত আজি অসমীয়া ভাষাৰ চিহ্নও দেখিতে পাইতাম না। আহোম ৰাজগণ এই ভাষাকে ৰক্ষা কৰিয়াছেন।" প্ৰকৃত পক্ষে যে আহোম অভ্যুদয়ৰ লগে লগেই হে অসমীয়া ভাষাই লিখিত সাহিত্য লাভ কৰি, ক্ৰমোন্নতিৰ ফলত বৰ্ত্তমান অৱস্থা পাইছিল, তাৰ বহল আভাস এই সম্ভাষণৰ যথাস্থানত দিয়া যাব। ভাষাবিশাৰদ পণ্ডিত শ্ৰীযুক্ত শশধৰ ৰায় এম-এ, বি-এল মহাশয়ে কামাখ্যাধামত "উত্তৰ-বঙ্গ সাহিত্য সন্মিলন"ৰ পঞ্চম অধিবেশনত সভাপতিৰ অভিভাষণত কৈছিল—"আহোম অভ্যুদয়ই আসামেৰ স্বাতন্ত্ৰ্যেৰ প্ৰধান কাৰণ। এই স্বাতন্ত্ৰ্যেৰ প্ৰধান চিহ্ন—ভাষাভেদ।" অসমীয়া ভাষা এইদৰে জীয়াই থকাৰ কাৰণেই যে অসমীয়া জাতি আজি টনকিয়াল হৈ জীয়াই আছে, সেইটো ওপৰত দিয়া যুক্তিৰ দ্বাৰা বিশদকৈ বুজা যায়। আৰু পৃথিবীৰ বুৰঞ্জীত জাতীয় জীৱনৰ এনে পটন্তৰৰ অভাৱ নাই। এতেকে জাতীয় জীৱন ধৰি টিকিবলৈ হলে, জাতীয় ভাষা জীয়াই ৰাখিব লাগিব আৰু জাতীয় জীৱনৰ উন্নতি সাধি সভ্যতাৰ সোপানত উধাবলৈ হলে, তাৰ আগে জাতীয় সাহিত্য গঢ়ি তাৰ উন্নতিলৈ লক্ষ্য ৰাখি খোজ দাঙিব লাগিব।

এইখিনিতে এইটো মনত ৰাখিবলগীয়া যে সাহিত্যৰ ভাষা সততে প্ৰাঞ্জল আৰু সৰ্ব্ব-সাধাৰণৰ বোধগম্য হলেহে তাৰ দ্বাৰা জাতীয় জীৱন গঢ়িত হব পাৰে নহলে সি জাতিটোৰ উন্নত এটা শ্ৰেণীক ফালি নি তাক নিশকতীয়া আৰু মৰামুৰা কৰে। কিয়নো ভাষাত অকল শিক্ষিতৰ আধিপত্য নৰজে, ই জনসাধাৰণৰহে সম্পত্তি। সাহিত্যৰ ৰচনা কঠিন হলে সি ক্ৰমাৎ

জনসাধাৰণৰ ভাষাৰ পৰা নিলগ হৈ যায় আৰু শেহান্তৰত সি তাকৰীয়া পণ্ডিতমণ্ডলীৰ মাজত-হে আৱদ্ধ হৈ ৰয়গৈ ; গতিকে তাৰ দ্বাৰা এটা জাতিৰ আটাইবিলাক লোক একেগোট হৈ জাতীয় জীৱন সুগঠিত হোৱাত অন্তৰায় ঘটে। সেই কাৰণেই আজিকালিৰ উন্নত জাতিবিলাকে জাতীয় সাহিত্যত কোৱা-ভাষা আৰু লিখা-ভাষাৰ মাজত পাৰ্য্যমানে ওচৰ-সম্বন্ধ ৰাখিবলৈ চায়। যি জাতিৰ সাহিত্য কোৱা-ভাষাৰ পৰা যিমান নিলগ হৈ যায়, সেই জাতিৰ জাতীয় জীৱন সিমান ক্ষীণাবলৈ ধৰে আৰু অন্তত কেতিয়াবা তাৰ অস্তিত্বও লোপ পায়গৈ।

সাহিত্যই ধৰ্ম্মৰো বাট লগায়। বুৰঞ্জীত ইয়াৰ প্ৰমাণৰ অভাৱ নাই। সাহিত্যই অসমত কেনেকৈ ধৰ্ম্মৰ বাট লগাইছিল, তাৰ আভাস যথাস্থানত দিয়া যাব। গতিকে ধৰ্ম্মগ্ৰন্থই সাহিত্যৰ যি অঙ্গ পূৰণ কৰে, সিও জনসাধাৰণৰ ভাষাৰে সৈতে লিখিত হোৱাহে বাঞ্ছনীয়। তেনে নোহোৱাৰ বাবে ধৰ্ম্মৰ বান্ধ জটিল অথচ ঢিলা হৈ পৃথিবীত ভালেমান জাতীয় জীৱন অকালত তললৈ গৈছে আৰু যাবলৈ ধৰিছে। বাইবেল গ্ৰন্থ হিব্ৰু আৰু গ্ৰাক্ সাহিত্যৰ পৰা লাটিনলৈ ভাঙি তাৰে সৈতে পূজা-অৰ্চ্চনা আদি চলাবলৈ ধৰাত লাটিন্ নজনা জনসাধাৰণে তাক ভাটৌৰ দৰে আওৰাইছিল, কিন্তু তাৰ পৰা সিবিলাকৰ অন্তৰত আচল ধৰ্ম্মভাবৰ সঞ্চাৰ নহৈছিল। তাৰ ফলত খ্ৰীষ্টধৰ্ম্মৰ মাজখনতে যি বিপৰ্য্যয় ঘটিছিল তাক বুৰঞ্জী পাঠকসকলে জানে। সেই একে গতিয়েই মছলমানৰ কোৰাণ আৰু হিন্দুৰ শাস্ত্ৰাদিৰো এতিয়া হৈছে। আৰবীত কোৰাণ আৰু সংস্কৃতত বেদ-শাস্ত্ৰাদিও লিপিবদ্ধ থকাৰ কাৰণে মছলমান আৰু হিন্দু জনসাধাৰণ ধৰ্ম্মৰ প্ৰকৃত মৰ্ম্মৰ পৰা বহু নিলগত পৰিছেগৈ আৰু তাৰ ফলত সিবিলাকৰ জাতীয় জীৱন ক্ৰমাৎ জুৰুলা হবলৈ ধৰিছে। ষোল শতিকাত মহাত্মা লুথাৰৰ ধৰ্ম্মসংস্কাৰৰ ফল স্বৰূপ যেতিয়াৰ পৰা বাইবেল দেশী ভাষাত অনুবাদিত হৈ জনসাধাৰণৰ মাজত প্ৰচাৰিত হল, তেতিয়াৰ পৰা খ্ৰীষ্টধৰ্ম্ম আকৌ ঠন্ ধৰি উঠিল। আমাৰ অসমতো সেই যুগতে মহাপুৰুষ ৺শঙ্কৰদেৱে যেতিয়া সংস্কৃত ভাগৱত মথি জনসাধাৰণৰ ভাষাৰে গঢ়িত অসমীয়া সাহিত্যত ভাগৱতী ধৰ্ম্মৰ গ্ৰন্থ ৰচি প্ৰচাৰ কৰিবলৈ ধৰিলে, তেতিয়াৰ পৰা সেই পৱিত্ৰ ধৰ্ম্মৰ সঞ্জীৱনী শক্তি লাভ কৰি অসমীয়া পতিত জাতীয় জীৱন আকৌ উদ্ধাৰ হল। কিন্তু হিন্দু ধৰ্ম্মৰ অন্যান্য পন্থাৰ ধৰ্ম্মগ্ৰন্থাদি এতিয়াও সংস্কৃতৰ শ্লোক হৈ ৰোৱাত আমাৰ বৰ্ত্তমান জাতীয় জীৱনে এতিয়াও সম্পূৰ্ণ গা কৰি উঠিব পৰা নাই। পূজা-সেৱা, যাগ-যজ্ঞ আৰু বিয়া-শ্ৰাদ্ধ ইত্যাদিত অপৈণত পূজাৰী, ধৰ্ম্মযাজক আৰু পুৰোহিতৰ অশুদ্ধ আৰু অস্পষ্ট উচ্চাৰণৰ প্ৰতিধ্বনি শুনি কণাই লাখুটি ধৰি বাট বুলাৰ দৰে অসমীয়া জনসাধাৰণ ধৰ্ম্মপথত আগবাঢ়িছে; কিন্তু কঠিন সংস্কৃত শ্লোকত লীন হৈ থকা ধৰ্ম্মৰ পৱিত্ৰ আৰু গভীৰ আধ্যাত্মিক ভাবৰ ওচৰ সীমাকে সিবিলাক নাপায়গৈ। সেই কাৰণেই বৰ্ত্তমানত আমাৰ সমাজ ধৰ্ম্মৰ প্ৰকৃত মোল নুবুজা হৈ ক্ৰমাৎ তললৈ গৈছে আৰু তাৰ লগে লগে আমাৰ জাতীয় জীৱন ক্ষীণাই মৰামুৱা হবলৈ ধৰিছে। এতেকে আমাৰ জাতীয় জীৱন পুনঃ টনকিয়াল কৰিবলৈ হলে, যিমান সোণকালে সম্ভৱ আমাৰ ধৰ্ম্মগ্ৰন্থাদি সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙি তাক জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ আমাৰ জাতীয় চেষ্টা হব লাগে। সেই একে কাৰণ আৰু উদ্দেশেই আৰবী ভাষাৰ পৰাও কোৰাণৰ অসমীয়া ভাঙনি ওলাব লাগে। নহলে ভাটৌৰ দৰে আৰবী আওৰাই আমাৰ মছলমান সম্প্ৰদায়ৰ সকলোৱে সমানে ধৰ্ম্মৰ প্ৰকৃত মৰ্ম্ম আয়ত্ত কৰিব নোৱাৰাৰ ফলত, সিবিলাকৰ জনসাধাৰণ অন্ধবিশ্বাসৰ আদি ভেটিতে পাচ পৰি ৰব আৰু সেয়ে

হলেই অসমীয়া জাতিটোৰ এটা প্ৰধান অঙ্গ ক্ষীণাই ৰোৱাৰ বাবে আমাৰ জাতীয় জীৱন সম্পূৰ্ণকৈ পূৰণ কৰিব পৰা নাযাব। সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙিলে ধৰ্ম্মৰ পবিত্ৰতাৰ হানি হব বুলি হিন্দুৰ যি বিশ্বাস, আৰবীৰ পৰা অসমীয়ালৈ ভঙাতো মছলমানৰ সেই বিশ্বাস, অতীজত লাটিনৰ পৰা দেশী ভাষালৈ ভঙাত খ্ৰীষ্টানৰো সেই একে বিশ্বাসেই আছিল। কিন্তু পৰিবৰ্ত্তনশীল জগত নতুনকৈ উঠি অহা আৰু সভ্যতাৰ খোপত আগবাঢ়ি উঠা জাতিৰ লগত উধাবলৈ হলে পুৰণি ৰীতি-নীতিৰ মামৰ গুচাই তাৰ সংস্কাৰ সাধিবই লাগিব। খ্ৰীষ্ট ধৰ্ম্মত সেই সংস্কাৰ সধা হৈ গৈছে, হিন্দু আৰু মছলমানৰ ধৰ্ম্মতহে সি এতিয়াও হবলৈ বাকী ৰৈছে। এই প্ৰসঙ্গতে ইয়াকো কোৱা যায় যে ধৰিবলৈ গলে ধৰ্ম্মৰে সৈতে ভাষাৰ কোনো সম্বন্ধ নাই। ধৰ্ম্ম সাৰ্ব্বজনিক, সনাতন আৰু বিশ্ব-জনীন। ধৰ্ম্ম কোনো বিশেষ ভাষাত আৱদ্ধ নাথাকে। যি ভাষাত যাৰ হৃদয়ে ভাব ফুটাব পাৰে, ভাব গ্ৰহণ কৰিব পাৰে, সেই ভাষাতে সেই জাতি বা সম্প্ৰদায়ৰ ধৰ্ম্মশাস্ত্ৰ লিপিবদ্ধ হোৱা বাঞ্ছনীয়। অসমীয়া ভাষাই হৈছে অসমীয়া হিন্দু-মছলমানৰ সেই হৃদয়স্পৰ্শী মাতৃভাষা, এতেকে অসমৰ হিন্দু-মছলমানৰ সিবিলাকৰ ধৰ্ম্মশাস্ত্ৰ অসমীয়া ভাষালৈ ভাঙি জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাটো যে এতিয়া সৰ্ব্বতোভাৱে কৰ্ত্তব্য হৈছে, তাক কোৱা বাহুল্য মাথোন। ইয়াৰ নিমিত্তে অসমত এটা সুকীয়া সুবিধা ৰৈছে যে ধৰ্ম্মত বাজে আন সকলো কথাত অসমীয়া হিন্দু আৰু মছলমান প্ৰায় এক; অসমীয়া ভাষাৰ প্ৰতি দুইৰো সমান মৰম, অসমীয়া সাহিত্যৰ উন্নতিলৈ দুইৰো সমান ধাউতি।

মানুহৰ মনোভাব ব্যক্ত হলেই ভাষাৰ সৃষ্টি হয় আৰু ভাষা লিপিবদ্ধ হলেই সাহিত্য গঢ়িত হয়। কিন্তু এইখিনিতে মন কৰিবলগীয়া যে কোন্ আৰু কেনে বিধৰ বিষয়ত লিপিবদ্ধ হোৱা ভাষাক সাহিত্য বোলা যায়। সাধাৰণতে, কাব্যালঙ্কাৰেই সাহিত্য নামে অভিহিত হৈছে। সৰ্ব্বসাধাৰণৰ ধাৰণা এই যে কাব্যই সাহিত্য আৰু সাহিত্যৰ উদ্দেশ্য সৌন্দৰ্য্য সৃষ্টি। সাহিত্যক এই সূত্ৰৰ ঠুঁহাত আবদ্ধ ৰাখি সিবিলাকে দৰ্শন, বিজ্ঞান, ইতিহাস আদি বিষয়-বিদ্যাক তাৰ পৰা পৃথকাই সুকীয়া আখ্যা দিয়ে। কিন্তু দকৈ গমি চালে বুজা যাব যে এই আখ্যা নিখুঁত নহয়; ইয়াত অকল ভ্ৰমেই নহয়, ভুলও আছে। মনোভাব ব্যক্ত হোৱাই যদি ভাষা আৰু ভাষা লিপিবদ্ধ হোৱাই যদি সাহিত্য, তেন্তে সি অকল কাব্যতে আবদ্ধ ৰব নোৱাৰে। মনোভাব অকল কাব্য-বিষয়কেই নহয়, সি হৰেক বিষয়ক হব পাৰে;—দৰ্শন, বিজ্ঞান, ইতিহাস, পুৰাতত্ত্ব, মানৱতত্ত্ব ইত্যাদিও তাৰ বিষয় হোৱাটো স্বাভাৱিক কথা। এতেকে যি ভাষাই এইবিলাক বিষয়ৰো ভাব বা জ্ঞান-বিদ্যা প্ৰকাশ কৰে, সেই ভাষাৰ সাহিত্যই সেই সকলো বিষয়ক জ্ঞানৰ বিভাগকে সামৰিব লাগিব। ই যুক্তিৰ বান্ধ এৰাব নোৱাৰা কথা। গতিকে, চমুকৈ সূত্ৰ বান্ধিবলৈ হলে, সংসাৰৰ যাৱতীয় বিষয়ৰ জ্ঞান-মূলক ভাবৰ লিপিবদ্ধ বিৱৰণকে সাহিত্য বোলা যায়। ভাষাক এনে ভাৱে আহলবহলকৈ ঠাই দি লিপিবদ্ধ কৰিলেহে সাহিত্য সম্যকৰূপে বিকশিত হোৱা সম্ভৱ; তেনে বিকশিত সাহিত্যৰ দ্বাৰাহে উন্নত সমাজ সংগঠন হোৱাৰ সম্ভাৱনা আৰু উন্নত সমাজৰ মাজতহে জাতীয় জীৱন গঢ়িত হোৱাটো সম্ভৱপৰ। অকল এটা অঙ্গ সবল হলেই শৰীৰৰ পুষ্টিসাধন নোহোৱাৰ দৰে, অকল কাব্যালঙ্কাৰৰ উন্নতিবিষয়ক সাহিত্যৰ দ্বাৰাও জাতীয় জীৱন যে পৰিপুষ্ট হব নোৱাৰে, সি ধ্ৰুৱ। সেই কাৰণে সাহিত্যত এফালে যেনেকৈ কাব্য, উপন্যাস, নাটক আদিৰ বিকাশ, আনফালে তেনেকৈয়ে দৰ্শন,

বিজ্ঞান, ইতিহাস, পুৰাতত্ত্ব, মানৱতত্ত্ব ইত্যাদিও প্ৰকাশ পাব লাগে, তেহে সাহিত্য সম্পূৰ্ণ বিকশিত হয় ; তেহে তাৰ দ্বাৰা জাতীয় জীৱন সবল হব পাৰে।

বৈজ্ঞানিক প্ৰণালীৰে বিদ্যা উপাৰ্জ্জন নহলে, জনসাধাৰণৰ মাজত জ্ঞান বিস্তাৰ সম্পূৰ্ণ হৈ নুঠে, বিশেষকৈ জগতৰ উপস্থিত উন্নতিৰ দিনত। ইয়াৰ ব্যাখ্যা বহল নকৰি, ইংৰাজ, মাৰ্কিন, জাৰ্ম্মাণ, জাপানী এই উন্নত জাতিবিলাকৰ সাহিত্য সংগঠন আৰু জ্ঞানউপাৰ্জ্জনলৈ আঙুলিয়ালেই যথেষ্ট হব। এইবিলাক জাতিৰো জাতীয় সাহিত্য যেতিয়ালৈকে অকল কাব্যালঙ্কাৰতে আবদ্ধ আছিল, তেতিয়া-লৈকে সিবিলাকৰো জাতীয় জীৱন টনকিয়াল হোৱা নাছিল, বৈজ্ঞানিক সাহিত্যৰ বলতহে আজি এই উন্নত জাতিবিলাকে পৃথিবীক চমক্ লগাই জিলিকিব পাৰিছে। বৰ দুখৰ বিষয় ভাৰত আজি এই বিষয়ত উদাসীন। আৰু বৰ পৰিতাপৰ বিষয় যে আমাৰ অসম এতিয়াও এই বিষয়ত সমূলি অনাভুৱা হৈয়ে ৰৈছে। বৈজ্ঞানিক শিক্ষা কি অসমে তাৰ মোল নাপায়। দৰ্শন, বিজ্ঞান, পুৰাতত্ত্ব, মানৱতত্ত্ব ইত্যাদি বিষয়ত অসমীয়া সাহিত্য ভড়াল তেনেই উদং! আন কি পঢ়াশলীয়া পাঠ্য-পুথিৰ তালিকাতো এইবিলাক বিষয়ক গ্ৰন্থ বা কিতাপ-পুথিৰ ঘৰত শূন্য। সাধাৰণ ভাবে বৈজ্ঞানিক চৰ্চ্চাৰ অভাব লৈ চাবলৈ হলেও, ইংৰাজী বা অন্ততঃ বঙলা সাহিত্যৰ ভড়াললৈ হাত নাপাতিলে অসমীয়াৰ সেই কামনা সিদ্ধি হবৰ উপায় নাই। এনে স্থলত, অসমীয়া সাহিত্যই অসমীয়া সমাজৰ উন্নতি সাধনত, অসমীয়া জাতীয় জীৱন গঠনত কি গুণ দিব পাৰে, তাক কৈ এই সম্ভাষণৰ দীঘ বঢ়োৱাতকৈ আপোনাসকলে সেই বিষয়ে গমি চোৱাহে বিধেয় বিবেচনা কৰোঁ।

জনসাধাৰণৰ মাজত জ্ঞান বিস্তাৰ কৰাই সাহিত্যৰ মুখ্য উদ্দেশ্য। এই উদ্দেশ্য সিদ্ধিহলেহে সমাজৰ উন্নতি সাধিব পাৰি। আৰু উন্নত সমাজৰ সমষ্টিৰেহে জাতীয় জীৱন গঢ়িবলৈ সমল পোৱা যায়। এতেকে, যি প্ৰণালীৰে সাহিত্য চৰ্চ্চা হলে ওপৰত কোৱা উদ্দেশ্য সাধন কৰিব পাৰি, তাৰ উদ্দেশ্যে সাহিত্যিকসকলৰ প্ৰতিভা, পৰিশ্ৰম আৰু অধ্যৱসায় নিয়োজিত হোৱা বাঞ্ছনীয়। এই বিষয়ত আমাৰ বৰ্ত্তমান পতিত জাতিয়ে পৃথিবীৰ আন আন উন্নত আৰু উন্নতিশীল জাতিবিলাকৰ আৰ্হি চিত্ৰত দেখোইঁক যে সাহিত্যক অকল কাব্যালঙ্কাৰৰ টোলৰ ভিতৰতে আবদ্ধ নাৰাখি ওপৰত কৈ অহা বিবিধ বিষয়ক জ্ঞান চৰ্চ্চাৰ নিমিত্তে ক্ষেত্ৰ বহলাই দিয়া হৈছে। তাৰ ফলত স্বাভাৱিকতে সেইবিলাক জাতিৰ সমাজ-বান্ধ কট্‌কটীয়া হৈ জাতীয় জীৱন আপুনি সুগঠিত হৈ উঠিছে। এতেকে আমিও সেই উন্নতি লাভ কৰিবলৈ হলে, সেইদৰে স্বাভাৱিক গতিৰে উধাবলৈ চাব লাগিব। গছৰ গুৰিৰেদি উঠি ডাল বগালেহে গুটি খাবলৈ পোৱা যায়, মাটিৰ পৰা গছৰ আগলৈ উধাও হৈ জপিয়ালে মুখ নভৰে। ইয়াকে গমি চাই আমাৰ নবীন আৰু প্ৰবীণ সাহিত্যিকসকলে এতিয়াৰ পৰা উল্লেখিত বিবিধ বিষয়ৰ গ্ৰন্থাদি ৰচিবলৈ আৰু প্ৰবন্ধাদি লিখিবলৈ লাগি যাওক ; তেহে আমাৰ সাহিত্য, সমাজ আৰু জাতীয় জীৱনৰ যথাৰ্থ উন্নতি হব।

ইমানলৈকে ভাষা, সাহিত্য আৰু সম্মিলনী সম্বন্ধে সাধাৰণভাৱে আভাস দিয়া হল আৰু মাজে মাজে ছেগ বুজি অসমীয়া ভাষা, অসমীয়া সাহিত্য আৰু অসমীয়া সম্মিলনীৰ বিষয়লৈ টোৱাই জুআবাৰমান কোৱা গৈছে। এতিয়া সেই বিষয়ে সুকীয়াকৈ অলপ আলচ কৰি আমাৰ সুকীয়া প্ৰসঙ্গৰ কাষ চাপি থিয় দিওঁ আৰু সেই অৰ্থে অসমীয়া ভাষা, সাহিত্য আৰু সম্মিলনীৰ শাৰীৰ অনুষ্ঠানৰ বুৰঞ্জী অলপকৈ উলিয়াই চাওঁ। কিন্তু, এইবিলাক বিষয়ক বুৰঞ্জী পাত-পাতকৈ

লুটিয়াবলৈ গলে সি বহুত। এই প্ৰসঙ্গত তালৈ ঠাই হলেও সময় হোৱাৰ সম্ভাৱনা নাই আৰু সময়ে আটিলেও তাৰ নীৰস বৰ্ণনাৰে সৈতে আপোনালোকক আমনি লগাওঁ বুলি ভয়। গতিকে, অগত্যা তাৰ লাগতিয়াল ভাগ কেইটামানৰ বিষয়ে আভাস মাথোন দিবলৈ আগ বাঢ়িলোঁ। কেতিয়াবা আকৌ ছেগ পালে অসমীয়া ভাষা, অসমীয়া সাহিত্য আৰু সম্মিলনীৰ বুৰঞ্জী বিষয়ে ৰাইজৰ আগত বহলাই কবলৈ বাঞ্চা থাকিল।

অসমীয়া ভাষা অতি পুৰাতনীয়া ভাষা আৰু ইয়াৰ মূল সংস্কৃত। সংস্কৃত ভাৰতবৰ্ষীয় আৰ্য্য জাতিৰ ভাষা আৰু ভাৰতবৰ্ষৰ আৰ্য্য-উপনিবেশ সংস্থাপনৰ আৰম্ভণৰ পৰাই প্ৰাচীন কামৰূপ আৰু আধুনিক অসম দেশত সংস্কৃত ভাষা আছিল বুলি অনুমান হয়। বিখ্যাত ঐতিহাসিক পণ্ডিত মিঃ বেইনৰ মতে, আৰ্য্যজাতিৰ ভাৰতবৰ্ষলৈ অহা ঠালৰ মানুহ দুভাগ হৈ এভাগ ভাৰতবৰ্ষৰ পচিম কোণৰ খাইবাৰ দুৱাৰেদি আৰু ইভাগ পূবকোণৰ পাটকাই দুৱাৰেদি একে সময়তে মাজ এছিয়াৰ পৰা ভাৰতবৰ্ষত সোমায়হি। তেনেহলে বুজা যায় যে পোন প্ৰথমে আৰ্য্য জাতিৰ সঁচ ভাৰতবৰ্ষত সঞ্চাৰিত হওঁতেই পচিমে সিন্ধু নদৰ পাৰত যেতিয়া খ্ৰীঃ পুঃ ডেৰ হাজাৰমান বছৰৰ পূৰ্ব্বে আৰ্য্যভাষা সংস্কৃতৰ বেদধ্বনি শুনা গৈছিল, তেতিয়াই পূবে ব্ৰহ্মপুত্ৰ নদৰ পাৰতো তাৰ প্ৰতিধ্বনি উঠিছিল। তাত বাজেও ৰামায়ণ, মহাভাৰত, কালিকা-পুৰাণ আদিতো কামৰূপত অতি পুৰণি কালৰে পৰা আৰ্য্য-উপনিবেশ সংস্থাপনৰ চিনাকি পোৱা যায়। কালিকা-পুৰাণৰ মতে, বিষ্ণুৰ ঔৰসত পৃথিবীৰ গৰ্ভত জন্ম পোৱা নৰক আদিতে মিথিলাত জনক ৰজাৰ ঘৰত প্ৰতিপালিত হৈছিল। মিথিলাৰ পৰা আহি নৰকে কামৰূপৰ ৰাজধানী প্ৰাগ-জ্যোতিষপুৰত ঘটক কিৰাতক বধি স্বীয় আধিপত্য স্থাপন কৰে। ৰামায়ণত নৰকক 'দানৱ' আৰু পুৰাণত 'অসুৰ' বোলা হৈছে যদিও নৰকৰ গাত আৰ্য্যতেজ আৰু আৰ্য্যসভ্যতা বিদ্যমান আছিল। 'মহাভাৰতৰ পূৰ্ব্বৰ ৰামায়ণ ৰচনাৰ কাল নিৰ্ণয় কৰি চালেই বুজা যাব কামৰূপত আৰ্য্য সভ্যতাৰ পোহৰ কত কালৰ পূৰ্ব্বেই প্ৰবেশ কৰিছিল।

আদিতে আৰ্য্যজাতিৰ ধৰ্ম্মশাস্ত্ৰ ঋগ্বেদ লিখিত গ্ৰন্থ নাছিল। তাৰ পুণ্য শ্লোকবিলাক বংশ-পৰম্পৰায় মুখে মুখে চলিছিল। তেতিয়া সংস্কৃত সাহিত্যও গঢ়িত হোৱা নাছিল। এনে অৱস্থাত আৰ্য্য আৰু অনাৰ্য্য বা আদিম নিবাসীৰ সংঘৰ্ষণত সিবিলাকৰ মাত-কথাৰ লৰচৰ ঘটি, সংস্কৃতৰ পৰা কালক্ৰমত প্ৰাকৃত, পালি, মাগধী, সৈন্ধৱী, কামৰূপী ইত্যাদি ভাষাৰ সৃষ্টি হয়। তাৰ বহু কালৰ পিচত, অনুমান খ্ৰীঃ পূঃ তিনি শতিকা মানতহে আৰ্য্যৰ ঠেঙুলি বঙ্গ, উড়িষ্যা প্ৰভৃতি ঠাইলৈ ক্ৰমাৎ বাঢ়ি যায়। গতিকে বঙালী, উড়িয়া প্ৰভৃতি ভাষা আগৰ কামৰূপী বা এতিয়াৰ অসমীয়া ভাষাতকৈ বহু কালৰ পিচতহে সংস্কৃতৰ ঠেঙুলি বাঢ়ি সৃষ্ট হয়। পণ্ডিত বেইনৰ মত ঠাৰৰ বুলি মানিবলৈ টান পালেও, অসমৰ আৰ্য্যবসতি বঙ্গ-উড়িষ্যাতকৈ যে আগ সেইটো মানিবই লাগিব। কাৰণ, আন ফালে চাবলৈ গলেও আৰ্য্যজাতি সিন্ধু নদৰ পাৰৰ পৰা ক্ৰমাৎ পূবলৈ ব্যাপ্ত হওঁতে শতদ্ৰু আৰু গঙ্গা নদীৰ দক্ষিণ পাৰলৈ বহুলকৈ সিঁচৰিত নহৈ, উত্তৰ পাৰে একেবাৰে ভাৰতবৰ্ষৰ অতি পূব-ভাগলৈকে বসতি বিস্তাৰ কৰাৰহে নিদৰ্শন পোৱা যায়। আৰু এনে নিদৰ্শনক আহিলা লৈহে ভাষাবিশাৰদ পণ্ডিত মিঃ গ্ৰীয়েৰছন চাহাবে তেওঁৰ গেজেটীয়াৰত এইদৰে

মন্তব্য কৰে, "Assamese literature is as old, if not older than Bengali and down to the commenecment of the present century was as copious". এই প্ৰসঙ্গত কোৱা যায় যে একে জননী-ভাষা সংস্কৃতৰ পৰা ওলোৱা বাবৈ অসমীয়া আৰু বঙলা ভাষাৰ যে বাই-ভনী সেইটো সঁচা, কিন্তু দুৰ্ভাগ্যক্ৰমে মাজতে মৰা পৰি আকৌ পুনৰ্জ্জন্ম পোৱা বা ঠন্ ধৰি উঠাৰ পিচৰ পৰা ধৰি বায়েক অসমীয়া ভাষাক অসমপ্ৰৱাসী বঙালী বন্ধুসকলে বঙালী ভাষাৰ ভনীয়েক পাতি যি কৈছে সি সমূলি মিছা, তাত যুক্তিৰ সঞ্চাৰ নাই।

অসমীয়া ভাষাৰ "অসমীয়া" নাম আধুনিক। পুৰণি কালত এই দেশৰ নাম কামৰূপ আছিল আৰু এই দেশবাসী লোকৰ ভাষাৰ নামো "কামৰূপীয়া ভাষা" আছিল। কিন্তু এই ভাষাৰ ওপৰত "অসমীয়া" নামৰ অধিকাৰো উপকৰা বুলিব নোৱাৰি। কামৰূপৰ সৌমাৰ খণ্ডৰ পৰা আৰম্ভ কৰি এতিয়াৰ গোটেই অসম উপত্যকাত অহম বা আহোম সকলে অসম প্ৰতাপেৰে আধিপত্য বিস্তাৰ কৰাৰ পিচৰ পৰা যেতিয়া সিবিলাকৰ নাম অনুসাৰে এই দেশৰ নাম "অসম" হয়, তেতিয়াৰ পৰাই এই দেশৰ প্ৰজাৰ ভাষা "অসমীয়া ভাষা" নামে অভিহিত হয়; সি আজি সাত-শ বছৰৰ আগৰ কথা। যদ্যপি "আহোম" বা "অহম" শব্দৰ পৰা অসম দেশ আৰু অসমীয়া ভাষাৰ নাম হৈছে, তথাপি ই আহোম নহয়; আহোম ভাষা অসমীয়া ভাষাৰ পৰা সম্পূৰ্ণ পৃথক। আহোমৰাজে দেশ-শাসনৰ সুবিধাৰ্থে নিজৰ ভাষা ৰাজকীয় কাৰ্য্যত নলগাই প্ৰজাৰ এই অসমীয়া ভাষাহে ব্যৱহাৰ কৰিছিল। আহোম ভাষা কেৱল বুৰঞ্জী আৰু ধৰ্ম্মপুথিতহে হৈছিল। তেতিয়াৰে পৰা আহোমসকলেও এই অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰিলে। আৰু, আহোম ৰাজত্বৰ আদি ছোৱাৰে পৰা অসমীয়া ভাষা ৰাজভাষা (Court Language) ৰূপে আদৃত হোৱাত দিনক্ দিনে তাৰ শ্ৰীবৃদ্ধি হবলৈ ধৰিলে। এতিয়া সি যি ভেটিত থিয় হৈ বৈছে, সেই ভেটিও এইখিনিতে চোঙোৱা হৈছিল। অসমীয়া ভাষাৰ মূলত সংস্কৃতৰ বাজেও, কামৰূপ বা অসমৰ আদিবাসীবিলাকৰ ভাষাৰ যি ভাঁজ লাগিছে বা যি ভাগ সোমাইছে, তাৰ গুৰিও এই খিনিতে। কাৰণ অসমীয়া ভাষা আৰু সাহিত্যৰ গুৰিয়ালক উৎসাহৰ সাৰ দিওঁতা আহোম ৰাজে সেই কালত দিগ্বিজয় কৰি ৰাজ্য বিস্তাৰ কৰোঁতে ভালেমান অসমৰ আদিমবাসীৰ লগত সংঘৰ্ষণ ঘটিছিল; সেই ছেগতে "প্ৰজাৰ ভাষা" হৈ সেইবিলাক জাতিৰ ভাষাৰো ভালেমান শব্দ অসমীয়া ভাষাৰ শব্দাৱলীৰ ভিতৰ সোমায়। যোৱা ৭৫ বছৰমানৰ আগতে ভাষাবিশাৰদ পণ্ডিত ব্ৰাউন চাহাবে অসমীয়া ভাষা বিশ্লেষণ কৰোঁতে ইয়াত শতকৰা ৬৩টাকৈ সংস্কৃত, ২৩টাকৈ মিচিমি, ৭টাকৈ অকা, ৫টাকৈ মান, ১টাকৈ আবৰ, ১টাকৈ খাম্‌তী এই হিচাপে আৰ্য্য আৰু অনাৰ্য্য ভাষাৰ মূল থকা শব্দ পোৱা গৈছিল। ইয়াৰ পৰা কিন্তু জনা যায় যে অসমীয়া ভাষাত আহোম ভাষাৰ সঁচ মুঠেই নাছিল; মাত্ৰ বুৰঞ্জীমূলক ৰাজকীয় ব্যাপাৰত আৰু আহোমৰ স্বকীয়া সম্বন্ধ বুজোৱা (যেনে নিচাওদেও, আপাদেও, পুথাওদেউতা,—এনাই দেউতা ইত্যাদি) শব্দ ব্যৱহৃত হৈছিল।

অসমীয়া ভাষাৰ উৎপত্তিৰ বিষয়ে মাথোন ওপৰত অলপমান আভাস দিয়া গল।

সেই উৎপত্তিৰ কালৰ পৰা সি ভাষাৰূপে পৰিচিত হোৱালৈকে, আৰু তাৰ পিচত সি সাহিত্যৰ সাঁচত উঠালৈকে, আকৌ তাৰ পিচতো সি সাহিত্যৰ গঢ় লৈ জিলিকা কালটো ছোৱা-ছোৱাকৈ ফঁহিয়াই তাৰ বিষয়ে আৰু ভালেমান কবলগীয়া আছে। এই বক্তাৰ সুযোগ্য সমনীয়া বন্ধু প্ৰত্নতত্ত্ববিদ পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱে অসমীয়া ভাষা আৰু সাহিত্যৰ গোটেই কালটোক তিনটা যুগত ভগাই ভাগে ভাগে তাৰ সূক্ষ্ম-বিচাৰ কৰি বিশদ বাখ্যা দি থৈছে। কলিকতাৰ পৰা ওলোৱা মাহেকীয়া "জোনাকী"ৰ তৃতীয় ভাগৰ গৌৰৱ বঢ়াই সেই ব্যাখ্যা-বক্তৃতা তাৰ বুকুত জিলিকি আছে। গোস্বামীদেৱৰ সেই যুগ-বিভাগ আৰু তাৰ বিচাৰ-ব্যাখ্যা এনে পৰিপাটিকৈ সজাই দেখুৱা হৈছে যে সেই সম্পৰ্কে আনে কবলৈ আৰু বাকী নাই বুলিলেও বঢ়াই কোৱা নহব। তথাপি তেওঁৰ "বৰ্ত্তমান" বা তৃতীয় যুগৰ পিচৰ পৰা এতিয়াৰ বৰ্ত্তমানলৈকে অৰ্থাৎ খ্ৰীঃ ১৮৯২ চনৰ পৰা ১৯১৭ চনলৈকে এই ২৫ বছৰৰ বুৰঞ্জীৰ বিষয়ে মাথোন অলপ বঢ়াই কোৱাৰ আৱশ্যক আৰু সেই আপাহতে অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী গোটেইটো আকৌ এবাৰ লুটীয়াই চাবলগীয়া হৈছে। সেই অৰ্থে তেওঁৰ প্ৰথম যুগটোৰ সামৰণিৰ সময় দুশ বছৰমান পিচুৱাই ধৰি, তাক দুছোৱা কৰিব খোজোঁ। কাৰণ তেনে কৰাৰ পৰা অসমীয়া ভাষাৰ "অন্ধ-যুগ" আৰু "ভাষা-যুগ" এই দুটা যুগ পৃথকাই দেখুৱাবলৈ চল লাগিব যেন বিবেচনা কৰোঁ আৰু তাৰ পৰা 'সাহিত্য-যুগ'টো সুকীয়াকৈ ফঁহিয়াই দেখুৱাবলৈকো বেছি সুবিধা হব যেন লাগে। গোস্বামীদেৱৰ বক্তৃতাত বন্ধা এই যুগ কেইটাঃ—যেনে (১) অসমীয়া ভাষাৰ জন্ম বা উৎপত্তিৰে পৰা খ্ৰীঃ ১৪৪৯ চনত ৺শঙ্কৰদেৱৰ জন্মলৈকে, (২) ৺শঙ্কৰদেৱৰ জন্মৰ পৰা খ্ৰীঃ ১৮২৬ চনত বৃটিছ ৰাজৰ আগমনলৈকে, (৩) বৃটিছ ৰাজৰ আগমনৰ পৰা ১৮৯২ চনত তেওঁৰ 'ৰ্বৰ্ত্তমান'লৈকে। এই বক্তৃতাত ভগাব খোজা যুগ এই কেইটাঃ—যেনে (১) অসমীয়া ভাষাৰ উৎপত্তিৰ পৰা অনুমান খ্ৰীঃ সপ্তম আৰু নৱম শতিকাত "দীপিকাছন্দ" আৰু "ডাকৰ বচন" ওলোৱালৈকে; (২) দীপিকা-ডাকৰ সময়ৰ পৰা খ্ৰীঃ ত্ৰয়োদশ শতিকাত আহোম অভ্যুদয় আৰু ৺মাধৱ কন্দলীৰ উদ্ভৱলৈকে; (৩) আহোম অভ্যুদয়ৰ পৰা খ্ৰীঃ পঞ্চদশ শতিকাত ৺শঙ্কৰদেৱৰ আবিৰ্ভাবলৈকে; (৪) ৺শঙ্কৰদেৱৰ আবিৰ্ভাবৰ পৰা খ্ৰীঃ ১৮১৬ চনত 'মানৰ দিন'লৈকে; (৫) 'মানৰ-দিন'ৰ পৰা বৃটিছ ৰাজত্বৰ বৰ্ত্তমান খ্ৰীঃ ১৯১৭ চনলৈকে। এতিয়া পিচৰ এই পাচোটা যুগ-বিভাগ ভাগে ভাগে ফঁহিয়াই চোৱা যাওক।

অসমীয়া ভাষাৰ ভাষা-যুগ।—অনুমান খ্ৰীঃ নৱম শতিকাত "ডাকৰ-বচন" পোহৰলৈ ওলায় আৰু তাৰ দুই শতিকামানৰ আগেয়ে 'দীপিকা-ছন্দ'ৰ উদ্ভৱ কোনো কোনোৱে অনুমান কৰে। কিন্তু এই পাচৰটো অনুমানত বহুল মতভেদ আছে। কোনো কোনোৰ মতে দীপিকা-ছন্দক খ্ৰীঃ ষোড়শ শতিকালৈহে টানি আনে। সি যি নহওক, এই যুগকে অসমীয়া ভাষাৰ ভাষা-যুগ বুলি ধৰা হৈছে আৰু ইয়াৰ ব্যাপ্তি সাত-শ বছৰমান হব। নিতান্ত পক্ষে, দীপিকা নহলেও ডাক এই যুগত নিশ্চয় আছে। এই ডাকৰ বচনতে আমি অসমীয়া ভাষাৰ চিন ধৰিব পৰা হলোঁহঁক। আদিতে আৰ্য্যৰ আদি-শাস্ত্ৰ ঋগ্বেদ মৌখিক থকাৰ দৰে, এই ডাকৰ বচন

মৌখিক আছিল। সেই কাৰণে ইয়াক অসমীয়া সাহিত্যৰ ভিতৰত নধৰি অসমীয়া ভাষাৰ চিন বুলি ধৰা হৈছে। আৰু সেই চিনৰ চানেকী এই এফাঁকি বচনতে পোৱা যাব :—যেনে সাতত পাতল, পাঁচত ঘন, ছয়ত তামোল নদনবদন"।—কৃষি-পদ্ধতি। এই যুগ অন্ধযুগতকৈ অৱশ্যে পোহৰ ; কিন্তু সেয়ে বেছি নহয় আৰু সেই বিষয়ে কবলৈকো সমল সৰহ নাই। মুঠতে ইমানকে মাথোন কোৱা যায় যে এই যুগৰ অসমীয়া ভাষা আৰু এতিয়াৰ অসমীয়া ভাষাৰ পাৰ্থক্য বিষম নহয় ; সেই ভাষাই যে এই ভাষাৰ ভেঁটি তাক সহজতে পতিয়াব পাৰি।

অসমীয়া সাহিত্যৰ আদি-যুগ।—ত্ৰয়োদশ খৃষ্টাব্দত আহোম অভ্যুদয় আৰু ৺মাধৱ কন্দলীৰ উদ্ভৱৰ লগে লগেই অসমীয়া ভাষা লিপিবদ্ধ হবলৈ ধৰে আৰু তেতিয়াৰ পৰাই অসমীয়া সাহিত্য গঢ়িত হয় বুলি ধৰিব পাৰি। ওপৰত উল্লেখ কৰা হৈছে যে আহোম ৰাজত্বৰ আৰম্ভণৰে পৰা অসমীয়া ভাষা ৰাজভাষা ( Court Language ) ৰূপে গৃহীত হয় এতেকে তেতিয়াৰ পৰাই ইয়াৰ সাহিত্য গঢ়িত হৈছে বুলিলে যুক্তিৰ সীমা ডেই যোৱা নহব। সেই সময়তে ৺মাধৱ কন্দলীয়ে সংস্কৃতৰ পৰা ভাঙি অসমীয়াত পদ ৰচনা কৰিছিল। তাৰ চিন ৰামায়ণৰ অযোধ্যা-কাণ্ড আৰু সুন্দৰা-কাণ্ডৰ অসমীয়া ভাঙনি অসমীয়া সাহিত্য ভঁৰালত লখিমী স্বৰূপে জিলিকিব লাগিছে। একে আষাৰে কবলৈ গলে মাধৱ কন্দলীকে অসমীয়া ভাষাৰ জন্মদাতা আৰু পোন-প্ৰথম উন্নতিৰ বাটল-গাওঁতা বুলিব পাৰি। তেওঁৰ খোজৰ চিন ধৰিহে ইয়াৰ পিচত যুগৰ উজ্জ্বল ৰত্ন ৺শঙ্কৰদেৱে অসমীয়া সাহিত্যক্ষেত্ৰত খোজ ধৰিছিল। তাৰ প্ৰমাণ ৺শঙ্কৰদেৱ ৰচিত ৰামায়ণৰ এই ফাঁকিতে ভালকৈ পোৱা যায় :—"পূৰ্ব্ব কবি অপ্ৰমাদি, মাধৱ কন্দলী আদি, তেহেঁ বিৰচিলা কৃষ্ণকথা। তাহান পদক চাই,নিবন্ধিলোঁ পদ আমি * * * " ইত্যাদি।

মাধৱ কন্দলীৰ আগেয়ে কোনোবা অসমীয়া লিখাৰু কবি আছিল নে নাই কবলৈ টান কিন্তু তাৰ চিন্ চানেকী পাবলৈ নাই যদিও তেওঁৰ আগৰ আৰু সমসাময়িক লিখক আৰু জনদিয়েক আছিল বুলি অনুমান হয়। তাৰ ভিতৰত৺হেম সৰস্বতীৰ নাম পোৱা গৈছেই। তথাপি সংস্কৃত জ্ঞান-ভঁড়ালৰ পৰা সমল বাছি আনি তাৰ অসমীয়া ভাঙনিৰে সৈতে অসমীয়া সাহিত্য-ভঁড়াল পতাৰ বুদ্ধিটি যে মাধৱ কন্দলীৰ মূৰতেই সৰ্ব্বাতকৈ আগেয়ে খেলাইছিল, সেই কথা নপতিয়াবলৈ তেওঁৰ পূৰ্ব্ববৰ্ত্তী পুৰুষৰ চিন্-চানেকী আমি এতিয়ালৈকে আগত পোৱা নাই। অসম দেশত জ্ঞানৰ পোহৰ পেলাবলৈ আৰু অসমীয়া জাতিক অজ্ঞান-আন্ধাৰৰ পৰা উদ্ধাৰ কৰিবলৈ পোন-প্ৰথম উদ্যম যে মাধৱ কন্দলীৰ, তাক অস্বীকাৰ কৰিবলৈকো আমাৰ হাতত বা বুৰঞ্জীৰ পাতত তাৰ বিৰুদ্ধ মতৰ চিন্ এতিয়ালৈকে একো নাই। ৺মাধৱ কন্দলীৰ হাতে-গঢ়া অসমীয়া সাহিত্য পদ্যময় আছিল, গদ্যত তেওঁৰ হাত লগাৰ চিন্ আমি পোৱা নাই। কিন্তু সেই সময়তে বা তাৰ কিছু কালৰ আগতে যে অসমীয়া সাহিত্য গদ্যৰ সাঁচতো উঠিছিল, তাত সন্দেহ নাই। কাৰণ, আহোম ৰাজত্বৰ আদি ছোৱাতেই সি ৰাজ-ভাষা ( Court Language ) ৰূপে গৃহীত হৈছিল ; গতিকে ৰাজকীয় কাৰ্য্যত অৱশ্যে তাৰ প্ৰচলন নোহোৱাকৈ থকা নাই। আশা কৰোঁ প্ৰত্নতত্ত্ববিদসকলৰ অনুগ্ৰহত আমি এই যুগৰ অসমীয়া সাহিত্যৰ গদ্য-চানেকী সোনকালে দেখিবলৈ পামহঁক। এই যুগৰ ব্যাপ্তি খ্ৰীঃ ত্ৰয়োদশ শতিকাৰ পৰা পঞ্চদশ শতিকালৈকে তিনি-শ বছৰমান হব।

অসমীয়া সাহিত্যৰ মধ্য-যুগ।—এই যুগকে অসমীয়া সাহিত্যৰ পোহৰ-যুগ বুলিব লাগে। ইয়াৰ ব্যাপ্তি খ্ৰীঃ শতিকা পোন্ধৰৰ পৰা উনইশলৈকে চাৰি-শ বছৰ মান হ'ব। এই যুগতে অসমীয়া সাহিত্যই পূৰ্ণ-শ্ৰী ধৰি জগতৰ সাহিত্য গগণত এটি অতি উজ্জ্বল নক্ষত্ৰৰ দীপ্তিৰে দীপ্তি-মান হৈছিল। ক্ষণজন্মা মহাপুৰুষ ৺শঙ্কৰদেৱৰ উদ্ভৱেই এই যুগত অসমীয়া সাহিত্যৰ অসাধাৰণ শ্ৰীবৃদ্ধিৰ আচল কাৰণ। ঈশ্বৰৰ ইচ্ছাত যি মহৎ উদ্দেশ্যে পৃথিবীত মহাপুৰুষসকলৰ উদ্ভৱ হয়, মহাপুৰুষ শঙ্কৰদেৱৰ উদ্ভৱতো সেই মহান্ উদ্দেশ্য বিৰাজমান। ৺শঙ্কৰৰ অৱতাৰী আৱিৰ্ভাবৰ আগলৈকে অসমীয়া সমাজত জ্ঞান-ধৰ্ম্মবিবৰ্জ্জিত আৰু নৈতিক বলহীন হৈ একেবাৰে অধঃপাতে গৈছিল। জ্ঞানৰ অভাৱ, ধৰ্ম্মবিশ্বাসত কু-সংস্কাৰ, নীতি আচাৰ-আদিৰ বান্ধ ঢিলা ইত্যাদি হীনতাৰ দোষত কলুষিত হৈ অসমীয়া জাতীয় জীৱনে মৰ-শ্ৰী ধৰিছিল। এনে পতিত অৱস্থাৰ পৰা অসমীয়া জাতিক উদ্ধাৰ কৰাৰ মানসে ভগৱন্তে যথাসময়ত মহাপুৰুষ ৺শঙ্কৰদেৱৰ 'সম্ভৱ' ঘটায়। শ্ৰীশঙ্কৰদেৱে স্বীয় অলৌকিক প্ৰতিভাৰ পোহৰত ফট্‌ফটীয়াকৈ দেখিলে যে এই পতিত জাতিটোক উদ্ধাৰ কৰিবলৈ হলে, তাৰ ধৰ্ম্ম, সমাজ, আৰু সাহিত্যৰ সম্বন্ধ একেডালি সূতাৰে এনে ভাবে গাঁথিব লাগিব, যাতে জ্ঞানৰ পোহৰ নাপাই আন্ধাৰত থেপিয়াই ফুৰা অসমীয়া জনসাধাৰণে এটাকে ধৰি আনটোক এৰিব নোৱাৰা হয়। সেই উদ্দেশ্যে শঙ্কৰদেৱে ধৰ্ম্মৰ মোহিনী মন্ত্ৰেৰে জাৰি এটি অভিনৱ অসমীয়া সাহিত্য গঢ়িবলৈ সঙ্কল্প কৰিলে। এই সম্পৰ্কত উপকৰাকৈ চালে, শঙ্কৰদেৱে য়ুৰোপৰ আৰ্হি লোৱা যেন লাগি যায়। য়ুৰোপৰ বৰ্ত্তমান উন্নত সাহিত্যবিলাক যেনেকৈ পোনতে ধৰ্ম্মৰ সাঁচত মৰা হৈছিল, শঙ্কৰীয়া অসমীয়া সাহিত্যও ঠিক সেইদৰে ধৰ্ম্মৰ সাঁচত উঠিছিল। কিন্তু আচৰিত এই হে যে অসমীয়া ধৰ্ম্ম সমাজ আৰু সাহিত্যৰ সংস্কাৰক মহাপুৰুষ শঙ্কৰদেৱে য়ুৰোপ পৰ্য্যটনলৈকো ওলোৱা নাই, আৰু য়ুৰোপীয় গ্ৰন্থাদিৰ সাহায্যত তাৰ চানেকী লবলৈকো তেওঁ য়ুৰোপীয় ভাষা সমুলি নাজানিছিল। ইয়াৰ পৰা এইটো আপুনি ঠাৱৰ হৈ উঠে যে ঈশ্বৰপ্ৰেৰিত দূত মহাপুৰুষসকলৰ বুদ্ধি-বৃত্তি আৰু কাৰ্য্য-কৌশল একে আবেশেৰে বিকাশ পায়, তেহেলে সিবিলাক যিমানেই কি নেদেখা-নুশুনা নিলগৰ হওক। শঙ্কৰদেৱে অপূৰ্ব্ব কৌশলেৰে এহাতে ধৰ্ম্ম আৰু ইহাতে সাহিত্যক সাৰথি ধৰি সমাজ গঢ়িবলৈ আগবাঢ়িলে। তেওঁ সামাজিক কু-সংস্কাৰৰ আন্ধাৰৰ মাজেদি স্বীয় প্ৰতিভাৰ প্ৰভাৱেৰে জিলিকি ক্ৰমাৎ আগুৱাবলৈ ধৰিলে। তেওঁ বহু পুৰুষাৰ্থেৰে হিন্দুৰ সংস্কৃত শাস্ত্ৰৰ পৰা সাৰ সংগ্ৰহ কৰি অসমীয়াত সুললিত পদ ৰচনা কৰিবলৈ ধৰিলে। আৰু সেই পদ ৰচনাৰে সৈতে অসমীয়া সমাজক মুহিব পৰাকৈ শ্ৰীশঙ্কৰে ভাগৱতী ধৰ্ম্মৰ মূলশাস্ত্ৰ "কীৰ্ত্তন-পুথি" ৰচনা কৰি প্ৰচাৰ কৰিলে। অকল সেয়ে নহয়, হিন্দুধৰ্ম্মৰ ওখ ভাববিলাক আৰু পৌৰাণিক সমাজৰ আদৰ্শ চৰিত্ৰৰ চিত্ৰবিলাক পতিত অসমীয়া সমাজে মণিব পৰাকৈ পোহৰাই ধৰি তেওঁ নাট ৰচনা কৰিবলৈকো আগবাঢ়িল। ফলিতাৰ্থত ৺শঙ্কৰদেৱৰ ৰচিত কীৰ্ত্তন-দশমাদি পাঠ কৰি আৰু ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, সীতা-সয়ম্বৰ আদি নাটক ভাওনা কৰি অসমীয়া জন-সাধাৰণে সমাজবদ্ধ হৈ আকৌ জাতীয় জীৱন লাভ কৰিলে আৰু তাৰ লগে লগে অসমীয়া সাহিত্যও অতৰ্কিতভাৱে সুগঢ়িত হৈ উঠিল। এই যুগতে ৺শঙ্কৰদেৱৰ সমসাময়িক লিখক ৺মাধৱদেৱ, ৺অনন্তকন্দলী, ৺ৰামসৰস্বতী আদি আৰু জনচেৰেক প্ৰতিভাশালী সাহিত্যিক মহাপুৰুষৰ ঘোষা, ভক্তিৰত্নাৱলী, ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থৰত্নই অসমীয়া সাহিত্যক বৰ ৰূপহ আৰু উন্নত

কৰি তুলিলে। এইসকলৰ সাহিত্যিক কাৰ্য্যকলাপৰ বিষয়ে আভাস মাত্ৰ দিবলৈ হলেও এটা সুকীয়া বক্তৃতাৰ ঠাই আৰু সময় লাগিব। এইখিনিতে আৰু এটা কথালৈ মন কৰিবলগীয়া হয়, অসমীয়া সাহিত্যৰ আদি-যুগত যিদৰে অসমৰ দাঁতি-কাষৰীয়া আদিম জাতি-বিলাকৰ ভাষা দোৱানৰ পৰা শব্দ সোমাই অসমীয়া সাহিত্যৰ শব্দাৱলীক গেৰেলুৱা কৰিছিল, মধ্য-যুগত তেনেকৈ ভাৰতবৰ্ষৰ আন প্ৰাদেশিক ভাষাৰ পৰা বাছনি শব্দ সোমাই অসমীয়া সাহিত্যৰ শব্দাৱলী শুৱনী আৰু চহকী কৰিছিল। প্ৰথমটোৰ কাৰণ ইয়াৰ আগতে উনুকিয়াই অহা হৈছে যে আহোমসকলে দিগ্বিজয় কৰি ৰাজ্য বিস্তাৰ কৰোঁতে অসমৰ আদিমবাসীবিলাকৰে সৈতে ঘনিষ্ঠ সম্বন্ধ ৰাখিব লগা হোৱাত সিহঁতৰ দোৱানৰ পৰাও অসমীয়া ভাষাত কিছুমান শব্দ সোমাল। দ্বিতীয়টোৰ কাৰণ হৈছে, ৺শঙ্কৰদেৱ প্ৰমুখ্যে এই যুগৰ বুদ্ধিমন্ত, সুদূৰদৰ্শী আৰু প্ৰতিভাশালী কবি-সাহিত্যিকসকলে পুৰী, গঙ্গা, গয়া, কাশী, মথুৰা, প্ৰয়াগ প্ৰভৃতি তীৰ্থ ভ্ৰমণৰ পিচত উড়িয়া, ব্ৰজবুলি, মৈথিলী প্ৰভৃতি ভাষাৰ পৰা পদৰ উপযোগী সংস্কৃতমূলক বছা-বছা শুৱলা শব্দ ভালেমান আনি অসমীয়া শব্দাৱলীত সুমুৱাইছিলহি। ফলত ইয়াৰ পৰা আমাৰ সাহিত্যৰ অপকাৰ নহৈ যে বিশেষ উপকাৰহে হৈছিল এতিয়া তাৰ চিন্ পোৱা গৈছে। ইয়াৰ কাৰণ ওপৰৰ এঠাইত উনুকিয়াই অহা হৈছে যে ব্যাকৰণতহে ভাষা আৰু সাহিত্যৰ বিশেষত্ব ৰয়, বাক্যাৱলী বা বচন-ভঙ্গীত নহয়; আৰু সাৱধানে নিজৰ জাতীয় সাঁচত মাৰি লব জানিলে বিদেশী বা বিভাষী শব্দই কোনো জীয়া ভাষাৰ ওপৰত বল কৰিব নোৱাৰে। অসমীয়া সাহিত্যত সেই কথা নিখুঁতকৈ খাটিছে। মহা প্ৰতিভাশালী লিখক ৺শঙ্কৰদেৱৰ সুকৌশলী কাপ-নৰনিয়ে সেই বিভাষী শব্দ, বচন-ভঙ্গী আৰু শব্দাৱলী অসমীয়া সাহিত্যত এনে নিমজকৈ খাপ খুৱাই থাপিলে যে সোণত সুৱগাৰ দৰে, অসমীয়া সুৰত সি একেবাৰে ৰজিতা খাই মিলি গল; তাৰ গুণত অসমীয়া পদত এফেৰিও ঘুণ নালাগি তাৰ লালিত্যহে বাঢ়িল। ইয়াৰ দ্বাৰা শঙ্কৰসুৰীয়া সাহিত্যিকসকলে ইয়াকো প্ৰমাণ দেখুৱালে যে অসমীয়া সাহিত্য এনে স্বতন্ত্ৰ আৰু শিৰফুটা যে তাত পাচীয়ে-পাচীয়ে বিভাষী শব্দ আৰু বচনভঙ্গী সোমায়ো তাক ভঁজুৱা কৰিব নোৱাৰিলে। এই সম্ভাষণৰ আদিছোৱাতে কৈ অহা হৈছে যে ভাৰতকৈ ভাষা সদায় এখোজ আগ আৰু সাহিত্যই ধৰ্ম্ম আৰু সমাজক বান্ধ লগায়। সেই কথাও অসমীয়া সাহিত্যৰ এই' খাপিতে খাই পৰিছে। শঙ্কৰীয়া সাহিত্যই অসমীয়া জনসাধাৰণৰ অন্তৰত কেনেকৈ ধৰ্ম্মৰ পৱিত্ৰ ভাব সুমুৱালে, কেনেকৈ এই পতিত জাতিটোক সমাজ-বান্ধ দি তাৰে সৈতে অসমীয়া জাতীয় জীৱন গঢ়িলে, তাক ভাঙি-পাতি বুজাবলৈ গলে, আন প্ৰসঙ্গত আন এটা বক্তৃতাৰ ছেগ লাগিব। গতিকে এই যুগৰ কথা চমুকৈ ইমানতে এৰি মুঠতে কোৱা যায় যে এয়ে অসমীয়া সাহিত্যৰ আটাইতকৈ উজ্জ্বল যুগ। এই যুগতে অসমীয়া সাহিত্যই উন্নতিৰ মুধ ছুইছিলগৈ। এইখিনিতে অসমীয়া সাহিত্যৰ অস্তিত্ব অভগন হয়। তাৰ চিন্ ইয়াৰ পিচৰ যুগৰ বৰ্ণনাত আকৌ ওলাবগৈ। অসমীয়া সাহিত্যই এনে উন্নতি লভি তাৰ মুখ্য উদ্দেশ্য সমাজ বন্ধন আৰু জাতীয় জীৱন সংগঠন কাৰ্য্যত কৃতকাৰ্য্য হোৱাৰ বাবে ৺শঙ্কৰদেৱ,

৺মাধৱদেৱ, ৺অনন্তকন্দলী, ৺ৰামসৰস্বতী আদি মধ্য-যুগৰ উজ্জ্বল সাহিত্যিক মহাপুৰুষ সকলৰ ওচৰত অসমীয়া জাতি জীয়াই থাকে মানে কৃতজ্ঞ থাকিব; যত্থাপি সিবিলাকৰো পথপ্ৰদৰ্শক, অসমীয়া সাহিত্যৰ আচল জন্মদাতা আৰু আদি যুগৰ নামজলা লিখক ৺মাধৱকন্দলীলৈ সেই কৃতজ্ঞতাৰ আগভাগ আগনবঢ়াই নোৱাৰি।

সঙ্গীত কাব্যালঙ্কাৰৰ প্ৰধান সমল। গতিকে সাহিত্যক সবল কৰিবলৈ ই যে সামান্য বল দিয়ে এনে নহয়। বিশেষতঃ সমাজক মুগ্ধ কৰি সজ বাট লগোৱাত জাতীয় সঙ্গীতে আচৰিত গুণ দিয়ে। অসমীয়া ভাষাত সঙ্গীতৰ প্ৰথম সৃষ্টি চূড়ান্ত উন্নতি এই মধ্য যুগতে হয়। ৺শঙ্কৰ-মাধৱে বৰগীত ৰচনা কৰাৰ আগেয়ে অসমীয়া সাহিত্যত সঙ্গীত নাছিল বুলিলে তেনেই আশইমতা নহব। এই বিষয়ত শঙ্কৰদেৱতকৈ মাধৱদেৱৰহে অধিকাৰ অধিক আছিল। 'বৰগীত' বিশ্লেষণৰ পৰা জনা যায় যে বাৰকুৰি (২৪০) বৰগীতৰ ভিতৰত ডেৰকুৰিহে শঙ্কৰদেৱৰ। বাকী দহ কুৰি দহোটা মাধৱদেৱৰ। গীতৰ লেখ এৰি, তাৰ ৰচনাৰ পাৰ্থক্য-বিচাৰত দেখা যায় যে শঙ্কৰৰ ৰচনা লালিত্য-প্ৰধান আৰু মাধৱৰ ৰচনা গাম্ভীৰ্য্য-প্ৰধান। এই বিষয়ে সৰহ কথা নোচোৱাই দুইৰো দুটি গীতৰ পৰা দুফাঁকিমানকৈ টুকি দেখুৱালেই আপোনাসকলে তাৰ মোল পাব। যেনে—

ৰাগ—আশোৱাৰী

"জগজন জীৱন অজন জনাৰ্দ্দন
দনুজ দমন দুখ হাৰী।
মহদানন্দ কন্দ পৰমানন্দ
নন্দনন্দন বনচাৰী।" ইত্যাদি —শঙ্কৰদেৱ

ৰাগ—সিন্ধুৰা

"জয় জয় ৰাম ৰাঘৱ ৰঘুকুল পঙ্কজ
দিনকৰ ৰাম মুৰাৰি।
যো পদ কমল সুৰাসুৰে সেৱত
সকল ভুৱন অধিকাৰী।" ইত্যাদি —মাধৱদেৱ

এইবিলাক বৰগীত অসমীয়া সাহিত্যৰ স্বকীয়া সম্পত্তি। ইয়াত অন্য সাহিত্যৰ দাবী নৰজে। কিন্তু বৰ পৰিতাপৰ বিষয় যে আজিকালি সঙ্গীত চৰ্চ্চা অসমীয়া সাহিত্যত নোহোৱা হৈছে আৰু বৰগীতত পাকৈত লোকৰ লেখো টুটি আহিছে। বছৰচেৰেকৰ আগতে এই বক্তাই তেওঁৰ সুযোগ্য বন্ধু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী আৰু শ্ৰীযুত ৰাধানাথ ফুকন প্ৰমুখ্যে জনদিয়েক অসমীয়া সাহিত্যানুৰাগী পুৰুষেৰে লগ লাগি, তেওঁ "তেজপুৰ অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা"ৰ সম্পাদক থাকোতে, বৰগীত উদ্ধাৰৰ অৰ্থে বহু পুৰুষাৰ্থ কৰিছিল কিন্তু নানা অসুবিধা হেতুকে সিবিলাকৰ সেই যত্ন সফল হবলৈ নাপালে। তাৰ বছৰচেৰেকৰ পিচত এই বক্তাৰ অন্যতম প্ৰিয়-বন্ধু ৺লক্ষ্মীৰাম বৰুৱাদেৱৰ উদ্যমত নতুন আৰু পুৰণি 'গান' আৰু 'গীত'ৰ বিষয়ে যি অলপ চৰ্চ্চা আকৌ হবলৈ ধৰিছিল, সিও তেওঁৰ অকাল-বিয়োগ হেতুকে অকালতে মাৰ গল। এতিয়া অসমীয়া সঙ্গীতৰ চৰ্চ্চা লোপ পাবলৈ ধৰিছে বুলিলে, বোধ কৰোঁ সত্যৰ মৰ্য্যাদা হানি নহব। এতেকে শঙ্কৰীয়া যুগতে যে অসমীয়া সাহিত্যৰ সঙ্গীতৰো চূড়ান্ত

উন্নতি আৰু শঙ্কৰ-মাধৱৰ তিৰোভাবৰ পিচৰ পৰা তাৰ ক্ৰমাৎ অৱনতি এই কথা এতিয়া স্বীকাৰ নকৰিলে নহব কিন্তু এই ত্ৰুটি স্বীকাৰ যেন আমালৈ আৰু সৰহ দিনৰ নিমিত্তে নাথাকে, এই বাঞ্ছা।

অসমীয়া সাহিত্যৰ বৰ্ত্তমান-যুগ।—অসমীয়া সাহিত্যিকসকলে এই যুগৰ আৰম্ভণ ১৮২৬ খ্ৰীষ্টাব্দত অসমত বৃটিছ ৰাজত্বৰ আৰম্ভণ হোৱাৰ পৰা ধৰে। কিন্তু প্ৰকৃতপক্ষে ইয়াক আৰু দহ বছৰমানলৈ উজাই নি ১৮১৬ খ্ৰীষ্টাব্দত "মানৰ দিন" আৰম্ভ হোৱাৰ পৰাহে ধৰিবলগীয়া। মানৰ দিনৰ উপদ্ৰৱত অসম দেশ ছাৰখাৰ হোৱাৰ লগে-লগে অসমীয়া সমাজ ভাগি ঠান্ ঠান্ হল। অসমীয়া সাহিত্য-ভড়ালত জুই লাগিল। অসমীয়া জাতীয়-জীৱন গছ উভালি পৰিল। এইথিনিতে অসমীয়া সাহিত্যৰ মধ্য বা শঙ্কৰীয়া যুগৰ অকাল-অৱসান ঘটিল। খ্ৰীঃ ১৮১৬ চনৰ পৰা ১৮২৬ চনলৈকে এই দহ বছৰত অসমীয়া সাহিত্যৰ একেবাৰে মৰামুৱা অৱস্থা। এনে অৱস্থাত খ্ৰীঃ ১৮২৬ চনত য়াণ্ডাবু সন্ধি মতে, বৃটিছৰাজে 'মানৰ দিন'ৰ অন্ত পেলাই যেতিয়া 'অসম উদ্ধাৰ' কৰিলে, তেতিয়া অসমীয়া সাহিত্যই আকৌ চেতনা পাইছিল যদিও গা টঙাই উঠিব পৰা নাছিল। তথাপি বৃটিছৰাজে দয়া কৰি অসমীয়া সাহিত্যক সজীৱ আৰু সতেজ কৰি ৰাখিবলৈ যত্নৰ ত্ৰুটী কৰা নাছিল; গৱৰ্ণমেণ্টে দয়া কৰি বিবিধ ব্যৱস্থাৰ সৈতে ইয়াৰ উন্নতি বিধান কৰাৰ উপৰি ইয়াক ৰাজভাষা (Court Language) কৰি ইয়াৰ শ্ৰীবৃদ্ধিলৈ বাট সুগম কৰি দিলে। কিন্তু এনেতে এদল স্বাৰ্থপৰ অসমপ্ৰৱাসী বঙালীয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ উদ্গতিৰ আগত ভেটা মাৰি ধৰিলে। সিবিলাক চৰ্কাৰী চাকৰী প্ৰত্যাশী লোক গতিকে অসমীয়া ভাষা ৰাজভাষা হৈ টিকিব লাগিলে সিবিলাকৰ স্বাৰ্থত বিঘিনি ঘটে আৰু ভৱিষ্যত আন্ধাৰ হয়। সেই কাৰণে অসমীয়া ভাষাৰ সুকীয়া সাহিত্য নাই, ই বঙলা ভাষাৰ অপভ্ৰংশ মাথোন ইত্যাদি ঠগ্ বুজনিৰে সৈতে সিবিলাকে সেই কালৰ বৃটিছ ৰাজকৰ্ম্মচাৰীসকলক ভুৱা দি অসমীয়া ভাষাৰ ঠাইত বঙলা ভাষাক ৰাজভাষা কৰাই ললে আৰু পঢ়াশালিতো বঙলা সাহিত্যক অধিকাৰ দিয়ালে। তাৰ ফলত অসমীয়া ভাষাই দহবছৰ মাথোন বৃটিছ্ ৰাজৰ আদৰ পোৱাৰ পিচত, ১৮৩৬ খ্ৰীষ্টাব্দত সি আকৌ এৰা পৰিল। তেতিয়াৰে পৰা ১৮৭১ খ্ৰীষ্টাব্দত বঙ্গ প্ৰদেশৰ ডুৱলীয়া লাট মহাত্মা ছাৰ জৰ্জ্জ কেম্বেল চাহাব বাহাদুৰে দয়া কৰি বঙলা ভাষাৰ ঠাইত আকৌ অসমীয়া ভাষাক ৰাজভাষা ( Court Language ) পাতি আদালত আৰু পঢ়াশালিত ঠাই দিয়ালৈকে এই ৩৫ বছৰ কাল বঙলা ভাষাই অসমত একাধিপত্য কৰে আৰু তাৰ হেঁচাত অসমীয়া সাহিত্যৰ অস্তিত্ব হেৰাবলগীয়া হয়। কেম্বেল কৃপা লাভ কৰাৰ পিচতো বঙলা-সাহিত্যই বে-দখল কৰা ঠাই সম্পূৰ্ণকৈ এৰুৱাই লবলৈ অসমীয়া সাহিত্যক আৰু ভালেমান দিন লাগিব। খ্ৰীঃ ১৯০৩ চনত, ভূতপূৰ্ব্ব অসমৰ চীফ কমিছনাৰ আৰু পিচত 'পূৰ্ব্ববঙ্গ আৰু অসম' প্ৰদেশৰ ডুৱলীয়া লাট মহাত্মা ছাৰ বেমফিল্ড ফুলাৰ বাহাদুৰৰ কৃপাতহে সেই কাৰ্য্য সমাধা হৈ উঠে। তাৰ আগলৈকে ৩২ বছৰ কাল অসমীয়া আৰু বঙলা ভাষাৰ ভিতৰত অস্তিত্বৰ সুকীয়াত্ব লৈ তয়া-ময়া তৰ্কযুদ্ধত পাৰ হয়। এই ভাষা-যুদ্ধত বঙলা ভাষাৰ ফলীয়া দলৰ আত্মৰক্ষাৰ্থে কৰা অহোপুৰুষাৰ্থৰ বিষয়ে বিবৰি কবলৈ গলে, সিও এটা সুকীয়া বক্তৃতা হয়। তথাপি

তাৰ ঘাই ঘাই গোটাচেৰেক কথা হুহুকিয়ালে নহয় কাৰণে তাৰ আভাস মাথোন দিবলৈ আগবাঢ়িলোঁ।

অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগ খ্ৰীঃ ১৮১৬ চনৰ পৰা ১৯০৩ চনলৈকে ৮৭ বছৰ তাক মহাআপদৰ কাল বুলি ধৰিবলগীয়া। তাৰ ভিতৰত ১৮৩৬ চনৰ পৰা ১৮৭১ চনলৈকে এই ৩৫ বছৰ কালত অসমীয়া সাহিত্যৰ একেবাৰে মৰামুৰা অৱস্থা আৰু তাৰ পৰা ১৯০৩ চনলৈকে এই ৩২ বছৰ কাল সি ভালকৈ কঁকাল পোনাব নোৱাৰা ভাবেই কটাবলগীয়াত পৰে। ধৰিবলৈ গলে যোৱা চৈধ্য বছৰ মাথোন অসমীয়া ভাষা আৰু সাহিত্যই অশেষ অপায়-অমঙলৰ হাত সাৰি উশাহ লব পৰা সময় পাব হৈছে। এই আপদৰ কালত প্ৰথম ৩৫ বছৰৰ ভিতৰত ঈশ্বৰপ্ৰেৰিত দূত স্বৰূপ আমেৰিকা দেশীয় খ্ৰীষ্টান ধৰ্ম্মপ্ৰচাৰক—পাদ্ৰী চাহাবসকল ১৮৩৮ খৃষ্টাব্দত অসমীয়া সাহিত্যৰ আপদৰ বন্ধু হৈ অসমত উপস্থিত হয়হি। সিবিলাকে নিজ ধৰ্ম্ম প্ৰচাৰৰ সুচলাৰ্থে অসমীয়া ভাষালৈ বাইবেল ধৰ্ম্মশাস্ত্ৰ ভঙাই খনচেৰেক সৰু-বৰ ধৰ্ম্ম গ্ৰন্থাদি প্ৰচাৰ কৰি আৰু ১৮৪৭ খ্ৰীষ্টাব্দত অসমৰ সৰ্ব্বপ্ৰথম মাহেকীয়া আলোচনী আৰু বাতৰিকাকত "অৰুণোদয়" উলিয়াই অসমীয়া সাহিত্যৰ নুমাবলৈ ধৰা বন্তিৰ শলিতাৰ গুৰিত এবেহী দুবেহীকৈ সঞ্জীৱনী তেল যোগাবলৈ ধৰিলে। তাত বাজে আদি শিক্ষাৰ উপযোগী কিতাপ খনদিয়েকো অসমীয়া ভাষাত শিৱসাগৰৰ মিছনাৰী মুদ্ৰাযন্ত্ৰৰ পৰা প্ৰকাশিত হয়। তাৰ ভিতৰত ১৮৪০ খ্ৰীষ্টাব্দত প্ৰচাৰ হোৱা "ৰবিনছন অসমীয়া ব্যাকৰণ", "পথিলা কিতাপ" (?) গণনাৰ-কিতাপ" (১ম আৰু ২য় ভাগ) এই কেইখনৰ নাম লবলগীয়া। কেউখনি কিতাপ অসমীয়া সাহিত্যৰ স্বকীয়া সাঁচত উঠা। কিতাপ কেইখনি বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ আদি-ছোৱাৰ ফট্ফটীয়া চানেকী। তেতিয়া গণিত শিক্ষাৰ লিখাৰ ঠগ্ কেনে স্বকীয়া আৰু কোমল বয়সীয়া ছাত্ৰৰ মনোৰঞ্জক আছিল, তাৰ চানেকী স্বৰূপ সেই সচিত্ৰ "গণনাৰ কিতাপ"ৰ বিবিধ প্ৰশ্নাৱলীৰ পৰা এটি প্ৰশ্ন আপোনাসকলৰ আগত দাঙি ধৰোঁ; যেনে— "শত সেৰ মধু দেখি খুঞ্জৰি উৰাই, পাঁচ দিনে ভোমোৰাই ডেৰ-ৰাতি খায়, কতনা বছৰে খাই অন্ত কৰিবাক পাৰে, গণি বুদ্ধিমন্তে ফলি মোহাৰে।" আৰু এটি চাওক,—"এক গৃহস্থৰ বেঙেনাবাৰী, বাৰীত আছে লক্ষ শাৰী, শাৰীত লাগে হেজাৰ কুৰি, বেঙেনা বেচে পাই কৰি * * * ইত্যাদি।" প্ৰশ্ন-গাঠনিৰ কেনে সুন্দৰ প্ৰণালী! ভাষাৰ কেনে মনমোহা ঠগ্! অকল সেয়ে নহয়, এই 'গণনা-কিতাপ' দুভাগ সচিত্ৰ আছিল। তাৰ প্ৰথম ভাগত সুন্দৰ আৰু পৰিপাটি 'কিণ্ডাৰ গাৰ্টেন' শিক্ষাৰ আৰ্হিত আছিল, যি আৰ্হি বৰ্ত্তমান শিক্ষা-প্ৰণালীৰ অতি উন্নত আদৰ্শ। গণ্ঠ প্ৰশ্নবিলাকৰ ভাষাতো স্বকীয়া সুৰ আৰু লালিত্যৰ অভাৱ নাই। সৰু সৰু কিতাপত বাজেও, ১৮৬৮ খ্ৰীষ্টাব্দত সাহিত্য-বিশাৰদ পণ্ডিত ব্ৰন্সন্ চাহাবে অসমীয়াৰ পৰা অসমীয়া আৰু ইংৰাজী অভিধান এখন সংগ্ৰহ কৰি প্ৰচাৰ কৰে। তাৰ আগেয়ে ১৮৩৯ খ্ৰীষ্টাব্দতে ৺যাদুৰাম ডেকাবৰুৱাই অসমীয়াৰ পৰা বঙলা অভিধান এখন গোটাই গৱৰ্ণমেণ্টক শোধাইছিল। সি ছপাহৈ নোলাল যদিও, তাকে গড়িয়া লৈ ব্ৰন্সন চাহাবে তেওঁৰ খন অভিধান যুগুত কৰি উলিয়াই অসমীয়া

সাহিত্যৰ শব্দাৱলী যুগমীয়া কৰি তোলে। অকল ইমানেইও নহয়; অসমীয়া ভাষা যে অসমীয়া প্ৰজাৰ স্বতন্ত্ৰীয়া ভাষা আৰু এই ভাষাৰ সাহিত্যৰ উন্নতিৰেহে যে অসমীয়া জাতিৰ উন্নতি সাধিব পাৰি, এই বিষয় বিশদকৈ বুজাই, অসমৰ আদালত আৰু পঢ়াশালি-বিলাকৰ পৰা বঙলা ভাষা গুচাই তাৰ ঠাইত অসমীয়া সাহিত্যক পুনঃ ঠাই দিয়াবৰ নিমিত্তে গৱৰ্ণমেণ্টক নানা প্ৰসঙ্গত আবেদন-নিবেদন জনাবলৈকো পাদ্ৰীসকলে বাকী এৰা নাছিল। এইদৰেই পৰোপকাৰী আমেৰিকা দেশীয় খ্ৰীষ্টান মিছনাৰী ছোচাইটিৰ সভ্যসকলে অসমীয়া ভাষা আৰু সাহিত্যৰ যি মহৎ উপকাৰ কৰিলে তাৰ গুণ লৈ অন্ত কৰিব নোৱাৰি।

পাদ্ৰী চাহাবসকলৰ সৰল সহানুভূতিৰ বল পাই সেই কালৰ স্বদেশানুৰাগী ডেকা অসমীয়া জনদিয়েকেও মাতৃভাষা আৰু জাতীয় সাহিত্যক আপদৰ পৰা ৰক্ষা কৰিবলৈ একান্ত মনেৰে লাগি গল। সেই ডেকাদলৰ ভিতৰত ৺আনন্দৰাম ঢেঁকিয়াল ফুকন আটাইতকৈ আগ। ৺ফুকনে পাদ্ৰীসকলৰ লগত বল দিয়াৰ উপৰিও, ১৮৪৯ খ্ৰীষ্টাব্দত "অসমীয়া লৰাৰ মিত্ৰ" নামেৰে দুখন পঢ়াশলীয়া কিতাপ আৰু ১৮৪৪ খ্ৰীষ্টাব্দত "A Few Remarks on the Assamese Language and Vernacular Education" নামে এখন ইংৰাজী কিতাপ সুকীয়াকৈ লিখি অসমীয়া সাহিত্যৰ স্বতন্ত্ৰীয়া অস্তিত্বৰ ডাঠি প্ৰমাণ কৰে। তেওঁৰ পিচতে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺গুণাভিৰাম বৰুৱা এই দুজন প্ৰবীণ অসমীয়া সাহিত্যিকৰ নাম লবলগীয়া। এই স্বনামখ্যাত সাহিত্যিক দুজনাৰ চিনাকি আপোনা-সকলক দিয়াৰ প্ৰয়োজন নাই। অসমীয়া সাহিত্যৰ হে সিবিলাকে যি কৰি থৈ গৈছে, তাক বিবৰি কবলৈ গলে সি বহুত। ৺হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ"ৰ নিচিনা কীৰ্ত্তি-স্তম্ভ জিলিকি থকাৰ স্থলত তেওঁৰ গুণৰ বিষয়ে বঢ়াই আৰু কি কব লাগিছে? তথাপি এই দুজন সাহিত্যিক নেতাৰ বিষয়ে দু-আষাৰ ইমানকে কৈ যাওঁ যে অসমীয়া সাহিত্য-ক্ষেত্ৰত ইবিলাক দুয়ো দুখন সুকীয়া স্কুলৰ দৰে আছিল। এখনত (হেমচন্দ্ৰ বৰুৱা) খাচ অসমীয়া আৰু ইখনত (গুণাভিৰাম বৰুৱা) সংস্কৃতীয়া শব্দ প্ৰয়োগৰ ধাউতি প্ৰবল আছিল। কালৰ গতিত এতিয়া দুয়োখন স্কুলৰ ছাত্ৰ একপন্থীয়া হৈ আটাইবিলাক আগৰ খন (খাচ অসমীয়া) স্কুলত ভৰ্ত্তি হৈছে, পাচৰ খন (সংস্কৃতীয়া) স্কুল এৰা পৰিছে। ইবিলাকৰ অনুগামী অসমীয়া সাহিত্যিক আৰু ভালেমানৰ নাম আজিকালি লবলৈ হৈছে। তাৰ ভিতৰত পৰলোকগত অগ্ৰগণী জনদিয়েকৰ নাম মাত্ৰ লৈ এই সুযোগতে সিবিলাকৰ ওচৰত আমি জীয়াই থকা-বিলাকে কৃতজ্ঞতা জনাই থওঁহক। সিবিলাক এই কেইজন:—(১) ৺লম্বোদৰ বৰা (২) ৺পানীন্দ্ৰ নাথ গগৈ (৩) ৺ৰত্নেশ্বৰ মহন্ত। ইবিলাক কেইজনক অকালতে হেৰুৱাই অসমীয়া সাহিত্য যে নথৈ ক্ষতিগ্ৰস্ত হৈছে তাক কোৱা বাহুল্য মাথোন।

ওপৰত উল্লেখ কৰা আপদৰ কালত আৰু বৰ্ত্তমানত অসমীয়া ভাষাত প্ৰচাৰিত আলোচনী আৰু বাতৰিকাকতবিলাকেও যে অসমীয়া সাহিত্যৰ সামান্য উপকাৰ কৰিছিল এনে নহয়। সেই বিষয়ে ভাঙি কবলৈ এই প্ৰসঙ্গত সময়ৰ নাটনি পৰিব, গতিকে ইয়াত তাৰ নাম ধাম এটা টোকা মাথোন ধৰি থওঁ। যেনে,—

(১) "অৰুণোদয়" (মাহেকীয়া) খ্ৰীঃ ১৮৪৬ চনৰ পৰা ১৮৮২ চনলৈকে শিৱসাগৰত পাদ্ৰীচাহাব সকলে প্ৰচাৰ কৰিছিল। (২) "আসাম-বিলাসিনী" ১ম খণ্ড (মাহেকীয়া) খ্ৰীঃ ১৮৭১ চনৰ পৰা ১৮৮৩ চনলৈকে আউনীআটীয় সত্ৰাধিকাৰ ৺দত্তদেৱ গোস্বামীৰ দ্বাৰা প্ৰচাৰিত হৈছিল। ইয়াৰ ২য় খণ্ড (সাতদিনীয়া) যোৰহাটত ১৯১৩ খ্ৰীঃ চনৰ পৰা চলিছে। (৩) "আসাম-দৰ্পণ" (মাহেকীয়া) ১৮১৭ খ্ৰীষ্টাব্দত দৰঙৰ পৰা ওলাইছিল। (৪) "আসাম নিউচ" (সাদিনীয়া) খ্ৰীঃ ১৮৮২ চনৰ পৰা ১৮৮৫ চনলৈকে গুৱাহাটীত প্ৰচাৰিত হৈছিল। ইয়াৰ সম্পাদক ৺হেমচন্দ্ৰ বৰুৱা আছিল। (৫) "আসাম-বন্ধু" (মাহেকীয়া) খ্ৰীঃ ১৮৮৫-৮৭ চনত কলিকতাৰ পৰা প্ৰচাৰিত হৈছিল। ইয়াৰ সম্পাদক আৰু প্ৰকাশক ৺ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ। (৬) "মৌ" (মাহেকীয়া) ১৮৮৬ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা ওলাইছিল। ইয়াৰ পৃষ্ঠপোষক মিঃ বলিনাৰায়ণ বৰা চি, ই। (৭) "আসাম-তৰা" (মাহেকীয়া) ১৮৮৮-৯০ চনত আউনীআটী সত্ৰৰ পৰা চলিছিল। ইয়াৰ সম্পাদক শ্ৰীযুত শ্ৰীধৰচন্দ্ৰ বৰুৱা। (৮) "জোনাকী" (মাহেকীয়া) ১ম খণ্ড, খ্ৰীঃ ১৮৮৯-৯২ চনত কলিকতাপ্ৰবাসী অসমীয়া ছাত্ৰৰ দ্বাৰা প্ৰচাৰিত হৈছিল। ইয়াৰ সম্পাদক আৰু প্ৰকাশক শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা আৰু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী। ইয়াৰ ২য় খণ্ড গুৱাহাটীত খ্ৰীঃ ১৯০২-০৪ চনত অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভাৰ পৰা প্ৰচাৰিত হৈছিল। সম্পাদক শ্ৰীযুত সত্যনাথ বৰা বি, এল। (৯) "বিজুলী" (মাহেকীয়া) ১ম খণ্ড, খ্ৰীঃ ১৮৯০-৯৩ চনত কলিকতাৰ পৰা শ্ৰীযুত কৃষ্ণপ্ৰসাদ দুৱৰা বি-এল আৰু শ্ৰীযুত পদ্মনাথ বৰুৱাৰ দ্বাৰা সম্পাদিত আৰু প্ৰচাৰিত হৈছিল। ২য় খণ্ড খ্ৰীঃ ১৯০২ চনত খ্বিলংপ্ৰবাসী শ্ৰীযুত লক্ষ্মীনাথ শৰ্ম্মা বি-এৰ দ্বাৰা সম্পাদিত হৈ তেজপুৰৰ পৰা ওলাইছিল। (১০) "আসাম" (সাপ্তাহিক) খ্ৰীঃ ১৮৯৪ চনৰ পৰা ১৯০১ চনলৈকে গুৱাহাটীৰ পৰা ৺কালিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত আৰু প্ৰচাৰিত হৈছিল। (১১) "আসাম-বন্তি" (প্ৰথম ১৪ বছৰ সাতদিনীয়া; তাৰ পিচৰ পৰা পষেকীয়া) খ্ৰীঃ ১৯০১ চনৰ পৰা তেজপুৰত চলি আছে। প্ৰথম ডেৰ বছৰত শ্ৰীযুত মথুৰামোহন বৰুৱা, মাজতে তিনি বছৰ ৺জয়দেৱ শৰ্ম্মা, তাৰ পিচত চাৰি বছৰমান ৺যোগানন্দ দত্ত আৰু তাৰ পিচৰ পৰা শ্ৰীযুত পদ্মনাথ বৰুৱা ইয়াৰ সম্পাদক। (১২) "দীপ্তি" (মাহেকীয়া) খ্ৰীঃ ১৯০৫-০৭ চনত আমেৰিকান মিছন ছোচাইটিৰ দ্বাৰা ডিব্ৰুগড়ৰ পৰা প্ৰচাৰিত হৈছিল। (১৩) "উষা" (মাহেকীয়া) খ্ৰীঃ ১৯০৭-১২চনত তেজপুৰৰ পৰা প্ৰচাৰিত হৈছিল। শ্ৰীযুত পদ্মনাথ বৰুৱা ইয়াৰ সম্পাদক আৰু প্ৰচাৰক। (১৪) "বাঁহী" (মাহেকীয়া) খ্ৰীঃ ১৯০৯ চনৰ পৰা কলিকতাত শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা বি-এৰ দ্বাৰা সম্পাদিত আৰু প্ৰচাৰিত হৈছে। (১৫) "আসাম-ৰায়ত" খ্ৰীঃ ১৯০৯-১১ চনত ডিব্ৰুগড়ৰ পৰা ওলাইছিল। শ্ৰীযুত ভোলানাথ গোঁহাই ইয়াৰ সম্পাদক আৰু প্ৰকাশক আছিল। (১৬) "আলোচনী" (মাহেকীয়া) ১৯০৯ খ্ৰীষ্টাব্দৰ পৰা ডিব্ৰুগড়ৰ পৰা চলি আছে সম্পাদক (প্ৰথম বছৰচেৰেক) শ্ৰীযুত দুৰ্গানাথ চাংকাকতি। (১৭) "আসাম বান্ধৱ" (মাহেকীয়া) খ্ৰীঃ ১৯১০ চনৰ পৰা ডিব্ৰুগড়ত প্ৰকাশ হৈ চলিছে, সম্পাদক শ্ৰীযুত তাৰানাথ চক্ৰবৰ্ত্তী। (১৮) "অৰুণ" (মাহেকীয়া) ১৯১৬ খ্ৰীষ্টাব্দৰ পৰা শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত হৈ চলিছিল। এতিয়াও চলিয়ে আছে কিন্তু সম্পাদকৰ নাম নাই। প্ৰকাশক শ্ৰীযুত লোহিতচন্দ্ৰ ভূঞা।

সবশেহত সাহিত্য-সম্মিলনীৰ নামে একেবাৰ কোৱা যায় হয়, যদিও আজি আপোনাসকলৰ সাধু উত্তমত এই সম্মিলনৰ প্ৰাণ-প্ৰতিষ্ঠা হোৱাৰ আগেয়ে "অসমীয়া সাহিত্য-সম্মিলনী" আমাৰ নাছিল তথাপি এই একে ব্ৰতৰ ব্ৰতী "অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা"ৰ নিচিনা অনুষ্ঠানৰ আমাৰ অভাৱ নাছিল। তাহানিৰ কলিকতাপ্ৰৱাসী অসমীয়া কলেজ ছাত্ৰসকলৰ উত্তমত ১৮৮৫ খ্ৰীষ্টাব্দত জন্ম পোৱা "অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা"ই আৰু তাৰ ঠাল বাঢ়ি অসমৰ ঠায়ে ঠায়ে স্থাপিত হোৱা সেই নামৰ সভাবিলাকে যে অসমীয়া সাহিত্যৰ আপদৰ কালত কিমান গুণ দিলে তাক কৈ অন্ত পেলাব নোৱাৰি। বিশেষকৈ কলিকতাত জন্ম লোৱা এই নামৰ মূল সভাৰ পৰা অসমীয়া সাহিত্যৰ উন্নতিসাধন কাৰ্য্যত অশেষ উপকাৰ পোৱা যায়। তাৰ পিচত ৺লম্বোদৰ বৰাৰ দ্বাৰা তেজপুৰত প্ৰতিষ্ঠিত হৈ সেই নামৰ সভাই অসমীয়া সাহিত্যৰ বহু উপকাৰ সাধি, এতিয়া লগৰীয়া আনবিলাক সভা নুমাই নোহোৱা হোৱাৰ পিচতো এটা প্ৰকাণ্ড নামঘৰৰে সৈতে জিলিকি আছে। ৺বৰাদেৱৰ পিচত আপোনাসকলৰ এই অভাজন লগৰীয়াই একেৰাহে ১৭ বছৰ তাৰ সম্পাদকৰ বাব লৈ যথাসাধ্য তাৰ ব্ৰতপালন কৰিবলৈ যত্ন কৰিছিল। দুখৰ বিষয় আজিকালি আমাৰ সমাজত শিক্ষিত ডেকাৰ লেখ আশাতীতৰূপে বঢ়াৰ স্থলতো সেই সভাবিলাক শ্ৰীহীন হৈ পৰিছে আৰু মৰামুৱা হৈছে। ১৮৭১ খ্ৰীষ্টাব্দত যেতিয়া বঙলা ভাষাই অসমৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষাক ঠাই এৰি দিবলগা হয়, তেতিয়াৰ পৰাই বঙলা ভাষাৰ ফলীয়া যুঁজাৰুদলে অসমীয়া কাকতে-কলমে তৰ্কযুদ্ধ আৰম্ভ কৰে। সেই সময়ত এই "অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা"বিলাকে মুখ পাতি নধৰা হলে যে তাৰ ফলাফল কি হলগৈহেতেন কব নোৱাৰি। সি যি নহওক আজি চৈধ্য বছৰ হলহি, সেই অপায় খণ্ডিছে। এতিয়া অসমীয়া ভাষা আৰু সাহিত্য স্বতন্তৰীয়া বুলি বঙ্গভাষী সত্যবাদী সাহিত্যিকেও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। অসম প্ৰদেশৰ ভাষাবিশাৰদ পণ্ডিত পদ্মনাথ বিদ্যাবিনোদ মহাশয়ে তেওঁৰ "আসামেৰ পত্ৰ পত্ৰিকা" শীৰ্ষক প্ৰবন্ধত কৈছে "অসমীয়া ভাষায় যে একটা প্ৰকাণ্ড সাহিত্য বৰ্ত্তমান ছিল একথা তখনকাৰ দিনে গৱৰ্ণমেণ্ট কিংবা বঙ্গদেশবাসী অথবা বিদেশীয় মিশনাৰী প্ৰভৃতি কেহই জানিতেন না"।

পৰোপকাৰী পাদ্ৰী চাহাবসকলে আৰু ওপৰত নাম লৈ অহা মাতৃভাষা আৰু জাতীয় সাহিত্য অনুৰাগী অসমীয়া সাহিত্যিকসকলৰ যত্নত অসমীয়া সাহিত্য অসমত পুনঃ ৰাজভাষা আৰু পঢ়াশালিৰ পাঠ্য হল। "অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা"বিলাক আৰু বৰ্ত্তমান যুগৰ আগৰ তৰপৰ কৃতবিদ্য সাহিত্যিকসকলৰ পুৰুষাৰ্থৰ ফলত সি পুনঃ স্বতন্তৰীয়া নাম লাভ কৰিলে। এতিয়া আশা কৰা যায়, বৰ্ত্তমান যুগৰ উপস্থিত আৰু উঠি-অহা ডেকা সাহিত্যিক-সকল আৰু এই "অসমীয়া সাহিত্য-সম্মিলনী"ৰ যত্ন-কৌশলত সি বৰ্ত্তমান পতিত অৱস্থাৰ পৰা উন্নতি কৰি পূৰ্ব্বৰ গৌৰৱ লাভ কৰিব। অসমীয়া সাহিত্যৰ যে বৰ্ত্তমান পতিত অৱস্থা তাৰ বহুল ব্যাখ্যা দি সময়ৰ নাটনি ঘটোৱাতকৈ, মধ্য বা শঙ্কৰীয়া যুগৰ সাহিত্যৰ লগত বৰ্ত্তমান যুগৰ সাহিত্য ৰিজাই চাবলৈ আপোনাসকলক অনুৰোধ কৰোঁ। দেখিব, শঙ্কৰীয়া যুগৰ সাহিত্য যেনেকৈ সমাজবন্ধন আৰু জাতীয় জীৱন সংগঠনত কৃতকাৰ্য্য হৈছিল, বৰ্ত্তমান যুগৰ সাহিত্যই তাৰ এশ ভাগৰ এভাগো কৰিব পৰা নাই। ইয়াৰ কাৰণ এই যে তেতিয়াৰ দৰে এতিয়াৰ

সাহিত্যিকে সমাজ আৰু জাতিৰ ধাতু বুজি গ্ৰন্থাদি প্ৰণয়ন কৰিব পৰা নাই। কি কাৰণে পৰা নাই, সেইটো সাহিত্য-সভা আৰু সন্মিলনীৰ আলোচ্য বিষয় হব লাগে। এতিয়াৰ পৰা বছৰি এইদৰে "সদৌ অসমৰ অসমীয়া সাহিত্যিক-সন্মিলনী" বহি এই বিষয়ে পৰ্য্যালোচনা কৰা হব লাগে আৰু বছেৰেকীয়া সন্মিলনীক সমল দি সহায় কৰিবলৈ অসম উপত্যকাৰ প্ৰত্যেক সদৰ আৰু মহকুমাত, আন কি ঠাই বুজি গাঁও-মৌজা আদিৰ কেন্দ্ৰস্থলতো বাৰেও মাহে বহা পালি বা শাখা সন্মিলনী স্থাপিত হোৱা বাঞ্ছনীয়। এইখিনিতে কব খোজোঁ যে আগৰ "অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা"ৰ যিবিলাক লোপ পাইছে সেইবিলাক পুনঃ সজাগ কৰি আৰু যত নাই তাত নতুনকৈ পাতি লৈ সেইবিলাকৰ হাতত শাখা সন্মিলনীৰ কৰ্ত্তব্য গতাব পৰা যায়। সন্মিলনী বা পালি সভাবিলাকে নিজেও যি পাৰে স্বতন্তৰীয়াকৈ জাতীয় উন্নতিৰ অৰ্থে কৰি গৈ থাকিব আৰু যিবিলাক বিষয়ত সদৌ অসমৰ মত মিলাবৰ আৱশ্যক, তেনেবিলাক বিষয়ৰ আলোচনা বছেৰেকীয়া "সদৌ অসম সাহিত্য-সন্মিলনী"লৈ আগ কৰি সাঁচি থব। এই নিয়মে শাখা সন্মিলনী আৰু পালি সভাবিলাকৰ পৰা প্ৰস্তাব আৰু পৰামৰ্শ গ্ৰহণ কৰি আমাৰ জাতীয় সাহিত্যক বৰ্ত্তমান পতিত অৱস্থাৰ পৰা উদ্ধাৰ কৰিবলৈ আমাক কি লাগে তাৰ বিষয়ে ঘাই সাহিত্য-সন্মিলনীত বছৰি পৰ্য্যালোচনা হব লাগে। কিন্তু অকল অভাবৰ বিষয় ভাবি উলিয়ালেই আমাৰ উদ্দেশ্য সিদ্ধি হব নে? নহয়, সেই অভাৱ গুচোৱা প্ৰস্তাবাদি কাৰ্য্যত ফলিয়ালেহে তাৰ দ্বাৰা আমাৰ সমাজ উপকৃত হব আৰু তাৰ ফলতহে আমাৰ জাতীয় জীৱন সুগঠিত হব। এতেকে এতিয়া আমি ভাৱনাত ভোল গৈ থাকিলেই আমাৰ চাউল নিসিজে, আমি হাতে-কামে লগা হৈ কাৰ্য্যক্ষেত্ৰত আগবাঢ়িব লাগে। আমাৰ নবীন আৰু প্ৰবীণ সাহিত্যিকসকলৰ ওচৰত সিবিলাকৰ এই অভাজন লগৰীয়াৰ বিনীত নিবেদন এই যে সিবিলাকে আমাৰ জাতীয় সাহিত্য-ভঁড়ালৰ আপচু' অভাৱবিলাক গুচাবলৈ যেন দেহে-চিতে লাগি যায়। পলম কৰিবৰ কাল নাই। আমি এতিয়ালৈকে হেলাত বিস্তৰ সময় নষ্ট কৰি বহিছোঁ, যি আৰু আমালৈ উভতি নাহে। আমাৰ আগৰ পৰা ইতিমধ্যত ভালেমান সোণাময় ছেগ পাৰ হৈ গৈছে, যাক আৰু আমি ঘূৰাই পোৱা আশা নিচেই ক্ষীণ। এতেকে সমনীয়া আৰু ডেকা বন্ধু সাহিত্যিক বন্ধুসকল! আহক, আমি প্ৰত্যেকে নিজৰ শক্তি আৰু ৰুচি অনুযায়ী ভাগে ভাগে আমাৰ সাহিত্যৰ বেলেগ বেলেগ জ্ঞান-বিভাগৰ অভাৱ পূৰাবলৈ লাগি যাওঁহক। আমাৰ সাহিত্য-ভঁড়াললৈ কাব্য, অলঙ্কাৰ, ইতিহাস, পুৰাতত্ত্ব, দৰ্শন, বিজ্ঞান, মানৱতত্ব ইত্যাদি বিষয়ক গ্ৰন্থৰ সৰু-বৰ ডাঙৰি কঢ়িয়াই তাক বাহিৰে-ভিতৰে ডাঙৰ কৰিবলৈ দেহ-মন উছৰ্গি দিওঁহঁক,—যাৰ প্ৰতিভা আছে তেওঁ মৌলিক গ্ৰন্থ প্ৰণয়ন কৰি আৰু যাৰ অধ্যবসায় আছে তেওঁ অনুবাদ প্ৰচাৰ কৰি আমাৰ জাতীয় সাহিত্য চহকী কৰিবলৈ প্ৰতিশ্ৰুত হওঁহঁক। আমাৰ পৈণত আৰু পুৰঠ সাহিত্যৰে সৈতে আমাৰ সমাজক বলী কৰা, বলী সমাজেৰে আমাৰ জাতীয় জীৱন বলী কৰা আমাৰ এতিয়া আটাইতকৈ আগ কাম হৈছে। এই কামত কৃতিত্ব লাভ নকৰাকৈ আমি অহো পুৰুষাৰ্থ কৰিও আমাৰ জাতিক জাতিমুৱা কৰিব নোৱাৰিমহঁক। এতেকে আৰুবাৰ বোলোঁ, সমনীয়া বান্ধৱসকল উঠি অহা ডেকা লগৰীয়া সাহিত্যিকসকল! আহক, আমি একে উশাহে আমাৰ মাতৃভাষা আৰু জাতীয় সাহিত্যৰ উন্নতি

কল্পে অবাৰিত গতিৰে আগ বাঢ়োৱঁক। সাহসেই সিদ্ধিৰ আচল মন্ত্ৰ, হতাশৰ নিগাজী ভেঁটি নাই। এই বিষয়ত আমাৰ এটা প্ৰধান অন্তৰায় বৈছে—সি ধনৰ অভাৱ। এই ধনৰ অভাৱেই আমাৰ সাহিত্যিকসকলৰ অনেক আন্তৰিক ইচ্ছা থকাতো এই মহৎ উদ্দেশ্যৰ বাটত আগুৱাব পৰা নাই। হাজাৰৰ মাজত কোনো এজনে এখন-দুখন বাজে পুথি মৰসাহ দি লিখি উলিয়ালেও জনসাধাৰণৰ মাজত তাৰ কাটন নহৈ শলিয়া উঁই-পৰুৱাৰ মাজতহে থয়। কোনো জনৰ বা তেনে পুথি পোহৰ নেদেখাকৈ আন্ধাৰতে ভেঁকুৰে। এই অন্তৰায় আঁতৰ নহলে, ওপৰত উল্লেখ কৰা আমাৰ উদ্দেশ্য সিদ্ধি হোৱা অসম্ভৱ নহলেও, উজু নহয়। কিন্তু সেই অন্তৰায়নো আঁতৰ নহব কিয়?—অসম দেশ চুবুৰীয়া বঙ্গদেশৰ দৰে চহকী নহয় সঁচা, বঙ্গদেশৰ নিচিনাকৈ ইয়াত ৰজা-জমিদাৰ ধনীলোক নাই বুলিলেও তেনেই মিছা কোৱা নহয়; তথাপি অসমত যে 'আকালো নাই ভঁড়ালো নাই' এই কথাও সঁচা। অসমৰ অভাৱ অসমীয়াৰ মানত যে 'বলে নোৱাৰা শিল' নহয় তাতো বৰ সন্দেহ নাই। তাকৰীয়া যদিও আমাৰ যি কেইজন ধনীলোক আছে, সিবিলাকে মন কৰিলে আমাৰ জাতীয় সাহিত্যৰ উন্নতি কল্পে যথেষ্ট কৰিব পাৰে। ধনৰ অভাৱত প্ৰকাশিত নোহোৱা দুই চাৰিখন উল্লিখিত বিধৰ ভাল ভাল গ্ৰন্থ সিবিলাকে প্ৰচাৰ কৰি দেখুৱালে সিবিলাকৰ মহৎ উদাহৰণ আগত লৈ মধ্যবিত্ত লোকেও সেই সজ পথত উৎসাহেৰে আগবাঢ়িব। আনে ফালে দেশহিতৈষী ধনী লোকৰ পৰা তেনে উৎসাহৰ সাৰ পালে আমাৰ সাহিত্যিক দল যে দিনক-দিনে সবল হৈ উঠিব তাত সন্দেহ নাই। অকল সেয়ে হলেও নহয়, তাৰ লগে লগে আমাৰ পাঠকবৰ্গৰো শুভ মতি হব লাগে। সিবিলাকেও নিজৰ উন্নতিৰ অৰ্থে, সমাজৰ উপকাৰৰ উদ্দেশ্যে, জাতীয় সাহিত্যৰ ভেঁটিত জাতীয় জীৱন গঢ়িবৰ মানসে, মাতৃভাষাত ৰচিত সকলো বিধৰ সাহিত্য পুথি কিনি পঢ়ি লিখক আৰু প্ৰচাৰকৰ উৎসাহ বঢ়োৱাটো জীৱনৰ এটা ঘাই কৰ্ত্তব্য বুলি মানিব লাগে—অকল মনেৰে মানিলে নহয়, তাক কাৰ্য্যৰ পটন্তৰেৰে দেখুৱাবলৈ দৃঢ়প্ৰতিজ্ঞ হব লাগে। অকল ইমানেও নহয়, আন ফালে লিখকসকলেও মনত ৰখা উচিত যে সিবিলাকৰ গ্ৰন্থ জনসাধাৰণৰ মন টানিব পৰা হব লাগিব আৰু যি গ্ৰন্থৰ দ্বাৰা আমাৰ সাহিত্যৰ প্ৰকৃতপক্ষে পুষ্টিসাধন হয়, যাৰ পৰা আমাৰ সমাজ সঁচাকৈ উপকৃত হব পাৰে আৰু যাৰ গুণত আমাৰ জাতীয় জীৱন সুগঢ়িত হোৱা সম্ভৱ, তেনে গ্ৰন্থ প্ৰণয়নতহে সিবিলাকৰ প্ৰতিভা আৰু অধ্যৱসায় নিয়োজিত হোৱা বাঞ্চনীয়। আন ফালে দকৈ গমি চাবলগীয়া যে, 'ধনেই ধৰ্ম্মৰ মূল'। তেন্তে মূলধন অকামিলাকৈ সাঁচি থোৱাৰ পৰা অধৰ্ম্মহে হয়। এইকথা মনত লৈ সকলোৱে ধনৰ সজ ব্যৱহাৰ কৰিবলৈ চোৱা উচিত। জাতীয় সাহিত্যৰ উন্নতিত লগোৱাতকৈ আৰু ধনৰ উত্তম ব্যৱহাৰ কি হব পাৰে? বিশেষতঃ বুৰঞ্জীয়ে সাক্ষী হৈ কয় যে সাহিত্যসেৱী-সকলে সততে ধনীসকলৰ আশ্ৰয়তহে উন্নতি লাভ কৰি আহিছে। ই আমালৈ এতিয়া একো নতুন কথা নহয়। বিক্ৰমাদিত্যৰ আশ্ৰয়ত নৱৰত্ন, ৰজা কৃষ্ণচন্দ্ৰৰ আশ্ৰয়ত ভাৰতচন্দ্ৰ, মহাৰাজ নৰনাৰায়ণৰ আশ্ৰয়ত শঙ্কৰ, মাধৱ, ৰামসৰস্বতী এইসকলেই তাৰ জ্বলন্ত পটন্তৰ। আমাৰ আগৰ পুৰুষতো ৺ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৺শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী এইসকল দৃষ্টান্তৰ স্থল। বৰ্ত্তমানতো অসমৰ গৌৰৱস্থল বিজনীৰ ৰাণী শ্ৰীযুক্তা অভয়েশ্বৰী দেৱী, গৌৰীপুৰৰ ৰজা প্ৰভাত-চন্দ্ৰ বৰুৱা বাহাদুৰ, মেছপাৰাৰ জমিদাৰসকল, উজনি অসমৰ অসমীয়া প্লেণ্টাৰ্চ (চাহখেতিৰ

কাৰবাৰ চলাওঁতা ) সকল, নামনি অসমৰ বিবিধ ব্যৱসায়ী ধনীলোকসকল ইত্যাদি চহকী লোকৰ আমাৰ অভাৱ নাই, যি ইচ্ছা কৰিলে ওপৰত উল্লকিওৱা অসমীয়া সাহিত্যসেৱকক যুগুত সহায় দান কৰিব পাৰে। ইয়াৰ উপৰিও এই সময়ত এই বিষয়ত অসমীয়ালৈ এটি মাহেন্দ্ৰ ক্ষেণ আপুনি উপস্থিত হৈছেহি। আপোনাসকলে "অসমীয়া সাহিত্য সম্মিলনী" পাতিবলৈ আৰম্ভ কৰাৰ এবছৰৰ আগৰ পৰা আমাৰ ছাত্ৰবৰ্গে বা উঠি-অহা অসমীয়া সমজুৱাসকলে—যাৰ ওপৰত অসমীয়া সমাজ, সাহিত্য আৰু জাতীয় জীৱনৰ ভৱিষ্যত ঘাইকৈ নিৰ্ভৰ কৰিছে—আপোনাসকলৰ সৰু লগৰীয়া হৈ কাৰ্য্যক্ষেত্ৰত নামিব লাগিছে। ছাত্ৰসকলৰ দ্বাৰা গঠিত "অসমীয়া ছাত্ৰ সম্মিলন"ৰ বিবিধ বিষয়ক কাৰ্য্যৰ প্ৰস্তাৱৰ ভিতৰত জাতীয় সাহিত্যৰ উন্নতিকল্পে বন্ধা প্ৰস্তাৱ কেইটিয়ে এই "অসমীয়া সাহিত্য-সম্মিলনী"ৰ আৰ্থিক বলবন্ধনত নিশ্চয় আশাতীত গুণ দিব। এতিয়া দুয়ো সম্মিলনী সম্মিলিত হৈ এই বিষয়ত আগবাঢ়িলে ধনীসকলৰ পৰা পোৱা দান আৰু ৰাইজৰ পৰা তোলা পইচাৰে সৈতে অচিৰে আমাৰ এটি বাঢ়নীয়া সাহিত্য-পুজি স্থাপিত হব পাৰে। এনে পুঁজিৰ সংস্থাপনে যে ওপৰত দেখুৱাই অহা অন্তৰায় ক্ৰমাৎ আঁতৰাই ঠেলিব তাত সংশয় নাই। এনে পুঁজিৰ আৰ্থিক সাহায্যেৰে ধনৰ অভাৱত পোহৰ নেদেখাকৈ পৰি থকা লাগতিয়াল গ্ৰন্থাদি প্ৰকাশ কৰি আৰু দেশী ভাষাৰ আলোচনী আৰু বাতৰি কাকতাদিক যথাযোগ্য উৎসাহ দি অসমীয়া সাহিত্যৰ উন্নতিৰে সৈতে আমাৰ সমাজ আৰু জাতীয় জীৱনৰ শ্ৰীবৃদ্ধি সাধিবলৈ যথেষ্ট বল পোৱা যাব। এতেকে হতাশ হবৰ সকাম নাই! আহক ডেকা আৰু সমনীয়া লগৰীয়াসকল! উৎসাহেৰে আগবাঢ়োঁহঁক, প্ৰতিভা আৰু অধ্যৱসায়ক যথাবাটে বাট লগাওঁহঁক, সাহিত্যৰ সকলো বিভাগৰ গ্ৰন্থৰে সৈতে অসমীয়া সাহিত্য-ভঁড়াল পৰিপূৰ্ব কৰিবলৈ সঙ্কল্প কৰি দিহাদিহি কাৰ্য্যক্ষেত্ৰলৈ ওলাওঁহঁক ;—ফলতঃ নিশ্চয় আমাৰ মহৎ উদ্দেশ্য সিদ্ধি হব, আমাৰ জাতীয় সাহিত্যই পূৰ্ব্বৰ গৌৰৱ আকৌ লাভ কৰিব, আমাৰ সমাজ আকৌ আগৰ দৰে সুগঠিত হব, আমাৰ জাতীয় জীৱন আকৌ আগৰ তেজেৰে তেজীয়ান হৈ জিলিকিব।

সামৰণিত একাষাৰ এই যে এই সম্ভাষণত অতি সংযত ভাৱে আমাৰ ভাষা, সাহিত্য, সমাজ আৰু জাতীয় জীৱন সম্পৰ্কীয় আলোচনাৰ আভাস মাথোন দিয়া হল, যি ইয়াৰ পিচত আপোনাসকলৰ ভিতৰৰ পৈণত আৰু পণ্ডিত সাহিত্যিকৰ মাজত তাৰ বহুল আৰু সাৰুৱা চৰ্চ্চা বঢ়াব বুলি আশা কৰোঁহঁক। এই সম্ভাষণ দীঘলীয়া হৈ সি আপোনাসকলক আমনি লগোৱাৰ আশঙ্কাৰ কথা ইয়াৰ পাতনিতে কৈ অহা হৈছিল। এতিয়া সি সঁচাকৈয়ে কাৰ্য্যত ফলিয়াইছে বুলিহে ভয় হৈছে। তথাপি আপোনাসকলে দয়া কৰি ইমান পৰ ধৈৰ্য্যৰে সৈতে এই অসাৰ সম্ভাষণলৈ কাণ দি, আপোনাসকলৰ এই নিঃকিন লগৰীয়াক চৰিতাৰ্থ কৰাৰ বাবে তেওঁৰ সৰল কৃতজ্ঞতা গ্ৰহণ কৰে যেন, এই মিনতিৰে সৈতে তেওঁ আকৌ আসন লবলৈ এতিয়া আপোনাসকলৰ ওচৰত অনুমতিহে মাগিছে।

---

# দ্বিতীয় অধিবেশন

গোৱালপাৰা—২৮ ডিচেম্বৰ, ১৯১৮ চন

**সভাপতি—শ্ৰীচন্দ্ৰধৰ বৰুৱা**

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু উপস্থিত মহিলা আৰু মহোদয়সকল !

আপোনালোকে মোক এই মহাযজ্ঞৰ পুৰোহিত পাতিছে। ই মোৰ পক্ষে অৱশ্যে সৌভাগ্যৰ কথা। স্বদেশৰ সাহিত্য-সেৱকসকলৰ সম্মিলনত সভাপতিৰ সম্মান পোৱাটো যে অতিশয় সৌভাগ্যৰ বিষয়, তাত সমূলি সংশয় নাই। কিন্তু মই এই সৌভাগ্যৰ কোনো মতেই পাত্ৰ নহওঁ। বিদ্যা, বুদ্ধি, জ্ঞান, মান, বয়স প্ৰভৃতি সকলো পক্ষেই আপোনালোকৰ ভিতৰত মোতকৈ বহু গুণে শ্ৰেষ্ঠ মানুহৰ অকণো অভাৱ নাই। যি আসনৰ কেইওকাষে এই প্ৰাচীন দেশৰ সুবিখ্যাত সাহিত্যিকসকল গোট খাই এই সভামণ্ডপৰ শোভা বৰ্দ্ধন কৰিছেহি, যি আসন প্ৰবীন সাহিত্য-ৰথী ৰায় চাহেব শ্ৰীযুত পদ্মনাথ বৰুৱা মহোদয়ে গৌৰৱান্বিত কৰি থৈছে, যি আসন পণ্ডিতপ্ৰবৰ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱলৈ আগবঢ়োৱা হৈছিল, মোৰ নিচিনা ক্ষুদ্ৰমতি ক্ষুদ্ৰজীৱী যে সেই সম্মানিত আসনৰ সম্পূৰ্ণ অযোগ্য, ইয়াক বুজাবলৈ কোনো যুক্তিৰ প্ৰয়োজন নাই। তদুপৰি এই কাৰ্য্যৰ নিমিত্তে সাজু হবলৈ মই যি সময় পালোঁ, সিও অতি সংক্ষেপ। সেই বাবে মোৰ অযোগ্যতা দুগুণে বাঢ়ি পৰিছে। মোক সভাপতি মনোনীত কৰা, আজিয়ে সৈতেহে মুঠেই দহ দিন হৈছে। তাৰে সৰহ ভাগ অন্যান্য বিবিধ কাৰ্য্যই থপিয়াই নিলে। বাকী থকা দিন কেইটাকে মাত্ৰ হাতত লৈ, মৰসাহ দি এনে গধুৰ বোজালৈ মূৰ পাতিব লগা হোৱাটো সমূলি আকাঙ্ক্ষা কৰিবলগীয়া নহয়। এই পাকে ভাবি চালে হ'লে আজি মোৰ দুৰ্ঘোৰ দুৰ্ভাগ্য বুলিব লাগে। এই বিৰাট সভাৰ আগত সভাপতি নাম লৈ থিয় হৈছোহি, ইফালে কিন্তু মনত খেলোৱা ঘাই ঘাই কথাকেইটাকে যেনে তেনেকৈয়ে প্ৰকাশ কৰিবলৈ জুকিয়াই লবলৈকো সময় নেপালোঁ। ইয়াক মোৰ দুৰ্ভাগ্য নুবুলি আৰু কি বুলিম ? বন্ধুসকল ! কোনোমতে এৰাব নোৱাৰিহে মই এই অৱস্থাত পৰিবলৈ সন্মত হলোঁ। আৰু অকল আপোনালোকৰ মৰমৰ ওপৰত নিৰ্ভৰ কৰিহে আজি আপোনালোকৰ আগত থিয় হবলৈ সাহ কৰিলোঁ। এই মৰমৰ পৰা যেন বঞ্চিত নহওঁ আৰু এই মৰমৰ গুণতে যেন আপোনালোকে মোৰ সকলো ত্ৰুটি মাৰ্জ্জনা কৰিব,—এয়ে আপোনালোকৰ ওচৰত মোৰ বিনীত প্ৰাৰ্থনা।

সভা-সমিতিৰ সভাপতি হলেই এটা বক্তৃতা দিব লাগিব—এই জঞ্জলীয়া প্ৰথাটোৰ পৰা মই আজি কিছু বিপাঙত পৰিছোঁ। কথাটো আৰু এফেৰি বহলাই ভালকৈ ভাঙি কৈ থোৱাই

ভাল। অর্থাৎ মোৰ এই পাতনি শুনিও, যদি আপোনালোকৰ কোনোবাই মোৰ মুখৰ পৰা এটা বক্তৃতা শুনিবলৈ আশা কৰিছে, তেনেহলে সি কাৰ দোষ, মই নকওঁ; কিন্তু মোৰ যে কেতিয়াও নহয়, ই পূৰা ঠিবাং। ভাব, ভাষা, ভঙিতা প্ৰভৃতি বক্তৃতাৰ সকলোখিনি লাগতিয়াল উপাদানৰ সম্পূৰ্ণ অভাৱেই হৈছে মোৰ প্ৰধান বিশেষত্ব। সেই বাবেই এই বক্তৃতা দিয়া কাৰ্য্যটো মোৰ দ্বাৰা আগেয়েও কোনো কালে হৈ উঠা নাই আৰু আজিও নহয়। এতেকে, তাৰ বাবে মিছাতেময়ো কোনো চেষ্টা নকৰোঁ, আৰু আপোনালোককো কোনো আশা নকৰিবলৈ গুৰিতে দঢ়াই দঢ়াই কৈ থৈছোঁ।

পাতনি

শ্ৰদ্ধাভাজন শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামীদেৱক এই সম্মিলনৰ সভাপতি বৰণ কৰা হৈছিল। আমাৰ বৰ দুৰ্ভাগ্য যে বিশেষ দুৰ্ঘটনাত পৰি তেখেতে এই সম্মিলনৰ কাৰ্য্যত যোগ দিবহি নোৱাৰিলে। তেখেতৰ এই দুৰ্ঘটনাৰ কথা শুনি আমি সকলোৱেই অতিশয় দুঃখিত হৈছোঁ। জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছোঁ গোস্বামীদেৱে যেন সোনকালে আৰোগ্য লাভ কৰি আকৌ আগৰ দৰে বিবিধ দেশহিতকৰ কাৰ্য্য হাতত লব পৰা হয় আৰু অচিৰতে তেখেতে এই সভা সম্মিলনৰ সভাপতিৰ আসনৰ জেউতি বঢ়াব বুলিও আশা কৰিছোঁ।

শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী

এই পৃথিবীব্যাপী মহাৰণে মনুষ্য-সমাজৰ নথৈ অনিষ্ট কৰিলে। পৃথিবীৰ প্ৰায় সকলো জাতিকে, ধন আৰু প্ৰাণী ক্ষয় কৰি ই তেনেই জুৰুলা কৰিলে, আৰু মানব জাতিৰ উন্নতিক বলেৰে ঠেলি নি বহুত বছৰৰ পিচলৈ হোহোকাই দিলে। কিন্তু বৃটিছসাম্ৰাজ্যৰ এই ৰণে এহাতে অশেষ হানি কৰিলে বুলিও, ইহাতে বহুত উপকাৰো নকৰাকৈ থকা নাই। এই ৰণৰ কাৰণেই বৃটিছ-সাম্ৰাজ্যৰ গৌৰব আৰু সন্মান আগতকৈও বহুত গুণে বাঢ়ি পৰিল। এই ৰণেই বৃটিছ-সাম্ৰাজ্যৰ বেলেগ বেলেগ অংশবিলাক মৰমৰ ডোলেৰে মেৰাই ওচৰ চপাই বান্ধি পেলালে আৰু সেই বাবেই বৃটিছ-সাম্ৰাজ্যৰ বলো আগতকৈ সৰহ নহৈ নোৱাৰে। ই আমাৰ পক্ষে অতিশয় সন্তোষৰ কথা। ইয়াৰ উপৰিও মোৰ মনেৰে হ'লে আমাৰ ভাৰতবাসীসকলৰ আৰু এটা সন্তোষৰ কথা আছে;—এই মহাৰণে ভাৰতবৰ্ষৰ উন্নতিৰ পথ যিমান মুকলি কৰি দিলে, আন কোনো উপায়েৰেই আমি আৰু এশ বছৰ চেষ্টা কৰিও সিমান কৰি ল'ব নোৱাৰিলোহেঁতেন। এই দৰেই সৃষ্টিকৰ্ত্তাৰ বিচিত্ৰ বিধানত অমঙ্গলৰ মাজতে মঙ্গলৰ গজালি গজি জগতৰ কল্যাণ সাধন কৰে। মঙ্গলময় বিধাতাই বোধ হয় মঙ্গলময় অৰ্থেহে জগতত মাজে মাজে অমঙ্গল ঘটায়। সি যেই নহওক, আজি চাৰি বছৰৰ অশেষ অশান্তি আৰু দুৰন্ত ৰণৰ অন্তত আজি দুনাই পৃথিবীত শান্তি-ৰাজ্য স্থাপনৰ উপক্ৰম হৈছে। পৃথিবীত যেন সোনকালে আকৌ শান্তিয়ে নিৰ্ব্বিবাদে বিৰাজ কৰে আৰু সেই শান্তিকে অনন্ত কালৰ কাৰণে ৰক্ষা কৰিবলৈ জগদীশ্বৰে বৃটিছ-সাম্ৰাজ্যক যোত্ৰবান কৰে—এই সাহিত্য সভাৰ সকলো সভ্যৰে এয়ে নিশ্চয় একান্ত বাঞ্ছা; কাৰণ সাহিত্যাই গা কৰিবলৈ হ'লে শান্তিৰ শীতল ছাঁৰ নিতান্ত প্ৰয়োজন।

ৰণ আৰু শান্তি

বিজনীৰ সুযোগ্যা ৰাণীৰ তিৰোভাৱ আমাৰ দেশৰ এটা ভয়ঙ্কৰ জাতীয় বিপদ। এই গৰাকী অসমীয়া মহিলাৰ বহল অন্তঃকৰণত সকলো সৎগুণে উপযুক্ত ঠাই দেখি নিগাজিকৈ থিতাপি

লৈছিল। আমাৰ দেশৰ ৰমণীসকলৰ তেখেত বহুকাললৈকে আদৰ্শস্থল হৈ থাকিব। তেখেতৰ গাত তিৰোতাৰ সকলো সৎগুণেই সম্পূৰ্ণৰূপে উৎকৰ্ষ লাভ কৰিছিল। সেই-

শোক

বাবে অকল আমাৰ দেশ নেলাগে, সকলো দেশৰে স্ত্ৰীজাতিৰ, তেখেত আদৰ্শ হবৰ উপযুক্ত। এই দেশৰ অনেক পণ্ডিতে তেখেতৰ আশ্ৰয় পাই সাহিত্য চৰ্চ্চা কৰিবলৈ সুবিধা পাইছিল। আমি আশা কৰোঁ এতিয়া তেখেতৰ অবৰ্ত্তমানতো সাহিত্য চৰ্চ্চাই যেন বিজনীৰপৰা সদায় সাহায্য পাই থাকিব।

ই অতি দুখৰ বিষয় যে এই বছৰতে এই সভাৰ চাৰিজন সুযোগ্য সভ্যৰ অকাল মৃত্যু ঘটিল। গুৱালপাৰাৰ শ্ৰীযুত উত্তমচন্দ্ৰ দাস, গোলাঘাটৰ শ্ৰীযুত শ্ৰীনাথ বেজবৰুৱা যোৰহাটৰ শ্ৰীযুত ভীমকান্ত ভট্টাচাৰ্য্য উকীল আৰু শ্ৰীযুত জীৱনেশ্বৰ বৰুৱা মৌজাদাৰ—এই চাৰিওজন এই সভাৰ ভৰসাৰ পাত্ৰ আছিল। এওঁলোকৰ অভাৱত আজি অসম সাহিত্য-সভা ভালেখিনি দুখীয়া হ'ল আৰু এই অভাৱ ভালে দিনলৈকে সভাই পাহৰিব নোৱাৰিব। জগদীশ্বৰে যেন তেওঁলোকৰ আত্মাক সদ্গতি দিয়ে আৰু তেওঁলোকৰ সন্তপ্ত পৰিবাৰবৰ্গৰ মনত প্ৰবোধ আৰু ঘৰত সুখৰ বিধান কৰে।

ডাঙৰীয়াসকল! আৰু এগৰাকীলৈ আ জিমোৰ ঘনে ঘনে মনত পৰিছে। তেখেত এই নগৰৰে স্বৰ্গীয় প্ৰসন্নকুমাৰ ঘোষ। তেখেতৰ অকাল মৃত্যুত অসমীয়া সমাজৰ যি বৃহৎ হানি হ'ল সেই হানি আজিলৈকে পূৰ হব পৰা নাই। তেখেত থকা হ'লে আজি

৺প্ৰসন্নকুমাৰ ঘোষ

কি অপাৰ আনন্দ পালেহেঁতেন! এই সম্মিলনীৰ সকলো গুৰু ভাৰ, কেনে ৰঙেৰে নিজৰ মূৰত তুলি ললেহেঁতেন। আৰু তেওঁৰ সেই অনন্ত উদ্যমৰ কোবাল সোঁত, আমাৰ অন্তৰে অন্তৰে বোৱাই দি, আমাৰ সকলোৰে গাত কি বিদ্যুৎ সঞ্চাৰ কৰি দিলেহেঁতেন! এতিয়াও তেখেতৰ পবিত্ৰ আত্মাই নিশ্চয় আজি আমাৰ লগত মিলিত হৈ আমাৰ সকলো কাৰ্য্য-কলাপ নিৰীক্ষণ কৰিছেহি আৰু আমাৰ উদ্দেশ্য-সাধন হবলৈ আমাক সবল মনেৰে আশীৰ্ব্বাদ দিবহি লাগিছে।

মহানদ বিশাল ব্ৰহ্মপুত্ৰৰ বিচিত্ৰ তৰঙ্গমালাৰে চিৰসুশোভিত, চাৰিওফালে মনোৰম স্বাভাৱিক দৃশ্যেৰে পৰিপূৰ্ণ, কবিৰ কল্পনাৰে আঁকি লোৱা বিতোপন চিত্ৰপট এখনিৰ দৰে এই সুন্দৰ গুৱালপাৰা, অকল সৌন্দৰ্য্যৰ বাবেই যে বিখ্যাত, এনে নহয়। ইয়াক অসম

গুৱালপাৰাত সম্মিলন

দেশৰ উত্তমাঙ্গ বুলিব লাগে। গুৱালপাৰাৰ মানুহ, অসমৰ অন্যান্য ঠাইৰ মানুহতকৈ অনেক বিষয়ে উন্নত। অসমীয়া জমিদাৰসকলৰ এই গুৱালপাৰাই কেন্দ্ৰস্থল। ইয়াৰে উদ্যমশীল অধিবাসীসকলে বেহা-বেপাৰ বাণিজ্যত আমাৰ মুখোজ্জল কৰি অসমীয়া সমাজত শীৰ্ষস্থান অধিকাৰ কৰিছে। ইয়াতে অসম দেশৰ সাহিত্য-গগনৰ তেজোময় তপন, আৰু ধৰ্ম্ম-গগনৰ শান্তিময় পূৰ্ণেন্দু মহাপুৰুষ মাধৱদেৱৰ বংশই আজিলৈকে বিৰাজ কৰিছে বুলি শুনা যায়। তদুপৰি যেতিয়া সদিয়াৰ পৰা বৰ্ত্তমান বঙ্গদেশৰ এছোৱালৈকে জুৰি অসমীয়া ভাষাই অধিকাৰ বিস্তাৰ কৰিছিল, তেতিয়া কোচবিহাৰ, ৰংপুৰ আৰু দিনাজপুৰৰ মানুহেও ৰজাৰ-পৰা প্ৰজালৈকে অসমীয়া সাহিত্যৰহে চৰ্চ্চা কৰিছিল, যেতিয়া এলিজাবেথৰ দিনত ইংৰাজী সাহিত্য আৰু অগষ্টান যুগত ৰোমান সাহিত্য পূৰঠ্‌ হোৱাৰ দৰে কোচবিহাৰৰ মহাৰাজা মহামতি

নৰনাৰায়ণৰ আশ্ৰয় আৰু উত্তম পাই অসমীয়া সাহিত্য নথৈ পূৰঠ হৈ পৰিছিল, প্ৰাচীন অসমীয়া সাহিত্যৰ সেই মহা-অভ্যুদয়ৰ কালত এই গুৱালপাৰ অসমীয়া সাহিত্যৰ এক লীলা-ভূমি আছিল বুলি অনুমান কৰিলেও বিশেষ ভ্ৰম কৰা নহব। এনে ঠাইত অসম সাহিত্য-সভাৰ সম্মিলন বহাটো অতি যুগুত হৈছে। এই সাহিত্য সভাৰ প্ৰথম সম্মিলন বহিল শিৱসাগৰত—য'ত Baptist Missionৰ পাদুৰীসকলৰ সাহায্যত অসমীয়া সাহিত্যই নতুন সাজ-পাৰ পিন্ধি আধুনিক আকাৰ ধাৰণ কৰিলে আৰু দ্বিতীয় সম্মিলন বহিল প্ৰাচীন অসমীয়া সাহিত্যৰ লীলা-ভূমি এই সুন্দৰ গুৱালপাৰ নগৰত—ইও অতিশয় বিতোপন হৈছে।

যিসকলে গুৱালপাৰথন অসম দেশৰপৰা ছিঙি নিবলৈ বিচাৰে আৰু গুৱালপৰীয়া জমিদাৰ আৰু প্ৰজাসকলৰ অসমীয়া সমাজ আৰু অসমীয়া ভাষালৈ দোৰ্যোৰ অশ্ৰদ্ধা আছে বুলি প্ৰচাৰ কৰি ফুৰে, তেওঁবিলাকে আজি এবাৰ এই গুৱালপাৰলৈ চকু দিয়ক। অসমীয়া ভাষালৈ গুৱালপাৰবাসীৰ অশ্ৰদ্ধা হোৱা হ'লে আজি গুৱালপাৰত কোনো-বাই এই দৃশ্য দেখিবলৈ পালেহেঁতেন নে? তেওঁলোকে এই বিৰাট্ সম্মিলনক গুৱালপাৰলৈ আহ্বান কৰি আনিলেহেতেন নে? এইবিলাক মানুহেৰে সৈতে তৰ্ক কৰি মিছাতে সময় নষ্ট কৰিবৰ একো প্ৰয়োজন নাই। আমি জানো যে গুৱালপৰীয়া জমিদাৰ আৰু প্ৰজাৰ বিৰুদ্ধে তেওঁলোকে প্ৰচাৰ কৰা এই ৰটনা সম্পূৰ্ণ অমূলক। আমি জানো যে নিজৰ ঘৰ এৰি লোকৰ ঘৰত কেলেহুৱা চাপিবৰ গুৱালপৰীয়াৰ কেতিয়াও অভিলাষ হ'ব নোৱাৰে। আমি জানো যে গুৱালপাৰৰ মানুহে নিজৰ সমাজ পৰিহাৰ কৰি লোকৰ সমাজত ঘৃণিত, লাঞ্ছিত আৰু অপমানিত হৈ কাল কটাব নেখোজে। আমি জানো যে আমাৰ জমিদাৰসকলে এই অসমীয়া সমাজৰ শীৰ্ষস্থান ভৰিৰে গুৰিয়াই দলিয়াই পেলাই লোকৰ সমাজত অপেক্ষাতৰ হীন স্থান অধিকাৰ কৰিবলৈ নেযায়। আমি জানো যে আমাৰ লগত থাকেমানে তেওঁলোক অসমীয়াৰ শিৰৰ মুকুট আৰু অসমীয়া সমাজত স্বাভাৱিক নেতা কিন্তু আমাৰ লগ এৰি অন্য সমাজত ভুক্ত হবলৈ গলে তেওঁলোকৰ ঠাই কোন-থিনিত পৰিবগৈ তাক বুজিবলৈ সৰহ ভাবিব নেলাগে! আমি আৰু জানো যে আমাৰ জমিদাৰসকলেও এইবিলাক কথা সুন্দৰৰূপে জানে আৰু বুজেও। গুৱালপৰীয়া ভাইসকল! মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ কীৰ্ত্তন আৰু ঘোষা আপনালোকৰ ঘাই ধৰ্ম্মগ্ৰন্থ। আপোনালোকৰ ধৰ্ম্ম অসমীয়া, ভাষা অসমীয়া, ভাৱ অসমীয়া, ৰীতি-নীতি অসমীয়া, সমাজ অসমীয়া, আচাৰ-ব্যৱহাৰ অসমীয়া আৰু সকলোৰে ওপৰত, তেজ অসমীয়া আৰু মঙহ অসমীয়া। আপোনালোকক আঁতৰাই নিবলৈ আমি বাকীবিলাক অসমীয়াই কোনোমতেই এৰি দিব নোৱাৰোঁ আৰু নেৰো। গুৱালপাৰক কাটি নিবলৈ আমি কেতিয়াও এৰি নিদিওঁ। কাৰণ তেতিয়া হ'লে আমাৰ উত্তমাঙ্গ ছেদন কৰা হ'ব।

গুৱালপাৰ বিচ্ছেদ

এইথিনিতে, আৰু একেষাৰ কথা চুটিকৈ উনুকিয়াই থওঁ। ৰাজাধিৰাজ মহাৰাজ ভাৰতেশ্বৰে দিল্লীৰ অভিষেক-দৰবাৰত অভিষেক উৎসৱৰ উপলক্ষে প্ৰজাৰ মঙ্গলৰ অৰ্থে অসম দেশৰ বৰ্ত্তমান সীমা নিজ মুখে নিৰ্দ্ধাৰণ কৰি দি গৈছে। এতিয়া

এই সীমাৰ লৰচৰ কৰি কোন নীতি, কোন যুক্তি, আৰু কাৰ সাধ্যেৰে, সেই মঙ্গলোৎসৱৰত ৰজাৰ সোণ-ৰূপৰ মুখৰ পৰা ওলোৱা সেই অলঙ্ঘ্য কথা লুটিয়াব পাৰে, ইয়াকো মই সমূলি বুজিব পৰা নাই।

অসমীয়া ভাষা

অসমীয়া ভাষাৰ উৎপত্তি কেতিয়া হ'ল, ই কেনেকৈ গঠিত হ'ল, ইয়াত কোন ভাষাৰ শতকৰা কেইটা শব্দ আছে, অসমীয়া সাহিত্যৰ যুগ কেইটা—এইবিলাক কথাৰ আলোচনা কৰা মোৰ উদ্দেশ্য নহয়। এইবিলাক কথাৰ আগেয়ে বহুত আলোচনা হৈ গৈছে আৰু আগলৈকো ভাষাবিদ্ প্ৰত্নতত্ত্ববিদ্‌সকলে সদায় আলোচনা কৰি আনন্দ উপভোগ কৰি থাকিব। অসমীয়া ভাষা মৌলিক ভাষা নে আন কোনো ভাষাৰ অপভ্ৰংশ—এই কথাটোৰো ময়ো একো আলোচনা নকৰোঁ, আৰু আপোনালোকেও কেতিয়াও কৰিবৰ কোনো আৱশ্যক নেদেখোঁ। কোনোবাই যদি আপোনালোকক কয় বোলে আন কোনোবা দেশৰ পৰা আন কোনোবা এটা ভাষা উজাই আহি বিকৃত ৰূপ ধৰি, অসম দেশত সোমাই অসমীয়া নাম পালেহি—কওক, সেই কথাৰ আপোনালোকে তৰ্ক নকৰিব। তেওঁক যদি কিবা এটা উত্তৰ নিদিলে আপোনা-লোকৰো মন ভাল নেলাগে আৰু তেওঁলোকেও নেৰে, তেনেহলে মই এটা চুটি উত্তৰ শিকাই থওঁ—আপোনালোকে তাকে কৈ থলেই লেঠা মৰিব। আপোনালোকে কব বোলে আমাৰ এই অসমীয়া ভাষাটোৱেইহে ভাৰতবৰ্ষৰ মূল ভাষা। এয়ে ভটীয়াই গৈ থাকোঁতে লাহে লাহে বিগৰি গৈ বিবিধ বিকৃত আকাৰ ধৰিলে আৰু সেই বিকৃত আকাৰবিলাকৰে একোটা, ভাৰতবৰ্ষৰ প্ৰত্যেক দেশতে স্থিতি লৈ, আজিলৈকে অসমীয়া ভাষাৰ অপভ্ৰংশ স্বৰূপে জিলিকিব লাগিছে।

অসমীয়া ভাষাটোক আন কোনোবা ভাষাৰ অপভ্ৰংশ বুলি কোনোৱাই যদি মনত শান্তি আৰু গাত শুট্ পায়, তেন্তে বোলক। আমাৰ কিন্তু সেই কথালৈ কাণ দিবৰ সময় নাই। আজি যদি এই কথাৰ আমি প্ৰতিবাদ কৰিবলৈ যাওঁ, তেন্তে কাইলৈ যদি তেওঁলোকে কয় বোলে অসমীয়া মানুহৰ গলধনত মূৰ বোলা অঙ্গটো নাই, তেনেহলে দেখোন আমি মৰা পৰিলোঁ। আমি সকলো অসমীয়াই খোৱা-শোৱা এৰি, বন-বাৰীলৈ পিঠি দি কান্দি-কাটি ব্যাকুল হৈ আমাৰ মূৰবিলাক হেৰাল বুলি এই গোটেই সৃষ্টিখনত বিচাৰি ফুৰিবগৈ লাগিব।

বহুত ভাষাবিদ্ ডাঙৰ ডাঙৰ পণ্ডিতে কৈছে আৰু আমি নিজেও দেখি শুনি, চৰ্চ্চা কৰি পাইছোঁ, এতেকে আমি সুন্দৰকৈ বুজিছোঁ—অসমীয়া ভাষাটো এটা অতি প্ৰাচীন আৰ্য্য ভাষা। প্ৰাকৃত ইয়াৰ মাক আৰু দেৱ-ভাষা সংস্কৃত ইয়াৰ বুঢ়ী-মাক। ইয়াৰ পুৰণি সাহিত্যত ৰত্নৰাজি নিহিত আছে। এই অসমীয়া ভাষা অতি মধুৰ আৰু সুললিত। ইয়াৰ শব্দৰ ভঁৰালো মানুহৰ মনোভাৱ প্ৰকাশ কৰিবৰ উপযুক্ত ধুনীয়া ধুনীয়া আৰু অতি সুৰলা অসংখ্য শব্দেৰে খুন্দ্‌ খাই ভৰি আছে। ভাৰতবৰ্ষৰ সকলো চলিত ভাষাৰে পৰা ই সম্পূৰ্ণৰূপে স্বতন্ত্ৰ, কাৰণ, ইয়াৰ ব্যাকৰণ, উচ্চাৰণ, আৰু ভাব প্ৰকাশৰ প্ৰণালী, আন কোনো ভাষাৰে সৈতে নিমিলে। আৰু অলপ আগতে ইয়াৰ বৰ্ণমালাৰ আখৰো পৃথক ৰূপৰ আছিল। এই অসমীয়া ভাষাত পুৰণি কালৰে পৰা আজিলৈকে আৰ্য্য আৰু অনাৰ্য্য অন্যান্য বিবিধ ভাষাৰ পৰা কিছু কিছু

ভাব আৰু কথা সোমাই ইয়াক দোগতদোপে উন্নত কৰি আছে। ভাষা চহকী কৰিবৰ ই এটা স্বাভাৱিক উপায়, আৰু এই উপায়ে পৃথিৱীৰ সকলো ভাষাকে চহকী হবলৈ সদায় সাহায্য কৰি আহিছে। কৰ্ম্মবীৰ জাপানী পণ্ডিতসকলে য়ুৰোপৰ বৈজ্ঞানিক আৰু দাৰ্শনিক গ্ৰন্থবিলাক নিজ মাতৃ-ভাষালৈ তৰ্জমা কৰি লওতে উপযুক্ত প্ৰতি-শব্দৰ অভাৱত অনেক য়ুৰোপীয় শব্দক নিজৰ ভাষালৈ সুমাই লৈছে। আৰু তাৰ ফলত ইংৰাজী আৰু জৰ্মেন ভাষাৰ বহুত শব্দ জাপানী ভাষাত সোমাই পৰিছেহি। সেই বাবে কিন্তু জাপানী ভাষাৰ কোনো হানি হোৱা নাই বৰং কালক্ৰমত এই বিদেশী শব্দবিলাকে অভিধানত মাত্ৰ নিজৰ জন্মস্থানৰ নিদৰ্শন থৈ, জাপানী শব্দ বুলি পৰিগণিত হৈ পৰিব আৰু জাপানী ভাষাৰ সৌন্দৰ্য্য বঢ়াব। এই প্ৰথাটো আমিও অবলম্বন কৰা মই অনুচিত নেদেখোঁ। ধৰক, ইংৰাজী Magnetism কথাটো জানিবা আমাৰ ভাষালৈ তৰ্জমা কৰিবলগীয়া হল। ইয়াৰ-উপযুক্ত প্ৰতিশব্দ আমাৰ ভাষাত নাই। সংস্কৃত শব্দ-সমুদ্ৰ মন্থন কৰি কিবা এটা কিম্ভুত-কিমাকাৰ শব্দ উদ্ভাৱন কৰিব পাৰিলেও পিচত Magnetism বুলি বাখ্যা নিদিলে সি সাধাৰণৰ পক্ষে Magnetism তকৈও দুৰ্বোধ্য হৈ পৰিব। তেনেহলেনো এই Magnetism কথাটোকে অসমীয়া ভাষালৈ সুমাই ললে আমাৰ কি হানি হব? ইয়াক অসমীয়া ব্যাকৰণে শাসন কৰিব আৰু সেই বাবে অসমীয়া ভাষাৰ অনিষ্ট কৰক ছাৰি কিছু দিনৰ পিচতে, ই নিজেই অসমীয়া হৈ অসমীয়াৰ শ্ৰী বৃদ্ধিহে কৰিব। অসম দেশত ইংৰাজী শিক্ষা প্ৰচাৰ হোৱাৰ লগে লগে ভাব প্ৰকাশ কৰাৰ কিছুমান ইংৰাজী ধৰণৰ প্ৰণালীও অসমীয়া ভাষাত সোমাই পৰিছে। ইয়াৰ পৰাও অসমীয়া ভাষা দুখীয়া নহৈ চহকীহে হৈছে।

অসম দেশ ইংৰাজ-শাসনৰ অধীন হোৱা আজি ৯২ বছৰ হৈছে। মানৰ দিনৰে পৰা আৰম্ভ কৰি এই ৯২ বছৰৰ কিছু দিনলৈকে,—এই কালছোৱাক, অসমীয়া সাহিত্যৰ ৰাহুৰ দশা বুলিব লাগে। এই ছোৱা কালতে অসমীয়া সাহিত্যৰ অস্তিত্বই লোপ পাবৰ উপক্ৰম হৈছিল। বাস্তৱতে তেতিয়াৰ সেই দুৰন্ত ধুমুহা মূৰৰ ওপৰে নোযোৱা হ'লে, সেই হাড়-ভঙা চেপা সহিব লগা নোহোৱা হলে, এই ৯২ বছৰৰ শান্তিত, অসমীয়া সাহিত্য নদন-বদন হৈ চহকী হলহেঁতেন আৰু আজি আমি ইয়াক আৰু বহুত নিপোটল দেখিলোঁহেতেন। সৌভাগ্যক্ৰমে সেই বিপদৰ কালত জানিবা Baptist Missionৰ উদাৰচিতীয়া পাদুৰীসকলৰ অসমীয়া সাহিত্যলৈ চকু পৰিল আৰু আনন্দৰাম ঢেঁকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা এই তিনি গৰাকী মহাপুৰুষৰো আবিৰ্ভাব হ'ল। এখেতসকলৰ নথৈ যত্ন আৰু অপাৰ অধ্যৱসায়ৰ গুণতে অসমীয়া সাহিত্যই সেই মহা বিপত্তিৰ পৰা কথমপি উদ্ধাৰ পালে। তেতিয়াৰ পৰা আজিলৈকে এইছোৱা কালেই অসমীয়া সাহিত্যৰ বৰ্ত্তমান বা আধুনিক যুগ।

অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগ

Baptist Missionৰ সেই পাদুৰীসকলৰ নাম চিৰকাললৈকে অসমীয়া সাহিত্যত জিলিকি থাকিব আৰু অসমীয়া সাহিত্যিক মণ্ডলীয়ে তেখেতসকলৰ মুক্ত-কণ্ঠে গুণ লব। আনন্দৰাম ঢেঁকিয়াল ফুকনৰ সম্পৰ্কে এজন উচ্চপদস্থ ইংৰাজ ৰাজপুৰুষে কৈ থৈছে বোলে, তেখেত অসমদেশৰ ৰাজা ৰামমোহন ৰায় আছিল। কিন্তু বোলে দুই গৰাকীৰ কৰ্ম্মস্থল আৰু

কৰ্মজীৱনৰ সকলো অৱস্থা ভালকৈ বিজাই চালে দেখা যায় যে ৰাজা ৰামমোহন ৰায়তকৈ আনন্দৰাম ফুকনক ডাঙৰ বুলিব লাগে। হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে মুঠতে ইমানকে কলেই হব যে আধুনিক অসমীয়া সাহিত্যৰ তেখেতেই ওজা, তেখেতেই গুৰিয়াল, তেখেতেই জন্মদাতা। গুণাভিৰাম বৰুৱাৰ গুণ অসমীয়া সাহিত্যই কোনো কালে পাহৰিব নোৱাৰে আৰু অসমীয়া সাহিত্যিকসকল তেখেতৰ গুৰিত যুগে যুগে ধৰুৱা হৈ থাকিব। এই মহাত্মাসকলে পাতি দি যোৱা জখলাইদিহে আমি বগাইছোঁহঁক। তেখেতসকলে গঢ়ি থৈ যোৱা অসমীয়া সাহিত্যৰ প্ৰতিমাকেহে, মাজেসময়ে দুপদ এপদ গহনা বা দুপাহ এপাহ ফুল পিন্ধাই সজাইছোঁহক।

তাৰ পিচত, তাহানি কলিকতাত "জোনাকী" আৰু "বিজুলী" উলিওৱা ছাত্ৰসকলে অসমীয়া সাহিত্যত এটা ডাঙৰ হেচোঁক মাৰি দিলে। সেই একে হেচোঁকতে অসমীয়া সাহিত্য ভালেখিনি আগবাঢ়ি পৰিল আৰু তাৰ কোবতে আজিলৈকে আগবাঢ়িবই লাগিছে। সেই হেচোকৰ গুণতে গোটেই অসম দেশ জুৰি সাহিত্য অনুৰাগৰ উজান উঠি পৰিল। এই ছাত্ৰসকলৰ উদ্যম অতিকৈ শলাগিবলগীয়া। এওঁলোকৰ গুৰিতো অসমীয়া সাহিত্য নথৈ ধৰুৱা।

"অৰুণোদয়"ৰ দিনৰ পৰা আজিলৈকে ওলোৱা আলোচনী আৰু বাতৰি কাকত কেখনে অসমীয়া সাহিত্যৰ যিমান উপকাৰ সাধিলে আৰু সাধিছে, বহলাই নকলেও হব। যোৱা বছৰৰ সম্মিলনত সভাপতি ডাঙৰীয়াই তেখেতৰ সম্ভাষণত এই কাকতবিলাকৰ এখন তালিকা দি থৈছে। মই মাথোন তেখেতে কেনেবাকৈ পাহৰি এৰি থৈ যোৱা "বিশ্ব-বাৰ্ত্তা" আৰু এতিয়া নকৈ ওলোৱা "অসমীয়া" আৰু "প্ৰভাত"ৰ নাম উল্লেখ কৰি সেই তালিকাখনকে আজিৰ তাৰিখলৈকে পূৰ কৰি থলোঁ আৰু এই চলতে এই আষাৰো কৈ থলোঁ যে এই এটাইবিলাক কাকতৰ কৰ্ত্তৃপক্ষসকল সদৌ অসমীয়া ৰাইজৰ অতিশয় ধন্যবাদৰ পাত্ৰ।

গুৱাহাটী, যোৰহাট আৰু ডিব্ৰুগৰত বহা ছাত্ৰ সম্মিলন তিনিখনৰ পৰাও অসমীয়া সাহিত্যৰ ভালেখিনি উপকাৰ হৈছে। আমাৰ এই ছাত্ৰসকলৰ উদ্যম অতি প্ৰশংসনীয়। তেওঁলোকে ভালেখিনি লাগতিয়াল কাম কৰিছে আৰু ভালেখিনি কৰিবলৈ হাতত লৈছে। সেই দেখি অসমীয়া সাহিত্যই তেওঁলোকৰো শলাগ লব লাগে। ছাত্ৰ-সম্মিলনৰ জন্ম এই সাহিত্য-সভাতকৈ অলপ আগ। তেও বুলি ছাত্ৰ সম্মিলনীক এই সভাৰ ভনীয়েক বুলিলেহে সুৱলা হব। বোধ কৰোঁ আমাৰ ছাত্ৰসকলেও তাকেহে ভাল পাব। অসম সাহিত্য-সভাই ছাত্ৰ-সম্মিলনীক ভনী বুলি আৰু ছাত্ৰ সম্মিলনীয়ে সাহিত্য-সভাক বাই বুলি সদায় যেন মৰম বেথা কৰি থাকে ইয়াকেহে সকলো অসমীয়াই কামনা কৰিছে।

সকলোৰে শেহত উল্লেখ কৰা হৈছে বুলিও অসমীয়া সাহিত্যৰ উপকাৰীসকলৰ তালিকাত অসম উপত্যকাৰ বৰ্ত্তমান কমিশ্যনৰ মাননীয় কৰ্ণেল গৰ্ডন মহোদয়ৰ নাম ভালেখিনি আগতে লেখত পৰাৰ যোগ্য। ইয়াৰ উপকাৰৰ অৰ্থে তেখেতে যিমান পুৰুষাৰ্থ কৰিলে তাক কোনেও দুই কৰিব নোৱাৰে আৰু অসমীয়া মানুহে কেতিয়াও নেপাহৰে।

এইদৰে দুৰ্য্যোগ আৰু সুযোগৰ মাজেদি ঘূৰি পকি কেতিয়াবা অশেষ চেপা খুন্দা সহি আৰু কেতিয়াবা অলপ ৰস পাই ঠন ধৰি টনকিয়াল হৈ অসমীয়া সাহিত্যই শেহত বৰ্ত্তমান গঢ়

লৈ আজি আমাৰ হাতত পৰিছেহি। এতিয়া এই অসমীয়া সাহিত্যৰে কেনেকৈ সৰ্ব্বাঙ্গীন উন্নতি কৰি পৰিপুষ্টি সাধন কৰিব পাৰি তাকে আলোচনা কৰি স্থিৰ কৰিব লাগে। আৰু তাকে কাৰ্য্যত পৰিণত কৰিবলৈ দেহে-কেহে লাগি চেষ্টা কৰিব লাগে। এয়ে হৈছে আমাৰ কৰ্ত্তব্য, প্ৰত্যেক অসমীয়াৰ স্বধৰ্ম্ম, আৰু এই সাহিত্য-সভাৰো প্ৰধান উদ্দেশ্য।

অন্যান্য দেশৰ তুলনাত অসম দেশৰ লোক সংখ্যা নিচেই তাকৰ। সেই তাকৰ সংখ্যাৰ ভিতৰতে লেখা-পঢ়া জনা মানুহৰ সংখ্যা আকৌ তাতোকৈ বহুত গুণে তাকৰ। অসমীয়া সাহিত্যই ভালকৈ উধাব নোৱাৰাৰ ই এটা প্ৰধান কাৰণ। লেখা-পঢ়া জনা মানুহৰ সংখ্যা নেবাঢ়িলে সাহিত্যানুৰাগীৰ সংখ্যা বাঢ়িব নোৱাৰে। আৰু সাহিত্যানুৰাগীৰ সংখ্যা নেবাঢ়িলে, দেশত ওখ থাপৰ গ্ৰন্থৰ সংখ্যাও নেবাঢ়ে। কাৰণ কেতিয়াবা কোনো ৰূপে এনে ওখ থাপৰ দুখন এখন গ্ৰন্থ ওলালেও মোল বুজা মানুহৰ অভাৱত কোনো মতেই বিস্তাৰ লাভ কৰিব নোৱাৰি চুকত পৰি ভেকুৰি অকল মাথোন গ্ৰন্থকাৰক সপিওন কৰি থয়। আমাৰ দেশত বাতৰি-কাকত বা আলোচনী উলিয়ালে যে নচলে আৰু কিতাপ উলিয়ালে যে বিক্ৰী নহয়, সি প্ৰধানতঃ সাহিত্যানুৰাগী মানুহ তাকৰ দেখি। সেই নিমিত্তে দেশত প্ৰথমতে কিছুমান সাহিত্যানুৰাগী মানুহৰ সৃষ্টি কৰি লোৱাটো আমাৰ এটা ঘাই কাম হৈ পৰিছে।

সাহিত্যানুৰাগ-সৃষ্টি

সমাজৰ ৰুচি বুজি সময়োপযোগী আৰু সহজে মন আকৰ্ষণ কৰিব পৰা নানা তৰহৰ গীত, গল্প, নাটক, উপন্যাস প্ৰভৃতি ছপাই, বহলাই প্ৰচাৰ কৰাটো আৰু তাৰে ভাল ভাল চাই গ্ৰন্থকাৰক মানুহ বুজি পদক, পুৰস্কাৰ, উপাধি বা শলাগ-পত্ৰ দি বা অন্যান্য উপায়েৰে উৎসাহিত কৰাটো সাহিত্যানুৰাগ সৃষ্টি কৰিবৰ নিমিত্তে ভাল উপায়। কিন্তু ভাল হলেও ই অকল ইয়াৰ গৌণ উপায়হে। ইয়াৰ আচল আৰু মুখ্য উপায় হৈছে শিক্ষা বিস্তাৰ। আমাৰ দেশত শিক্ষাৰ বহুল বিস্তাৰৰ প্ৰয়োজন। শিল্প, বিজ্ঞান, দৰ্শন, ইতিহাস, সাহিত্য প্ৰভৃতি শিক্ষাৰ সকলো লাগতিয়াল অঙ্গৰে মতা-মাইকী দুইৰো নিমিত্তে উচ্চ মধ্য আৰু নিম্ন শ্ৰেণীৰ অসংখ্য পঢ়াশালিৰে চুকে-কোণে গোটেই দেশখন ভৰি পৰিব লাগে। অসমীয়া এটা লৰা আৰু এজনী ছোৱালীকো শিক্ষাৰ পৰা বঞ্চিত হৈ থাকিবলৈ কোনো প্ৰকাৰে অকণো ছল দিব নেলাগে। গবৰ্ণমেণ্টে আমাৰ দেশত তল থাপৰ শিক্ষা free অৰ্থাৎ বিনা ব্যয়ে লভিব পৰা কৰি দি আমাৰ উপকাৰ সাধিছে এই বাবে আমি নথৈ শলাগ লৈছোঁ। আমাৰ ভূতপূৰ্ব্ব চীফ কমিছনাৰ মাননীয় আৰ্ল বাহাদুৰক আৰু শিক্ষা বিভাগৰ ডাইৰেক্তৰ মাননীয় কানিংহাম চাহাবকো এই বাবে আমি সুকীয়া সুকীয়াকৈ শলাগিছোঁ। যাতে এই শিক্ষাক সোনকালে compulsory অৰ্থাৎ ধৰাবন্ধা কৰাও হয়, এতিয়া আমি তাৰ বাবে নেৰানেপেৰাকৈ যত্ন কৰিব লাগে—কাৰণ সেয়ে নহলে দেশত শিক্ষাৰ বিস্তাৰ হবলৈ আৰু বহু কাল লাগিব। এই ভাৰতবৰ্ষৰ বৰোদা ৰাজ্যত আমাৰ নিচিনা প্ৰজায়েই এই প্ৰথাৰ পৰা সুন্দৰ ফল লাভ কৰা দেখা গৈছে। এতেকে আমাৰো যে ই একো অপকাৰ নকৰি নথৈ উপকাৰহে কৰিব, ই ধ্ৰুৱ।

শিক্ষা বিস্তাৰ

স্ত্ৰী-শিক্ষাৰ কাৰণে যে বিশেষকৈ যত্ন কৰিব লগীয়া হৈছে, তাক বহলাই নকলেও হ'ব।

স্ত্ৰীজাতিক প্ৰকৃত শিক্ষাৰ পৰা বঞ্চিত কৰি ৰাখিলে কোনো দেশতে কোনো সমাজতে কেতিয়াও প্ৰকৃত উন্নতি নহয়। এনে দেশ বা এনে সমাজক অৰ্দ্ধাঙ্গ বাতৰ বেমাৰী বুলিব লাগে। একাল ভালে থাকিলেও ইয়াৰ শৰীৰৰ সমান ইফাল অচল হোৱা গতিকে ই তেনেই অকৰ্ম্মণ্য হৈ পৰে। আমাৰ দেশৰ শিক্ষিত সম্প্ৰদায়ৰ ভিতৰত সম্প্ৰতি তিৰোতাৰ উচ্চ শিক্ষাৰ নিমিত্তে এটা ধাউতি দেখা গৈছে। ই অতি মঙ্গলৰ কথা। কিন্তু নিম্ন আৰু মধ্য শিক্ষাৰ বাট এতিয়াও ভালকৈ বহল হোৱা নাই। সেই কাৰণে ইয়াক বহলাই লববলৈহে তাতোকৈ আগেয়ে যত্ন কৰিবৰ বিশেষ প্ৰয়োজন হৈ পৰিছে। তিৰোতাৰ শিক্ষাৰ সম্পৰ্কে এটা কথা আমি সদায় মনত ৰাখিব লাগে—জগদীশ্বৰে মতা আৰু তিৰোতাক ভিন্ন ভিন্ন কামৰ বাবে সৃষ্টি কৰিছে আৰু সেই বাবে তাৰ উপযোগীকৈ তেওঁলোকৰ গাত কিছুমান ভিন্ন ভিন্ন ভাব বা গুণো দিছে। সেই ভাব বা গুণবিলাকৰ উৎকৰ্ষ সাধন কৰাটোৱেই হৈছে শিক্ষাৰ উদ্দেশ্য। সেই কাৰণে তিৰোতাৰ অন্তৰৰ এই ভিন্ন ভাব বা গুণবিলাকক ভালকৈ জোঙালি দিবৰ বাবেহে স্ত্ৰী-শিক্ষাৰ প্ৰয়োজন। এতেকে গঢ়ত আৰু প্ৰণালীত, তিৰোতাৰ আৰু মতাৰ শিক্ষাৰ ভালেখিনি প্ৰভেদ থাকিব লাগিব।

এই যে মই শিক্ষা শিক্ষা কৰি আহিছোঁ, এই শিক্ষা কথাটোৰ ইমানতে এটা টীকা দি থওঁ। যি শিক্ষাই স্বভাৱটো ধঁহি পিহি নিমজ কৰি দিয়ে মানুহৰ চকু গজাই দিয়ে মনক উদাৰ আৰু বুদ্ধিক প্ৰখৰ কৰি দিয়ে আৰু কাৰ্য্যক্ষমতা আৰু যোগ্যতা বৃদ্ধি কৰি মানুহক সমাজৰ নিমিত্তে লাগতিয়াল কৰি তোলে, মই তাকেহে শিক্ষা বুলিছোঁ। কিন্তু যি শিক্ষাৰ পৰা কেৱল গোটাদিয়েক "ক ক ম ম" আওৰাই লৈ মানুহ অহঙ্কাৰেৰে পৰিপূৰ্ণ আৰু সকলো লাগতিয়াল কাৰ্য্যৰ নিমিত্তে অনুপযুক্ত কিবা এটা অদ্ভুত প্ৰাণী হৈ পৰে, সি শিক্ষা নহয়েই বৰং অশিক্ষাতকৈও সহস্ৰ গুণে অধম আৰু ভয়ঙ্কৰ। এই কথা কি মতা কি মাইকী সকলোৰে শিক্ষাৰ পক্ষে সমানে খাটে। এনে শিক্ষাই মতা আৰু মাইকী দুইকো সমানে অকৰ্ম্মণ্য কৰিব। জগদীশ্বৰে যেন এনে বিধৰ ফোপোলা শিক্ষাক আমাৰ পৰা দূৰাদপি দূৰতে থয়।

এতেকে দেখা গল, কিছুমান সাহিত্যানুৰাগী মানুহ সৃষ্টি কৰাৰ প্ৰয়োজন আৰু তাকে কৰিবলৈ দেশত বহুলৰূপে শিক্ষা-বিস্তাৰৰ প্ৰয়োজন। এই দুয়োটি বিষয় সাহিত্য-সভাৰ নিয়মাৱলীত থকা "উদ্দেশ্য"ৰ শেহৰ ফাঁকিয়েই সামৰি ধৰিছে হয় কিন্তু তাৰ পৰা বেলেগ হৈ অকলৈ ফট্‌ফটীয়াকৈ জিলিকি থাকিলে দেখিবলৈ আৰু ৰূপহ হ'ব।

উচ্চ সাহিত্য

ইয়াৰ পিচতে আমাক উচ্চ-শ্ৰেণীৰ সাহিত্য লাগে। আমাৰ ভাষাত যে এই শ্ৰেণীৰ সাহিত্য নাই, এনে নহয়। শঙ্কৰ, মাধৱ আদি কবিসকলৰ কাব্য গীত আৰু ভটিমা আদিৰ কথা নকৰেই, আধুনিক সাহিত্যিকসকলৰ ৰচনাতো নানা বিধ তথ্য, চিন্তা আৰু গৱেষণা থকা বহুত প্ৰবন্ধ আৰু প্ৰকৃত সৌন্দৰ্য্য থকা অনেক কবিতা প্ৰকাশ হৈছে। আধুনিক অসমীয়া সাহিত্যৰ ভঁৰালত, পৃথিবীৰ সকলো সাহিত্যতে আদৃত হবৰ উপযুক্ত কিছুমান ৰত্ন ওলাইছে বুলিলে একো অত্যুক্তি কৰা নহব। ওপৰত সাহিত্য শব্দটো মই এনে অৰ্থেৰে ব্যৱহাৰ কৰি আহিছোঁ, যে ই অঙ্ক আৰু বিজ্ঞান প্ৰভৃতি শিক্ষাৰ সকলো বিষয়কে সামৰি পেলাইছে। এইবিলাক বিষয়ৰ কিতাপো যে

আমাৰ ভাষাত ওলোৱা নাই, সিও নহয়। দশানন্দ ভৰালীৰ "প্ৰাকৃতিক ভূগোল,' আৰু ৰায় বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈৰ "প্ৰাকৃত বিজ্ঞান" প্ৰভৃতিয়েই তাৰ প্ৰধান প্ৰমাণ। কিন্তু তথাপি মই ন'কৈ নোৱাৰোঁ যে অসমীয়া সাহিত্যৰ সকলো অঙ্গতে আৰু ভালেখিনি উচ্চ শ্ৰেণীৰ কিতাপৰ প্ৰয়োজন আছে। ব্যাস, বশিষ্ঠ, কপিল, বাল্মীকি, যাজ্ঞবল্ক আদি কবি, আৰ্য্য সাহিত্যৰ প্ৰাচীন মহা মহা ধনুৰ্দ্ধৰসকলৰ উল্লেখকে নকৰোঁ, চেক্সপিয়েৰ, কালিদাস, ডাৰৱিন, মীল, স্পেন্চাৰ, মাৰ্টিনিউ, ৰবীন্দ্ৰনাথ আদি পণ্ডিতসকলৰ গ্ৰন্থেৰে সৈতেই তুলনা কৰিব পৰা গ্ৰন্থ আধুনিক অসমীয়া সাহিত্যত আজিলৈকে কেইখন ওলাইছে? অৱশ্যে ইয়াকো স্বীকাৰ কৰিব লাগিব যে উচ্চ শ্ৰেণীৰ কিছুমান কিতাপ ছপা-খৰচৰ অনাটনত আৰু বিক্ৰী নোহোৱাৰ ভয়ত হাতে লিখা অৱস্থাতে পৰি থাকোঁতেই পোকে খাই নষ্ট কৰিছে। যোৰহাটৰ সাহিত্য-সভাৰ গৰাকীসকলে কিছু দিনৰ পূৰ্ব্বে সৰল ভাষাত কিছুমান উচ্চ শ্ৰেণীৰ সাহিত্যৰ কিতাপ লিখাবলৈ চেষ্টা কৰিছিল আৰু জ্যোতিষ আৰু ভূ-তত্ত্ব বিষয়ে দুখনি সুন্দৰ সৰল পুথি লিখাইছিল। অসম সাহিত্য-সভাৰ শাখা আৰু স্বীকৃত সভাবিলাকেও এই প্ৰথাকে অৱলম্বন কৰিলে বিশেষ সুফল হোৱাৰ সম্ভব।

অসমীয়াৰে উচ্চ শিক্ষা দান

এনেবিধৰ পুথি নোহোৱাৰ কাৰণেই অনেকে আমাৰ ভাষাৰ সহায়েৰে উচ্চ শিক্ষা দিব পৰাটো সম্পূৰ্ণ অসম্ভৱ বুলি ভাবে। কিন্তু তেওঁলোকে এই কথাটো ভাবি নেচায় যে ঠিক এই কাৰণৰ বাবেইহে অসমীয়া লৰা-ছোৱালীক নিজ মাতৃভাষাৰে উচ্চ শিক্ষা দিবলৈ চেষ্টা কৰাৰ আৱশ্যক হৈ পৰিছে। অৰ্থশাস্ত্ৰত Demand and Supply অৰ্থাৎ অভাৱ আৰু তাৰ যোগান বুলি এটা কথা আছে। বস্তুৰ অভাৱ হলেহে তাক পূৰণ কৰিবলৈ চেষ্টা কৰা হয় আৰু তেতিয়া সেই চেষ্টা ফলৱতী নহৈ নেথাকে। এয়ে এই সাৰগৰ্ভ কথাৰ মূল মৰ্ম্ম। সাহিত্য বিষয়তো এই কথাটো সম্পূৰ্ণৰূপে খটাৰ প্ৰমাণ আছে। কুৰি বছৰৰ আগেয়ে প্ৰাইমেৰী স্কুলত পঢ়াবলৈ অসমীয়া কিতাপৰ অভাৱ আছিল। দহ বছৰৰ আগেয়ে মজলীয়া স্কুলৰ পাঠ্যৰ উপযুক্ত অনেক কিতাপ পোৱা নগৈছিল। আজি কিন্তু আমি আই-এ; বি-এ; আৰু নৰ্মাল ত্ৰৈবাৰ্ষিকৰ কাৰণে যে পাঠ্যৰ অভাৱত পৰা নায়েই, কলিকতাৰ নিচিনা বিখ্যাত বিশ্ববিদ্যালয়ৰ এম-এৰ নিচিনা কঠিন পৰীক্ষা-লৈকো অসমীয়া সাহিত্য অলপতে পৰীক্ষণীয় বিষয় বুলি পৰিগণিত হবৰো উপক্ৰম হৈছে। মাতৃভাষাৰে উচ্চ শিক্ষা দানৰ বিৰুদ্ধবাদীসকলে কয় যে আগে বাৰু অসমীয়া ভাষাত গণিত বিজ্ঞান আদি ওখ ওখ বিষয়ৰ উত্তম উত্তম পুথি ওলাওক তেহে এই ভাষাৰ সহায়েৰে উচ্চ শিক্ষা দিয়াৰ কথা ভাবিবৰ হ'ব। কিন্তু অভিজ্ঞতাৰে সৈতে যুক্তিৰ ঘোৰ বিৰোধ দেখা যায়। অসম আৰু বঙ্গদেশৰ নৰ্মাল স্কুলবিলাকত, অসমীয়া আৰু বঙালী ভাষাৰ সহায়েৰে শিক্ষা-বিজ্ঞান, মনো-বিজ্ঞান, পদাৰ্থ-বিজ্ঞান, ৰসায়ন-বিজ্ঞান, বীজ-গণিত, উচ্চ ক্ষেত্ৰতত্ত্ব, আৰু ঘন পৰিমিতি আদি কঠিন বিষয়বোৰ শিক্ষা কৰোৱা হয়। কিন্তু এনে শিক্ষা দান আৰম্ভ কৰাৰ আগেয়ে এই দুই দেশতে এইবিলাক

বিষয়ৰ সৰ্ব্বাঙ্গসুন্দৰ নেলাগে, কোনো প্ৰকাৰৰ গ্ৰন্থই প্ৰস্তুত হোৱা নাছিল। এতিয়াও এইবিলাক বিষয়ৰ যি কেইখন নতুন গ্ৰন্থ দেখা যায় সিও নৰ্মাল স্কুলৰ শিক্ষকসকলৰ দ্বাৰাহে, তেওঁলোকৰ ছাত্ৰসকলৰ কাৰণে উপযোগীকৈ ৰচিত। জাপানৰ শিক্ষাৰ বুৰঞ্জীয়ে ঠিক এই কথাকেহে প্ৰমাণ কৰে। সেইদেখি উপযুক্ত কিতাপৰ অভাৱ বুলি অসমীয়াক অসমীয়া ভাষাৰে উচ্চ শিক্ষা দিবলৈ পৰাঙ্মুখ হোৱাটো মহা ভ্ৰম। পাঠ্য পুথিৰ অভাৱত শিক্ষা কেতিয়াও স্থগিত হৈ থাকিব লগা নহয় আৰু অভিজ্ঞতাই ইয়াক স্পষ্টৰূপে প্ৰমাণ কৰি দিছে। অভাৱ যেতিয়া হ'ব, তেতিয়া অৱশ্যে তাৰ পূৰণো হ'ব। ই এটা স্বাভাৱিক নিয়ম। আৰু এই নিয়মৰ গুণতে অসমীয়া সাহিত্যৰো এতিয়া মানিব পৰা সকলো অভাৱ যে অচিৰে দূৰ হ'ব ইয়াত অকণো সন্দেহ নাই।

আমাৰ দেশত, বৰ্ত্তমান প্ৰচলিত সাধাৰণ শিক্ষাই আমাক বহুত অতি উপযুক্ত হাকিম, উকীল আৰু কেৰাণী প্ৰস্তুত কৰি দিছে। এই শ্ৰেণীৰ মানুহ সৃষ্টি কৰিবৰ নিমিত্তে এই শিক্ষা অতি উৎকৃষ্ট হ'ব; পাৰে কিন্তু অকল এই শ্ৰেণীৰ মানুহৰ বলতে জানো অসমীয়া জাতিটো উন্নত হ'ব পাৰিব? এই জাতিৰ প্ৰকৃত উন্নতি হবলৈ হলে এই হাকিম, উকীল আৰু কেৰাণীসকলৰ উপৰিও কৃষি, বাণিজ্য আৰু বিবিধ শিল্পত সম্পূৰ্ণ নিপুণ আৰু বিশাৰদ কিছুমান ডেকাৰ প্ৰয়োজন। কিন্তু এই লাগতিয়াল বিষয়বিলাক আজিলৈকে আমাৰ শিক্ষাত সোমাব পৰা নাই আৰু সেই কাৰণেই আমাৰ সাহিত্যতো আজিলৈকে ন্যায্য স্থান পোৱা নাই। এতেকে এই অতি প্ৰয়োজনীয় বিষয়বিলাকক আমাৰ সাহিত্যত সোনকালে তেওঁলোকৰ প্ৰাপ্য স্থান অধিকাৰ কৰিবলৈ আমি পাৰোঁ মানে সাহায্য কৰিব লাগে।

সাহিত্য, কৃষি, শিল্প আৰু বাণিজ্যাদিৰ ঠাই

এই প্ৰাচীন অসম দেশৰ পুৰণি তথ্য অনুসন্ধান কৰি উলিয়াবলৈ মাজে মাজে চেষ্টা কৰি থকা দেখি আমি গবৰ্ণমেণ্টৰ শলাগ লৈছোঁ। কিন্তু এই কাৰ্য্যৰ নিমিত্তে নিগাজিকৈ এজন উপযুক্ত মানুহৰ আৱশ্যক। ইফালে কটন কলেজতো অসমীয়া সাহিত্যৰ অকল এজন নেলাগে, কেবাজনো অধ্যাপক নিযুক্ত কৰিবৰ সময় পালেহি। সেই দেখি অনুসন্ধানৰ বাবে এজন উপযুক্ত মানুহ নিযুক্ত কৰি তেওঁৰ গাতে কটন কলেজৰ অসমীয়া সাহিত্যৰ প্ৰধান অধ্যাপকৰ বাবটোও জাপি দি তেওঁৰ তলত এজন বা দুজন যি লাগে, অসমীয়া সাহিত্যৰ অধ্যাপক নিযুক্ত কৰিলেও সম্প্ৰতি কিছু দিনলৈ কাম চলে।

অনুসন্ধান

বঙ্গদেশত উপজিলেও চাৰ আশুতোষ মুখোপাধ্যায় গোটেই ভাৰতবৰ্ষৰে উমৈহতীয়া সম্পত্তি; কাৰণ তেখেত ভাৰত গগনৰ এটি উজ্জ্বল নক্ষত্ৰ। তেখেতৰ ন্যায়পৰায়ণতা, সুদীৰ্ঘ দৃষ্টি আৰু উদাৰ অন্তঃকৰণৰ গুণতে অচিৰতে অসমীয়া সাহিত্য বিশ্ববিদ্যালয়ৰ এম-এ পৰীক্ষাৰ বিষয় বুলি গ্ৰাহ্য হবৰ সম্ভাৱনা দেখা গৈছে। এই বাবে তেখেতৰ আমি নথৈ শলাগ লৈ অশেষ গুণ গাব লাগে।

অসমীয়া ভাষা এম-এ পৰীক্ষাত

সকলো দেশতে দেখা গৈছে যে সাহিত্যসেৱকসকলৰ অৱস্থা, আৰ্থিক বিষয়ত প্ৰায়েই উন্নত নহয়। কবিগুৰু কালিদাসৰ দৰে সাহিত্যিকেও বিক্ৰমাদিত্যৰ আশ্ৰয় পাইহে প্ৰবৰ্ত্তিব

পাৰিছিল। আমাৰ দেশত ধনী মানুহ যে অতি বিৰলেই, কথমপি পেটেভাতে থাই প্ৰবৃত্তি থাকিব পৰা মানুহো সৰহ নহয়। তেনেহলেনো এই দুখীয়া সাহিত্যিকসকলে কিহৰ আশাত গ্ৰন্থ লিখি সময় নষ্ট কৰিবলৈ আগ বাঢ়িব? আধুনিক অসমীয়া ভাষাৰ অধিকাংশ গ্ৰন্থ অকল গ্ৰন্থকাৰসকলৰ অশেষ দেশহিতৈষিতাৰ গুণেহে ওলাব পাৰিছে। নহলে এই পাছ পৰি থকা দেশত কিতাপ লিখি চহকী হ'বৰ বা জীৱিকা নিৰ্ব্বাহ কৰিবৰ এতিয়াও সময় হোৱা নাই। অনেকে সাহিত্য চৰ্চ্চাত ৰুচি থকা বাবে, উৎকৃষ্ট শ্ৰেণীৰ ভাল ভাল গ্ৰন্থ লিখি থৈ, ধনৰ নাটনি আৰু কিনোতাৰ অভাৱলৈ ভয় কৰি প্ৰকাশ নকৰি পেলাই থবলৈ বাধ্য হৈছে। মোৰ এজন বন্ধুৱে কেবা বছৰে অশেষ পৰিশ্ৰম কৰি এখন অমূল্য আৰু অত্যাৱশ্যকীয় গ্ৰন্থ লিখি সম্পূৰ্ণ কৰি পেৰাত সুমাই থৈছে। চাৰি হাজাৰমান টকা নহলে, এই গ্ৰন্থ প্ৰকাশ কৰিব নোৱাৰি। এই ধনৰ কোনোমতে সংস্থান কৰিব নোৱাৰি· ইয়াক তেওঁ পেৰাৰ পৰা উলিয়াব পৰা নাই। এই শ্ৰেণীৰ গ্ৰন্থকাৰ-সকলক তেওঁলোকৰ গ্ৰন্থবিলাক ছপাই দিয়া বা কোনো প্ৰকাৰে সাহায্য কৰা, বৰ্ত্তমান সময়ৰ এটা প্ৰয়োজনীয় কাম আৰু এই সাহিত্য-সভাৰো এটা থাই উদ্দেশ্য।

গ্ৰন্থকৰ্ত্তাক উৎসাহ

অসমীয়া ভাষাৰে লিখা স্কুলীয়া কিতাপ বাছিবৰ নিমিত্তে Sub-Text-Book Committee নামেৰে এখন সভা আছে, এই কথা আপোনালোকৰ সকলোৱেই জানে। কিন্তু, এই সভালৈ সভ্য নিৰ্ব্বাচন বিষয়ে এটা বিধান আছে, তাক বোধ কৰোঁ বহুতে মন নকৰিবও পাৰে। এই বিধানৰ মতেৰে স্বাৰ্থ থকা গ্ৰন্থকাৰসকল এই সভাৰ সভ্য হব নোৱাৰে। অৱশ্যে এই বিধান যি উদ্দেশ্যেৰে কৰা হৈছে আমি তাক বুজিব পাৰিছোঁ। কিন্তু বৰ্ত্তমান সকলো অৱস্থা ভাবি চালে দেখা যায় যে এই বিধানৰ বান্ধটো কিছু ঢিলাই দিয়াৰ প্ৰয়োজন। ইয়াৰ মুঠ ফল এয়ে হৈছে যে যেয়ে অসমীয়া সাহিত্যৰ চৰ্চ্চা কৰিছে আৰু সেই বাবে অসমীয়া কিতাপৰ দোষ গুণ বিচাৰ কৰিবলৈ সম্পূৰ্ণ উপযুক্ত, সেয়ে এই সভাৰ চাৰি সীমাৰ ওচৰলৈকো ঠেকিব নোৱাৰে। আন কি এই বিধানৰ গুণত শ্ৰীযুত সত্যনাথ বৰা, শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী, শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰায় চাহেব শ্ৰীযুত পদ্মনাথ বৰুৱাৰ দৰে সকলোৰে সম্পূৰ্ণ বিশ্বাসৰ পাত্ৰ প্ৰবীণ সাহিত্যৰথীসকলো এই সভাৰ সভ্য হবৰ অলায়ক হৈ পৰিছে। এতেকে এই বিধানৰ কিবা এটা প্ৰতিবিধান কৰিবলৈ এই সম্মিলনত আলোচনা কৰাটো উচিত যেন দেখোঁ।

কিতাপ-বছা সভা

অসমীয়া ভাষাত খনদিয়েক আলোচনী আছে যদিও এই অসম সাহিত্য-সভায়ো এখন অতি উচ্চ শ্ৰেণীৰ আলোচনী শীঘ্ৰে প্ৰকাশ কৰাৰ নিতান্ত প্ৰয়োজন। এই সভা যেনেকৈ অসম দেশৰ থাই সাহিত্য-সভা, ইয়াৰ আলোচনীখনেও সেই দৰেই এই দেশৰ সকলো আলোচনীৰ ভিতৰত আগ ঠাই অধিকাৰ কৰি অসমীয়া সাহিত্যক বাট দেখুৱাই, কোবত কোবে আগবঢ়াই নিব পৰা হব লাগিব।

আলোচনী

মহোদয়সকল! অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সম্প্ৰতি কৰিবলগীয়া গোটাদিয়েক মাত্ৰ থাই কাম মই উন্থকিয়াই থলোঁ। এইবিলাক কামৰ প্ৰায় সকলোখিনিয়েই অসম সাহিত্য-

সভাৰ উদ্দেশ্যৰ অন্তৰ্গত। কিন্তু মই কোৱা ভালেখিনি কামৰ কাৰণে বহুত ধনৰ প্ৰয়োজন। সেই দেখি ধনৰ অভাৱত সেইবিলাক কামত সভাই হাত দিব পৰা নাই। এতেকে এই সাহিত্য-সভাৰ উদ্দেশ্য সিদ্ধি কৰিবলৈ হলে আমি ৰাইজৰ ওচৰত হাত পাতিব লগীয়া হল। কিন্তু এই সম্পৰ্কে ৰাইকৈ আমাৰ জমিদাৰ সম্প্ৰদায় আৰু ডাঙৰ ডাঙৰ গোঁসাইসকলৰ পৰাহে আমি বহুত আশা কৰোঁ। তেখেতসকলেই হৈছে দেশৰ প্ৰধান ভৰসাৰ স্থল আৰু সকলো দেশতে, শিল্প বিজ্ঞান আৰু সাহিত্য প্ৰভৃতিয়ে তেখেতসকলৰ নিচিনা উচ্চ শ্ৰেণীৰ লোকৰ আশ্ৰয় বিচাৰে। আমাৰ গোঁসাইসকলে অনেক সৎকাৰ্য্যত অৰ্থ ব্যয় কৰিছে। আমাৰ জমিদাৰসকলো সৎকাৰ্য্যৰ অৰ্থে অকাতৰে অৰ্থ দান কৰিবলৈ সদায় প্ৰস্তুত। গৌৰীপুৰৰ মহামতি ৰজা শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে অসম এছচিয়েচনৰ অৰ্থে মুক্তহস্তে যতখিনি ধন ভাঙিলে, আমি অনেকে তাৰ কিছু কিছু আভাস পাওঁ। আমি আজিলৈকে কোনো কথাতে গা-লাগি আমাৰ জমিদাৰসকলৰ ওচৰ চাপিব জনা নাই। জানিলে তেখেতসকলে সকলো ৰাজহুৱা কথাৰ গুৰি ধৰি আমাক ৰং মনেৰে সাহায্য কৰিব—ইয়াত কোনো সন্দেহ নাই। তেখেতসকলৰ একো একো গৰাকীয়ে ঈশ্বৰৰ কৃপাত এই সভাৰ সকলো ব্যয় অকাতৰে বহন কৰিব পৰা বল আছে। এতেকে আমি আমাৰ উদ্দেশ্য ভালকৈ বুজাই দিব পাৰিলে, তেখেতসকলৰ পৰা নথৈ সাহায্য পোৱা যাব বুলি আশা কৰিব পাৰি। তাৰ উপৰি সৰ্ব্বসাধাৰণৰ পৰাও বৰঙনি সংগ্ৰহ কৰিব লাগে। এই দৰে সভাৰ এটা ভঁৰাল পাতি তাক ভৰাই লব নোৱাৰিলে, কোনো আৱশ্যকীয় কাম বেগতে হৈ উঠাৰ আশা নাই।

ধন-ভঁৰাল

এই অসম সাহিত্য-সভাৰ অতি উপযুক্ত সময়ত জন্ম হৈছে। বহু দিনৰ আগেয়ে ওপৰত উল্লেখ কৰা কলিকতাৰ সাহিত্যসেৱী অসমীয়া ছাত্ৰসকলে কলিকতাতে "অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা" নাম দি এখন সাহিত্য-সভা স্থাপন কৰিছিল। এই সভাৰ নামৰ সম্পূৰ্ণৰূপে সাৰ্থক হল; কাৰণ ই অসমীয়া ভাষাৰ অশেষ উন্নতি-সাধন কৰিলে। এই সভাৰ উদ্যমত, ইয়াৰ আৰ্হিৰেই, অসম দেশৰ নানা ঠাইত লাহে লাহে এনেকুৱা বহুত সভা স্থাপিত হৈ পৰিল। আৰু এই সভাবিলাকে দেশত সাহিত্য চৰ্চ্চাৰ সোঁত বোৱাই দিলে। মুঠতে কবলৈ গলে এই সভাবিলাকৰ প্ৰভাৱতে অসম দেশত সাহিত্য-চৰ্চ্চাৰ যুগান্তৰ প্ৰৱৰ্ত্তন হল। সেই কালৰ আৰু আজিৰ সাধাৰণ অসমীয়াৰ ৰুচিৰ কিমান প্ৰভেদ, তাক দেখুৱাবলৈ এটা ক্ষুদ্ৰ ঘটনাৰ কথা কওঁ,—১৮৯২ চনত এজন বয়সীয়া অসমীয়া ভদ্ৰলোক কলিকতা চাবলৈ গৈছিল। "বিজুলী"ৰ তেতিয়াৰ সম্পাদকে মোৰ আগতে তেওঁক এক সংখ্যা "বিজুলী" উপহাৰ দিলে আৰু "বিজুলী" সম্পৰ্কে তেওঁৰ মতামত সুধিলে। তেতিয়া সেই ভদ্ৰলোকজনে কলে—"ভাল হৈছে, ভাল হৈছে; আমাৰ ঘৰলৈকো জানকীয়েই কি বিজুলীয়েই কিবা কেতবোৰ গৈ থাকে। মই আহোঁতে তাৰে এসোপা ফালি-ছিৰি কিবা কিবি লোণ-বান বান্ধিও আনিছোঁ।" ইয়াকে কৈ শেহত তেওঁ "বিজুলী"-খন বঙলা ভাষাত চলাবলৈকো বুধি দিলে; কাৰণ তেতিয়া হলে সৰহকৈ ধন পোৱাৰ সম্ভৱ। এই শ্ৰেণীৰ মানুহ আজি অসম দেশত কৰবাত বিচাৰি পোৱা যাব নে? এই মানুহজন এতিয়াও

অসম সাহিত্য-সভা

লীয়াই আছে আৰু আন কি তেওঁৰো আজিকালি আৰু আগৰ সেই মত গুচিল। মই তাহানি স্কুলত পঢ়া কালত বঙালী কবিতা লেখিবলৈ চেষ্টা কৰি লৰা-ধেমালি কৰিছিলোঁ। আজিকালিৰ অসমীয়া লৰাই তেনে কৰিব নে? বুঢ়া ডেকা লৰা মতা মাইকী সকলো লিখা-পঢ়া জনা অসমীয়াই আজি অসমীয়া সাহিত্যৰ সোৱাদ পাইছে আৰু তাৰ মোল বুজিছে। দেশত অসমীয়া সাহিত্যৰ ঢৌ উঠি পৰিছে। চাৰিও ফালে অসমীয়া সাহিত্যৰ চৰ্চ্চা কৰিবলৈ আগ্ৰহ থকা বহুত মানুহ দেখা গৈছে। এতিয়া এই সকলো সাহিত্যানুৰাগীক একেলগে গোট খুৱাই, এটা সম্মিলিত শক্তি গঠন কৰি, কাৰ্য্য-ক্ষেত্ৰত লগাই দিবৰ সময় হল। এই সম্মিলিত মহাশক্তিৰ বলত অসমীয়া সাহিত্যক্ষেত্ৰত অসাধ্য সাধন হব। এনে মহা শুভক্ষণত এই মহৎ উদ্দেশ্যৰে এই অসম সাহিত্য-সভাৰ জন্ম হৈছে। ই সকলো অসমীয়াৰে আদৰৰ ধন, সকলো অসমীয়াৰে চেনেহৰ পাত্ৰ, সকলো অসমীয়াৰে ভৰসাৰ স্থল আৰু সকলোৰে পৰা নথৈ মৰম পাব বুলি ই পৰম আশা কৰিছে; কাৰণ এনে আশা কৰিবৰ ইয়াৰ সম্পূৰ্ণ অধিকাৰ আছে।

এই সভাৰ বয়স মুঠেই এবছৰ। এই এবছৰৰ ভিতৰতে ই ভালেখিনি লাগতিয়াল কাম কৰিব পাৰিছে; ই বৰ সন্তোষৰ কথা। যিখিনি কৰিবলৈ বাকী আছে, সি কেৱল ধনৰ অভাৱত। কিন্তু ৰাইজে নথ জোকাৰিলেই নদী বয়। ৰাইজে অনুগ্ৰহ কৰিলেই এই অভাৱ ততালিকে দূৰ হৈ পৰিব। ধনৰ অভাৱত এই সভাৰ কাৰ্য্যৰ ক্ষতি হবলৈ এৰি দিলে অসমীয়া মানুহৰ কম নিন্দাৰ কথা হ'ব নে? সাধ্যমতে ধন দি, আৰু আন যি প্ৰকাৰে পাৰি সাহায্য কৰি এই সভাৰ সোনকালে গুৰি শকত কৰি দিয়াটো প্ৰত্যেক অসমীয়াৰে কৰ্ত্তব্য কৰ্ম্ম। এই কৰ্ত্তব্য কৰ্ম্মৰ পৰা পৰাঙ্মুখ হ'লে ঘোৰ অধৰ্ম্ম আচৰণ কৰা হ'ব। জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছোঁ—এই অসম সাহিত্য সভাক যেন চিৰজীৱী কৰি, তেওঁ অসমীয়া সাহিত্য আৰু অসমীয়া সমাজৰ অপাৰ কল্যাণ কৰিবলৈ সামৰ্থ্য দিয়ে।

মহোদয়সকল! মোৰ আৰু ক'বলগীয়া একো নাই। আপোনালোকৰ অনুগ্ৰহতে আপোনালোকৰ আগত আজি এইকেষাৰ কথা কবলৈ এই সুযোগ পালোঁ। সেই বাবে

সামৰণি

অন্তৰৰে সৈতে আপোনালোকৰ শলাগ লৈছোঁ। অৱশ্যে এই সুযোগৰ মই একো সদ্ব্যৱহাৰ কৰিব নোৱাৰিলোঁ। সেইটো মোৰ দুৰ্ভাগ্যৰ দোষ। সাৰুৱা কথা একো কব নোৱাৰিলো অথচ ভালেখিনি পৰ বকি আপোনালোকক নথৈ আমনি কৰিলোঁ। এই লাগ-বান্ধ নোহোৱা অসাৰ কথা কেষাৰকে যে আপোনালোকে অত বেলি ধৈৰ্য্য ধৰি শুনি মোক চৰিতাৰ্থ কৰিলে, সেই বাবেও মই আপোনালোকৰ গুৰিত ধৰুৱা হৈ থাকিলোঁ। কওঁতেও যদি নজনাকৈ কিবা অপৰাধ কৰিছোঁ, তাৰ বাবেও মাৰ্জ্জনা মাগিছোঁ। মোৰ সকলো দোষ, সকলো ক্ৰুটি, সকলো অপৰাধ যেন আপোনালোকে নিজ গুণে, মোৰ মুখলৈ চাই, অনুগ্ৰহ কৰি ক্ষমা কৰিব—ইয়াকে আপোনালোকৰ ওচৰত আকৌ প্ৰাৰ্থনা কৰিছোঁ।

# সভাপতিৰ সামৰণি বক্তৃতা

২৯ ডিচেম্বৰ ১৯১৮

আপোনালোকে মোক শলগা দেখি মই মনতে বৰ লাজ পাইছোঁ। কাৰণ মই বঢ়িয়াকৈ জানো যে মই এনে শলাগৰ কেতিয়াও পাত্র নহওঁ। মই অসমীয়া আৰু এই সভাৰ সভ্য। আপোনালোকে মৰম কৰি সাহিত্য-চৰ্চ্চাত মোৰ অলপ ৰতি আছে বুলিও কৈছে। এনে স্থলত মই যদি কিবা কাৰ্য্য কৰিছোঁ সি মোৰ সম্পূৰ্ণ কৰ্ত্তব্য কৰ্ম্ম ; আৰু তাৰ বাবে মই সমূলি শলাগিবলগীয়া নহওঁ। তথাপি যে আপোনালোকে মোক ইমানকৈ শলাগিছে, সি কেৱল আপোনালোকৰ অশেষ সৌজন্য প্ৰকাশ কৰিছে। এই সম্মিলনৰ প্ৰত্যেক সাহিত্যিকেই মই আপোনালোকৰ আগত কোৱা কথাকেষাৰ ইয়াতকৈ বহুত শুৱলাকৈ বহুত খান্দ খুৱাই আৰু বহুত ধুনীয়াকৈ সজাইপৰাই কব পাৰে। তেও যদি মোৰ কথাকেষাৰ আপোনালোকৰ কাণত ভাল লাগিল, তেনেহলে মই কৃতাৰ্থ মানিছোঁ। সেই বাবেও কিন্তু মই শলাগৰ পাত্র নহওঁ। আপোনালোকে মোক সভাপতি পাতি যি সন্মান দিলে, মই তাৰ যোগ্য নহওঁ। তাৰ উপৰিও শলাগ পাবৰ মোৰ কোনো অধিকাৰ নাই। ১৯১৮ চনৰ ডিচেম্বৰৰ ২৭, ২৮ আৰু ২৯ এই তিন দিনেই উপজিবৰে পৰা এই ৪৪ বছৰৰ ভিতৰত মোৰ জীৱনৰ অতি শ্ৰেষ্ঠ দিন, এই কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ আৰু ইয়াৰ কাৰণে মইহে আকৌ আপোনালোকৰ শলাগ লৈছোঁ।

অসম সাহিত্য-সভাৰ কাৰ্য্যনিৰ্ব্বাহক সভ্যসকলক আৰু বিশেষকৈ সম্পাদক শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী আৰু সহকাৰী সম্পাদক শ্ৰীযুত দেৱেশ্বৰ শৰ্ম্মাক মই এই সভাৰ হৈ ধন্যবাদ জনাইছোঁ। শ্ৰীযুত গোস্বামীদেৱক এই সাহিত্য সভাৰ প্ৰাণ স্বৰূপ বুলিলেও অত্যুক্তি নহয়। তেখেতে সম্পাদক পদৰ পৰা অৱসৰ লোৱাত সভাই ভয়ঙ্কৰ অভাৱ অনুভৱ কৰিব। কেৱল মাত্র ইয়াকে ভাবি আমি প্ৰবোধ মানিব পাৰোঁ যে সেই অভাৱ পূৰণ কৰিবলৈ প্ৰবীণ সাহিত্যিক ৰায় চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়াক পোৱা গৈছে।

অভ্যৰ্থনা সমিতিৰ সভ্যসকল! ভলন্টিয়াৰসকল! এই সম্মিলনৰ অৰ্থে কাৰবাৰ কৰোঁতাসকল! আৰু গুৱালপাৰ জিলাৰ সদৌ ৰাইজসকল! আপোনালোকক শলাগিবলৈ মই কথাৰ নাটনি পাইছোঁ। আপোনালোকৰ সকলো অসুবিধা আমি সম্পূৰ্ণৰূপে জানিব পাৰিছোঁ। অত বাধাবিঘিনি অতিক্ৰম কৰি আপোনালোকে যে এই সম্মিলনৰ সকলো কাৰ্য্য এনে সুচাৰু ৰূপে সম্পাদন কৰাব পাৰিলে আৰু এনে কৃতিত্ব লভিলে, ই কেৱল আপোনালোকৰ অতি অনুকৰণীয় কাৰ্য্য-কুশলতাৰ গুণত। আপোনালোকে আমাক যেনেৰূপে অভ্যৰ্থনা কৰিলে, যেনে ৰূপে সন্মান কৰিলে, যেনে কোনো অসুবিধাৰ লেশমাত্রও অনুভৱ কৰিবলৈ নিদিলে, তাক আমি কেতিয়াও নেপাহৰোঁ। আৰু তাৰ বাবে এই সম্মিলনৰ হৈ মই আপোনালোকৰ সকলোটিকে হিয়া উবুৰিয়াই ধন্যবাদ দিছোঁ। আপোনালোকৰ সকলোকে গাই পতি বেলেগে বেলেগে ধন্যবাদ দিবৰ মন গৈছে। কিন্তু সকলোৰে নাম নজনা গতিকে শ্ৰীযুত

হৰপ্ৰসাদ নাথ, শ্ৰীযুত ধৰ্ম্মনাৰায়ণ ঘোষ, শ্ৰীযুত কমলেশ্বৰ নাথ, শ্ৰীযুত কীৰ্ত্তিনাথ বৰদলৈ, শ্ৰীযুত দ্বিজেন্দ্ৰনাথ নাথ, মৌলবী মিৰজন ৰহমান, শ্ৰীযুত হৰেন্দ্ৰনাৰায়ণ দাস আৰু ছৰদাৰ বাহাদুৰ এই কেজনৰে মাত্ৰ নাম উল্লেখ কৰি ক্ষান্ত হবলৈ বাধ্য হলোঁ। এখেতসকলকে অনুৰোধ কৰিছোঁ যেন মোৰ মুখৰ পৰাই এই সভাৰ আন্তৰিক ধন্যবাদ তেওঁলোকেও গ্ৰহণ কৰিব আৰু আনবিলাককো বিলাই দি আমাক বাধিত কৰিব। কবিবৰ শ্ৰীযুত যতীন্দ্ৰনাৰায়ণ চৌধুৰী জমিদাৰ মহোদয় আমাৰ সকলোৰে নথৈ ধন্যবাদৰ পাত্ৰ। তেখেত আমাৰ অনেক জমিদাৰৰ আদৰ্শস্থল আৰু অসমীয়া সাহিত্যৰ এগৰাকী প্ৰধান পৃষ্ঠপোষক বুলি তেখেতক এই সম্মিলনে নথৈ সন্মান কৰিছে। তেখেতে আবিষ্কাৰ কৰা "নৰনাৰায়ণী যুগ"—এই সুন্দৰ কথাটি অসমীয়া সাহিত্যই মূল্যবান উপহাৰ বুলি আদৰৰে গ্ৰহণ কৰিব। শ্ৰীযুত কালিৰাম মেধি মহাশয়! আপুনি এই সম্মিলনৰ অৰ্থে নথৈ খাটিলে। আপোনাৰ উদ্যমৰ পৰা এই সম্মিলনৰ গুৰিয়ালসকলে বহুত সাহায্য পালে। আপুনি আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ। শ্ৰীযুত কামাখ্যাচৰণ সেন মহাশয়! আপোনাক অসমবাসী বঙ্গবাসীৰ আদৰ্শস্থল বুলি আমি মুক্তকণ্ঠে নকৈ নোৱাৰোঁ। অসমবাসী বঙালী আৰু আচল অসমীয়া এই দুই শ্ৰেণীৰ মানুহৰে ভাগ্য একেডাল সুঁতাৰেই গাঁথি থোৱা আছে। সেই বাবে অসমত থকা বঙালীক আমি অসমীয়াহে বোলোঁ। তেওঁলোক অসমীয়া সমাজৰ পৰা পাৰেমানে দূৰত থাকিলেও ইয়াৰ প্ৰভাৱৰ-পৰা দূৰ হব নোৱাৰে। আমাৰ সমাজ আৰু আমাৰ ভাষাই তেওঁলোকৰ লৰা-ছোৱালীৰ গাত কি প্ৰভাৱ বিস্তাৰ কৰিছে, তেওঁলোকে সচাঁকৈয়ে দেখা নাই নে? আজি হওক, কাইলৈ হওক, এবছৰৰ পিচত হওক, তেওঁলোকৰ সন্তানসকল আমাৰ দৰেই পূৰা অসমীয়া হৈ পৰিব, ই আমাৰ ধ্ৰুব বিশ্বাস। আমিও বহুত অসমীয়া এই দেশৰ আদিমবাসী নহও; আমিও মাত্ৰ তেওঁ-লোকৰ দৰেই ইয়ালৈ আহি এৰাব নোৱাৰি ইয়াত নিগাজী হৈ অসমীয়া হৈ পৰিলো। তেওঁলোকৰ সন্তানসকলৰো সেই দশাই ঘটিব, তাত কোনো সন্দেহ নাই। এতেকে অসমীয়াৰ বিৰুদ্ধাচৰণ কৰিলে তেওঁলোকে নিজৰ ভৰিত কুঠাৰ মৰাহে হ'ব। কামাখ্যা বাবুৱে এই কথাটোকে বুজি আমাৰ লগ লোৱা দেখি আমি তেখেতক শলাগিছোঁ। এই সভালৈ অৰ্থ দানকৰোঁতা-সকলৰ প্ৰতি অকল ধন্যবাদ প্ৰকাশ কৰিলে মনৰ হেপাহ নেপলায়। বঙালী, অসমীয়া, হিন্দু, মুছলমান, ধনী, দুখীয়া, মতা, মাইকী, শিক্ষিত, অশিক্ষিত সকলোৱে যেনে উৎসাহেৰে এই সভালৈ ৰংমনেৰে দান কৰিলে, তাক দেখিলে তেওঁলোকলৈ বাস্তৱিকতে অশেষ ভক্তিৰ উদ্ৰেক হয়। তেখেতবিলাক সকলোটিকে এই সভাৰ হৈ মই কৃতজ্ঞতা জনাইছোঁ। ডেলিগেটসকল! আপোনালোকে এই জাৰকালি ইমান কষ্ট স্বীকাৰ কৰি এই দুৰণিৰ গুৱালপাৰলৈ অহা বাবে এই সভাৰ হৈ মই আপোনালোকক অশেষ ধন্যবাদ দিছোঁ। পণ্ডিত-প্ৰবৰ শ্ৰীযুত দুৰ্গাকিঙ্কৰ শাস্ত্ৰী! কামৰূপ সংস্কৃত চৰ্চ্চাৰ প্ৰাচীন কেন্দ্ৰ। এই প্ৰাচীন কেন্দ্ৰৰ চিন আজিকালি অকল কামৰূপ আৰু গুৱালপাৰ এই দুখন জিলাতহে বৰ্ত্তমান আছে। এই দুখন জিলাৰ পণ্ডিতসকলৰ ভিতৰতে ক্ষীৰসমুদ্ৰ-সম্ভূত চন্দ্ৰৰ দৰে আপুনি পৰম প্ৰভাকৰ। আপুনি অনুগ্ৰহ কৰি এই সভাত যোগদান কৰি আমাক চৰিতাৰ্থ কৰিলে। আপোনাক এই সভায় ভক্তিভাৱে নমস্কাৰ কৰি আপোনাৰ আশীৰ্ব্বাদ ভিক্ষা কৰিছে।

যিসকলে এই সভাত কবিতা বা ৰচনা পাঠ কৰিছে বা পাঠ কৰিবলৈ পঠিয়াইছে, তেওঁলোককো সভাৰ হৈ মই ধন্যবাদ দিছোঁ। সেই শ্ৰীমান মুক্তিনাথ বৰদলৈ নামেৰে বুদ্ধিমান লৰাটিক আৰু শ্ৰীমতী সুধালতা আইদেউকো মোৰ নিজৰ হৈ আৰু এই সভাৰ হৈ নথৈ আশীৰ্ব্বাদ দিছোঁ। সুললিত মাতেৰে সুন্দৰ গীত গাই আমাৰ কাণ জুৰ কৰা সেই ছোৱালী চাৰিটীকো আপোনালোক সকলোৰে হৈ মই হিয়াভৰি আশীৰ্ব্বাদ কৰিছোঁ। পৰম শ্ৰদ্ধাভাজন শ্ৰীযুত ৰমাকান্ত বৰকাকতী ডাঙৰীয়া! আপুনি অশেষ গুণেৰে অলঙ্কৃত। কিন্তু আপোনাৰ ছোৱালী দুটীক উচ্চ শিক্ষা দান কৰি আপুনি অসমীয়া সমাজক এটা অতি লাগতিয়াল আদৰ্শ দেখুৱাইছে। আপোনাৰ গুৰিত এই বাবে অসমীয়া সমাজ নথৈ ধৰুৱা। সুধালতা আৰু সুখলতা আইদেউ! আপোনালোকক এই সম্মিলনত উপস্থিত সকলো দেশহিতৈষীয়ে হিয়া উদঙাই আশীৰ্ব্বাদ কৰিছে। আপোনালোকৰ গুণত আজি অসমীয়া সমাজে অতিশয় গৌৰৱ অনুভৱ কৰিছে। আপোনালোকৰ যেন ঈশ্বৰে সৰ্ব্বতোভাবে কল্যাণ কৰে এয়ে মোৰ নিজৰ আৰু এই সভাৰ সকলোৰে একান্ত বাঞ্ছা। আইদেউসকল! আপোনালোকেই আমাৰ সমাজত তিৰোতাৰ ভিতৰত উচ্চ শিক্ষা লাভ কৰি বি-এ উপাধি পাইছে। সেই দেখি আপোনালোকৰ ওপৰত সমাজৰ বহুত আশা আছে আৰু আপোনালোকৰ মুৰৰ বোজাও গধুৰ হৈ পৰিছে। মই কেৱল দুটি কথালৈ আঙুলিয়াই থওঁ—প্ৰথম আপোনালোকে জানে যে আমাৰ দেশৰ অনেক মানুহ এতিয়াও স্ত্ৰী জাতিক বৰ্ত্তমান প্ৰচলিত নিয়মে উচ্চশিক্ষা দিবলৈ যথেষ্টৰূপে উদযোগী নহয়। আপোনালোকৰ আচৰণে এই শ্ৰেণীৰ মানুহৰ চকু মোকোলাই দি তেওঁলোকৰ সকলো ভ্ৰম দূৰ কৰি দিব লাগে। দ্বিতীয় আপোনালোকে এই পতিত দেশৰ স্ত্ৰী জাতিৰ দেহেকেহে লাগি পাৰেমানে উন্নতি কৰিবলৈ যত্ন কৰিব লাগে। আইদেউ সকল! মই আপোনালোকক এই দুআষাৰ মাথোন অনুৰোধ কৰি অশেষ আশীৰ্ব্বাদ দিছোঁ আৰু আপোনালোকৰ সকলো প্ৰকাৰে কল্যাণ কামনা কৰিছোঁ। বন্ধুসকল! বছেৰেকৰ মূৰত দুই দিন বা তিন দিন গোট খাই এইদৰে খন্তেকীয়া সুখ অনুভৱ কৰিলেই আমাৰ কৰ্ত্তব্য সাধন কৰা নহয়। মই আশা কৰোঁ, আপোনালোকে ইয়াত যি উৎসাহ দেখুৱালে, সেয়ে যেন চিৰস্থায়ী হয়। আপোনালোকে প্ৰত্যেকে ঘৰতো গৈ যেন এই বিলাক কথা ভাবে, ইয়াৰ সদায় আলোচনা কৰে আৰু মাতৃভাষাৰ উন্নতিৰ অৰ্থে সাধ্যমতে পুৰুষাৰ্থ কৰেগৈ। মই ইয়াকে আপোনালোকক সকলোকে এই সভাৰ সভাপতিৰ আসনৰ পৰা বিনীতভাৱে খাটিছোঁ। তেহে মাতৃভাষাৰ সেৱা কৰা হ'ব, তেহে আমাৰ কৰ্ত্তব্য সাধন কৰা হব, তেহে আমি প্ৰত্যবায়ৰ হাত সাৰিব পাৰিম। জগদীশ্বৰৰ কৃপাত এই সম্মিলনৰ কাৰ্য্য সুকলমে আৰু নিৰ্ব্বিঘ্নে সমাধা হ'ল। সেই বাবে সেই মঙ্গলময়ৰ শ্ৰীচৰণত সকলোৰে সহস্ৰ সহস্ৰ সেৱা কৰক। গুৱালপৰীয়া ভাই আৰু ভনীসকল! এতিয়া আমি আপোনালোকৰ ওচৰত বিদায় মাগিছোঁহঁক। আপোনালোক আৰু ইয়াত গোট খোৱা সকলোটি যেন আৰু বেলিলৈ আকৌ এনে দিনত আন এঠাইত এনে প্ৰীতিৰেই গোট খাব পাৰোহঁক—ইয়াকে এতিয়া সকলোৱে জগদীশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোহঁক।

---

# তৃতীয় অধিবেশন

বৰপেটা ১৯১৮ চন

## সভাপতি—কালিৰাম মেধি

সাহিত্যসেৱী আৰু সাহিত্যানুৰাগী সুধীসকল !

এই অভাজন সাহিত্যক্ষেত্ৰত অপৰিচিত। সাহিত্যিক স্বৰূপে এই মহতী সভাত থিয় হবলৈ মোৰ অধিকাৰ নাই। মোতকৈ যোগ্যতৰ মানুহ বহুত আছে। তেওঁলোকৰ এজনক সভাপতিৰ বাব দিয়া হলে বৰ উত্তম হল হয়। তথাপি আপোনালোকে এই উচ্চ আসনত মোক আনি বহুৱাই দিয়াৰ বাবে আপোনালোকৰ শলাগ লৈছোঁ আৰু কৃতাঞ্জলি হৈ এই জাতীয় সভাত মনৰ ভাব ব্যক্ত কৰিবলৈ আপোনালোকৰ আশীৰ্ব্বাদ মাগিছোঁ।

আজি অসম আইৰ সুপুত্ৰসকল মাতৃভাষাৰ পূজাৰ নিমিত্তে হাতত অৰ্ঘ্য লই পুণ্য-ভূমিত উপস্থিত। আজি এক আনন্দৰ দিন। প্ৰায় ৬০০ বছৰ অতীত হল, ভৱানন্দ নামে এজন ধনী, মানী আৰু ক্ষমতাশালী সাউদে নিজৰ নাও আৰু চাকৰসৱক হালধীয়া নামে গাঁও এখনত থই হীন বেশে নাৱেৰে উজাই আহি এই সভামণ্ডপতে বা তাৰ নিচেই ওচৰতে তিনিখন ভটিৱাই অহা নাৱৰ পৰা গোৱা সুললিত গীত শুনি মন্ত্ৰমুগ্ধ সাপৰ দৰে স্তব্ধ হই নাও ৰাখিছিল। নাৱৰীয়াসকলৰ ওচৰত গীতৰচক মহাপুৰুষৰ বাতৰি সুধিছিল, নাৱৰীয়াইও নাৱৰ গুৰিত থিয় হই চুনপোৰা নামে বৃক্ষ আঙুলিৰে দেখুৱাই দি তাৰ গুৰিতে মহাপুৰুষ আছে বুলি কৈ দিছিল। সাউদে তেতিয়া নাও তিনিখনৰ পাচে পাচে গৈ বৰপেটা বিলাইত পৌছিলে। বেত-বাঁহৰ জঙ্গলাকীৰ্ণ ঠাইৰ মাজত চুনপোৰা ঘাটত নাও বান্ধিলে। হাবি কটোৱা কাৰ্য্য চাই থিয় হৈ থকা অৱস্থাতে মহাপুৰুষৰ সাক্ষাৎ লাভ কৰিলে, চৰণত পৰি সেৱা কৰিলে। তেওঁ ধন্য হল। তেওঁৰ জীৱন সাৰ্থক হল। এই দেশৰ লোকৰো মহাভাগ্য মিলিল। সাউদ ভৱানন্দ শুচি ৰামদাস হল। তেওঁ দেশৰ প্ৰধান প্ৰধান মানুহৰ পৰিচয় মহাপুৰুষক দিলে। এটি এটি কৰি দেশৰ কবি, সদাগৰ, গৃহস্থী আৰু ক্ষমতাশালী মানুহক মহাপুৰুষৰ আগত আনি উপস্থিত কৰিলে। তেওঁলোক মহাপুৰুষৰ পৰা নাম ধৰ্ম্ম লই কৃতাৰ্থ হল। বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ সূত্ৰপাত হল। বিষ্ণুপ্ৰেমত দেশ মুগ্ধ হল। হৰিভক্তি ৰসত লোক নিমগ্ন হল। হৰিনামৰ অমিয় মাধুৰী বাঢ়িল। নৱমাত্ৰে এক মহীয়সী শক্তিৰ প্ৰভাৱত নাচি উঠিল। সুষুপ্ত সমাজ মহাপুৰুষ শঙ্কৰ ধ্বনিত জাগি উঠিল। দেশৰ নদী, বিল, হাবি জঙ্গলত হৰিধ্বনিৰ প্ৰতিধ্বনি হব ধৰিলে। গছৰ গুৰিত, নদীৰ বুকুত, সাউদৰ নাৱত, খেতিৰ মাজত হৰিৰ নাম কীৰ্ত্তন হবলৈ আৰম্ভ হল। দেশখন এক অভিনৱ আনন্দত উৎফুল্ল হল। দেশত নতুন জীৱনীশক্তি সঞ্চাৰিত হল। নতুন প্ৰাণ আহিল। নতুন আশা, নতুন আদৰ্শৰ উদয় হল ; অজ্ঞান আন্ধাৰত পৰি থকা জনসাধাৰণে ৰিণিকি ৰিণিকি পোহৰ দেখা পালে, অসমীয়া সাহিত্যৰ নতুন যুগ পৰিল আৰু অসমীয়া ভাষাত নতুন তেজৰ আবিৰ্ভাব হল। আপোনালোকে শুনিছে—এই সভামণ্ডপৰ চাৰিওকাষে বাৰাদি,

গণককুছি, সুন্দৰী, পাটবাউসী, ব্যাসকুছি, ভৱানীপুৰ, বৰনগৰ, ডিঙানগৰ, হালধীয়া, শিলা আদি ঐতিহাসিক আৰু পৱিত্ৰ ঠাই কেনেকৈ এক সময়ত পৱিত্ৰাত্মা মহাপুৰুষসকলৰ পৱিত্ৰ হৰিধ্বনিত এক স্বৰ্গীয় গৰিমা লাভ কৰিছিল। শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি মহাপুৰুষসকলৰ লীলাভূমি আৰু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ স্থানত আহি আজি আমি লগ লাগিছোঁ। এই পৱিত্ৰ ঠাইৰ পৰাই বৈষ্ণৱ প্ৰেমৰ অমৃতধাৰা অসম আৰু বঙ্গদেশ ভেদি বৈছিল। সেইহে মহাপুৰুষ মাধৱদেৱে লিখি গৈছে—

হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম-অমৃতৰ নদী।
শঙ্কৰ স্বৰূপে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি॥

কেৱল ধৰ্ম্ম নহয়, অসমীয়া জাতীয় সাহিত্যও ইয়াতে বৰ্দ্ধিত আৰু পুষ্ট হৈছিল। এই ঠাইতে শঙ্কৰদেৱ, ভট্টদেৱ, মাধৱদেৱ আদি মহাপুৰুষসকলে অসমীয়া সাহিত্যৰ নতুন যুগৰ সূচনা কৰিছিল, ইয়াতে অসমীয়া গীতা-ভাগৱত ওলাইছিল, ইয়াতেই দশম, ৰত্নাৱলী আৰু ঘোষাৰ জন্ম হৈছিল আৰু ইয়াতেই অসমীয়া নাটৰ সৃষ্টি হৈছিল। ইয়াতেই উক্ত মহাত্মা-সকলে নিৰক্ষৰ জনসাধাৰণৰ মাজত হিন্দুৰ অমূল্য শাস্ত্ৰৰাশিৰ অপূৰ্ব্ব জ্ঞানৰ ভাণ্ডাৰ খুলি দিছিল, সৰ্ব্বসাধাৰণক মাতৃভাষাত পুৰাণ ভাৰত আদিৰ আস্বাদ লোৱাইছিল আৰু জাতিবৰ্ণ নিৰ্ব্বিশেষে হিন্দুৰ ধৰ্ম্ম, দৰ্শন আৰু নীতি শিক্ষা দিছিল। মাধৱদেৱৰ দৰে ভাৰতৰ কোন সন্তানে সেই কালত মাতৃভাষাত চহা মানুহক দৰ্শন আৰু উপনিষদৰ উপদেশ শিক্ষা দিব পাৰিছিল? ভাৰতৰ কোন পণ্ডিতে ভট্টদেৱৰ নিচিনা মাতৃভাষাত শুৱলা গদ্যত ভাগৱদ্গীতা জনসাধাৰণক শিক্ষা দিব পাৰিছিল? নামঘোষাৰ নিচিনা কোনোবা গ্ৰন্থই সৰল, প্ৰাঞ্জল আৰু শুদ্ধ ঘৰুৱা কথাৰে সেই কালত কপিলৰ সাংখ্য, পাতঞ্জলৰ যোগ আৰু বেদব্যাসৰ বেদান্তৰ সাৰ শিক্ষা শিক্ষা দিব পাৰিছিল নে? হিন্দুৰ দৰ্শনৰ আভাস বিচাৰা, ধৰ্ম্মৰ উচ্চ লক্ষ্য বিচাৰা, নামঘোষা চোৱা। প্ৰাঞ্জল আৰু সাৰ্ব্বজনীন পুৰণি অসমীয়া ভাষা জানিব খোজা, নামঘোষা পঢ়া। সেইদৰে ঈশ্বৰবাদ আৰু ষড়দৰ্শনৰ আস্বাদ লব খোজা, ভট্টদেৱৰ কথাগীতা পঢ়া। জ্ঞানী, কৰ্ম্মী আৰু যোগী হব খোজা, কথাগীতা মেলা। আৰু বৈষ্ণৱ ধৰ্ম্মৰ সাৰ বিচাৰা, শঙ্কৰদেৱৰ কীৰ্ত্তন-দশম আৰু ভট্টদেৱৰ কথা-ভাগৱত পঢ়া। সংস্কৃত পঢ়িবৰ আৱশ্যক নাই, পণ্ডিত হব নালাগে, দূৰলৈ যাবৰ সকাম নাই, কোনো আয়াসৰ কথা নাই, দূৰৈৰ গঙ্গা হাততে পাবা, নিজৰ ভাষাৰ ধৰ্ম্ম শিকিবা, আৰু নিজ ভাষাৰ সাহিত্যৰ সোৱাদ বুজিবা। জটিল কথাকো মহাপুৰুষসকলে পানী যেন কোমল কৰি থৈ দিছে।

কিন্তু যি ঠাইৰ পৰা শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ আৰু ভট্টদেৱে বৈষ্ণৱ ধৰ্ম্মৰ অমৃত-নদী বোৱাইছিল, যি ঠাইত অসমীয়া কবিসকলে অসমীয়া সাহিত্যৰ মৌচাক বান্ধিছিল, যি ঠাইৰ পণ্ডিত শিৰোমণিয়ে কামৰূপীয় স্মৃতি বৃহৎ গঙ্গাজল সঙ্কলন কৰিছিল আৰু যাৰ মত ৰঘুনন্দনৰ নিচিনা পণ্ডিতেও ঠেকত পৰিলে অনুসৰণ কৰিবলৈ বাধ্য হৈছিল; বৃত্ত অসমৰ চাণক্য ডাকে শুক্ৰ নীতিৰ নিচিনা ৰাজনীতি, বাণিজ্যনীতি, স্বাস্থ্যনীতি, ধৰ্ম্মনীতি,

কৃষিনীতি, সমাজনীতি ইত্যাদি জ্ঞাতব্য বিদ্যা সহজ চুটি কথাত সৰ্ব্বসাধাৰণক শিক্ষা দিছিল, যি ঠাইত তৰু তৃণ, নদী-বিল আৰু খেতি-পথাৰ বৈষ্ণৱ কবিসকলৰ জাতীয় সঙ্গীতৰ দ্বাৰা মুখৰিত হৈছিল ; সেই ঠাইৰ সন্তানসকল আজি বাগ্‌দেবীৰ পৱিত্ৰ মন্দিৰত আৰতিৰ সময়তো ভুমুকি নামাৰে, তাৰ অধিবাসীসকলে আজি পূৰ্ব্বৰ গৌৰৱ পাহৰি গৈছে, তাৰ বিদ্বন্মণ্ডলী আজি সাহিত্য চৰ্চ্চাত উদাসীন, তাত আজি সাহিত্য গুৰুসকলৰ চৰিত্ৰ আৰু গুণকীৰ্ত্তন কেৱল নিৰক্ষৰ বা অৰ্ধশিক্ষিত উদাসীনসকলৰ ভিতৰত সীমাবদ্ধ ; তাত আজি জাতীয় নাট, জাতীয় সঙ্গীত আৰু জাতীয় আদৰ্শৰ ঠাই বঙালী নাট, বঙালী গীত আৰু বঙালী আদৰ্শই অধিকাৰ কৰিছে। এতিয়াও সেই দিন নাহিব নে—যেতিয়া বৰ্ত্তমানৰ উচ্চ শিক্ষা আৰু উচ্চ লক্ষ্যৰ আদৰ্শ আগত ৰাখি পুৰণি গৌৰৱ ৰক্ষা কৰিবলৈ, পুৰণি শক্তি সঞ্চাৰ কৰিবলৈ, পুৰণি আকাঙ্ক্ষা আকৌ জগাবলৈ, পুৰণি ধৰণে জনসাধাৰণক নতুন প্ৰাণ দিবলৈ, পুৰণি কালৰ দৰে নিৰক্ষৰ লোকৰ মাজতো জ্ঞানৰ কিৰণ বিস্তাৰ কৰিবলৈ, জাতীয় সাহিত্য মন্দিৰত পূৰ্ব্বৰ উৎসাহ আৰু পূৰ্ব্বৰ শক্তিৰে ফুলৰ কৰণ্ডী হাতত লৈ মাতৃপূজাৰ নিমিত্তে, মাতৃ-ভাষাৰ বলবৃদ্ধিৰ নিমিত্তে আৰু মাতৃভাষাৰ গৌৰৱ ৰক্ষাৰ নিমিত্তে আগবাঢ়িব ? এতিয়াও ইয়াত সংস্কৃতজ্ঞ পণ্ডিতৰ অভাৱ নাই, বিশ্ববিদ্যালয়ৰ উচ্চ উপাধিধাৰীৰ সংখ্যাও কম নহয়। তেওঁলোকে সাহিত্য-চৰ্চ্চাত সদায় উদাসীন থাকিব নে ? বৰ সৌভাগ্যৰ কথা যে বৰ্ত্তমানত দুই এজন ডেকাই সাহিত্য-মন্দিৰৰ ফালে হাতত সুগন্ধি ফুল লৈ লাহে লাহে খোজ লৈছে। আশা কৰিছোঁ, বাগ্দেবী তেওঁলোকৰ প্ৰতি প্ৰসন্ন হব।

এতিয়ালৈ অসমীয়া ভাষাত ভালেমান পুস্তক ওলাইছে। গতি কিন্তু বৰ ঢিমা। যোৱা বছৰত কেৱল ৫ খন কিতাপহে টেক্‌স্‌ট্‌-বুক্ কমিটীৰ হাতত পৰিছিল। সুৰ্মা ভেলীৰ পৰা হলে ১৪ খন গৈছিল। যেতিয়া আমি ভাবোঁ যে আমাৰ ভাষাত স্কুল পাঠ্য পুস্তকেই বেছি ওলায়, তেতিয়া এই সংখ্যাই এটি নিৰাশাৰ ভাব আনে। আমাৰ পাঠক আৰু লিখক উভয়ৰে অভাৱ। যি দুই চাৰিজনে কিতাপ লিখে, তেওঁলোকৰ মুখ্য উদ্দেশ্য স্কুল-পাঠ্য কিতাপ কৰাহে। তেনে নকৰিলে লোকচান ভৰিব লাগে। এনে উদ্দেশ্য আগত ৰাখিবলগীয়া হোৱাত গ্ৰন্থকাৰসকলে নিজৰ শক্তি, চিন্তা আৰু প্ৰতিভা দেখুৱাব নোৱাৰে। তাৰ উপৰি স্কুল পাঠ্য-পুস্তক শিক্ষা বিভাগৰ নিয়মাৱলম্বী নহলে নচলে। তেনেস্থলত স্বাধীন চিন্তাৰ বাট কত ? গ্ৰন্থকাৰসকলৰ হাত বন্ধা, মেলিবৰ উপায় নাই। নতুন বস্তুৰ আমদানী, নতুন ভাবৰ সমাবেশ আৰু নতুন প্ৰতিভাৰ বিকাশ এক ৰকম অসম্ভৱ। প্ৰকৃত কাব্য বা পাঠোপযোগী বাহিৰা কিতাপ আমাৰ নাই বুলিলেই হয়। ইফালে পাঠকৰ অভাৱত আন কিতাপৰ কথাকে নকওঁ, বাতৰিকাকত কেইখনেই ভালকৈ চলা নাই। ভৱিষ্যতে বৰ পোহৰ বুলিব নোৱাৰি।

পুৰণি পদ, ডাকৰ বচন, গীত আদি নিৰক্ষৰ মানুহৰ মুখে মুখে চলি আহিছে, সৰ্ব্বসাধাৰণৰ সম্পত্তি হৈ ৰৈছে। বৰ্ত্তমান প্ৰকাশিত কিতাপ বিশেষকৈ স্কুল-কলেজৰ নিমিত্তে ৰচিত ; জনসাধাৰণৰ পাঠোপযোগী নহয়। সেইদেখি সৰ্ব্বসাধাৰণেও সহানুভূতি দেখুৱাব নোৱাৰে। নাটক আৰু খনদিয়েক ধৰ্ম্মপুস্তক ভিন্ন আন কিতাপে সাধাৰণৰ মন আকৰ্ষণ কৰিব পৰা নাই। তাৰ কাৰণ সম্ভৱতঃ এই যে আমি পাশ্চাত্য শিক্ষাৰ আদৰ্শ লৈ জনসাধাৰণক পাহৰি গৈছোঁ। তেওঁলোকৰ সুখ-দুখ, আশা-ভয় আমাৰ আলোচ্য বিষয়ৰ পৰা বাদ দিছোঁ। পাশ্চাত্য শিক্ষা

বুলি ইয়াত আমি বিশেষ কৰি ইংৰাজী সাহিত্যৰ কথা কৈছোঁ। ইংৰাজী সাহিত্য নগৰবাসী ৰাজপুৰোহিত, আমোলা, ভূম্যাধিকাৰী, বিলাসী আৰু ভোগ্য লোকৰ সামগ্ৰী। তাত সৰ্ব্বসাধাৰণৰ ভাগ নাই বুলিলেও হয়। ৱাৰ্ডচ্ৱৰ্থ, বাৰ্ণচ আদি দুই এজন কবিয়েহে জনসাধাৰণৰ সুখ-দুখলৈ মন কৰিছিল। ইংলণ্ডৰ পক্ষে কাল্পনিক আদৰ্শ সোণৰ-সপোন সাহিত্যত শোভা পাব পাৰে, কিয়নো সি কল-কাৰখানাৰ দেশ, ধনী আৰু ৰাজ্যাধিকাৰীৰ দেশ। কিন্তু আমাৰ নিচিনা কৃষি-প্ৰধান দেশত, দুখীয়া দেশত, কাল্পনিক আদৰ্শই মন আকৰ্ষণ কৰিব নোৱাৰে। যাৰ খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ নাই, তাৰ পক্ষে প্লেট'ৰ ইউটোপিয়াৰ দৰে কাল্পনিক ৰাজ্য আৰু কাল্পনিক আদৰ্শ কিয়? কিন্তু আমি সেইটো ভবা নাই। আমি অন্ধ হৈ কাল্পনিক আদৰ্শ আগত লৈ, পাশ্চাত্য শিক্ষাৰ অনুকৰণত নতুন জগত গঢ়িবলৈ বাঞ্ছা কৰিছোঁ। তাৰ লগত বাস্তৱ জীৱনৰ কোনো সংস্ৰৱ বা সামঞ্জস্য নাই। আমি আমাৰ কল্পনাতে বিভোৰ হই দৈনন্দিন জীৱনৰ পৰা ক্ৰমশঃ আঁতৰি গৈছোঁ; অকৃত্ৰিম এৰি কৃত্ৰিমলৈ আগ বাঢ়িছোঁ আৰু সত্য এৰি মিছাত প্ৰৱৰ্ত্তিব ওলাইছোঁ। আমাৰ নাট আৰু আমাৰ বেছি ভাগ উপন্যাসে অসমীয়া জীৱনক স্পৰ্শ কৰিব পৰা নাই। আমি ভালেই হক, বেয়াই হক ইংৰাজী আদৰ্শৰ ফালে অবিৰাম গতিত চলিছোঁ। আমাৰ দিগ্‌ভ্ৰম হৈছে। আমি আমাৰ সমাজ, আমাৰ কৃষি, আমাৰ বাণিজ্য আৰু আমাৰ শিল্পক অৱহেলা কৰিছোঁ। মুঠতে কবলৈ গলে, আমাৰ সমাজ আৰু আমাৰ সাহিত্য বিপৰীত দিশে চলিছে। আমাৰ সাহিত্যত আমাৰ সমাজৰ অভাৱ আকাঙ্ক্ষা আৰু লক্ষ্য প্ৰকাশ কৰিবলৈ পাহৰিছোঁ। তেনেস্থলত সাধাৰণৰ সহানুভূতি কৰ পৰা হব পাৰে? বৰ্ত্তমানত প্ৰকাশিত কিতাপ সাধাৰণে নপঢ়ে। কেইখন কিতাপৰ একফাঁকি কথা বা এটা পদ জনসাধাৰণৰ মাজত সোমাইছে বা প্ৰচলিত হৈ ৰৈছে? এইটোৱেই সাহিত্যৰ দৰিদ্ৰ অৱস্থা নহয় নে? ফ্ৰান্সত ভলটেয়াৰ আৰু ৰুছোয়ে যি সাহিত্য প্ৰচাৰ কৰিছিল, সি জনসাধাৰণৰ দুখ আৰু আকাঙ্ক্ষাৰ এটা প্ৰতিধ্বনি আছিল, সি গোটেই ফৰাচী সমাজক আলোড়িত কৰিছিল, সমাজৰ নিম্নস্তৰলৈ ভেদিছিল, সেই হেন্দোলনিতে ফৰাচী বিপ্লৱ ঘটিছিল। তেতিয়া সাহিত্যত যি এটা চিন্তাৰ স্ৰোত বৈছিল, সি ফৰাচী জাতিৰ বাস্তৱ জীৱনত সুন্দৰকৈ খাটিছিল আৰু তাৰ উদাহৰণেই আজি ৰুছ সাহিত্যৰ আশ্চৰ্য্য উন্নতি সাধন কৰিছে। ৰুছ পণ্ডিত লেমেনফ, পুস্কিন আদিয়ে প্ৰথমে ৰুছ সমাজৰ দোষবিলাক বিশ্লেষণ কৰি সৰ্ব্বসাধাৰণৰ মাজত প্ৰচাৰ কৰিলে, স্বাধীন চিন্তাৰ বাট খুলি দিলে, এটা গভীৰ নিৰাশা আৰু দুখৰ সোঁত বোৱালে আৰু তাৰ ফল স্বৰূপে ৰুছ সমাজ আলোড়িত হল। তাৰ পিচত ব্লায়েন্স্কি নামে সাহিত্যিকে স্বাধীন চিন্তাৰ ভাবময় ৰাজ্যৰ পৰা সমাজক ঘৰুৱা জীৱনৰ সুখ-দুখ আৰু অভাৱ আকাঙ্ক্ষাৰ ফালে ফিৰালে। এইদৰে কিছু কাল চলিল। শেষত কাউণ্ট টলষ্টয়ৰ লেখনীয়ে সমুদায় ৰুছ জাতিৰ মাজত বিজুলী সোঁত বোৱালে। টলষ্টয়ে দৰিদ্ৰ জীৱনৰ কথা, খেতিয়কৰ কথা আৰু সমাজৰ নিম্ন স্তৰৰ কথা ৰুচ সাহিত্যত ফুটাই তুলিলে আৰু উচ্চ স্তৰৰ পাপময় জীৱনৰ চিত্ৰ সাধাৰণৰ আগত ফট্‌ফটীয়াকৈ দেখুৱালে। সৰ্ব্বসাধাৰণৰ সুখ-দুখ, আশা-ভৰসা, ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰ ৰুছ সাহিত্যৰ প্ৰধান আলোচ্য বিষয় হল। ৰুছ সাহিত্য উন্নতিৰ পথত বিদ্যুত বেগেৰে ছুটিল। গোটেই ৰুছ ৰাজ্যত হেন্দোলনি

লাগিল আৰু সৰ্ব্বসাধাৰণ সাহিত্যৰ উপকৰণ আৰু উন্নতি উভয়বে কাৰণ হল। তেতিয়াৰ পৰা ৰুছিয়াৰ খেতি-বাতি, বেহা-বেপাৰ, শিল্প আদিয়ে জাতীয় সাহিত্যৰ লগত উন্নতি লাভ কৰিলে। জাৰ্ম্মান আৰু জাপানী সাহিত্যৰ উন্নতিও এইদৰে হৈছে। বৰ্ত্তমানত ইংৰাজী, ফৰাচী, ৰুছ আৰু জাৰ্ম্মান সাহিত্যৰ নিচিনা সৰ্ব্বাঙ্গসুন্দৰ সাহিত্য কতো নাই। চেণ্টপিটাৰ্সবাৰ্গ অভিধানৰ নিচিনা ডাঙৰ সংস্কৃত অভিধান পৃথিৱীত নাই। ভাৰতীয় বৈয়াকৰণিক হেমচন্দ্ৰৰ প্ৰাকৃত-প্ৰকাশ ব্যাকৰণ আমি ভাৰতবৰ্ষত বিচাৰি নেপালোঁ, বিলাতৰ পৰা যিওবা এখন পোৱা গল, তাৰো টীকা জাৰ্ম্মানহে, ইংৰাজীত নহয়। হিন্দুৰ বহুত প্ৰাচীন গ্ৰন্থ ভাৰতবৰ্ষত পোৱা নাযায়, কিন্তু বিলাতত পোৱা যায়। তাৰে পৰা বুজিব পাৰি এই উন্নত ভাষাবিলাক আৰু সাহিত্য কিমান সম্পূৰ্ণ আৰু চহকী। আমাৰ পুৰণি সাহিত্যৰ সম্পত্তিও কম নহয়। আমাৰ দেশতো পূৰ্ব্বে এইদৰে সাহিত্য আৰু সমাজৰ ক্ৰমবিকাশ ঘটিছিল। বৈষ্ণৱ কবিসকলৰ আবিৰ্ভাৱৰ আগেয়ে অসমৰ জনসাধাৰণ নিৰক্ষৰ আছিল, জ্ঞানৰ আলোক নাপাইছিল আৰু ধৰ্ম্মৰ সোৱাদ বুজিব পৰা নাছিল। অসমীয়াৰ অভাৱ, অসমীয়াৰ প্ৰাণৰ যাতনা আৰু অসমীয়াৰ নিঃসহায় অৱস্থা দেখি মহাপুৰুষ শঙ্কৰদেৱ মৰ্ম্মাহত হল, গভীৰ নিৰাশা আৰু তীব্ৰ যাতনাত তেওঁৰ প্ৰাণে কান্দিলে, তেওঁ স্বাধীন চিন্তাৰ বলত নতুন ধৰ্ম্ম বিলাই সমাজৰ দুখ দূৰ কৰিবলৈ, সৰ্ব্বসাধাৰণক উন্নত কৰিবলৈ, নিৰক্ষৰকো জ্ঞান দিবলৈ আৰু সকলোকে সাহিত্যৰ সোৱাদ লোৱাবলৈ অসমীয়া ভাষাত শাস্ত্ৰ ৰচিলে ; গীত, নাট আদিৰ সৃষ্টি কৰিলে, অসমীয়া সাহিত্যৰ ভিত্তি স্থাপন কৰিলে আৰু অসমীয়া জাতীয় জীৱন গঠিত কৰিলে। সেই কালত সাহিত্যক্ষেত্ৰত ভট্টদেৱ, মাধৱদেৱ, অনন্তকন্দলি, ৰামসৰস্বতী আদি বৈষ্ণৱ কবিসকল তেওঁৰ সহায় হল, বৈষ্ণৱ সাহিত্য জাতীয় সাহিত্য হল। জাতীয় প্ৰাণ আৰু জাতীয় আকাঙ্ক্ষা সাহিত্যৰ সামগ্ৰী হল আৰু এই সাহিত্যই সমাজৰ অতি নিম্ন স্তৰলৈ ভেদিলে।

ইয়াতে প্ৰশ্ন উঠিব পাৰে যে হিন্দুৰ অতি গৌৰৱৰ কালত উচ্চ সাহিত্যৰ যুগত, সাহিত্য আৰু সমাজ উন্নতিৰ চৰম সীমাত উঠিছিল হয় কিন্তু সেই সাহিত্যৰ লক্ষ্য সৰ্ব্বসাধাৰণৰ উন্নতিত নাছিল আৰু প্ৰাচীন ঋষি-মুনিসকলে সমাজৰ নিম্ন স্তৰৰ মঙ্গলৰ নিমিত্তে শাস্ত্ৰ ৰচনা কৰা নাছিল। এনে ধাৰণা ভুল। প্ৰাচীন ঋষি-মুনিসকলে সমাজৰ সকলো অঙ্গৰ মঙ্গলৰ নিমিত্তে জাতিধৰ্ম্ম নিৰ্ব্বিশেষে সবাৰো উপকাৰৰ অৰ্থে তেওঁলোকৰ জীৱন উৎসৰ্গ কৰিছিল। কপিলদেৱে কেৱল শিক্ষিত আৰু জ্ঞানী লোকৰ নিমিত্তে সাংখ্য লিখা নাছিল। তেওঁৰ "দুখত্ৰয়াভিঘাটাজ্জিজ্ঞাসা তদভিঘাতকে হেতৌ" বা দুখত্ৰয় বিনাশেই জিজ্ঞাসা আৰু তাৰ নিবাৰণৰ উপায়, সমাজৰ সকলো স্তৰৰ নিমিত্তে কৰিছিল। প্ৰাচীন শাস্ত্ৰৰ লক্ষ্য সমাজৰ সকলো অঙ্গ।

যাওক সি কথা। নানা কাৰণে আমাৰ সাহিত্যত এতিয়াও স্বাধীন চিন্তাৰ সোঁত চলা নাই। আমাৰ সমাজৰ গুণ-দোষ, অভাৱ-অভিযোগ, আশা-ভৰসা এতিয়ালৈ আমাৰ সাহিত্যত সম্পূৰ্ণ স্থান পোৱা নাই। এনে অৱস্থাত স্বাধীন চিন্তাৰ বিকাশ বা আত্মকেন্দ্ৰতাৰ চল ওলাব নোৱাৰে। স্বাধীন চিন্তাৰ অভাৱত আমাৰ সাহিত্য এতিয়াও শৈশৱ অৱস্থাতে আছে। যদি আমাৰ সাহিত্যিকদলে অসমীয়া সমাজৰ দুখ, অভাৱ আৰু আশাৰ কথা নাট,

উপন্যাস আদিত অবিকৃতভাবে অঙ্কিত কৰি দেখুৱাবলৈ সমৰ্থ হয়, যদি তেওঁলোকে আমাৰ গাঁৱলীয়া জীৱন, কৃষক জীৱন আৰু দৰিদ্ৰ জীৱনৰ চিত্ৰ ফটফটীয়াকৈ দেখুৱাব পাৰে, তেনে হলে স্বাধীন চিন্তা আৰু আত্মকেন্দ্ৰতাৰ বাট মুকলি হব, সমাজ আৰু সাহিত্য উভয়ে উন্নতিৰ পথ ধৰিব। সেইখিনি নহয় মানে স্বাধীন চিন্তাৰ সোঁত নবয়, স্বাৱলম্বন আৰু আত্ম-মৰ্য্যদাৰ ভাব মনত নেখেলায় আৰু সমাজৰ ভিন ভিন অঙ্গ স্বদেশ-প্ৰেমত স্পন্দিত নহয়। আমাৰ সাহিত্য বাস্তৱ জীৱনৰ আদৰ্শ ৰাখি উধাব লাগিব, সমাজৰ অভাৱ, দুখ আৰু কুসংস্কাৰ নিবাৰণৰ নিমিত্তে লক্ষ্য থাকিব লাগিব। নিম্ন স্তৰৰ লোকক আমাৰ সুখ দুখৰ কথা কব লাগিব, তেওঁলোকৰো শুনিব লাগিব। তেওঁলোকৰ পৰা আঁতৰ হৈ আমি কোনোমতে উন্নতিৰ পথত আগুৱাব নোৱাৰোঁ। হাটুৱা হাটুৱা বুলি সমাজৰ নিম্নস্তৰৰ মানুহক আমি এৰিব নোৱাৰোঁ।

বৰ্ত্তমান বহুত গ্ৰন্থ লক্ষ্যহীন বুলিব পাৰি। লক্ষ্য থাকিলেও সি বৰ্ত্তমানত আমাৰ সমাজৰ পক্ষে "ভাল ভাল ঘোঁৰাই নাপায় ঘাঁহ-বটুৱা ঘোঁৰাই খোজে মাহ।"—কথাৰ নিচিনা। কথাটো অলপ বহলাই কওঁ। বৰ্ত্তমানত নাটকেই আমাৰ মাজত বেছি প্ৰচাৰ হব ধৰিছে; নাট নপঢ়িলেও সাধাৰণে তাৰ অভিনয় দেখে। সিবিলাক কি উদ্দেশ্যে লিখা হয় ঠিক কৰিব নোৱাৰি। হৰিশ্চন্দ্ৰ, পাৰ্থপৰাজয়, মেঘনাদ বধ আদি নাট লৈ আৰু কিমান দিন থাকিম? হৰিশ্চন্দ্ৰ এজন চক্ৰবৰ্ত্তী ৰজা আছিল আৰু তেওঁ পৃথিৱী দান কৰিছিল আৰু সত্য পালন কৰিছিল। আমি খাবলৈ ভাত নাপাওঁ। আমাক এনে দানৰ আদৰ্শ কিয়? আমি বাহিৰত সত্যৰ আদৰ কৰোঁ আৰু ভিতৰত মিছাত প্ৰবৰ্ত্তো। আমাক ইমান মহৎ আদৰ্শ নেলাগে। আমি বংশ-পৰিয়ালক বিপদৰ কালতো ফিৰি নাচাওঁ, স্বজাতিক হিংসা কৰোঁ। আমাক ইমান উচ্চ আদৰ্শ কিয়? সেইদৰে আমি জাহাজৰ খালাচীৰ দাবিত কোঁচ খাওঁ। ৰেলৰ গাৰ্ডৰ গালি নীৰৱে সহ কৰো। আমাক মেঘনাদৰ বীৰত্বৰ আদৰ্শ কেলৈ? বৰঞ্চ আমাক ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়ত সাহসী কৰক। শুদা পেটেৰে ভীমৰ দৰে বলী বীৰ নকৰি, স্বাভাৱিক নিয়মে বলী আৰু স্বাস্থ্যবান কৰক। আমাৰ বহুত উপকাৰ হব। যি সৰ্ব্বসাধাৰণৰ নীতি, স্বাস্থ্য আৰু বলৰ সহায়ক আৰু পৰিপোষক, তেনে ভাবৰ চিত্ৰ আদৰ্শৰূপে ধৰক। বিশ্বমানৱৰ ভাণ্ডাৰৰ পৰা, প্ৰকৃতি দেৱীৰ ভাণ্ডাৰৰ পৰা, জগতৰ ভাণ্ডাৰৰ পৰা সৎ ভাব, সৎ আদৰ্শ আৰু সৎ উপদেশ আনি নিজৰ দেশত, নিজৰ সমাজত আৰু নিজৰ পৰিয়ালত প্ৰচাৰ কৰক। ভাবৰ আদান-প্ৰদানৰ পথ সুগম কৰক, সমপ্ৰাণতাৰ সোঁত বোৱাওঁক। বৰ্ত্তমান যুগত জীৱন তিষ্ঠিব পৰা জ্ঞান আৰু কৰ্ম্মৰ অস্ত্ৰসকল আমাক শিকাওক। আমাৰ বহুত উপকাৰ হব। সকলো বিষয়তে পুৰণি আদৰ্শ লৈ থাকিলে নচলিব, ভাবময় ৰাজ্যত নাচি ফুৰিলে নচলিব আৰু স্বপ্ন-ৰাজ্যত সোণৰ স্বপ্নত ভোল গলে নহব। কথাতে কয়,—"দূৰৰ পৰ্ব্বত দেখিব ভাল, ওচৰলৈ গলে বাম আৰু খাল।" কেৱল হৰিশ্চন্দ্ৰ, মেঘনাদ আদিৰ উচ্চ আদৰ্শ লৈ থাকিলে আমাৰ সমাজৰ গা নুজুৰায়। অৰ্জ্জুনে পূজাৰ নিমিত্তে মাকক সুবৰ্ণৰ পদ্ম দিছিল। আমাৰ পূজাত মূল্যবান ধাতুময় ফুল নালাগে। আমি প্ৰকৃত সুগন্ধি ফুলেৰে পূজা কৰিব পাৰিলে নিজক কৃতাৰ্থ মানিম। অসমীয়া পুৰণি নাটে অসমীয়া মানুহৰ অভাৱ স্পৰ্শ কৰিছিল, অসমীয়া অভাৱ আৰু আকাঙ্ক্ষা পূৰ্ণ কৰিছিল, অসমীয়া ভাষাৰ অঙ্গ পূৰ্ণ কৰিছিল আৰু জাতীয় জীৱন গঠিত কৰিছিল। সি

এতিয়া তামাদী হৈছে, কেৱল গাঁৱলীয়া নিৰক্ষৰ মানুহৰ মাজত তিষ্ঠি আছে, সিও লোপ পাবৰ পলম নাই। তাৰ পুনৰ্জ্জীৱন আমি ইচ্ছা নকৰোঁ, পুনৰ্জ্জীৱন দিয়া অসম্ভৱ। মানুহৰ আৰু সময়ৰ কচি ফিৰোৱা অসম্ভৱ। বৰ্ত্তমানত থিয়েটাৰৰ নাটকে পুৰণি ভাৱনাৰ নাটৰ ঠাই অধিকাৰ কৰিছে। কৰক, কিন্তু নাট্যজগতত তাৰ উপযুক্ত স্থান হব লাগে। তালৈ এতিয়াও বহুত বাকী। বৰ্ত্তমানৰ নাট বঙালী নাটৰ অনুকৰণ, ভাষা মাথোন অসমীয়া। বৰ সৌভাগ্যৰ কথা যে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ নাট কিছু পৰিমাণে এই অনুকৰণৰ বাহিৰ। সাধাৰণতঃ বঙালী নাটৰ দৰে অসমীয়া নাটতো সখীসকলৰ নৃত্যগীত, অপ্সৰাসকলৰ লয়লাস আৰু সোপাসোপে গীত নহলে নাটেই নহয়। তাতো কৃত্ৰিমতা সোমাব ধৰিছে। বহুত চিত্ৰ অস্বাভাৱিক আৰু নাট্য-সৌন্দৰ্য্য ধ্বংসকাৰী। জন্মদাতা পাশ্চাত্য নাটৰ পৰা আমাৰ নাট বহুত আঁতৰিছে। এনেস্থলত অসমীয়া নাটৰ উন্নতিৰ আশা কত? নাটেই সাহিত্যৰ এটা অতি উচ্চ অঙ্গ। তাত সকলো ৰসৰ সোৱাদ পোৱা যায়। কৱিতা কবিৰ মানস পুত্ৰ, গীত তেওঁৰ প্ৰাণৰ ঝঙ্কাৰ। কাব্য পৌৰাণিক ইতিহাসৰ জ্বলন্ত চিত্ৰ। তাৰ নায়ক জীৱহীন। কবিয়ে তাক যমপুৰীৰ পৰা আনি ভাৱময় ৰাজ্যত বহুৱাই নিজ কল্পনাৰে তাৰ নতুন জীৱন দিয়ে। কিন্তু প্ৰকৃত নাটত কবিয়ে সামাজিক জীৱন্ত চিত্ৰ অবিকল প্ৰতিবিম্বিত কৰে, লুকাই থকা সৌন্দৰ্য্য মলি গুচাই পৰিস্কাৰ আৰু মনমোহা কৰে আৰু জাতীয় জীৱনৰ আউল লাগি থকা সুঁতাৰ আঁত উলিয়াই দিয়ে। ই এজন দুজনৰ ভাব নহয়, সমাজৰ সকলো অঙ্গৰ ভাব, ভাষা, পাপ, পুণ্য, ধৰ্ম্ম আৰু কৰ্ম্ম দৰ্শকক দেখুৱাই দিয়ে। বৰ্ত্তমান অসমীয়া নাটত সামাজিক চিত্ৰ কত? কানীয়া কীৰ্ত্তনৰ নিচিনা সামাজিক চিত্ৰ দেখুৱা নাট আজি কেইখনি আছে? অনাৰেবল শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাৰ ভাগ্যপৰীক্ষা নাটৰ পানীৰাম আৰু জেতুকী মাকৰ চিত্ৰহে নিভাঁজ অসমীয়া চিত্ৰ আৰু তেনে চিত্ৰইহে সমাজৰ সকলো অংশৰ মন আকৰ্ষণ কৰিব আৰু শিক্ষা দিব পাৰে।

উপন্যাসৰো সেই একে কথা। উপন্যাস জাতীয় চৰিত্ৰৰ আৰ্হি। জাতীয় জীৱনৰ সকলো লক্ষণ ইয়াত চিত্ৰিত আৰু বৰ্ণিত হয়। সেই দেখি উপন্যাস আন জাতিৰ উপন্যাসৰ অনুবাদ লৈ জাতীয় শিক্ষাৰ একো সহায় নকৰে। অসমীয়া ভাষাত কৌতুক আৰু ৰহস্যপূৰ্ণ উপন্যাস নাই বুলিলেও হয়। অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে কোৱাৰ দৰে মনোমতীত বাজেও লাহৰী, ভানুমতী, পদুমকুমাৰী, কুসুমকুমাৰী, ফুল প্ৰভৃতি খনচেৰেক মূলগ্ৰন্থ আমাৰ ভাষাত আছে। আমাৰ যি অভাৱ, তাক বিদেশী উপন্যাসৰ অনুবাদে পূৰাব নোৱাৰে। আমি আমাৰ লৈয়েই সন্তুষ্ট থাকিব লাগিব। চাৰ্লক হম্‌চৰ লোমহৰ্ষক আৰু ৰহস্যপূৰ্ণ গল্প আমি নিবিচাৰোঁ। ভিক্টৰ হিউগ'ৰ কৌতুকপ্ৰদ আৰু হৃদয়গ্ৰাহী উপন্যাস নোখোজোঁ। ৱাল্টাৰ স্কটৰ মনোৰম উপন্যাসতো কাম নাই। কিন্তু টলষ্টয়ৰ নিচিনা জাতীয় জীৱন গঢ়িব পৰা উপন্যাস আমি সততে বিচাৰোঁ। টলষ্টয়ৰ অনুবাদ হলে আমাক নালাগে। টলষ্টয়ে আঁকা ৰুছ সামাজিক চিত্ৰও আমাক নালাগে। তাত যি ঘৃণিত চৰিত্ৰ আঁকা আছে, যি পাপৰ উল্লেখ আছে তাক আমি নজানাকৈ থকাই আমাৰ মঙ্গল। টলষ্টয়ৰ দৰে সমাজৰ ব্যাধি নিৰ্ণয় কৰা আৰু চিকিৎসাৰ ব্যৱস্থা কৰা উপন্যাস-হে আমাক লাগে। আমাৰ উপন্যাসে আমাৰ সামাজিক বিষয় হাতত নলয় মানে সাহিত্যৰ

কোনো বিশেষ উপকাৰ সাধিব নোৱাৰে। অসমৰ প্ৰবীণ লিখকসকলে অসমীয়া চৰিত্ৰ চিত্ৰিত কৰিবলৈ চেষ্টা কৰিছে কিন্তু সমাজৰ সকলো অঙ্গ চুব পৰা নাই। আৰু উপন্যাসৰ আৱশ্যক। সৰু সৰু যিবিলাক গল্প ওলাইছে তাত প্ৰায়ে বিদেশী চিত্ৰহে দেখা পাওঁ; বেছি ভাগেই বঙালী। তেনে চিত্ৰৰ পৰা আমাৰ একো লাভ নাই। কেতিয়াবা তেনে গল্প সাধুকথা নহৈ অসাধু কথাহে হব পাৰে।

কবিতাৰো একে কথা। অসমীয়া ভাষাত আজিকালি বহুত কবিতা ওলাইছে। স্কুল কলেজলৈ কিতাপ লিখা গ্ৰন্থকাৰত বাদে বাকী লেখাকৰ ভিতৰত শতকৰা ৯০ জনে হয় কবিতা নহয় নাট লিখে। তেওঁলোকৰ ভিতৰত প্ৰকৃত কবি দুই এজনহে পোৱা যায়। বেছি ভাগৰ কৱিতাত—

"পুখুৰীত পানী নাই পাৰ কিমতে বুৰে।
নিজৰাত পানী নাই ৰাজহাঁহ কিমতে চৰে॥"

কথা খাটে।

প্ৰকৃতি দেৱীৰ ওৰণি গুচাই অলৌকিক ৰূপ-লাৱণ্য প্ৰকাশ কৰা, স্বৰ্গীয় আভাৰ জিলিকনি দেখুৱা, অকল্পিতৰ কল্পনা আয়ত্বাধীন কৰা, অসম্ভৱক সম্ভৱ কৰা, বাস্তৱ ৰাজ্যত মায়াকানন সৃজন কৰা কৱিতাৰ কাম। কবি কল্পনা-ৰাজ্যত নিজ ভাবত বিভোৰ হয়, স্বৰ্গৰ পৰা মৰ্ত্ত্যলৈ আৰু মৰ্ত্ত্যৰ পৰা স্বৰ্গলৈ চাই লয়, চাওঁতে চাওঁতে আপোনাকে পাহৰি যায়। তেতিয়া নজনা নুশুনা বস্তুৰ চিত্ৰ তেওঁৰ লেখীনৰ পৰা ওলায় আৰু শূন্যত কাল্পনিক জগত আৰু উদ্যানৰ সৃষ্টি কৰে। এনে কবি অসমত বিৰল। সৰহ ভাগ কবিৰ "কহনি আছে ৰহনি নাই। পাঁচখান বায় তাৰনটা নাৱ।" যিমান কবিৰ নাম শুনো সিমান প্ৰকৃত কবি থকা হলে, যিমান কবিতা দেখোঁ সেইবিলাক প্ৰকৃত কবিতা হোৱা হলে, অসমীয়া সাহিত্যৰ আজি এনে কঙাল অৱস্থা নাথাকিল হয়। আৰু এটা কথা আমি মন কৰিছোঁ—বহুত কবিতা আমাৰ বুজিবৰ সাধ্য নাই। বহুতৰ আগগুৰি ধৰিব নোৱাৰি আৰু ভাঁত বিচাৰি নাপায়। সৰহ ভাগ কবিতাক "অস্পষ্ট" বা ইংৰাজীতে যাক mystic বোলে, সেই সংজ্ঞা দিব পাৰি। কোনো কোনো কবিয়ে মনৰ ভাব ব্যক্ত নকৰি তাৰ ওলোটা কৰে। সাধাৰণ কথাও কবিতাৰ ঠেলাত পৰি দুৰ্বোধ্য হয়। আমাৰ বহুত কবিতাই পুতলাৰ দৰে কলত লৰাচৰা কৰে কিন্তু তাৰ প্ৰাণ নাই। মুঠতে কবলৈ গলে অসমীয়া বহুত কবিতাত প্ৰকৃত কবিতা নাই।

বাস্তৱ জীৱনৰ শিক্ষাৰ উপযোগী কিতাপ আৰু খেতি-বাতি, বেহা-বেপাৰ আদি লাগতিয়াল বিষয়ৰ কিতাপো আমাৰ খুব কম। উচ্চ শিক্ষাৰ উপযোগী বিজ্ঞান, দৰ্শন, উপনিষদ আদিও আমাৰ ভাষাত নাই। তিৰোতাৰ পাঠোপযোগী ভাল কিতাপ আমি দুই এখনহে পাইছোঁ। বিজ্ঞান, দৰ্শন আদি আমাৰ বিদ্যাবুদ্ধিৰে লিখিব নোৱাৰিলেও আমি অনুবাদ কৰি আমাৰ ভাষাত উলিয়াব পাৰোঁ। তাৰ পৰা আমাৰ সমাজৰ উপকাৰ হব। সাহিত্য চৰ্চ্চাত সহায়কাৰী কিতাপো আমাৰ ভাষাত নাই। সাংখ্য, বেদান্ত, উপনিষদ, পুৰাণ আদিৰ অসমীয়া ভাঙনি আমাৰ বৰ লাগতিয়াল। পুৰণি ভূগোল, ইতিহাস, ভাষা, জাতি আদিৰ বিৱৰণ জানিব খুজিলে আমাৰ এই গ্ৰন্থৰাশিৰ সহায় নহলে নচলে। কিন্তু তাকে কৰিব লাগিলে, হয় ইংৰাজী নহয় বঙালী সাহিত্যৰ ওচৰত হাত পাতিব লাগে। ইয়াতকৈ আৰু কিবা লাজৰ কথা

আছেনে? এই অভাৱ আমাৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে গুচাব পাৰে। আমি ইয়াত অনুবাদৰ কথা কওঁতে যেন কোনেও নাভাবে যে আমি অনুবাদৰ পক্ষপাতী। আমাৰ পক্ষে অনুবাদ যিমান বৰ্জ্জন কৰা যায় সিমান ভাল; বিশেষকৈ নাটক, কাব্য আৰু উপন্যাসত অনুবাদ অনিষ্টকাৰী। কিন্তু উপৰোক্ত গ্ৰন্থবিলাক সাহিত্যিকৰ সহায়কাৰী কিতাপ আৰু সংস্কৃত ভাষাত দখল নথকাসকলৰ পক্ষে অসমীয়া অনুবাদেও কাম দিব। কেৱল সংস্কৃত গ্ৰন্থৰ অনুবাদৰহে আৱশ্যক এনে নহয়, ফাৰ্চী, আৰবী আৰু আহোম আদি ভাষাৰ কিতাপো আমাৰ ভাষাত ওলোৱা বাঞ্ছনীয়।

এটা কথা কৈ থওঁ। বৰ্ত্তমানত আমাৰ মুছলমান বন্ধুসকলৰ মাজত স্বদেশপ্ৰেম জাগিছে। নতুন মুছলমান ছাত্ৰসভাৰ নাম শুনি দুই এজনে ভয় খাইছে। আমাৰ বোধে তাৰ জন্মত আশাহে আছে, ভয়ৰ কাৰণ নাই। এই ছাত্ৰসভাই ভৱিষ্যতে এটি মহতী শক্তিৰ সৃষ্টি কৰিব বুলি আশা কৰিব পাৰি। তেওঁলোকৰ সম্মিলিত শক্তিৰ পৰাও অসমীয়া সাহিত্যই বিশেষ সহায় আৰু উপকাৰ পাব বুলি আশা কৰিছোঁ। ষোল লক্ষ অসমীয়াৰ প্ৰায় এক চতুৰ্থাংশ মুছলমান। তেওঁলোকক এৰি হিন্দুৱে বা হিন্দুক এৰি তেওঁলোকে উন্নতি পথত আগুৱাব নোৱাৰে। বৰ আনন্দৰ কথা যে অতীতৰ দৰে বৰ্ত্তমানতো বহুত শিক্ষিত মুছলমান কৃতীয়ে অসমীয়া সাহিত্য চৰ্চ্চাত মন দিছে। জ্ঞানমালিনী প্ৰণেতা মৌলবী মফিজুদ্দিন, পূজনীয় মজিদ চাহাব, নতুন লিখক মৌলবী মোচলেউদ্দিন আদি সাহিত্যিকৰ ওচৰত অসমীয়া সাহিত্য ধৰুৱা। ভক্তিভাজন মুন্সী চাখাৰত আলিয়ে প্ৰথম অসমীয়া জ্যামিতি উলিয়ায়। তেওঁৰ সেই কিতাপ পঢ়ি প্ৰথমে ইউক্লিডৰ যুক্তিৰ সোৱাদ পোৱা সদস্য ইয়াত বহুত আছে বুলি আমাৰ বিশ্বাস। তেওঁ বুঢ়া কালতো অসমীয়া সাহিত্য ভাণ্ডাৰলৈ এখন পুস্তক উপহাৰ পঠিয়াইছে। অলপতে তেওঁ পৰমাৰ্থ দৰ্শন নামে এখনি সৰু মূল্যবান গ্ৰন্থ উলিয়াই আমাৰ মহম্মদীয়া ভ্ৰাতৃসকলক নহয়, হিন্দুকো মুছলমান ধৰ্ম্মৰ উচ্চ আদৰ্শ, উদাৰনীতি আৰু পৱিত্ৰ লক্ষ্য শিক্ষা দি শলাগৰ পাত্ৰ হৈছে। অসমৰ হিন্দু-মুছলমানৰ মিলা-প্ৰীতি ভাব গোটেই ভাৰতৰ আদৰ্শস্থানীয়। আমাৰ দেশত এই দুই সম্প্ৰদায়ৰ ভিতৰত ধৰ্ম্ম বা জাতি লৈ বিদ্বেষ নাই, আগেয়েও নাছিল আৰু আশা কৰিব পাৰি আগলৈও নাথাকিব। পুৰণি কালৰ পৰা উভয়ে একেটা ভাষাৰ উন্নতি আৰু পুষ্টিসাধন ব্ৰতত ব্ৰতী, ধৰ্ম্ম মাথোন পৃথক। আমাৰ ভাষা সংস্কৃতৰ ওচৰত যেনে ধৰুৱা, আৰবী আৰু ফাৰ্চীৰ ওচৰতো তেনে ধৰুৱা। কেৱল মাত্ৰাতহে কম বেছি আছে। আমাৰ ভাষাত যিমান আৰবী আৰু ফাৰ্চী শব্দ আছে ভাৰতৰ বহুত ভাষাত সিমান নাই। অসমীয়া ভাষা কেৱল হিন্দুৰ নহয়, মুছলমানৰো সম্পত্তি। কিন্তু আমি আৰবী আৰু ফাৰ্চী সাহিত্যৰ কোনো সম্পত্তি অসমীয়া ভাষাত পোৱা নাই। আৰবী আৰু ফাৰ্চী ভাষাত গণিত, জ্যোতিষ, ইতিহাস আদি ভালেমান মূল্যবান গ্ৰন্থ আছে। তাৰ সোৱাদ আমি পোৱা নাই। অসমীয়া সকলো মুছলমানে পাইছে বুলিও ভাবিব নোৱাৰি। সেই অমূল্য ৰত্নবিলাকৰ অসমীয়া অনুবাদ ওলালে কেৱল অসমীয়া সাহিত্যহে উন্নত হব এনে নহয়, হিন্দু-মুছলমান উভয় পক্ষৰ সৰ্ব্বসাধাৰণেও সিবিলাকৰ উপদেশ আৰু জ্ঞান লাভ কৰিব পাৰিব আৰু উভয়ৰে জাতীয় জীৱনত সহায় হব। আৰু বৰ্ত্তমানে যদি এই দুই সম্প্ৰদায়ৰ ভিতৰত কিবা বিদ্বেষ ভাব সোমাইছেও, সিও আঁতৰিব। কেতিয়াবা কেতিয়াবা

হিন্দুৱে মুছলমানৰ আৰু মুছলমানে হিন্দুৰ শাস্ত্ৰ নপঢ়াকৈ বা নজনাকৈয়ে অমূলক তৰ্কবিতৰ্ক কৰে। আৰবী আৰু ফাৰ্চী ভাষাৰ গ্ৰন্থৰাশি অসমীয়াত ওলালে আমাৰ সাহিত্য ভাণ্ডাৰ পূৰ্ণ হব, ভাষা হৃষ্টপুষ্ট আৰু শক্তিশালী হব আৰু উভয় জাতিৰ মিলনৰ পথ সুগম হব। এই প্ৰসঙ্গতে কোৱা উচিত যে সংস্কৃত, আৰবী আৰু ফাৰ্চী ভাষা মৃতভাষা ; সিবিলাকৰ পুনৰ্জীৱন আমি দিব নোৱাৰোঁ। পৃথিৱীত কোনোৱে পৰা নাই। সমাজত তাৰ পুনৰায় প্ৰচলন অসম্ভৱ। হিন্দুৱে আৰু কেতিয়াও সংস্কৃত ভাষা চলাব নোৱাৰিব। মুছলমানেও আৰবী আৰু ফাৰ্চী ভাষা নোৱাৰে। বৰ্ত্তমানত হিন্দুৰ ভাষা যি অসমীয়া, মুছলমানৰো অসমীয়াই থাকিল। এনেকে উৰ্দ্দু ভাষাও অসমীয়া মুছলমানৰ ভিতৰত সাৰ্ব্বজনীন ভাষা কৰি চলোৱা অসম্ভৱ। পৃথিৱীত এনে ঘটনা কেতিয়াও ঘটা নাই, ভৱিষ্যতেও নঘটে। এতেকে হিন্দু মুছলমান উভয়ে অসমীয়া ভাষা পুষ্ট আৰু উন্নত কৰিব লাগিব। এক পক্ষ উদাসীন থাকিলে উন্নতিৰ গতি মন্থৰ হব, কিন্তু উন্নতি অনিবাৰ্য্য। বৰ্ত্তমান উত্তেজনা আৰু উৎসাহৰ ওপৰত আমাৰ আশা হৈছে। আৰু এটা কথা—আহোম ৰাজপুৰুষসকলে কেতিয়াবাই আহোম ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰিছে। তেওঁলোকেও অসমীয়া এৰি আকৌ আহোম ভাষা চলাব নোৱাৰে। আহোম ৰজাসকলে উন্নতিকল্পে মাটি-বাৰী দি অসমীয়া সাহিত্যিকক আগেয়ে সহায় কৰিছিল। বৰ্ত্তমান যুগতো সাহিত্য-চৰ্চ্চাত আহোম ভ্ৰাতৃসকল উদ্যোগী। বৰ আনন্দৰ কথা যে সাহিত্য পেঞ্চন-ভোগী প্ৰবীণ সাহিতিক ৰায় চাহেব শ্ৰীযুত পদ্মনাথ গোঁহাঞিবৰুৱাক এই সাহিত্য-সভাই গুৰিয়াল স্বৰূপে পাইছে। আশা কৰিছোঁ,—তেওঁৰ চেষ্টাত আহোম ভাষাৰ অভিধানৰ যেনেকৈ সঙ্কলন হব ধৰিছে তেনেকৈ আহোম ভাষাৰ বুৰঞ্জীৰাশিও অসমীয়াত ওলাব। অসমৰ বুৰঞ্জী অসমীয়া জাতিৰ কীৰ্ত্তিস্তম্ভ। তাক আজি পণ্ডিত মাত্ৰেই মুক্তকণ্ঠে স্বীকাৰ কৰিছে। এই সভায়ো আৰবী আৰু ফাৰ্চী গ্ৰন্থৰ অনুবাদ আৰু আহোম বুৰঞ্জী আৱিষ্কাৰ আৰু ভাঙনিৰ কাম পুঁজি হলে হাতত লব পাৰে।

আমাৰ এই সাহিত্য-সভাৰ উদ্দেশ্য অসমীয়া ভাষাৰ আৰু অসমীয়া সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতি কৰা বা জাতীয় ভাষা আৰু জাতীয় সাহিত্যৰ উন্নতি কৰা। যিবিলাক কাব্য, নাট্য, বুৰঞ্জী আদিত আমাৰ জাতীয় সাহিত্য সংৰক্ষিত হৈছে, যাৰ দ্বাৰা আমাৰ পুৰণি সাহিত্য সংগঠিত আৰু পুষ্ট হৈছে তাৰ আৱিষ্কাৰ আৰু প্ৰচাৰ আমাৰ প্ৰধান কৰ্ত্তব্য। সাহিত্য বুলি আমি কেৱল মুদ্ৰিত পুস্তককে ধৰা নাই। পুৰণি হাতেলিখা পুথি, বুৰঞ্জী, গীত,—যেনে বৰগীত, ৰামায়ণৰ গীত, বিয়াৰ গীত, দেহবিচাৰ গীত, বাৰমাহী গীত, নাওখেলাৰ গীত, আই নাম ইত্যাদি। দৃষ্টান্ত, ফকৰা, যোজনা, সাধুকথা আদি সাহিত্যৰ অঙ্গ। যিবিলাকত আমাৰ জাতীয় জীৱন অঙ্কিত আছে তাৰ আৱিষ্কাৰ কৰিলে পুৰণি সাহিত্যকো উদ্ধাৰ কৰা হব। তাৰ উদ্ধাৰ আৰু প্ৰচাৰে আমাৰ সাহিত্যৰ ক্ৰমোন্নতিৰ পথ মুকলি কৰিব। আমি বৰ্ত্তমান সমাজৰ বৰ্ত্তমান অৱস্থাৰ পৰা আৰম্ভ কৰিলে নহব। অতীতৰ ভাব, চিন্তা, আকাঙ্ক্ষা, আদৰ্শ আৰু ভাষা বিচাৰি উলিয়াব লাগিব আৰু অতীতৰ লগত সামঞ্জস্য ৰাখি গন্তব্য পথত আগুৱাব লাগিব। জাতীয় সাহিত্য জাতিৰ অতীত কাহিনীৰ লগত গঁথা, ফুলৰ মালাৰ অনুৰূপ। পুৰণি সাহিত্যাত অতীত সমাজৰ প্ৰতিবিম্ব আছে, সমাজ ধৰ্ম্ম নিহিত আছে, জাতিৰ ভাষা লিখিত আছে, অতীত বুৰঞ্জীৰ চিহ্ন

আছে আৰু হাজাৰ হাজাৰ বছৰে প্ৰচাৰিত, পৰীক্ষিত, শোধিত আৰু প্ৰচলিত ৰীতিনীতি, আচাৰ-ব্যৱহাৰ, আশা-ভৰসা সুখ-দুখ বৰ্ত্তোৱা আছে। তাক হঠাতে এৰি সমাজত নতুন ৰাজ পতা, সাহিত্যত নতুন ভাব অনা আৰু দেশত নতুন আদৰ্শ ধৰাটো আমাৰ পক্ষে উপকাৰী হব নে নহব, তাক কোনেও কব নোৱাৰে। বৰ্ত্তমানত পাশ্চাত্য ভাব, পাশ্চাত্য আদৰ্শ আৰু পাশ্চাত্য নীতি আমাৰ সাহিত্যত সোমাব ধৰিছে। তাৰ ফল, লাভতকৈ লোকচান বেছি। বৰ্ত্তমান প্ৰচলিত বহুত পাশ্চাত্য দেশৰ বহুত সংস্কাৰ আমাৰ সমাজৰ অনিষ্টকাৰী। তাৰ উল্লেখ ইয়াত নিষ্প্ৰয়োজন। মৌমাখিয়ে যেনেকৈ নানা ঠাইৰ পৰা মৌ আহৰণ কৰি মৌচাক পূৰ্ণ কৰে, তেনেকৈ নানা ভাষাৰ পৰা সম্ভাৰ আনি আমাৰ সাহিত্যৰ পুষ্টি সাধন কৰা উচিত। কিন্তু সেই ভাব আনিলে আমাৰ জাতীয়তাৰ সাম্যভাব নষ্ট হবৰ বৰ ভয়। ইংৰাজী ভাষা, ইংৰাজী সাহিত্যৰ পোহৰত আমি আগেয়ে নেদেখা বহুত বস্তু দেখিছোঁ, আগেয়ে নজনা কথা জানিছো। ইংৰাজী শিক্ষাৰ পৰা যে আমাৰ মহৎ উপকাৰ হৈছে তাক শতমুখে স্বীকাৰ কৰিব লাগিব। আমাৰ সাহিত্যও যে সেই শিক্ষাৰ আলোক পাই বলীয়ান হৈছে তাকো মানিব লাগিব। কিন্তু ইংৰাজী সাহিত্য গ্ৰীক, ৰোমান আৰু ইহুদী ভিত্তিত প্ৰতিস্থাপিত। আমাৰ হলে ভাৰতীয় আদৰ্শেৰে গঠিত। এতেকে আমাৰ সাহিত্যক ইংৰাজী গঢ় দিলে সি বৰ্ণশঙ্কৰহে হব, জাতীয় সাহিত্য নহব। বৰ্ত্তমানত আমি বঙালী সাহিত্যৰ পৰাও বহুত ভাব ধাৰ কৰিছোঁ। ইও জাতীয় আদৰ্শ লোপ কৰা অন্যতম উপায়। আমি কেতিয়াও নাভাবো যে আমাৰ দেশৰ স্মৃতি বঙ্গদেশৰ স্মৃতিৰে সৈতে নিমিলে। আমাৰ দেশৰ পূজা-পদ্ধতি যজুৰ্ব্বেদী, বঙ্গদেশৰ সামবেদী। অসমত বিধবা-বিবাহ আছে, বঙ্গদেশত নাই। আমাৰ দেশৰ বৈষ্ণৱ সম্প্ৰদায় বঙ্গদেশৰ বৈষ্ণৱ সম্প্ৰদায়ৰ লগত নিমিলে। আমাৰ দেশৰ ধাম বা সত্ৰৰ নিচিনা বঙ্গদেশত সত্ৰ নাই। আমাৰ দেশৰ তিৰোতাই কাপোৰ বয়, বঙ্গদেশৰ নবয়। আমাৰ জাতীয় উৎসৱ বিহু আদি বঙ্গদেশত নাই। আমাৰ দেশৰ ওজা, ভাওৰীয়া, সভা, গোন্ধ আদি বঙ্গদেশৰ লগত নিমিলে ইত্যাদি। আমাৰ সাহিত্যত এইবিলাকৰ চিত্ৰ নাই বুলিলেও হয় কিন্তু বঙালী চিত্ৰ আছে। এই অনুকৰণে আমাৰ জাতীয় জীৱন সময়ত নষ্ট কৰিব বুলি ভয় লাগে। পুৰণিৰ লগত সামঞ্জস্য ৰাখিলে আমাৰ সাহিত্যই জাতীয় জীৱন আৰু জাতীয় গৌৰৱ অক্ষুণ্ণ ৰাখিব বুলি আশা কৰিব পাৰি। অসমীয়া জাতীয় বুৰঞ্জী নোলায় মানে আমাৰ উন্নতিৰ আশা কম। অসমীয়া জাতিৰ ইতিহাসৰ অভাৱ এতিয়া আমি অনুভৱ কৰিছোঁ। বৰ সৌভাগ্যৰ কথা যে কামৰূপ অনুসন্ধান সমিতিয়ে অসমীয়া জাতিৰ প্ৰাচীন বুৰঞ্জী আৱিষ্কাৰৰ সূচনা কৰিছে। এই উদ্যোগৰ বাবে উক্ত সভা ধন্যবাদৰ পাত্ৰ।

জাতীয় সাহিত্য ভিন্ন জাতি গঠিত হব নোৱাৰে। নিজৰ প্ৰাণত নিজৰ ভাষা যিমান সোৱাদ লাগে আৰু যিমান হৃদয়গ্ৰাহী হয় আনৰ ভাষা সিমান নহয়। কেতিয়াবা কেতিয়াবা গাৰো মানুহৰ লগত কথা হৈ পাইছোঁ, সিহঁতৰ ভাষাত কথা কলে সিহঁতে বৰ ৰং পায়। সোধোতাক আপোনাৰ জন বুলি ভাবে, প্ৰাণ খুলি কথা কয় আৰু নিজৰ সুখ-দুখৰ কথা কবলৈ লাজ বা সঙ্কোচ নকৰে। কিন্তু আন ভাষাত কথা কলে সিহঁতে কোনো কথা ভাঙি কব নোখোজে আৰু পৰাপক্ষত আলাপকাৰীৰ সঙ্গ পৰিত্যাগ কৰে। এটা কথালৈ মন কৰিব লাগে যে

সাহিত্যৰ উদ্দেশ্য নিজৰ মানুহক শিক্ষা দিয়া। এই কাম নিজৰ ভাষাত হলেহে শিক্ষা সুগম হয়। সেই দেখি আমাৰ জাতীয় সাহিত্য জাতীয় ভাষাতহে হব পাৰে। চলিত কথা এৰি প্ৰচুৰ সংস্কৃত শব্দ আনি আমাৰ সাহিত্যত ভৰালে সাহিত্যৰ ভৰিত সোণৰ শিকলি লগোৱা হব, সাহিত্যৰ গতি পাছ পৰা হব আৰু উন্নতিৰ বাটত বহুত কাল লাগিব। বিদেশী কথা আনি আমাৰ সাহিত্যত সুমালেও আমাৰ ভাষা জাৰজ হব। যি অঙ্গ আমাৰ নাই সেই অঙ্গ আনৰ পৰা আনি আমাৰ ভাষাৰ অঙ্গ পূৰাব লাগিব; কিন্তু তাকো আমাৰ সাজ পিন্ধালেহে সামঞ্জস্য থাকিব। ইংৰাজী 'Mare's nest'ক "ঘুঁৰীৰ বাহ" বুলি পোনে পোনে কৰিলে সি কিম্ভূত-কিমাকাৰ হব, অসমীয়াই বুজি নাপাব আৰু তাক জীৰ্ণ কৰা টান হব। ইংৰাজী "Good morning"ক 'সুপ্ৰভাত' নকৰি "নমস্কাৰ" কৰিলেহে আমাৰ ভাষাত শুৱলা হব। বহুত উদাহৰণৰ আৱশ্যক নাই। কিন্তু এটা কথা কওঁ—ডুৱৰাক দাৱেৰা, বকুৱাক বৰোৱা, সন্দিকৈক হেন্দিক কৰি আমাৰ কথাকে ইংৰাজীৰ সাজ পিন্ধোৱাটো বৰ দুখৰ কথা।

ভাষা কেৱল সাহিত্যৰ সঁজুলি নহয়, ই জাতীয় জীৱন আৰু জাতীয় ইতিহাসৰ স্মৃতিচিহ্ন আৰু ই সমাজৰ উক্তিৰ সঙ্কেত। ই মেঘৰ গাজনিৰ দৰে আকাশতে ওলাই আকাশতে মাৰ নাযায় কিন্তু সাহিত্যৰ পাষাণময় গাত খোদিত হৈ থাকে। শব্দৰ আৰু ব্যাকৰণৰ বুৰঞ্জী আছে, তাত ধৰ্ম্ম, ৰীতি, নীতি আৰু অতীত কাহিনী নিহিত আছে। আমাৰ বহাগ বিহু ঋগ্বেদোক্ত গবাময়ণ সত্ৰৰ অন্তৰ্গত বিষুবাহ নামে যজ্ঞৰ ৰূপান্তৰ বুলিলে কিজানি আপোনালোকে বিশ্বাস কৰিব নুখুজিব, কিন্তু ই যে বাস্তৱিকে বিষুব সংক্ৰান্তিত কৰিবলগীয়া বিষুবাহ যজ্ঞৰ স্মৃতি তেনে কথা ভাবিবলৈ বহুত কাৰণ আছে। কোনো কোনো শব্দ ব্যৱহাৰত পৰি বিস্তৃত অৰ্থ প্ৰকাশ কৰি তললৈ নামিছে। উদাহৰণ স্বৰূপে ধৰক "সত্ৰ" শব্দ। ঋগ্বেদৰ সময়ত বাৰদিনতকৈ অধিক দিন ব্যাপি বহুত যজমানৰ পক্ষে অনুষ্ঠিত যজ্ঞক "সত্ৰ" বুলিছিল। ভাগৱতৰ সময়ত তাৰ অৰ্থ আৰু বিস্তৃত হ'ল। তাত পাওঁ—নৈমিষাৰণ্য নামে প্ৰসিদ্ধ তীৰ্থ ক্ষেত্ৰত শৌনকাদি ঋষি-সকলে ভগৱানক পাবলৈ সহস্ৰ বছৰ ব্যাপি "সত্ৰ" কৰিছিল অৰ্থাৎ যজ্ঞোপলক্ষে একেলগে বাস কৰিছিল। বৰ্ত্তমানত তাৰ অৰ্থ আৰু বিস্তৃত হৈছে—তাৰ অৰ্থ এতিয়া চিৰকালব্যাপি অসংখ্য ভকতে ভগৱৎ প্ৰাপ্তিৰ আশাত নাম কীৰ্ত্তন কৰা স্থান আৰু ভক্তসকল। সেইদৰে "আপী" শব্দই ঋগ্বেদৰ সময়ত "মাতৃ" বুজাইছিল, পুৰণি অসমীয়াত "স্ত্ৰী"ক বুজাইছিল আৰু বৰ্ত্তমানত কৰবাত কৰবাত ছোৱালী, কৰবাত কৰবাত চাকৰনী আৰু কৰবাত স্ত্ৰীক বুজায়। সেইহে কওঁ বৰ্ত্তমানত প্ৰচলিত কোনো শব্দকে সাহিত্যৰ পৰা বাদ দিয়া উচিত নহয়। বাদ দিলে ভাষাৰ বুৰঞ্জী লোপ আৰু অঙ্গহীন হয়। শব্দত ব্ৰাহ্মণ শূদ্ৰ বিচাৰিলে বা আৰ্য্য অনাৰ্য্য বাছিলে জাতীয় ভাষা নাথাকে, জাতীয় সাহিত্য নহয়। জাতীয় ভাষাত ডাঙৰ সৰু নাই, হিন্দু মুছলমান নাই, ৰজা প্ৰজা নাই, ধনী দুখীয়া নাই আৰু পণ্ডিত মূৰ্খ নাই। যি আমাৰ মাত-কথাত চলিত আছে, যি আগেও চলিছিল, তাক এৰি দিলে ভাষা বিকলাঙ্গ হব। গাৰ কোনো এক খণ্ড কাটি এৰিলে যেনে শৰীৰ বিকৃত আৰু অসম্পূৰ্ণ হয়, ভাষাতো কোনো এক অংশ বাদ দিলে সি অসম্পূৰ্ণ হব। ফৰাচী বিপ্লৱৰ আগেয়ে ফ্ৰান্সতো ভদ্ৰ আৰু নীচ সমাজৰ ভাষাৰ বাছ-বিচাৰ আছিল, উচ্চ সমাজে নীচ সমাজৰ ভাষাক ঘৃণা কৰিছিল; ভাষা ডাঙৰ সৰু আদিৰ সময়ত এদল সাহিত্যিক

ওলাই শব্দৰ উচ্চ নীচ নিবিচাৰি ঘৰুৱা কথাকে সাহিত্যত ঠাই দিবলৈ চেষ্টা কৰিছিল। আন এদলে উচ্চ মানুহৰ কথা ভিন্ন সামান্য মানুহৰ কথা কেতিয়াও সাহিত্যত ব্যৱহাৰ নকৰিছিল। শেষত উদাৰ দলৰ জয় হল। ভিক্টোৰ হিউগোৰ নাটকত প্ৰথমে ফৰাচী জাতিৰ ঘৰুৱা কথা আৰু সাধাৰণ মানুহৰ কথাও সাহিত্যত ঠাই পালে; তেতিয়াৰ পৰা সেই সাহিত্যৰ আদৰ হল আৰু জাতীয় সাহিত্যৰ সৃষ্টি হল। এই সাৰ্ব্বজনীন ভাষা আৰু সাহিত্যৰ তেজ ফৰাচী বিপ্লৱৰ পৰা বাঢ়ি আহিছে। সেইদেখিহে ফৰাচী ভাষা আজি পৃথিবীৰ এটা প্ৰধান ভাষা। আমাৰ ভাষাতো শব্দৰ ভাল বেয়া উচ্চ নীচ বিচাৰৰ অন্ত নহয় মানে আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতি নহয়। আমাৰ উদাৰ সাহিত্যিকসকলে এই কথা বুজিছে আৰু লাহে লাহে তেওঁলোকে সাৰ্ব্বজনীন কৰিবলৈ যত্ন কৰিছে। অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়াই যে কৈছে উজনীয়া সাহিত্যিক-সকলে ভাষা তেওঁলোকৰ সম্পত্তি কৰিবলৈ বিচাৰিছে। সেই কথা সঁচা নহয়। আগেয়ে যি ভাৱ থাকক এতিয়া সেই ভাৱ নাই। ই এটা বৰ আশাৰ কথা।

ভাষা গ্ৰহণৰ কথা কওঁতে যেন কোনেও চক নাথায়। যতে ততে যেই সেই আকাৰে চলিত থকা কথাৰ আমদানীৰ কথা আমি কোৱা নাই। একেটা শব্দৰ তিনি চাৰি আকৃতি লোৱাৰ পক্ষপাতী আমি নহওঁ। যি শব্দ যি আকাৰে বেছি ভাগ মানুহে কথা কয় আৰু বুজি পায় তাক সেই আকাৰে ৰখাই বাঞ্চনীয়। তাক সাহিত্যৰ পৰা বাদ দিলেও সি মানুহৰ মুখত থাকিব। শব্দৰ আকৃতি আমি জোৰ কৰি বাদ দিব নোৱাৰো। স্বৰ বিকৃতিৰ নিয়মে সি অৱশ্যে গঢ় সলাব। একেটা শব্দই নানা ঠাইত নানা গঢ় লয়। তেনে শব্দৰ পৰাপক্ষত একেটা আকৃতি সাহিত্যত ঠাই দিব লাগে। কেবাটাও আকৃতি হলে ভাষা লিখাত বেমেজালি হয় কিন্তু সেই বুলি দুটা আকৃতি দিলে বা সাহিত্যত প্ৰচলিত আকৃতি এটা এৰি আন এটা চলিত আকৃতি সুমুৱালে ভাষা অশুদ্ধ হল এনে ভাবিব নালাগে। তেনে আকৃতি যদি সমাজক নালাগে তেন্তে সি লাহে লাহে এৰা পৰিব। যদি কোনো এটা শব্দ সমাজৰ এক অংশত প্ৰচলিত আছে বাকী অংশত নাই, তেন্তে তাক সাহিত্যত ঠাই দিব লাগিব, কিয়নো সি জাতীয় ভাষাৰ বহিৰ্ভূত নহয়। যদি কোনো এটা বস্তু বুজুৱা দুটা পৃথক শব্দ সমাজৰ দুটা অঙ্গত আছে, তেন্তে উভয়কে সাহিত্যত ঠাই দিব লাগিব। উভয়ে জাতীয় ভাষাৰ অঙ্গ। উভয়ে উভয়ৰ কথা শিকিব আৰু শিকাব লাগিব, তেহে জাতীয় ভাষা হব। ভাষাৰ প্ৰধান উদ্দেশ্য আনৰ আগত মনৰ ভাৱ প্ৰকাশ কৰা আৰু আনক বুজুৱা। সমাজত যি ভাষাৰে সেই কাম কৰিব পাৰি, যি ভাষাৰে সম-প্ৰাণতাৰ সোঁত বোৱাব পাৰি সেয়ে জাতীয় ভাষা; সেয়ে সাৰ্ব্বজনীন ভাষা। সমাজৰ উচ্চ অঙ্গই নীচ অঙ্গৰ আৰু নীচ অঙ্গই উচ্চ অঙ্গৰ কথা শিকিব লাগিব, তেহে ভাৱৰ আদান-প্ৰদান সুগম হব। কিন্তু প্ৰাদেশিক বিকৃতি আমাক নালাগে আৰু গ্ৰাম্যদোষ আমাক নালাগে। সাহিত্যৰ ভাষা মাৰ্জ্জিত আৰু শোধিত নহলে নহয়; ব্যাকৰণৰ অধীন নহলে সাহিত্য নহয়। জাতীয় শব্দ-সম্পদ আমাৰ সাহিত্যত থাকিব লাগে। সমাজৰ সকলো অঙ্গই পৰস্পৰক আদৰ আৰু সন্মান কৰা উচিত। আমি যদি নিজেই নিজৰ সমাজক আদৰ আৰু মৰম নকৰোঁ তেন্তে আমাৰ সমাজৰ উন্নতি ক'ত? আমাৰ সাহিত্যই সমাজৰ সকলো অঙ্গৰ শিক্ষা দিব পাৰিলেহে তাৰ উন্নতি হব। আমি এতিয়া

# পঞ্চম অধিবেশন

যোৰহাট, এপ্ৰিল, ১৯২৩ চন

**সভাপতি—অমৃতভূষণ অধিকাৰী**

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সমবেত সভ্যমহোদয়গণ,

উপক্ৰমণিকা

যি জন নিখিল বিশ্বব্ৰহ্মাণ্ডৰ অধিপতি, যত জীৱ-জঙ্গম-কীট-পতঙ্গম-অগ-নগ জগতৰ কাৰণ, ধাতা পাতা বিধাতা, সেই নিত্যনিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময়, সত্য সনাতন সৰ্ব্বনিয়ন্তা সৰ্ব্বশক্তিমান, সৰ্ব্বদেশমান্য, সৰ্ব্বলোক-পূজ্য, পৰম মঙ্গলময়, পৰম আনন্দময়, অনাদি অনন্ত শ্ৰীভগৱন্তৰ চৰণত কোটি কোটি বাৰ প্ৰণিপাত কৰোঁ আৰু সমবেত সুধী সভ্যসকলক, আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু প্ৰীতিপূৰ্ণ অভিবাদন জ্ঞাপন কৰিছোঁ।

ইহেন জ্ঞানী, মানী, সুধী সভাসদ্ পৰিৱেষ্টিত পৰিশোভিত বিৰাট সভাৰ সভাপতি স্বৰূপে অতি গুৰুতৰ দায়িত্বপূৰ্ণ দুৰ্ব্বহ সভাৰ কাৰ্য্য সমাধা কৰি আপোনালোকৰ কথমপি সন্তোষ বৰ্দ্ধন আৰু মনোৰঞ্জন কৰা আমাৰ নিচিনা নিঃকিন ক্ষীণবুদ্ধি, ক্ষীণকায়, ক্ষীণ মানবৰ পক্ষে অসম্ভৱ আৰু দুৰাশাময় চেষ্টা আৰু এই কামলৈ আগবঢ়া ধৃষ্টতা মাথোন। বয়সত বৃদ্ধ হলেও জ্ঞানত শিশুমতি, ৰোগশোকক্লিষ্ট 'পঞ্চাশোৰ্দ্ধং বনং ব্ৰজেৎ' বয়সত ভ্ৰম-ভ্ৰান্তিৰ অধীন আমি, ইহেন অতি বৰ ডাঙৰ কামৰ উপযোগী এনেকুৱা শক্তিসাহস সঞ্চয় কৰিব পৰা নাই, যাতে এই মহতী সভাৰ মাজত থিয় হৈ সভাৰ কাম সুকলমে কৰিবলৈ সমৰ্থ হম। অনুগ্ৰহত নে নিগ্ৰহত, বহু দিন অসমৰ এচুকত পৰি থাকিবলগীয়া

নিজ অসমৰ্থতা জ্ঞাপন

হৈছোঁ—যত অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিকল্পে বিশেষ কৰবলগীয়া সভাসমিতি নাই, চৰ্চ্চা আলোচনা নাই, আদৰ আগ্ৰহ নাই, উৎসাহ অনুৰাগ নাই, পৃষ্ঠপোষকতা নাই, সহায় সঙ্গ নাই, বিদ্বান বিদ্যোৎসাহী অসমীয়াৰ বেছি সমাগম নাই, দৰাচলত য'ত নিৰ্ভুল চলিত অসমীয়া মাত-কথা শুনিবলৈ নাই। আন পিনে যত মানসিক কষ্টৰ বিষম ভাৰত পৰি নিজৰ আৰু নিজ পৰিজনৰ সাংসাৰিক উন্নতিৰ নিমিত্তে কোনো চেষ্টা কৰিবলৈ বিশেষ কোনো সুবিধা বিচৰা নাই, দেশৰ উপকাৰ কিংবা দেশহিতৈষিণাৰ ডেকাকালৰ প্ৰেৰণা কিংবা অনুৰাগৰ কথমপি বিকাশ কৰিবলৈ বিশেষ অৱসৰ পোৱা নাই। সাহিত্য আমাৰ বংশানুক্ৰমে সেৱিত, পুৰুষ-পৰম্পৰা আদৃত আৰু সাহিত্য-সেৱা আমাৰ অৱশ্য-পালনীয় জীৱনব্ৰত যদিও তাৰ সমুচিত সৎকাৰ সমাদৰ কৰিব পৰা নাই। বস্তুতঃ য'ত আমি নানা কাৰণে নিশ্চেষ্ট, নিষ্ক্ৰিয় হৈ, এক প্ৰকাৰ কৰ্ম্মবিহীন জীৱন যাপন কৰিবলৈ বাধ্য হৈছোঁ। বহু গ্ৰন্থ-প্ৰণেতা প্ৰবীণ লিখক গবৰ্ণমেণ্টৰ পেন্সন-ভোগী ৰায়চাহাব শ্ৰীযুক্ত পদ্মনাথ গোঁহাঞি বৰুৱা, সাহিত্য জগতত সুপৰিচিত



অমৃতভূষণ দেৱ অধিকাৰী

নাটক লিখাত সিদ্ধহস্ত শ্ৰীযুক্ত চন্দ্ৰধৰ বৰুৱা, লুপ্ত আৰু নষ্টপ্ৰায় গ্ৰন্থ ৰত্নৰাজিৰ উদ্ধাৰত কৃতসঙ্কল্প প্ৰত্নতত্ত্বানুশীলনৰত সুলিখক সাহিত্যানুৰাগী শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী, প্ৰবীণ সাহিত্য-সেৱী শ্ৰীযুক্ত কালিৰাম মেধি আদি সাহিত্যৰথী ডাঙৰীয়াসকলে ইয়াৰ আগত যি কাম অতি সুকলমে সুচাৰুৰূপে সম্পন্ন কৰি অশেষ সমাদৰ সম্মান আৰু কৃতিত্ব লভিছে, সেই কামত আমাৰ নিচিনা অযোগ্য আৰু অভাজন মানুহক নিয়োগ কৰি তাৰ ওপৰত এনেকুৱা দুৰ্ব্বহ গুৰু ভাৰ দি নিগ্ৰহ দিছে নে অনুগ্ৰহ কৰিছে আপোনালোকে জানে। আমাতকৈ যোগ্যপাত্ৰ বহুত আছে। তেওঁলোকৰ এগৰাকীক এই কামৰ ভাৰ দিলে বৰ সুকলমে সভাৰ কাৰ্য্য সমাধা হলহেঁতেন। আপোনালোকৰ আহ্বান অমান্য কৰি, আপোনালোকৰ বিৰাগভাজন হবলৈ ইচ্ছা নকৰি সাদৰে সসম্মানে তাক গ্ৰহণ কৰা হৈছে আৰু উপস্থিত কাৰ্য্য যেনে তেনে প্ৰকাৰে চলাবলৈ আগবঢ়াও হৈছে। এই সম্মানৰ যোগ্য পাত্ৰ নহলেও এই অভাজনক এই সম্মান দিয়া বাবে, অতি বিনীত ভাৱে, বিনয়-নম্ৰ বচনে আপোনা-লোকৰ ওচৰত শত শতবাৰ শলাগ মাগিছোঁ আৰু সবিনয়ে গোহাৰি কৰিছোঁ যেন আমাৰ শত দোষ মৰিষণ কৰি আপোনালোকে নিজ গুণে তুষ্টি লভে।

"অধমে কেৱল দোষ লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰিয়া বিস্তাৰ।"

অধম প্ৰকৃতিৰ মানুহে লোকৰ কেৱল দোষ গ্ৰহণ কৰে, মধ্যম চৰিত্ৰৰ মানুহে দোষ গুণ দুটাকে বিচাৰ কৰি দোষ পৰিহাৰ কৰি গুণ গ্ৰহণ কৰে। উত্তম লোকে অকল গুণকেহে গ্ৰহণ কৰে। উত্তমোত্তম জনে লোকৰ অলপ গুণ বিস্তাৰ কৰি গ্ৰহণ কৰে।

যোৰহাট আমাৰ নতুন ঠাই নহয় আৰু আমি ইয়াত নবাগত নহওঁ। যত অসীম বল-বীৰ্য্যবান প্ৰভূত পৰাক্ৰমশালী আহোম ৰাজন্যসকলে ৰাজধানী পাতি সুদীৰ্ঘকাল সগৌৰৱে ৰাজত্ব কৰিছিল, য'ত শিৱসিংহ স্বৰ্গদেৱে খন্দোৱা শিৱসাগৰ নামে অভিহিত নিৰ্ম্মল আৰু পৰিষ্কৃত পানীয় জলৰ এটা সুবৃহৎ জলাশয় আজিলৈকে অবিকৃত অৱস্থাত ৰক্ষিত আছে আৰু নগৰ আৰু জিলাখনকো শিৱসাগৰ নামে পৰিচিত কৰিছে —যাৰ দক্ষিণ পাৰত বিষ্ণু-দৌল আৰু গোঁসানী-দৌল, অনতিদূৰত কাৰেংঘৰ, ৰংঘৰ, তলাতল ঘৰ আদিয়ে অত্যাচাৰ আৰু উৎপীড়ণ আৰু কালৰ বহুত ঘাত-প্ৰতিঘাত সহ্য কৰি আজিলৈকে কথমপি দেহা ধৰি উদয়গিৰি ৰজাৰ পূৰ্ব্বগৌৰৱ আৰু অতীত কীৰ্ত্তিৰ আৰু অসমত সেই কালৰ স্থপতি-বিদ্যাৰ অনুশীলনৰ পৰিচয় আৰু সাক্ষ্য দিবলৈ ধৰিছে, যাৰ ওচৰত জয়সাগৰ নামে পুৰণি কালৰ বৰ ডাঙৰ এটা পুখুৰী সতী সাধ্বী জয়মতী কুঁৱৰীৰ ওপৰত অমানুষিক অবিচাৰ অত্যাচাৰ আৰু উৎপীড়ণকাৰীসকলৰ পাপৰ কলঙ্ক আৰু নিৰপৰাধী পতিপৰায়ণা ৰাজকন্যাৰ দুখাশ্ৰু বুকত লৈ অদ্যাপি অযত্নে আৰু অনাদৃত ভাবে পৰি আছে, আৰু যি ঠাইত আহোম ৰজাৰ বুঢ়াগোঁহাই, বৰগোঁহাই, বৰফুকন, বৰবৰুৱা আদি ডাঙৰীয়া আৰু আন আন সৰু-ডাঙৰ বিষয়াসকলৰ বাসভূমি আছিল, সেই অতীত গৌৰৱ আহোম ৰজাৰ ৰাজধানী শিৱসাগৰ

শিৱসাগৰ আৰু যোৰহাটৰ অভিজ্ঞতা আৰু কীৰ্ত্তিকলাপ

নগৰলৈ প্ৰায় ত্ৰিশ বছৰ আগত গোন প্ৰথমে আমাৰ অহা হৈছিল আৰু শিৱসাগৰ আৰু যোৰহাট এই দুই ঠাইত প্ৰায় পাঁচ বছৰ পৰম সুখে বাস কৰা হৈছিল।

আহোম বংশীয় কোনো নৰপতিয়ে শিৱসাগৰৰপৰা ৰাজধানী তুলি আনি যোৰহাটত সংস্থাপিত কৰে। লগে লগে ডাঙৰ-সৰু বিষয়াসকলৰ বহুতে যোৰহাটলৈ উঠি আহি বসতি কৰে। তেতিয়াৰ পৰা ই ব্ৰাহ্মণাদি সম্ভ্ৰান্ত বংশীয় ভদ্ৰ মানুহৰ বাসভূমি। ইংৰাজ গৱৰ্ণমেণ্টৰ আমোলত প্ৰথমে শিৱসাগৰত জিলাৰ সদৰ ঠাই আৰু যোৰহাটত মহকুমাৰ প্ৰধান নগৰ আছিল। পিচত শিৱসাগৰৰ পৰা যোৰহাটলৈ সদৰ ঠাই অনা হৈছে। বৰ্ত্তমানে যোৰহাট অসমৰ ভিতৰত এখন উন্নতিশীল আৰু সমৃদ্ধিশালী নগৰ। ইয়াত শিক্ষিত মানুহৰ সংখ্যা বহুত আৰু বহুতে চৰ্কাৰী কাম কৰে। ৰাজনৈতিক ক্ষেত্ৰত সুপৰিচিত স্বনামধন্য স্বৰ্গীয় জগন্নাথ বৰুৱা এই যোৰহাটৰ মানুহ। এওঁ অসমত প্ৰথম বি. এ., উচ্চ শিক্ষাৰ আদৰ্শপুৰুষ আৰু স্বাধীন জীৱিকা অৰ্জ্জনৰ পথপ্ৰদৰ্শক। পাঁচ ছয় বছৰমান হ'ল ইয়াৰ আগে পাঠ্য-পুস্তক বাছনি-সমিতিৰ সভ্যৰূপে এবেলি আমাৰ ইয়ালৈ অহা হৈছিল আৰু দুই নিশা থাকি লৰালৰিকৈ যোৱা হৈছিল। এই বেলি ইয়ালৈ অহা দিনৰ পৰা শিৱসাগৰ আৰু যোৰহাটৰ পূৰ্ব্বস্মৃতি আমাৰ মনত জাগিছে। শিৱসাগৰৰ বৈষ্ণৱ ধৰ্ম্মৰ নিগূঢ় তত্ত্ববিদ্ মহাপুৰুষীয়া পন্থৰ ধ্বজাস্বৰূপ পৰম-ভাগৱত স্বৰ্গীয় দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ ডাঙৰ দীঘল আকৃতি আৰু সৌম্য মূৰ্ত্তি মনত পৰিছে। তেখেতৰ ওচৰত বহি থকা, ভাগৱত-ভক্ত আৰু ধৰ্ম্মপিপাসু লোকসকলৰ কথা—যিসকলে নিতৌ ভাগৱত কথামৃত পান কৰি আপোনাক ধন্য মানিছিল, আৰু মনত পৰিছে পুখুৰীৰ পাৰৰ নাম-ঘৰৰ কথা য'ত নিতৌ তিনি বেলি নাম-প্ৰসঙ্গ আৰু ভাগৱত শ্ৰৱণ কীৰ্ত্তন পাঠ কৰি তেওঁলোক ধন্য হৈছিল আৰু আনকো ধন্য কৰিছিল।

আমাৰ পূৰ্ব্বস্মৃতি

"তাৰা সবে ধন্য,—তাৰা সবে পূজ্য, তাৰা সে সুহৃদ জন।
কলিত হৰিক আনকো বোলাৱে, আপুনি কৰে কীৰ্ত্তন ॥"

আৰু মনত পৰে তেখেতৰ প্ৰতিষ্ঠিত বাল্যাশ্ৰম আৰু কোমলমতি ঋষিকুমাৰ সদৃশ সুকুমাৰ বালকবৃন্দৰ কথা। নামঘৰৰ দাঁতিৰ ফুলনিবাৰীৰ এজন মালীৰ কথা, যিজন পশ্চিমা মানুহ হৈও গুৰু ভটিমা বৰগীত সুললিত সুৰে গাই সকলোকে মুগ্ধ কৰিব পাৰিছিল—তেওঁৰ কথা আমি আজিলৈকে পাহৰিব পৰা নাই। আৰু মনত পৰিছে সেই কালৰ শিৱসাগৰ আৰু যোৰহাট বেজবৰুৱা হাইস্কুলৰ সহযোগী শিক্ষক বন্ধুসকল আৰু শিক্ষাৰ্থী ডাঙৰ সৰু লৰাবিলাকৰ কথা আৰু যি জিলাৰ ভিতৰত পুণ্যভূমি মাজুলীক, পুণ্যক্ষেত্ৰ কমলাবাৰী, আউনী-আটি, দক্ষিণপাট, গড়মুড়, বেঙেনা-আটি আদি ধৰ্ম্ম-নীতি-জ্ঞান-ময় পুণ্যনিকেতন সত্ৰসমূহ বহু কালৰ পৰা প্ৰতিষ্ঠিত থাকি উজনি অঞ্চলত নিগম নিগূঢ় সুগম পন্থা সৎশুদ্ধ সনাতন ভাগৱতী ধৰ্ম্মৰ কোটি সূৰ্য্যপ্ৰভা জ্যোতি দিগ্‌দিগন্ত বিকীৰ্ণ কৰিছে। যত সন্ত-মহন্ত পাৰ্শ্বদ আৰু ভক্তবৃন্দ পৰিবেষ্টিত চিৰ-কৌমাৰ্য্য ব্ৰতাৱলম্বী উদাসীন কিবা দাৰাপুত্ৰ কলত্ৰ পৰিবৃত গৃহী সত্ৰাধিকাৰ গোঁসাই-গোবিন্দসকল ধৰ্ম্মৰাজ্যৰ নৰপতি ৰূপে বিদ্যমান। য'ত নিতৌ তিনি বেলি চৈধ্যটি প্ৰসঙ্গত তাল-মান-সুসঙ্গত ভগৱৎ গুণানুকীৰ্ত্তনৰ ধ্বনিয়ে দশোদিক্ মুখৰিত আৰু আনন্দময় কৰিছে—যাক শুনিলে অতি

পাষণ্ডমতি নাস্তিকৰো কঠিন হৃদয় কথঞ্চিৎ দ্ৰবীভূত হৈ তাত ভগৱৎ প্ৰেমভক্তিৰ ভাব উদয় হব পাৰে।

আজি সেই স্বাধীন জীৱিকা অৰ্জ্জনৰ বাট দেখুৱাওঁতা অসম আকাশৰ নক্ষত্ৰ স্বৰূপ অসম জননীৰ সুপুত্ৰ জগন্নাথ বৰুৱা নাই। দুই-তিনি ঠাইত হাই স্কুল সংস্থাপন কৰি, দুখীয়া লৰাবিলাকক ইংৰাজী শিক্ষাৰ সুগম পথ মোকলাই দিওঁতা সেই নিৰ্ভীক উদ্যোগী বিদ্যোৎসাহী কৰ্ম্মবীৰ গোবিন্দচন্দ্ৰ বেজবৰুৱা নাই। আৰু সেই তামুলীফুকন কুলৰ সদা-হসিত বদন অমায়িক কুলনাথ ফুকন নাই—যি জনে আমাক সৰু ভাইৰ নিচিনা মৰম কৰি, সুখত ৰাখিবলৈ বিশেষ যত্ন কৰিছিল। শ্ৰীভগৱন্তৰ ওচৰত আমাৰ একান্ত প্ৰাৰ্থনা যেন তেওঁলোকৰ আত্মাই সংস্থান আৰু সদগতি লভে আৰু স্বৰ্গায় চিৰশান্তিত বিৰাজ কৰে। ওঁ শান্তি শান্তি শান্তি।

সংসাৰ বিষবৃক্ষস্য দ্বে ফলে অমৃতোপমে।
কাব্যামৃত-ৰসাস্বাদঃ আলাপঃ সজ্জনৈঃ সহ॥

কবিয়ে কৈছে—এই ৰোগ-শোক, দুঃখ-দাৰিদ্ৰ্য-পূৰ্ণ সংসাৰখন বিষবৃক্ষৰ নিচিনা। ইয়াত সুখ নাই, আটায়ে দুঃখ আৰু বিষময়। কিন্তু ইয়াত দুটা অতি সুন্দৰ অতি বিতোপন মধুৰৰো সুমধুৰ ফল আছে—এটা কাব্যশাস্ত্ৰ পাঠ, আনটো সন্ত-মহন্ত সাধুসঙ্গ লাভ আৰু তেওঁলোকৰ লগত আলাপ আৰু প্ৰসঙ্গ। কাব্যফুলনি সুবিশাল সাহিত্যকাননৰ অন্তভূৰ্ক্ত হলেও, কবিয়ে কাব্যক সঙ্কীৰ্ণ আৰু সীমাৱদ্ধ নকৰি, বিস্তৃত অৰ্থত সাহিত্যৰ প্ৰতিপাদক প্ৰতিশব্দৰূপে ব্যৱহাৰ কৰিছে।

সাহিত্য কি ? আৰু তাৰ সংজ্ঞা

সহ্, ধাতুৰ পিছত ভাৱবাচ্যে ক্ত প্ৰত্যয় যোগে 'সহিত' শব্দ। তাৰ পিচত তদ্ধিতৰ ষ্ণ্য যোগে 'সাহিত্য' শব্দৰ উৎপত্তি হৈছে। যি শাস্ত্ৰৰ সহায়ত মানুহে দুঃখময় সংসাৰত সুখময় ভাৱ লৈ, নানা বিষয়ক জ্ঞান লভি, শাৰীৰিক মানসিক আৰু আধ্যাত্মিক উন্নতি সাধি অতি সুকলমে জীৱন নিয়াব পাৰে সেয়ে সাহিত্য। সাহিত্য মানুহৰ বৰ লাগতিয়াল, যাৰ অভাৱত মানুহ বুলি পৰিচিত হব আৰু উন্নতিৰ বাটত আগবাঢ়িব নোৱাৰে। সাহিত্য-সেৱা মানৱৰ অন্যতম ধৰ্ম্ম। সাহিত্য চৰ্চ্চা আৰু তাৰ অনুশীলন কৰি, তাত ওপজা অনুপম ৰসাস্বাদ কৰা মানুহৰ অন্যতম কৰ্ম্ম। বিষয়বাসনা ভোগৰ পৰা ওপজা সুখ, ধনজনৰ সহায় সম্পদৰ পৰা সমূদ্ভুত সুখ নাইবা যি সুখ আন কোনো উপায়ে মানুহে পাবলৈ বাঞ্ছা কৰে, কোনোটোৱেই সাহিত্য-সেৱা জনিত সুখৰ নিচিনা নহয়। সাহিত্য-সেৱাৰ সুখ অতি নিৰ্দ্দোষ আৰু বিমল আনন্দদায়ক। সাহিত্য সেৱাত আত্মপ্ৰসাদ আছে আৰু ই জ্ঞান বৃদ্ধিৰ ঘাই কাৰণ। যি জাতিৰ সাহিত্য আছে, তাৰ সকলো আছে। সেই জাতি গণ্যমান্য, ধন্য আৰু জগতত সভ্যৰূপে পৰিচিত। যি জাতিৰ সাহিত্য নাই, সাহিত্যৰ চৰ্চ্চা নাই, সেই জাতিৰ শিক্ষা নাই, জ্ঞান নাই, নীতি নাই আৰু ধৰ্ম্মবিষয়েও সেই জাতি বহুত অৱনত। সি জাতিৰ একতা নাই, জাতীয়তা নাই, সেই জাতি জগতত কেতিয়াও সভ্য জাতি বুলি গণ্য হব নোৱাৰে। কবিৰ কবিতা লিখা আৰু চিত্ৰকৰৰ ছবি আঁকা দুয়োৱেই চিত্ৰাঙ্কণ। কবিয়ে কাপেৰে আৰু চিত্ৰকৰে তুলিৰে ছবি আঁকে এই মাথোন প্ৰভেদ। দুজনকেই সঁজুলি লাগে, উপ-

কবিতা লিখা আৰু চিত্ৰাঙ্কণ তুলনা

কৰণ-উপাদান লাগে, নিজ নিজ কামৰ উপযোগী জ্ঞান, অভিজ্ঞতা, নিপুণতা আৰু কাৰ্য্যকুশলতা লাগে। স্বাভাৱিক অনুৰাগ আৰু চিন্তা লাগে, প্ৰতিভা আৰু সৌন্দৰ্য্যবোধ লাগে আৰু লাগে কল্পনা দেৱীৰ অনুগ্ৰহ। চিত্ৰকৰে দেখিব, ছবিখনৰ অঙ্গপ্ৰত্যঙ্গৰ পৰস্পৰ সৌসাদৃশ্য আৰু সামঞ্জস্য থাকে, উন্নত অৱনত ঠাইবোৰ দেখা মাত্ৰকেই চিনা যায়, পোহৰ আৰু ছাঁ অৰ্থাৎ য'ত যি ৰং চৰালে ঠিক হয় তাকে কৰা হয়, মুঠতে ছবিখন যাতে স্বাভাৱিক বুলি বোধ হয় আৰু সৰ্ব্বাঙ্গ-সুন্দৰ হয়। এই বিষয়ে চিত্ৰকৰৰ সম্যক জ্ঞান, হাতৰ নিপুণতা, তুলি ব্যৱহাৰৰ পটুতা, তদুপৰি তেওঁৰ সৌন্দৰ্য্যবোধ থাকিব লাগিব। তেনেহলেহে তেওঁৰ ছবি স্বাভাৱিক হব, জীৱন্তবৎ হব, হুবহু চিনা যাব আৰু ভাল বুলি মানুহে আদৰ কৰিব। কবিৰ কাব্য বা সাহিত্য পুথি ৰচাবো সেয়ে প্ৰণালী। কবিৰ নানা বিষয়ে জ্ঞান, অভিজ্ঞতা, ভাষাত বুৎপত্তি অধিকাৰ, শব্দবিন্যাসৰ পটুতা, লিপি-চাতুৰ্য্যত নিপুণতা, তদুপৰি স্বাভাৱিক অনুৰাগ, পদলালিত্য আৰু সৌন্দৰ্য্য-বোধ থাকিব লাগিব।

কাব্যৰ সংজ্ঞা আৰু পৰিচয়।

'কাব্যং ৰসাত্মকং বাক্যং' কাব্যত আদি-বীভৎসাদি নটা ৰস আৰু ওজ মাধুৰ্য্য প্ৰসাদ, এই তিনি গুণৰ সমাবেশ আৰু সঞ্চাৰ; ছন্দ শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ যথাযথ প্ৰয়োগ থাকিব লাগিব। তেনেহলেহে সেই পুথিৰ সমাদৰ হব আৰু সি পাঠক-পাঠিকাৰ শ্ৰদ্ধাকৰ্ষণ কৰিব পাৰিব। আন আন সাহিত্য পুথিবোৰৰ লিখা ওপৰত কোৱা মতে সম্পূৰ্ন পৰিমিত নহলেও কিছুমান অনুশাসনৰ অনুযায়ী চলিব লাগিব। ভাষাৰ বিশুদ্ধতা আৰু পৱিত্ৰতা ৰক্ষা কৰিবলৈ, গ্ৰন্থ কিংবা প্ৰবন্ধলিখক সাহিত্যিক সকল কিছুমান অনুশাসনৰ অনুবৰ্ত্তী হব লাগিব। ব্যাকৰণ শাস্ত্ৰৰ নিয়মবোৰ পালন কৰিলে অনুশাসন মানি চলা হব। সেই নিয়মবোৰ মানি নচলা স্বেচ্ছাচাৰী লিখকৰ লিখা বিকৃত, অমাৰ্জ্জিত, অবিশুদ্ধ আৰু অপাঠ্য হয়।

মনৰ ভাব ব্যক্ত কৰিবলৈ মানুহক ভাষা লাগে। সেই ভাষাক যথোপযুক্তৰূপে ভাৱ প্ৰকাশিকা, হৃদয়গ্ৰাহিণী আৰু মনোহাৰিণী কৰিবলৈ তাত কিছু ৰহণ সম্পদ সংযুক্ত কৰা যায়। ছন্দ, অলঙ্কাৰ আৰু পদবিন্যাসৰ নিয়ম আদিৰে লালিত্য মধুৰতা, ওজস্বিতা আদি ৰক্ষা কৰি প্ৰসাদগুণে গুণময়ী কৰিলে, ভাষাই লোক-লোচনত আন এক অভিনৱ মূৰ্ত্তি ধাৰণ কৰে। এই অভিনৱ আভৰণৰে সজ্জিতা ভাষাই সাহিত্য। সাহিত্যৰ লগত চিনাকি হলে মানুহৰ ভাষাৰ প্ৰতি ধাউতি সিমান নাথাকে, তাৰ আদৰ সন্মান কমি যায়। পক্ষান্তৰে সাহিত্যৰ আদৰ সন্মান বাঢ়ে। ভাষাবিৎসকলে লাহে লাহে সাহিত্য-সেৱা কৰিবলৈ আগবাঢ়ে, সাহিত্যসেৱাত ব্ৰতী হয়।

ভাষা আৰু সাহিত্যৰ প্ৰকৃতি আৰু তুলনা

ৰসময়ী ভগৱৎ ভক্তিৰ সোৱাদ পালে, ভগৱৎ-ভক্তৰ যি অৱস্থা, ঐকান্তিক সুখকামী ধ্যানমগ্ন যোগীসকলৰ মনৰ গতি যেনে হয়, সাহিত্য-সেৱীৰো তেনেকুৱা অৱস্থা ঘটে। সাহিত্যই ধ্যান, সাহিত্যই জ্ঞান, সাহিত্যই তেওঁৰ আৰাধ্যা দেৱী। সাহিত্যৰ ৰূপগুণে তেওঁ মুগ্ধ আপোন-পাহৰা। সাহিত্যৰ সেৱা, পূজা, অৰ্চ্চনা, বন্দনা, আৰাধনাই তেওঁৰ জীৱনৰ ব্ৰত হয় আৰু এনেকুৱা হলেহে মানুহক প্ৰকৃত সাহিত্য-সেৱী বুলি গণ্য কৰা যায়।

বেদ, বাইবেল, কোৰাণ আদি ধৰ্ম্মগ্ৰন্থৰ গূঢ় তত্ব, ইতিহাস, ভূগোল লোকজীৱনীৰ সত্য;

নাটক, উপন্যাস উপাখ্যানৰ অৰ্দ্ধ সত্য অৰ্দ্ধ কল্পনা-সম্ভূত বিবৰণ, জ্ঞান-বিজ্ঞানৰ ৰহস্যময় তথ্য, জ্যোতিষ গণিতৰ সম্ভেদ, শিল্প-বাণিজ্যৰ তত্ত্ব, উৰণ, বুৰণ, গজন ভ্ৰমণ প্ৰাণীবিলাকৰ আচাৰ ব্যৱহাৰ চলন ফুৰণৰ পৰ্য্যালোচনা, চন্দ্ৰসূৰ্য্য গ্ৰহ নক্ষত্ৰৰ গতিবিধি, গ্ৰীষ্মবৰ্ষাদি ঋতুৰ প্ৰভাৱ পৰিচয় ফলাফল আদি, সাহিত্যৰ বিষয়ীভূত হৈ তাৰ সৰ্ব্বাঙ্গীন বিকাশ আৰু পূৰ্ণতা সাধন কৰে।

সাহিত্য ভিন্‌ভিন্ বিষয় উপাদানে ৰচিত আৰু ৰুচি অনুযায়ী সেৱিত হয়

কোনো এজন অতি বৰ কৃতী আৰু প্ৰভাৱশালী সাহিত্য-সেৱীয়েও একজীৱনত পূৰ্ণ সাহিত্যৰ সৰ্ব্বাঙ্গীন সেৱা কৰিব নোৱাৰে। আংশিক ভাৱে নিজ ৰুচি অনুযায়ী সেৱা কৰা সহজ আৰু সুসাধ্য। আংশিকভাৱে কৰি বহুতে কৃতিত্ব লভিব পাৰে আৰু পাৰিছে। কোনোৱে ধৰ্ম্মশাস্ত্ৰৰ গূঢ়তত্ত্বনিচয় বিশ্লেষণ কৰি, কোনোৱেবা বুৰঞ্জীমূলক সত্যঘটনাৰ উপাদানেৰে সাহিত্যপুথি ৰচনা কৰি, কোনোৱেবা ষড়ঋতুৰ প্ৰভাৱ পৰিচয় বৰ্ণনা কৰি, কোনোৱেবা প্ৰাণীতত্ত্ব লিখি, কোনোৱেবা বিজ্ঞানমূলক গ্ৰন্থ ৰচি সাহিত্য-সেৱা কৰিছে আৰু এই নৰজগতত অক্ষয় কীৰ্ত্তি থাপি চিৰস্মৰণীয় হৈছে। জগৎপূজ্য ধৰ্ম্মাচাৰ্য্য বেদব্যাসে বেদাদি ধৰ্ম্মগ্ৰন্থৰ অতি জটিল গূঢ় তত্ত্বনিচয় বিশ্লেষণ কৰি লোক শিক্ষাৰ উপযোগী সৰল আৰু প্ৰাঞ্জল সংস্কৃতত পুৰাণাদি লিখি, কবিগুৰু বাল্মীকিয়ে ইতিহাসমূলক কাব্য-ৰসাত্মক ৰামায়ণ প্ৰণয়ন কৰি, কালিদাস ভৱভূতি আদি সংস্কৃতাচাৰ্য্য পণ্ডিতসকলে নাটক কাব্যকাৰে লোকচৰিত্ৰ সমাজচিত্ৰ অঙ্কণ কৰি, জগত-গুৰু শঙ্কৰাচাৰ্য্যই বৌদ্ধধৰ্ম্মৰ মত খণ্ডন আৰু ব্ৰাহ্মণ্যধৰ্ম্মৰ পুনঃপ্ৰতিষ্ঠা কল্পে দৰ্শন-শাস্ত্ৰৰ বিশদ ব্যাখ্যা বিবৃত কৰি আৰু আত্মতত্ত্ব জ্ঞানতত্ত্ব মূলক বিবিধ প্ৰবন্ধ ৰচি সংস্কৃত সাহিত্য সেৱা কৰিছে। পঞ্জাবত জ্ঞানী ভক্ত তুলসীদাস, বোম্বাই প্ৰদেশত পৰমভক্ত তুকাৰাম, বিহাৰ আৰু গৌড়ত কৃষ্ণভক্তি প্ৰেমাকাঙ্ক্ষী পৰমপ্ৰেমিক বিদ্যাপতি, চণ্ডীদাস, বঙ্গদেশত পৰম সাধক ভক্ত ৰামদাস, শ্ৰুতিধৰ কীৰ্ত্তিৰাম দাস পণ্ডিত আৰু দাশৰথি, নৰোত্তম ঠাকুৰ, কৃষ্ণদাস কবিৰাজ, ৰূপগোস্বামী, জীৱগোস্বামী জ্ঞানদাস, গোবিন্দদাস আদি চৈতন্যদেৱৰ প্ৰধান প্ৰধান পাৰিষদ আৰু পৰবৰ্ত্তী ভক্তসকল, প্ৰাচীন কামৰূপত প্ৰাতঃস্মৰণীয় মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু ভট্টদেৱ আদি বৈষ্ণৱ ধৰ্ম্মসংস্কাৰক প্ৰচাৰক আৰু মাধৱ কন্দলি, ৰামসৰস্বতী, অনন্ত কন্দলি আদি আন আন বৈষ্ণৱ কবিসকলে নিজ নিজ প্ৰাদেশিক ভাষাত কিবা মাতৃভাষাত লোক-শিক্ষাৰ উপযোগী ধৰ্ম্মগ্ৰন্থ লিখি মাতৃভাষাৰ শ্ৰীবৃদ্ধি সাধন কল্পে সাহিত্যসেৱা কৰিছে। বৰাহমিহিৰে জ্যোতিষৰ, ভাস্কৰাচাৰ্য্য, খনা, লীলাৱতী আৰু ডাকে গণিতৰ তত্ত্ব বিদিত কৰি একভাৱে আংশিকৰূপে সাহিত্যসেৱা কৰিছে। এতিয়া অলপ গমি চালে জানিব পৰা যায় যে, ওপৰত উনুকিওৱা কবি আৰু গ্ৰন্থকাৰসকলৰ কোনেও পূৰ্ণাঙ্গ সাহিত্যৰ পূৰ্ণ সেৱা কৰা নাই।

আমাৰ দেশত বাজে আন দেশৰ সাহিত্য-সেৱাৰো এই পটন্তৰ দেখিবলৈ পোৱা যায়।

সাহিত্যৰ পূৰ্ণ সেৱা দুঃসাধ্য

য়ুৰোপৰ সাহিত্যক্ষেত্ৰত সুপৰিচিত আৰু সুবিখ্যাত হোমাৰ, ভাৰ্জ্জাইল, ডান্তে, গিবন, মিল্টন, বানিয়ন, শেলী, পোপ, ৱাৰ্ডছ্‌ৱাৰ্থ, গোল্ডস্মিথ আদি প্ৰধান প্ৰধান কবি আৰু গ্ৰন্থকাৰসকলে নিজ নিজ মাতৃভাষাত গ্ৰন্থ লিখি সাহিত্যসেৱা কৰি কোনোৱেবা ইতিহাস ক্ষেত্ৰত, কোনোৱেবা ধৰ্ম্মৰাজ্যত, কোনোৱেবা

দর্শনভূমিত প্ৰসিদ্ধি লাভ কৰিছে। কোনোৱে পূৰ্ণ সাহিত্যৰ পূৰ্ণ সেৱা কৰিছে বুলি জনা নাযায়। অকল ছেক্সপীয়েৰেহে বহু বিষয়ক জ্ঞানৰ প্ৰতিভা দেখুৱাইছে মাথোন।

নিজৰ বিদ্যা বুদ্ধিৰ পৰিচয় জগতত জাননী দিবৰ মনেৰে পুথি লিখিলে যে সাহিত্যৰ সেৱা হয়, এনে নহয়। ভাল ভাল গ্ৰন্থ পাঠ কৰি নীৰৱে সাহিত্যৰ চৰ্চ্চা আৰু অনুশীলন কৰিও সাহিত্যৰ সেৱা কৰা যায়। যিমান গ্ৰন্থ পাঠ কৰা যায়, সিমানে জ্ঞান আৰু অভিজ্ঞতা লাভ হয় ই সত্য কিন্তু বহু বিষয়ক বহু গ্ৰন্থ পঢ়া আৰু পঢ়ি আয়ত্ব কৰা এক জীৱনৰ কাম নহয়। Art is long and life is short, "অনন্ত পাৰং কিল শব্দশাস্ত্ৰং স্বল্প তথায়ুৰ্বহবশ্চ বিঘ্নাঃ।" সুলিখক গ্ৰন্থকাৰৰ ৰচিত সৎগ্ৰন্থ আদিৰ পৰা অন্তলৈকে পঢ়ি তাক হৃদয়ঙ্গম আৰু আয়ত্ব কৰা উচিত। কোনো কোনো পুথিৰ অংশ বিশেষ বাছি বাছি পঢ়ি সাৰ গ্ৰহণ কৰিলেও চলে। কোনো পুথিৰ ওপৰত এবাৰ চকু ফুৰালেও হব পাৰে আৰু কোনো গ্ৰন্থ একেবাৰে বাদ দিলেও চলে।

নীৰৱে সাহিত্য-সেৱা

সাৰং ততোগ্ৰাহ্যম পাস্য ফল্গু।
হংসৈৰ্যথা ক্ষীৰমিবাম্বু মধ্যাৎ॥

আৰু এটা কথা। অকল মাতৃভাষা শিক্ষা কৰি নিজ ভাষাৰ ভিতৰত আবদ্ধ থকা, প্ৰকৃত উন্নতিকামী সাহিত্যিকৰ পক্ষে যথেষ্ট নহয়। আন আন ভাষা শিক্ষা আৰু সেই সেই ভাষাৰ ভাল ভাল গ্ৰন্থ পাঠ কৰি, তাৰ পৰা ভাল ভাল ভাব আৰু জ্ঞান আহৰণ কৰি নিজ ভাষাৰ সাহিত্যৰ উন্নতি কৰিবলৈ চেষ্টা কৰা যুগুত। সংস্কৃত দেৱভাষা, ইংৰাজী আমাৰ ৰাজভাষা, বঙলা, উড়িয়া, হিন্দী, উৰ্দ্দু মৈথিলি আদি আমাৰ দেশৰ প্ৰাদেশিক ভাষা। আৰবী পাৰ্চি, আমাৰ দেশৰ শিক্ষিত মুছলমান সম্প্ৰদায়ৰ ভাষাৰূপে গৃহীত হৈছে। এতেকে আমাৰ দেশৰ সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতি কৰিবলৈ হলে এইবোৰ ভাষাত অল্পাধিক জ্ঞান লাভ কৰি সেই সেই ভাষাৰ সাহিত্য পুথিবোৰৰ ভিতৰত নিহিত ভাল ভাল ভাব-ৰত্নবোৰ আহৰণ কৰি, আমাৰ সাহিত্যৰ বিষয়ীভূত কৰি, আমাৰ সাহিত্য-সম্পদ বঢ়াবলৈ চেষ্টা কৰা উচিত। তাহানি গ'ল চনৰ ২৮ জানুৱাৰীত কলিকতাত বহা ওৰিয়েণ্টেল সমিতিৰ দ্বিতীয়বাৰৰ অধিবেশনত ডাক্তৰ চিল্‌ভেন লেভি চাহাব মহোদয়ে তেওঁৰ অভিভাষণত বহুত সাৰৱান আৰু মূল্যবান কথাৰ অৱতাৰণা কৰি, কেইবাৰমান অতি বৰ সাৰুৱা আৰু বহুমূলীয়া কথা কৈছিল। তাৰ মৰ্ম্ম ভাঙনি কৰি তলত নকৈ নোৱাৰিলোঁ। তেওঁ কয়—

অকল নিজ ভাষাত আবদ্ধ থাকিলে প্ৰকৃত সাহিত্য সেৱা নহয়

স্থানীয় শিক্ষাৰ ঠেক সঁজাৰ ভিতৰত ডাঙৰ সভ্যতা ডাঙৰ দীঘল হৈ বাঢ়িব নোৱাৰে। বাহিৰৰ পৰা কোনো কিবা কোনো জাতিৰ জাতীয়তাৰ পিনে আহিবলগা কিবা সোমোৱা দেখিলে তাৰ নিমিত্তে দুখ কৰা কিম্বা সি আমাৰ জাতীয়তাৰ উপযোগী নহয় এই বুলি চিঁঞৰি উঠা কিম্বা ঘিণ কৰি নিজৰ সঙ্কীৰ্ণ বা ঠেক জাতীয়তাৰ গওপ কৰা বৰ বেয়া। ইয়াৰ নিচিনা বৰ অনিষ্টকৰ অসাৰ আৰু লৰামতীয়া কাম কোনোটোৱেই হব নোৱাৰে। সাৰ্ব্বজনীন প্ৰীতিৰ ভাগ যিমানে কোনো সভ্যতাৰ অন্তৰ্ভুত হব আৰু তাৰ দ্বাৰা সেই সভ্যতা প্ৰকাশ পাব সিমানে সেই সভ্যতা ডাঙৰ বুলি পৰিচিত আৰু পৰিগণিত হব। সাৰ্ব্বজনীন প্ৰীতিৰ ভাগ

যিমান পৰিমাণে সভ্যতাৰ ভিতৰত সোমাই সানমিহলি হৈ যাব, সিমান পৰিমাণে ই দেশৰ সৰ্ব্বসাধাৰণ মানুহৰ হৃদয়াকৰ্ষণ কৰিবলৈ সমৰ্থ হব। পৃথিবীৰ ভিতৰত যদি কোনো সভ্য জাতি অতি বৰ সভ্যৰূপে পৰিগণিত হৈছে বুলি কোৱা যায়, তেন্তে বুজিব লাগিব যে যি যি উপাদানে সেই সভ্যতাৰ সংগঠনৰ সহায় কৰিছিল, সাৰ্ব্বজনীন প্ৰীতিয়ে সেই আটাইবোৰকে শুৱনি কৰি তুলিছিল। প্ৰাচীন গ্ৰীক সভ্যতা, অতীজৰ আটাইবোৰ ডাঙৰ ডাঙৰ সভ্য জাতিৰ সম্পদ সংগ্ৰহণ কৰি ডাঙৰ হৈছে। ইজিপ্ত, এছেৰীয়া, পাৰস্য, ফিনিচীয়া আৰু ওচৰৰ বহুত প্ৰাচ্য সভ্য জাতিৰ পৰা সম্পদ আহৰণ কৰি গ্ৰীক জাতি সভ্যতাৰ ওখ আসনত বহিছিল। সভ্যতাক কৃত্ৰিম উপায়েৰে সজা ৰহণ লগোৱা চক্চকীয়া বস্তু বুলি নকওঁ আৰু নাভাবোঁ। আহাৰে যেনে আমাৰ শৰীৰ বৃদ্ধি আৰু অধিকতৰ শক্তিশালী কৰে, প্ৰকৃত সভ্যতায়ো তেনেকৈ আমাৰ মনৰ লগত সানমিহলি হৈ মনৰ উৎকৰ্ষ সাধন কৰে আৰু মনৰ নতুন গঠন দিয়ে।

জগত পৰিবৰ্ত্তনশীল। যুগে যুগে জগতৰ সাহিত্যৰ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন হৈছে। আমাৰ দেশৰ সাহিত্যতো সেই পটন্তৰ ঘটিছে। বৈদিক যুগৰ সাহিত্য সেই যুগৰ অনুৰূপ বৈদিক সংস্কৃতত আছিল। পৌৰাণিক ভাষা আৰু সাহিত্য, পুৰাণমূলক সংস্কৃতত পৰিৱৰ্ত্তিত হয়। তাৰ পিচৰ যুগত, সংস্কৃতৰ পৰা পৰিৱৰ্ত্তিত হৈ প্ৰাকৃত ভাষাৰ উদ্ভৱ আৰু তাৰপৰা প্ৰাদেশিক ভাষাবোৰৰ উৎপত্তি আৰু নিজ নিজ প্ৰদেশৰ উপযোগী নিজ নিজ মাতৃভাষাতে গ্ৰন্থাদি ৰচিত হৈছিল। পঁচিশ বছৰৰ আগেয়ে আমাৰ অসম দেশৰ সাহিত্য যেনে হব লাগিছিল, প্ৰাচীন কবিসকলৰ কৃপাত, প্ৰাচীন কামৰূপী ভাষাত সেই যুগৰ উপযোগী হৈ বহুত গ্ৰন্থ ৰচিত হৈছিল।

দেশকাল পাত্ৰ ভেদে সাহিত্যৰ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন ঘটে

সেই যুগত ৰচিত ঘোষা, কীৰ্ত্তন, দশম, ৰত্নাৱলী, কথা-গীতা, ভক্তি-বিবেক, বৰগীত, ভটিমা, গুৰু-চৰিত, গুৰুলীলা, কথা-গীতা, ভক্তিৰত্নাকৰ, গুণমালা, লীলামালা, মহাভাৰত, ৰামায়ণ আদি ধৰ্ম্মশাস্ত্ৰবিলাকৰ ভাওনি আৰু নাট-ভাৱনাৰ পুথিবোৰ এতিয়াও সাহিত্য-ৰাজ্যত অতুলনীয় সৰু-ডাঙৰ কীৰ্ত্তিস্তম্ভৰূপে বিদ্যমান থাকি দিগদিগন্তত জ্ঞান-ধৰ্ম্মৰ ঘোষণা কৰিছে আৰু আলোক স্তম্ভৰূপে চাৰিওপিনে আলো বিকীৰ্ণ কৰি অজ্ঞানতা অন্ধকাৰ দূৰ কৰিছে। প্ৰাচীন কবিসকলে মৈথিলী, হিন্দী, উড়িয়া আৰু বঙ্গভাষাৰ পৰা বহুত শব্দ আহৰণ কৰি নিজ ভাষাৰ সাঁচত পেলাই আৰু নিজ ভাষাৰ ৰহণ দি নিজস্ব কৰি ব্যৱহাৰ কৰিছে। তেওঁলোকৰ ৰচিত পুথিৰ ভাষা, ওজস্বিতা, মাধুৰ্য্য আৰু প্ৰসাদ গুণ সম্পন্ন কৰি, প্ৰাচীন কামৰূপী ভাষাৰ শক্তি আৰু সম্পদ বঢ়াই সেই কালৰ সাহিত্যৰ সম্যক উন্নতি আৰু শ্ৰী বৃদ্ধি সাধন কৰিছে আৰু জগতত অক্ষয় কীৰ্ত্তি ৰাখি থৈ গৈছে। সেইবিলাক গ্ৰন্থ আজিও সাহিত্যৰ মস্তকমণিৰূপে শোভা পাইছে আৰু জিলিকি আছে। ভটিমা বৰগীত আদি পুথি পঢ়ি চাওক, মৈথিলী, হিন্দি, উড়িয়া, উৰ্দ্দ ভাষাৰ পদৰ নিপুণ প্ৰয়োগ দেখিব দেখিব।—প্ৰতি পদত, প্ৰতি শাৰীত, প্ৰতি বাক্যত অনুপম অলৌকিক লিপি-চাতুৰ্য্য, ছন্দৰ ঝঙ্কাৰ, অলঙ্কাৰৰ সৌন্দৰ্য্য, লালিত্যৰ লহৰী, ভাষাৰ প্ৰবাহ। আৰু ভাৰ অৰ্থ গমি চাওক—মনোমোহা আপোনপাহৰা

প্ৰাচীন কামৰূপী পুথিবোৰত নানা-ঠাইৰ পৰা আহৃত উপাদান দেখিবলৈ পোৱা যায়

ভাৱত মগ্ন আৰু মুগ্ধ হব, ৰোগ শোক আৰু সাংসাৰিক দুখ দুৰ্গতিৰ চিন্তা অন্ততঃ সেই সময়ৰ নিমিত্তে আঁতৰি যাব।

সেই কালত অকল আমাৰ দেশৰ বুলি নহয়, ভাৰতৰ এনেকি জগতৰ কবিসকলে অকল পদ্যতহে পুথি ৰচিছিল। মনত কোনো ভাবৰ উদয় হলে পদ্যত কবিতা ৰচি তাক ব্যক্ত কৰাহে গৌৰৱৰ কথা বুলি ভাবিছিল। গদ্য লিখা সিমান লাগতিয়াল বুলি তেওঁলোকৰ ধাৰণা নাছিল আৰু গদ্য লিখি তেওঁলোকে সমাদৰো নাপাইছিল। ছন্দবদ্ধ কৱিত্বপূৰ্ণ পদ্যইহে সেই কালৰ মানুহৰ মন আকৰ্ষণ আৰু অন্তৰত বিস্ময় ভাবৰ সঞ্চাৰ কৰিছিল। মুঠ কথা সেইকালৰ ৰাইজে পদ্যক আদৰ কৰিছিল আৰু পদ্যৰ পুথি পঢ়ি নথৈ আনন্দ পাইছিল। এই কাৰণে সেই কালক "পদ্যৰ যুগ" বোলা যাব পাৰে। কালক্ৰমে পৃথিবীৰ বয়সৰ লগত মানুহৰো জ্ঞান বৃদ্ধি হবলৈ ধৰিলে, লগে লগে মানুহৰ ৰুচিৰো পৰিবৰ্ত্তন ঘটিল। গদ্যৰো সোৱাদ বুজি পাই গদ্য পুথি পঢ়িবলৈ মানুহৰ মন গল। লাহে লাহে মনৰ ধাউতি বাঢ়িল। গ্ৰন্থকাৰবিলাকে ছেগ বুজি গদ্য পদ্য দুই আকৃতিতে জীৱন্ত ভাষাৰ সুশোভন মূৰ্ত্তি গঢ়িবলৈ ধৰিলে। এইৰূপে গদ্যৰো আদৰ হল আৰু গদ্যতো পুথি লিখা ৰীতিৰ প্ৰতিষ্ঠা হল। শঙ্কৰদেৱ মাধৱদেৱে ধৰ্ম্মপ্ৰচাৰৰ আৰু ৰংধেমালিৰ লগত লোকশিক্ষাৰ উপায় বিধান কল্পে ৰুক্মিণীহৰণ, পৰিজাত হৰণ, সীতা স্বয়ম্বৰ, পত্নী প্ৰসাদ, পিপৰাগুচোৱা, নৃসিংহ বধ, দধিমথন, ভোজনবিহাৰ আদি নাট-ভাৱনাৰ বহু পুথি গদ্যতো ৰচনা কৰে। কিন্তু সেইবোৰ পুথিৰ ভাষাত ব্ৰজাৱলী আৰু হিন্দী ভাষাৰ বহুত শব্দৰ প্ৰয়োগ আছে আৰু পুথিবোৰ সংস্কৃত নাটকৰ আৰ্হিত লিখা—গতিকে চলিত মাত-কথাৰ লগত ব্যৱহাৰ কৰিবলৈ সুচল আৰু সাধাৰণৰ অনুকৰণীয় নহল।

পদ্য, গদ্য আৰু পয়াৰ

ভাগৱতাচাৰ্য্য ভট্টদেৱ গোস্বামীয়ে সংস্কৃত গীতা আৰু ভাগৱতৰ ভাঙনি কথা-গীতা, কথা-ভাগৱত, ভক্তিবিবেক আদি গ্ৰন্থ গদ্যত লিখি গদ্য-লিখা পদ্ধতিৰ প্ৰৱৰ্ত্তন কৰে আৰু আমাৰ সাহিত্য-ভৰাঁলত নতুন সম্পদ দি যায়। সংস্কৃত শব্দৰ বহুল প্ৰয়োগ আৰু ঠায়ে ঠায়ে কোনো কোনো পদ অনুক্ত থকাত ভট্টদেৱৰ পুথিৰ ভাষা কঠিন আৰু জটিল। সাধাৰণৰ পক্ষে সহজে ভাৱাৰ্থ গ্ৰহণ কৰা টান যেন বোধ হয়। ভট্টদেৱৰ পদাঙ্কানুসৰণ কৰি এক শ্ৰেণীৰ লিখকে কথা-ঘোষা আৰু "মুঠা শাস্ত্ৰ" নাম দি কেইখনমান পুথি গদ্যত ৰচনা কৰে। কথা-ঘোষা ছপা হৈ ওলাইছে কিন্তু মুঠা শাস্ত্ৰ নাম লোৱা পুথিবোৰ বোধকৰোঁ আজিলৈকেও সাঁচিপাতৰ আৱৰণত আবদ্ধ থাকি লোকলোচনৰ অাঁতৰত পৰি থাকিবলগীয়া হৈছে। তাৰ পিচত গদ্যত সৰল আৰু প্ৰাঞ্জল ভাষাত কোনো ভাল পুথি লিখা হৈছে বুলি আমি কব নোৱাৰোঁ।

শাঙ্কৰিক যুগৰ অৱসান হলত, আমাৰ দেশত ভাষাৰ নবযুগৰ আৰম্ভণ। এই কালত ভাৰতৰ বহু ঠাই মুছলমান সাম্ৰাজ্যৰ অধীন হয় আৰু প্ৰায় ছশ বছৰ ধৰি প্ৰবল প্ৰতাপেৰে মহাশক্তি বিস্তাৰ কৰি পাঠান মোগল জাতীয় মুছলমান ধৰ্ম্মাৱলম্বী ৰজাসকলে ৰাজত্ব কৰে। উৰ্দ্দু পাৰ্চি তেওঁলোকৰ ভাষা আছিল গতিকে তেওঁলোকৰ শাসিত প্ৰদেশবিলাকত উৰ্দ্দ-পাৰ্ছি ৰাজভাষাৰূপে গণ্য আৰু গৃহীত হল আৰু সেই সেই ভাষাৰ বহুত শব্দ প্ৰাদেশিক

ভাষাৰ মাজত সোমাই অঙ্গীভূত হল। যদিও অসমৰ ওপৰ ভাগত মুছলমান অধিকাৰ বিস্তাৰ হোৱা নাহিল, তথাপি বহু বাৰ অসমত মুছলমানৰ আক্ৰমণ হৈছিল। তাৰ ফলত বহুত মুছলমান জাতীয় মানুহে অসমত বাস কৰিলে। যেতিয়া ইংৰাজে বঙ্গ-বিহাৰ-উড়িষ্যা লৈ লাহে লাহে ভাৰতৰ আন আন প্ৰদেশবিলাক কৰতলগত কৰি ১৮২৮ খৃস্টাব্দত অসমৰ অধিকাৰ লাভ কৰিলে, তেতিয়া তেওঁলোকে ৰাজকাৰ্য্য চলাবৰ নিমিত্তে ইতিপূৰ্ব্বে আন ঠাইত প্ৰচলিত উৰ্দ্দু-পাৰ্ছি ভাষাৰ বহুত লাগতিয়াল কথা আৰু শব্দ ব্যৱহাৰ কৰিবলৈ বাধ্য হল। কিন্তু বৰ বেজাৰৰ বৰ শোকলগা কথা এই যে ইংৰাজ ৰাজন্যগণৰ লগত অহা বঙ্গদেশীয় কেৰাণীবিলাকে অসমীয়া ভাষা বঙ্গভাষাৰ অপভ্ৰংশ বা 'বিকৃত' বুলি বুজ দিয়াত, ৰাজপুৰুষসকলে আমাৰ দেশৰ মাতৃভাষা থিৰাং কৰিব নোৱাৰি ৰাজকীয় কাম বঙ্গভাষাত চলাবলৈ ধৰিলে আৰু আদালত আৰু পঢ়াশালিবোৰত বঙলাভাষাৰ প্ৰচলন কৰি দিলে। নগৰৰ উকীল মুক্তিয়াৰ, কেৰাণী আৰু পঢ়াশালিৰ পণ্ডিতসকলে বঙলাভাষা শিকিবলৈ বাধ্য হল। এইৰূপে অসমত ভাষা বিপৰ্য্যয় ঘটিল। মাতৃভাষা অসমীয়া মৃতপ্ৰায় হৈ মাত-কথা ৰূপে কথমপি দেহা ধৰি জীয়াই থকাত পৰিল। দেশৰ ভাষাৰ এনেকুৱা দুৰ্গতি দেখি বহুতে চকুলো মুটুকি নোৱাৰাত পৰিল আৰু কি উপায়ে মাতৃ-ভাষাৰ উদ্ধাৰ হয় এই বিষাদময় চিন্তা বহুতৰ মনত ঠাই পালে। অসম জননীৰ সুপুত্ৰ আনন্দৰাম ঢেঁকিয়াল ফুকনে সকলোৰে অগ্ৰণী হৈ, মাতৃভাষাৰ উদ্ধাৰ কৰিবলৈ কৃতসঙ্কল্প হল আৰু অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে। লগে লগে স্বদেশপ্ৰেমিক দেশ-হিতৈষী হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা আদি কৰ্ম্মবীৰসকলে কাচিপাৰি লাগি "অসমীয়া ভাষা স্বকীয়া ভাষা। দেশৰ মাতৃভাষা কেতিয়াও বঙলাৰ অপভ্ৰংশ কিম্বা বিকৃত ভাষা নহয়" বুলি ৰাজপুৰুষসকলৰ আগত প্ৰতিপন্ন কৰিলে। সেই সকলে চেষ্টাত কৃত-কাৰ্য্য হৈ বহু পৰিশ্ৰম আৰু অহোপুৰুষাৰ্থ কৰি অসমীয়া ভাষাত পুথি ৰচিবলৈ ধৰিলে। বৰ সৌভাগ্যৰ কথা, এই সময়ত আমাৰ দেশলৈ অহা সহৃদয় ইংৰাজ মিছনাৰি পাদ্ৰী চাহাববিলাকে তেওঁলোকৰ সহায় হৈ থিয় হল আৰু যাতে মৃতপ্ৰায় ভাষাৰ পুনৰ বিকাশ হৈ উন্নতিৰ বাটত আগবাঢ়িব পাৰে এই নিমিত্তে তেওঁলোকেও চেষ্টা কৰিবলৈ ধৰিলে। তেওঁলোকৰ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ হলে দেশৰ ভাষা জানিব লাগে। এই নিমিত্তে তেওঁ-লোকে অসমীয়া ভাষা শিকিবলৈ ধৰিলে। অসমীয়া ভাষাৰ ব্যাকৰণ বিচাৰি নাপাই, দেশৰ ভাষাবিদ্ মানুহৰ সহায় লৈ তেওঁলোকে নিজে এখন অসমীয়া ভাষাৰ ব্যাকৰণ সঙ্কলন কৰি ললে। তেওঁলোকে পিচত অসমীয়া ভাষাত খৃস্টান ধৰ্ম্মৰ উদ্দেশ্য আৰু তত্ত্বমূলক বহুত পুথি লিখি প্ৰচাৰ কৰিবলৈ আৰু "অৰুণোদয়" নামে এখন পত্ৰিকা চলাবলৈ ধৰিলে। এই "অৰুণোদয়" অসমীয়া ভাষাৰ প্ৰথম বাতৰি কাকত। এইৰূপে হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আৰু খৃস্টান পাদৰী চাহাববিলাকৰ অহোচেষ্টা আৰু যত্নত মাতৃভাষাৰ পুনৰ প্ৰতিষ্ঠা হ'ল। অসমীয়া ভাষাত পঢ়াশালিৰ উপযোগী সাহিত্য পুথি ব্যাকৰণ আৰু অভিধান আদি পুথি ৰচিত হ'ল আৰু গুৱালপাৰাত বাদে আন আন জিলাৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষা নিৰ্ব্বিবাদে চলিবলৈ ধৰিলে। বৰ্ত্তমানে আমাৰ শিক্ষিত সাহিত্যানুৰাগী

সকলৰ বহুতে পুথি প্ৰবন্ধাদি লিখি আমাৰ সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিছে আৰু কৰিবলৈ ধৰিছে। এওঁলোক সকলোৱে গদ্যে-পদ্যে বহুত সাৰৱান, মূল্যৱান্ পুথি নাটক, উপাখ্যান আৰু গল্পৰ বহুত সুখপাঠ্য পুথি ৰচনা কৰি সাহিত্য-ভড়ালৰ সম্পদ বঢ়াইছে আৰু পঢ়ুৱৈ ৰাইজৰ বৰ উপকাৰ সাধিছে। এতেকে যথোচিত সম্মান আৰু সমাদৰৰ সৈতে তেওঁলোকক আমি আন্তৰিক ধন্যবাদ দিছোঁ।

শাঙ্কৰিক যুগত যিবোৰ পুথি ৰচিত হৈছে—সিবোৰ ভাৰতৰ, এনেকি পৃথিৱীৰ মাজত অমূল্য অতুলনীয় ৰত্নৰাজি বুলিলে বঢ়াই কোৱা নহব। নামঘোষাৰ নিচিনা বেদান্ত উপনিষদ দৰ্শন আৰু ভাগৱতৰ দুৰুহ তত্ত্ববিলাক আবাল বৃদ্ধ-বণিতাই বুজিব পৰা সৰল, প্ৰাঞ্জল আৰু বিশুদ্ধ ভাষাত ৰসময়ী ভক্তিৰ সোঁত বোৱা পুথি কোনো দেশৰ কোনো ভাষাত নাই বুলি জানো। কীৰ্ত্তন দশম পুথিৰ নিচিনা ওজ প্ৰসাদ আৰু মাধুৰ্য্য আদি সম্পদগুণযুক্ত জ্ঞান ভক্তি প্ৰেমত ভৰপূৰ হিন্দুধৰ্ম্মৰ সাৰমূলক পুথি ভাৰতৰ কোনো ঠাইত বিচাৰি পাবলৈ নাই। ৰামসৰস্বতীৰ মহাভাৰত, মাধৱ আৰু অনন্তকন্দলিৰ ৰামায়ণ, ভট্টদেৱৰ কথা-গীতা, ভক্তিবিবেক, মাধৱদেৱৰ ৰত্নাৱলী আদি গ্ৰন্থবিলাক সাহিত্য-ভঁড়ালৰ কি যে অপূৰ্ব্ব অমূল্য ৰত্ন তাক কৈ ওৰ পেলাব নোৱাৰি।

শাঙ্কৰিক যুগৰ পুথিৰ চমু সমালোচনা

কিন্তু এতিয়া অকল এই বোৰ পুথি ৰত্নৰ গৌৰৱ কৰি বহি থাকিলে নচলিব। পৰিবৰ্ত্তনশীল জগতৰ সকলোৰে পৰিবৰ্ত্তন ঘটিছে। আমাৰ সাহিত্যৰো পৰিবৰ্ত্তন পৰিবৰ্দ্ধন হব লাগে। সীমা বহল হব লাগে। শিল্প বিজ্ঞান ৰসায়ন সাহিত্যৰ বিষয়ীভূত; ইতিহাস ভূগোল জ্যোতিষ, ভূবিদ্যা,: স্বৰবিজ্ঞান, সঙ্গীত, স্থপতি, ভাস্কৰ আদি বিদ্যাবিলাক সাহিত্যৰ অঙ্গীভূত আৰু কৃষি বাণিজ্য প্ৰত্নতত্ত্ব আদিৰ অৱশ্য-জ্ঞাতব্য তথ্যবিলাক সাহিত্যৰ অন্তৰ্ভূক্ত হব লাগে। বঙ্গদেশৰ সাহিত্যৰ উন্নতি বেগতে ক্ৰমবিকাশ হৈ উন্নতিৰ বাটত আগবাঢ়িছে। ধৰিবলৈ গলে সিদিনা ৰাজা ৰামমোহন ৰায়ে বঙ্গভাষাত গদ্যলিখাৰ ভিত্তি স্থাপন কৰে। তেওঁৰ ভাষা সিমান মাৰ্জ্জিত আৰু বিশুদ্ধ হোৱা নাছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, অক্ষয় কুমাৰ দত্ত, ভূদেব মুখোপাধ্যায়, ৰজনীকান্ত গুপ্ত আদি গদ্যলিখক, ৰায় ভাৰতচন্দ্ৰ গুণাকৰ, ঈশ্বৰচন্দ্ৰ গুপ্ত, কৃষ্ণচন্দ্ৰ মজুমদাৰ আদি পদ্যলিখক, দীনবন্ধু মিত্ৰ আদি নাটক, লিখকসকলে মাৰ্জ্জিত আৰু শোধন কৰি বঙ্গভাষাৰ নতুন আকাৰ আৰু গঢ় গঠন দিয়ে। পিচত বঙ্কিমচন্দ্ৰ, অক্ষয়কুমাৰ সৰকাৰ, হেমচন্দ্ৰ, নবীনচন্দ্ৰ, শ্ৰীযুত যোগেশ-চন্দ্ৰ বসু আদি সুনিপুণ লিখাৰুসকলে বঙ্গভাষা আৰু সাহিত্যৰ বহুত উন্নতি আৰু শ্ৰীবৃদ্ধি সাধন কৰে। বৰ্ত্তমানে বঙলা ভাষা পৃথিবীৰ ভিতৰত এটা উন্নতিশীল ভাষা। ইয়াক আৰু ঐশ্বৰ্য্যশালী আৰু সম্পদশালী কৰিবলৈ নানা ভাৱে নানা উপায়ে যত্ন আৰু চেষ্টাৰ ক্ৰটি হোৱা নাই। এই ভাষাত পদাৰ্থবিদ্যা উদ্ভিদ্‌বিদ্যা অৰ্থনীতি অৰ্থব্যৱহাৰ শিল্প-বাণিজ্য, কৃষি, ইতিহাস, ভূগোল, সঙ্গীত, গণিত, স্থপতি ভাস্কৰ, প্ৰত্নতত্ত্ব আদি বিষয়বিলাকৰ পুথি আৰু প্ৰবন্ধ বহুত ওলাইছে। বৰ্ত্তমান নৌবিদ্যা সম্বন্ধেও প্ৰবন্ধ ওলোৱা দেখিবলৈ পাওঁ। এই

আমাৰ সাহিত্যৰ সাঁচৰ পৰিবৰ্ত্তন পৰি-বৰ্দ্ধন হব লাগে

ভাষাত পুথি লিখি ছাৰ ৰবীন্দ্ৰনাথ ঠাকুৰে সৰ্ব্বদেশৰ প্ৰতিযোগিতাত জয়লাভ কৰি জগৎ-বাঞ্ছিত সৰ্ব্বোৎকৃষ্ট নোবেল্ প্ৰাইজ লভি জগতত অক্ষয় কীৰ্ত্তি ৰাখিলে।

ইংৰাজী ভাষাৰ ক্ৰমবিকাশ আৰু উন্নতি বহু কাল ধৰি হৈছে। এংলো জাতীয় ভাষাৰ লগত ছেক্সন্ জাতিৰ ভাষা মিহলি হৈ যি ভাষাৰ উৎপত্তি হৈছে সেয়ে বৰ্ত্তমানে ইংৰাজী। এই ভাষা স্বকীয়া ভাবে থাকিলে ইমান উন্নতি কৰিব নোৱাৰিলেহেতেন। নানা জাতিৰ লগত সংঘৰ্ষণ হোৱাত ইয়াত লেটিন্, গ্ৰীক্, জাৰ্ম্মাণ, ফৰাচী আদি ভাষাবোৰৰ বহুত শব্দ ক্ৰমাৎ প্ৰবিষ্ট, অঙ্গীভূত আৰু মজ্জাগত হৈ অৱশেষত ইংৰাজী ভাষা অতি ঐশ্বৰ্য্য সম্পদশালী আৰু পৃথিবীৰ সৰ্ব্বত্ৰ ব্যাপক হৈছে। মৌমাখিয়ে নানা ফুলৰ মৌ আহৰণ কৰি মৌচাক তৈয়াৰ কৰাৰ নিচিনাকৈ ইংৰাজ সাহিত্যিকসকলে নানা দেশৰ নতুন ভাববোধক শব্দ, নতুন কল্পনামূলক ভাব সংগ্ৰহ কৰি আনি তেওঁলোকৰ ভাষাৰ কলেবৰ আৰু মাধুৰ্য্য বঢ়াবলৈ চেষ্টা এৰি দিয়া নাই। তাহানি বুৱাৰ যুদ্ধৰ সময়ত সেই দেশীয় বহুত শব্দ আহৰণ কৰা হৈছে। গ'ল মহাযুদ্ধৰ সময়তো বহুত নতুন নতুন অস্ত্ৰশস্ত্ৰ আৰু যুদ্ধৰ সঁজুলি উপাদানৰ সৃষ্টি আৰু ব্যৱহাৰৰ লগে লগে নতুন নতুন শব্দৰ উৎপত্তি কৰি ভাষাৰ সম্পদ বঢ়াইছে। এইৰূপে ক্ৰমবিকাশ হৈ ইংৰাজী ভাষা ঐশ্বৰ্য্যত আৰু সম্পদত পৃথিবীৰ মাজত অদ্বিতীয় শক্তিশালী ভাষাৰূপে পৰিগণিত হৈছে।

আমাৰ দেশত সুনিপুণ আৰু নানা বিষয়ে জ্ঞানী গ্ৰন্থকাৰৰ অভাৱ গতিকে গ্ৰন্থৰো অভাৱ। পাঠকৰ অভাৱ ততোধিক। উচ্চ আদৰ্শৰ পুথি নাই বুলিলেও হয়। আমাৰ সাহিত্যত শিল্প বিজ্ঞানৰ প্ৰবন্ধ দেখিবলৈ নাই। বুৰঞ্জী ভূগোল জ্যোতিষৰ আলোচনা ক'ত? উন্নত বৈজ্ঞানিক প্ৰণালীৰে খেতিবাতি কৰিবলৈ লিখা পুথি কেইখন আছে? প্ৰত্নতত্ব, ভূবিদ্যা, খনিজ বিদ্যা আৰু চিত্ৰবিদ্যাৰ প্ৰবন্ধ কেইজনে লিখে? সঙ্গীতৰ চৰ্চ্চা কেইজনে কৰে? স্বাস্থ্য-বিষয়ক পুথি ক'ত? গণিতৰ চৰ্চ্চা কেইজনে কৰে আৰু কেইজনে গণিতৰ পুথি লিখিছে? স্থপতি বিদ্যাৰ আদৰ ক'ত, আলোচনা কেইজনে কৰে? পদাৰ্থবিদ্যা, উদ্ভিদ্‌বিদ্যাৰ পুথি আছে নে? অৰ্থনীতি অৰ্থব্যৱহাৰৰ পুথি কোনোবাই লিখিছে নে? মুঠকথা এইবোৰ বিশেষ চিন্তা আৰু উদ্ভাৱনাৰ নিমিত্তে কেই-জনে জীৱন-ব্ৰত ধৰিছে?

আমাৰ ভাষাৰ বিকাশৰ অন্তৰায়

বঙ্গদেশত বহুত শিক্ষিত জমিদাৰ, তালুকদাৰ আৰু ধনী মানুহে সাহিত্যৰ চৰ্চ্চা কৰে, আলোচনা কৰে, চিন্তা কৰে, আৰু গ্ৰন্থ ৰচনা কৰে। নিঃকিন নিঃস্ব গ্ৰন্থকাৰক অৰ্থ সাহায্য কৰি উৎসাহ দিয়ে। তেওঁলোকৰ সমবায় চেষ্টা আছে, নষ্ট আৰু লুপ্তপ্ৰায় গ্ৰন্থ বা হস্তলিপি অহোপুৰুষাৰ্থ আৰু ধন খৰচ কৰি বিচাৰি লয় আৰু প্ৰকাশ কৰে। দুখীয়া গ্ৰন্থকাৰৰ পুথি প্ৰকাশ কৰি দিওঁতা বঙ্গদেশত আৰু এক শ্ৰেণীৰ মানুহ আছে। এই দুই শ্ৰেণীৰ মানুহৰ চেষ্টা আৰু যত্নত বঙ্গসাহিত্য অলেখ পুথিৰ ভঁৰাল হৈছে। স্বাধীন চিন্তা কৰিবৰ, মূলতত্ব বিচাৰিবৰ আৰু তাক প্ৰবন্ধাকাৰে প্ৰকাশ কৰিবৰ বহুত সুযোগ আৰু সুবিধা ঘটিছে। তাৰ ফলত নানা তৰহৰ পুথিৰ প্ৰকাশ আৰু প্ৰচাৰ হৈছে আৰু দিনে দিনে পুথিৰ সংখ্যা বাঢ়ি গৈ বঙ্গসাহিত্য ভঁৰাল ভৰি গৈছে। বঙ্গদেশৰ

বঙ্গ সাহিত্য বিকাশৰ সহায় সম্পদ বহুত আছে

ৰাইজৰ, পুথি আৰু বাতৰি কাকত পঢ়াৰ আগ্ৰহ অনুৰাগ আৰু অভ্যাস আছে। আৰু এটি কথা,—বঙ্গদেশৰ বাতৰি কাকতত নতুন প্ৰকাশিত পুথিৰ তীব্ৰ সমালোচনা হয়। গতিকে গ্ৰন্থকাৰ বিলাকে ব্যাকৰণৰ নিয়ম আৰু অনুশাসনৰ অনুবৰ্ত্তী হৈ পুথি লিখিবলৈ বাধ্য হয়। কাজে কাজে যিবোৰ পুথি সমালোচকৰ হাতৰ পৰা উত্তীৰ্ণ হৈ ওলায় সেইবোৰ প্ৰায় নিৰ্দ্দোষ আৰু পাঠোপযোগী হোৱা দেখিবলৈ পোৱা যায়।

আমাৰ দেশত শিক্ষিত ধনী মানুহৰ সংখ্যা তাকৰ। বহুতেই চাকৰি কৰি পেট প্ৰৱৰ্ত্তাব লাগে। স্বাধীন চিন্তা কৰিবৰ, মূলতত্ব বিচাৰিবৰ আৰু নিজঙ্গাল ভাবে সাহিত্য সেৱা কৰিবৰ, তেওঁলোকৰ সময় আৰু সুযোগ কম, অধ্যবসায় আৰু উদ্ভাৱনী শক্তিৰ অভাৱ। অৰ্থৰ অনাটনৰ কাৰণে কিছুমান গ্ৰন্থকাৰৰ পুথি হস্তলিপিৰ আকাৰত থাকিবলগীয়াত পৰে। আৰু যিবোৰ পুথি ছপা হৈ ওলায় তাক পঢ়া, পাঠক-পাঠিকাৰ সংখ্যা তাকৰ। গতিকে ৰাইজৰ পৰা গ্ৰন্থকাৰবিলাকে সমুচিত সহায় আৰু উৎসাহ নাপাই লোকচান সহিব লগীয়াত পৰে। যিসকলৰ অৱস্থা আছে তেওঁলোকেও স্বাধীন চিন্তা আৰু উদ্ভাৱনামূলক সাহিত্য-ভঁৰালৰ উপযোগী পুথি লিখিবৰ পুৰুষাৰ্থ নকৰি স্কুল পঢ়াশালিত চলাই যাতে দুপইচা ঘটিব পাৰে এনেকুৱা পুথি লিখিবৰ চেষ্টা কৰে। কিন্তু তাৰো দোষ গুণ বিচাৰ আৰু নিৰপেক্ষ সমালোচনা নাই। গতিকে বহুত ভুল-ভ্ৰান্তি ৰৈ যায়। দুই চাৰিজন প্ৰৱীণ সুনিপুণ লিখকৰ পুথিহে ভাল হৈ ওলোৱা দেখা যায়। এই নিমিত্তে কওঁ—আমাৰ পুথিৰ সমালোচনা তীব্ৰ অথচ নিৰপেক্ষ হোৱা উচিত। বৰ্ণগত, শব্দগত কিম্বা ছন্দ অলঙ্কাৰৰ প্ৰয়োগত ভুল-প্ৰমাদ কিম্বা অৱান্তৰ কথাৰ উল্লেখ থাকিলে তাক আঙুলিয়াই দিব লাগিব। লিখা ব্যাকৰণৰ অনুশাসন অনুযায়ী নিয়মিত হলে আৰু তাত স্বাধীন চিন্তা মৌলিকতা কিম্বা উদ্ভাৱনী শক্তিৰ পৰিচয় থাকিলে লিখকক শলাগিব আৰু উৎসাহ দিব লাগিব।

সাহিত্য পুথিৰ তীব্ৰ আৰু নিৰপেক্ষ সমালোচনা হোৱা উচিত।

তীব্ৰ আৰু নিৰপেক্ষ সমালোচনাৰ অভাৱবশতঃ আমাৰ ভাষাৰ বহুত পুথিৰ দোষ দেখিবলৈ পোৱা যায়। কোনো পুথিৰ কোনো কোনো ঠাই ব্যাকৰণ-দুষ্ট, কোনো কোনো ঠাই অসঙ্গত ভাৱপূৰ্ণ আৰু কোনো কোনো পুথিৰ কোনো কোনো শব্দ অশুদ্ধ আৰু কোনো কোনো কৃতবিদ্য নামকৰা লব্ধপ্ৰতিষ্ঠ লিখকৰো বৰ্ণবিন্যাস বা আখৰযোটনি দোষযুক্ত দেখা যায়। ভাব আৰু অৰ্থৰ সঙ্গতিৰ পিনে অলপো দৃষ্টি আৰু বিচাৰ নকৰি তেওঁলোকৰ ৰচিত পুথিৰ ঠায়ে ঠায়ে কিছুমান সংস্কৃত শব্দৰ প্ৰয়োগ কৰিছে—আৰু কোনো কোনো লিখকে সংস্কৃতৰ আচল বানানৰ ওচৰত হাত চলাই নিজৰ মনোগঢ়া বিকৃত সাজ পিন্ধাই একেবাৰে অচিনাকি কৰি ৰাখিছে। আৰু কোনো কোনো প্ৰৱীণ লিখকে ইংৰাজীৰ পৰা ভাঙনি কৰাত বহুৎ থলত শব্দৰ অপপ্ৰয়োগ কৰি আমাক তবধ লগাইছে। আপোনালোকৰ ওচৰত প্ৰকাশ নকৰি থাকিব নোৱাৰিলোঁ আৰু আমাৰ মনৰ কথা প্ৰকাশ কৰাত যদি কোনো দোষ হয় তাক আপোনালোকে নিজগুণে ক্ষমা কৰিব :—কোনো গ্ৰন্থকাৰে বিদেশীয় ভাষাৰ পুথিৰ কোনো কোনো অংশ অনুবাদ কিম্বা কোনো ভাৱ আহৰণ বা অপহৰণ কৰি স্বৰচিত পুথি কিম্বা প্ৰবন্ধৰ মাজত সুমাই নিজস্ব বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছে। কিন্তু দুখৰ বিষয় এই যে সেইবোৰ আখৰে আখৰে

অনুবাদ কৰি থৈছে মাথোন। নিজ ভাষাৰ গঢ় গতি লগাই সাজপাৰ দি প্ৰকৃততে নিজস্ব কৰি তুলিব পৰা নাই। ক্ষমা কৰিব, এনেকুৱা পুথিৰ প্ৰকাশ কিম্বা প্ৰচলনত আমি সন্তোষ নাপাওঁ আৰু লিখককো শ্ৰদ্ধা কৰিবৰ মন নাযায়। পক্ষান্তৰে বৰ সন্তোষেৰে কবলৈ বাধ্য হলোঁ যে কোনো কোনো গ্ৰন্থকাৰে বিদেশীয় ভাষাৰ পুথিৰ প্ৰবন্ধ বা কবিতা অনুবাদ স্বীকাৰ কৰি নিজ ভাষাৰ সাঁচত পেলাই নিজ ভাবৰ ৰহণ দি নিজস্ব কৰি প্ৰকাশ কৰি মূলতকৈ অধিক ভাবযুক্ত আৰু শ্ৰুতিমধুৰ কৰিছে। এনে বিধ পুথিৰ প্ৰকাশ বা প্ৰচলনত আমি সন্তোষ পাওঁ। আন পক্ষে কোনো কোনো উচ্চশিক্ষিত নামকৰা গ্ৰন্থকাৰৰ কবিতা পুথিত ব্যাকৰণগত বিশেষ উল্লেখযোগ্য কোনো দোষ নাথাকিলেও কোনো কোনো কবিতা কষ্টসাধ্য আৰু জটিল ভাবযুক্ত দেখিবলৈ পোৱা যায়। বহুত ভাবি চিন্তিও ভাবগ্ৰহণ কৰিবলৈ টান হয়। গ্ৰন্থকাৰৰ প্ৰতি শ্ৰদ্ধা থাকিলেও পুথি পঢ়ি আমি সন্তোষ নাপাওঁ। দৰ্শন বিজ্ঞানমূলক ওখ ভাবৰ কথা সৰল প্ৰাঞ্জল ভাষাত লিখিলেহে পাঠক পাঠিকাৰ উপযোগী হব পাৰে আৰু তেনে কৰাহে গ্ৰন্থকাৰৰ বাহাদুৰী। এনেকুৱা ঘটনাও ঘটিছে যে নিঃস্ব গৰীব গ্ৰন্থকাৰে ভাল পুথি লিখিও সেই পুথি হস্তলিপিৰ আকাৰে পেলাই ৰাখিবলৈ বাধ্য হৈছে। অৰ্থৰ অভাৱত তাক ছপা কৰিব পৰা নাই। এনেথলত যাতে সেই পুথি ছপা হয় তাৰ উপায় বিধানৰ চেষ্টা হোৱা উচিত। এই চেষ্টা দুই প্ৰকাৰে হব পাৰে। ব্যক্তিগত আৰু সমবায় বা যুটীয়া চেষ্টাৰ দ্বাৰা। অৱস্থাৱান বিদ্যোৎসাহী মানুহে আংশিক লাভৰ বন্দোৱস্ত কৰি সেই পুথি প্ৰকাশ কৰিব পাৰে অথবা কোনো সমিতিৰ ভঁৰালৰ ধনেৰে পুথি ছপা কৰি পিচত পুথি বেচি সেই ধন আদায় কৰি লব পাৰে। বঙ্গদেশৰ সাহিত্য পৰিষদৰ নিচিনা আমাৰ সাহিত্য-সভায়ো পুথি ছপা কামত হাত দিব পাৰে।

নিঃস্ব লিখকৰ পুথি যাতে ছপা হয় তাৰ দিহা কৰা উচিত

সমগ্ৰ ভাৰতবৰ্ষৰ ভাষাৰ বুৰঞ্জী আলোচনা কৰিলে উপলব্ধি কৰা যায় যে আৰ্য্য আৰু আৰ্য্যভাৱাপন্ন উচ্চ সম্প্ৰদায়ৰ ভাষা আদিতে সংস্কৃত আছিল আৰু সাধাৰণ মানুহে আৰু তিৰোতাবিলাকে সংস্কৃতৰ অপভ্ৰংশ প্ৰাকৃত ভাষাত মাত-কথা কৈছিল। পিচত সাধাৰণে যেতিয়া বহুত শব্দৰ উচ্চাৰণ কৰা বিষয়ত আৰু অসুবিধা পাবলৈ ধৰিলে তেতিয়া উচ্চাৰণ ক্ৰমাৎ বিকৃত হৈ শব্দবোৰৰ অধিকতৰ অপভ্ৰংশ ঘটিল। এইৰূপে সংস্কৃতৰ পৰা অপভ্ৰংশ হৈ মাগধী, হিন্দী, মৈথিলী, উড়িয়া, বঙালী, কামৰূপী আদি প্ৰধান প্ৰধান সংস্কৃত-মূলক ভাষাৰ উৎপত্তি হয়। লগে লগে ওচৰ-চুবুৰীয়া আদিম অনাৰ্য্য জাতীয় লোকসকলৰ মাত-কথা সোমাই সানমিহলি হৈ প্ৰাদেশিক ভাষাৰ সৃষ্টি হয়। আমাৰ দেশৰ ভাষাতো সেই পটন্তৰ ঘটিছে। ছুটীয়া, মিৰি, ৰাভা, গাৰো আদি নানা জাতিৰ মাত-কথা সেই সেই জাতিৰ বাসস্থান ওচৰচুবুৰীয়া ঠাইবোৰত অল্লাধিক পৰিমাণে সোমাই সাধাৰণ অসমীয়া ভাষাত প্ৰবেশ লাভ কৰি অঙ্গীভূত আৰু মজ্জাগত হৈছে, ই প্ৰামাণ্য আৰু অনুমেয়। আহোমৰ পূবফালে কোচ, পশ্চিম ফালে আৰু দক্ষিণে কছাৰী জাতি প্ৰবল হৈ অসমত ৰাজ্যস্থাপন আৰু বহু কাল ৰাজত্ব কৰে। প্ৰত্যেকৰ স্বকীয়া মাত-কথা আৰু ভাষা আছিল আৰু সেই সেই ভাষাৰ বহুত শব্দ অসমৰ সাধাৰণ ভাষাৰ লগত সোমাই সানমিহলি হয়।

সাহিত্য অকল মাতৃভাষাত আবদ্ধ থাকিব নোৱাৰে

ইয়াৰ আগেয়ে উল্লেখ কৰা হৈছে যে মুছলমান ৰাজত্বৰ সময়ত উৰ্দ্দু পাৰ্ছি বহুত শব্দ আমাৰ ভাষাত সোমাইছে। বৃটিছ অধিকাৰৰ কালতো সেই সেই ভাষাৰ শব্দ ৰাজকীয় কামত চলিত হৈ আমাৰ ভাষাত থান পাইছে। আইন, আদালত, মামলা, মোকৰ্দ্দমা, হজুৰ, নজীৰ, হাকিম, হুকুম, দলিল, দস্তাবেজ আদি ৰাজকীয় কামত; চাকৰ, নফৰ, চবুৰ নজৰ, দস্তুৰ, বেদস্তুৰ আদি সাংসাৰিক কামত লাগতিয়াল হৈ আমাৰ ভাষাত অন্তৰ্ভূক্ত হৈ গৃহীত হৈছে। বৰ্ত্তমান ৰাজভাষা ইংৰাজীৰ বহুত শব্দ কোনোটো অবিকল, কোনোটো অলপ অচৰপ লৰচৰ হৈ আৰু কোনোটোৰ পৰিভাষা আমাৰ ভাষাত গৃহীত আৰু ব্যৱহৃত হৈছে। চেয়াৰ, টেবুল, বেঞ্চ, বোৰ্ড, স্কুল, কলেজ, শ্লেট্, পেঞ্চিল, মাষ্টৰ, পিয়ন আদি অবিকল; গিলাচ্, বাকচ্ লণ্ঠন আদি অপভ্ৰংশ; আৰু বিজুলীৰ তাঁৰ, বিজুলীবাতি, ভাপনাও, ভাপগাৰী, হাৱাগাৰী, দীপচকু আদি পৰিভাষা আমাৰ ভাষাত ৰখা হৈছে। এই ৰূপে বহুত বিদেশীয় বিজাতীয় শব্দ আমাৰ ভাষাত সুমুৱাই ভাষাৰ অন্তৰ্ভূত আৰু অঙ্গীভূত কৰা হৈছে আৰু এইদৰে আমাৰ ভাষাৰ শব্দ-সম্পদ দিনে দিনে বাঢ়িছে।

লাগতিয়াল ভাল ভাবৰ আৰু শব্দ আন ভাষাৰ পৰা আহৰণ কৰা উচিত। কিন্তু অপপ্ৰয়োগ কৰা উচিত নহব

বিদেশীয় গোলাপ, ভায়লেট্, কজমচ, ডেইজি আদি ফুল আৰু নানা তৰহৰ পাতাবাহাৰৰ গছ আমাৰ ফুলনিত, আফুগুটী, ফুলকবি, বন্ধাকবি, চালগোম, গাজৰ আদি আমাৰ শাকনিত, আৰু আপেল্ আদি ফলৰ গছ আমাৰ ফলবাগিচাত ৰুই যেনেকৈ আমি আমাৰ থকা ঠাই শুৱনি কৰোঁ, উপভোগ কৰোঁ আৰু খাদ্যৰূপে ব্যৱহাৰ কৰি তুষ্টি সাধন কৰোঁ সেইদৰে বিদেশীয় লাগতিয়াল শব্দ আৰু ভাৱ আমাৰ ভাষাত গ্ৰহণ কৰি আমাৰ ভাষাক শুৱনি সম্পদশালী আৰু চহকী কৰা উচিত। আমাৰ স্কুল আৰু কলেজত, পাঠশালা আৰু মোক্তাবত, টোল আৰু মাদ্ৰাচাত ইংৰাজী, সংস্কৃত, উৰ্দ্দু, পাৰ্ছি আৰু অসমীয়া শিক্ষা দিয়া হয়। উঠি অহা ডেকা সকলে ইংৰাজী ভাষাত শিক্ষিত হৈ উঠিছে। উচ্চ ভাৱ আদৰ্শ আৰু ওখ থাপৰ চিন্তা তেওঁলোকৰ হৃদ্গত হয় আৰু সেই বোৰে তেওঁলোকৰ চৰিত্ৰ গঠনৰ সহায় কৰিছে আৰু অৰ্জ্জনৰ বাটত কৃতবিদ্য কৰিছে। কিন্তু সেইবুলি তেওঁলোকে পাশ্চাত্য ভাৱ আদৰ্শ আৰু পাশ্চাত্য ৰীতি আমাৰ সাহিত্যত সুমাই আমাৰ সাহিত্যৰ বিকৃতি, ভাষাৰ বেমেজালি সৃষ্টি কৰি জাতীয় আদৰ্শ হীন কৰা তেওঁলোকৰ উচিত নহব। বৰং পাশ্চাত্য শিক্ষাৰ ফলস্বৰূপ তেওঁলোকে যি যি ভাৱৰত্ন লাভ কৰিব তাৰ মাজত যি আমাৰ জাতীয় আদৰ্শৰ অনুৰূপ অনুকূল আৰু উপযোগী হব তাক আমাৰ ভাষাৰ গঢ়গঠন দি আমাৰ সাহিত্যত যথাস্থানত সন্নিবেশ কৰি আমাৰ সাহিত্যৰ কান্তি বৃদ্ধি কৰাহে যুগুত হব।

স্বৰ বিজ্ঞান শিক্ষা আৰু সঙ্গীতৰ চৰ্চ্চা লগে

ইতিপূৰ্ব্বে উল্লিখিত হৈছে যে প্ৰাচীন কৱিসকলৰ কৃপাত আমাৰ ভাষা আৰু সাহিত্যই সেই কালৰ উপযোগী হৈ পূৰ্ণাঙ্গ লাভ কৰিছিল। মহাপুৰুষ শঙ্কৰদেৱে অকল ধৰ্ম্মমূলক সাহিত্য-পুথি ৰচি যে দেশৰ উন্নতি কৰিবলৈ অহো পুৰুষাৰ্থ কৰিছিল এনে নহয়। অমানুষিক অধ্যৱসায়, গভীৰ গৱেষণা, অদ্ভুত উদ্ভাৱনা শক্তিৰ বলত নানা বিষয়ে অভিজ্ঞতা লভি আমাৰ সেই ভাগ্যবিধাতা পুৰুষ মহাপুৰুষ শঙ্কৰদেৱে নানা ঠাইৰ পৰা আহৃত বহুবিধ উপকৰণ আৰু উপাদানেৰে এনেকুৱা সুন্দৰ সুঠাম

জাতীয় প্ৰতিকৃতি গঢ়ি সুদৃঢ় ভেটিৰ ওপৰত স্থাপন কৰি গৈছে যে অতিপাত বৰিষণ কিম্বা ধুমুহা বতাহেও তাৰ হানি-বিঘিনি কৰিব নোৱাৰিব। মহাপুৰুষে জানিছিল যে ৰংধেমালিও মানুহৰ বৰ লাগতিয়াল। আমোদপ্ৰমোদ নহলে শুকলমে মানুহ জীয়াই থাকিব নোৱাৰে। বিদ্যা বুদ্ধি জ্ঞান মান, ধন যশস্যা অৰ্জ্জন আৰু গ্ৰাসাচ্ছাদনৰ নিমিত্তে শাৰীৰিক মানসিক শ্ৰম কৰি যেতিয়া মানুহৰ মনত আমনি অনিচ্ছা আহি লগ ধৰিব, অঙ্গ-প্ৰত্যঙ্গৰ অৱসাদ হব, তেতিয়া দুখ ভাগৰ গুচাবলৈ, শ্ৰান্তি ক্লান্তি অপহৰণ কৰিবলৈ, সুস্থ আৰু প্ৰকৃতিস্থ হৈ নৱশক্তি, নৱ আসক্তি, নতুন উদ্যম, নতুন উৎসাহ লভি পুনৰ শ্ৰম কৰিবৰ উপযোগী আৰু সক্ষম হবলৈ, মানুহক ৰংধেমালি লাগে, গীতবাদ্য আৰু সঙ্গীত লাগে। এই কাৰণে মহামনস্বী মহাপুৰুষে দেশত খোল-তাল আৰু বাদ্যযন্ত্ৰৰ আমদানী কৰিলে, আৰু সেইবোৰৰ সংযোগত ছয়ৰাগ ছত্ৰিশ ৰাগিণীৰ যথোপযুক্ত সাধন কৰি নটুৱা ভাৱৰীয়া গায়ন বায়নক নানা কাচনে কচাই, নানা সাজনে সজাই, নাট ভাওনা আৰু চিহ্ন-যাত্ৰাৰ অৱতাৰণা কৰি তালমান সুসঙ্গত বিবিধ লয়লাস যুক্ত নৃত্যগীতাদিৰ দ্বাৰা আবালবৃদ্ধ নৰনাৰীক পুলকিত আৰু অসম জগত আনন্দময় কৰিছিল।

আগৰ নাট ভাওনাৰ সংস্কাৰ আৰু ৰাগৰাগিণী স্বৰলিপিৰ সাধন হোৱা উচিত

কিন্তু বৰ দুখৰ কথা, বৰ লাজৰ কথা, অসমৰ সত্ৰকেইখনৰ বাহিৰে আন ঠাইত আগৰ নাট ভাওনাৰ প্ৰচলন কম, আদৰ নাই, তালৈ মানুহৰ ধাউতি নাই। সত্ৰবোৰতো কথমপি তাৰ অনুষ্ঠানহে চলিছে, উন্নতি নাই বৰং দিনে দিনে অৱনতিৰ বাটলৈ লোপৰ ফালে গতি কৰিছে। আমাৰ শিক্ষিত মানুহৰ ভিতৰত সঙ্গীতৰ চৰ্চ্চা কৰে এনেকুৱা এটা সম্প্ৰদায় কিম্বা সমিতিৰ নাম আজিলৈকেও শুনিবলৈ পোৱা নাযায়। এতিয়ালৈকে কোনো শিক্ষিত ডেকা মানুহে লুপ্তপ্ৰায় আৰু বিকৃত হৈ যোৱা পুৰণি সঙ্গীতৰ ৰাগৰাগিণী, তালমান সুৰ আদিৰ উদ্ধাৰকল্পে আগ বাঢ়িছে বুলি শুনা নাযায়। তাহানি তেজপুৰৰ পৰলোকগত লক্ষীৰাম বৰুৱাই সঙ্গীতৰ চৰ্চ্চা কৰিছিল আৰু প্ৰাচীন সঙ্গীতৰ স্বৰলিপিসাধন কামত হাত দিছিল আৰু কিছু পৰিমাণে কৃতকাৰ্য্য হৈ কৃতিত্বও লভিছিল। কিন্তু দুখৰ বিষয় তেওঁ অকালতে জীৱনলীলা সামৰিলে। তেওঁৰ ঠাই পূৰণ কৰিব পাৰে এনেকুৱা কোনো শিক্ষিত ডেকা সঙ্গীত-শিক্ষাত আগ বাঢ়িছে বুলি আমি ইয়াৰ আগতে নাজানিছিলোঁ কিন্তু শুনি বৰ আনন্দ পালোঁ ডিব্ৰুগড় মেডিকেল স্কুলৰ অন্যতম অধ্যাপক গুৱালপাৰাৰ স্নেহভাজন ডাক্তৰ শ্ৰীমান্ উমেশচন্দ্ৰ দাসে সঙ্গীতচৰ্চ্চাত বহু উন্নতি কৰিছে। আশা কৰোঁ তেওঁ দীৰ্ঘজীৱন লাভ কৰি আমাৰ দেশৰ সঙ্গীতৰ উন্নতি সাধনৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰিব।

আমাৰ দেশত সঙ্গীতৰো চৰ্চ্চা আৰু আলোচনা লাগে। আন আন বিদ্যা অৰ্জ্জন কৰিবলৈ যেনে সৰু কালৰে পৰা শিক্ষা কৰিব লাগে, সঙ্গীত বিদ্যাৰো সেই নিয়ম। এতেকে কোমলমতি লৰাবিলাকক সঙ্গীত শিক্ষা দিবলৈ পঢ়াশালিবোৰত তাৰ ব্যৱস্থা হোৱা উচিত। সঙ্গীত নিৰ্দ্দোষ আমোদ-প্ৰমোদ অথচ ধৰ্ম্মনীতি আৰু শিক্ষামূলক হব লাগে। দেশ-কাল-পাত্ৰ-ভেদে মানুহৰ আকাঙ্ক্ষা আৰু ৰুচি অনুযায়ী আমাৰ দেশৰ পুৰণি সাঁচৰ নাট-ভাওনা বৈজ্ঞানিক উপায়ে মাৰ্জ্জিত সংস্কৃত আৰু উন্নত হব লাগে—যাতে সাধাৰণৰ চিত্তৰঞ্জক আৰু হৃদয়গ্ৰাহী হয়। সেই নিমিত্তে সঙ্গীতানুৰাগী শিক্ষিত মানুহে এই অনুষ্ঠান হাতত ললে বৰ ভাল হয়। ইয়াৰ উন্নতিকল্পে অৰ্থ,

শিক্ষিত সম্প্ৰদায়ৰ সহানুভূতি, চেষ্টা আৰু উৎসাহ লাগে। ঠায়ে ঠায়ে সঙ্গীত সমিতি স্থাপন হোৱা উচিত। পুৰণি গীতবোৰৰ স্বৰলিপি সাধন হব লাগে। ৰাগৰাগিণীৰ সুৰ আৰু বাদ্য-যন্ত্ৰৰ তালমান শিক্ষা যথাযথভাবে হোৱা উচিত।

নাটক আৰু উপন্যাস

নাটক আৰু উপন্যাসৰ গ্ৰন্থকাৰবিলাকৰ বিশেষ চেষ্টা, দৃষ্টি থাকিব লাগিব যাতে তেওঁলোকৰ চিত্ৰিত লোক আৰু সমাজচিত্ৰত দেশৰ সুনিয়ম আৰু সুনীতি, কুসংস্কাৰ আৰু কুৰীতি—ভালবেয়া দুটাই ফট্‌ফটীয়াকৈ প্ৰকাশ পায়—যাতে নায়ক নায়িকাৰ জীৱনীত চৰিত্ৰ আৰু নৈতিক বলৰ প্ৰভাৱ, হীনচৰিত্ৰ আৰু পাশৱ বলৰ পৰাভৱ; সুনিয়ম, সুৰীতিৰ প্ৰবৰ্ত্তন, কুনিয়ম আৰু কুৰীতিৰ পৰিহাৰ; দেশহিতৈষিণাৰ পুৰস্কাৰ, দেশদ্ৰোহিতাৰ তিৰস্কাৰ, মুঠতে সামৰণিত যেন ধৰ্ম্মৰ জয়, অধৰ্ম্মৰ পৰাজয় থাকে। এনেকুৱা আৰ্হিৰ নাটক-নভেল আমালোকৰ ৰঙ্গালয়ত অভিনীত হোৱা একান্ত বাঞ্ছনীয়। উদ্দেশ্যবিহীন অকল ৰংধেমালিৰ নিমিত্তে লিখা হীন আদৰ্শৰ নাটক ৰঙ্গালয়ত আদৃত হোৱা লাভ নহয়। নৃত্যগীত যি হয় তাতো কুৰুচিৰ নামগোন্ধ থকা উচিত নহয়। পুৰণি কালৰ পুৰণি ভাৱৰ পুৰাণমূলক যিবোৰ নাট-ভাওনাৰ পুথিয়ে ইমান দিন আমাৰ জাতীয়তাৰ বিশেষত্ব ৰক্ষা কৰি আহিছে, সেইবোৰৰ উদ্ধাৰ, ঠায়ে ঠায়ে চলিত ভাষাৰ অনুৰূপ সংশোধন, পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন, মুদ্ৰিত আৰু প্ৰকাশিত কৰি ৰঙ্গালয়ত অভিনীত হোৱাৰ ব্যৱস্থা হোৱা উচিত।

বাতৰি কাকতৰ আদৰ হোৱা উচিত

বৰ্ত্তমান যুগত পৃথিৱীৰ সভ্যজাতিৰ বাতৰি কাকতেই জাতীয় জীৱনী শক্তি অনুভূতিৰ নাড়ীস্বৰূপ। চিকিৎসকে যেনে নাড়ী জ্ঞান কৰি দেহস্থ বাতপিত্ত কফাদি ৰসৰ অল্পতা, আধিক্য, সমতা কিম্বা বিষমতা অনুভৱ কৰি দেহীৰ আভ্যন্তৰিক অৱস্থা জানিব পাৰে, সেইদৰে জ্ঞানীলোকে বাতৰি কাকত পঢ়ি দেশৰ ৰীতিনীতি, শাসনপ্ৰণালী, শিক্ষা, স্বাস্থ্য, বতৰ আৰু খেতিবাতি আদি বিষয়ে সম্যক জ্ঞান লভি দেশৰ আভ্যন্তৰিক অৱস্থা জানিব পাৰে। দেশৰ দুৰ্নীতি দুৰাচাৰ পৰিহাৰ, সুনীতি সদাচাৰৰ প্ৰবৰ্ত্তন, শিক্ষাৰ বিস্তাৰ, স্বাস্থ্যৰ উন্নতি, সদনুষ্ঠানৰ সুখ্যাতি, বেয়া কামৰ নিন্দা, দেশত শান্তি স্থাপনৰ চেষ্টা আদি বিষয়ৰ আন্দোলন, অভাৱ-অভিযোগ জ্ঞাপন, আৰু পৃথিৱীৰ নানাঠাইৰ পৰা সত্য নীতিশিক্ষামূলক সংবাদ আহৰণ কৰি পাঠকবৃন্দক উপহাৰ দিয়া, বাতৰি কাকতৰ নিত্য নৈমিত্তিক কাম। এতেকে বাতৰি-কাকত চলাওঁতা সম্পাদকৰ কাম বৰ দায়িত্বপূৰ্ণ আৰু গুৰু ভাৱযুক্ত। সম্পাদকৰ নানাবিষয়ে জ্ঞান-অভিজ্ঞতা, বহুদৰ্শিতা, আৰু সাধাৰণ জ্ঞান আৰু বুদ্ধিৰ বিচক্ষণতা থাকিব লাগে। বাতৰি-কাকতৰ ভাষা, মাত-কথাৰ নিচিনা সৰল আৰু প্ৰাঞ্জল অথচ ব্যাকৰণৰ নিয়মাধীন আৰু গ্ৰাম্য-দোষশূন্য হৈ মাৰ্জ্জিত আৰু ৰুচিকৰ হব লাগে। বিবৰণ সত্যমূলক আৰু ন্যায়ানুমোদিত হব লাগে। সম্পাদকে ন্যায় আৰু সত্যপথত থাকি নৈতিক বলেৰে বলীয়ান হৈ নিৰপেক্ষভাৱে কাৰ্য্যসাধনৰ উপযোগী হব লাগিব। ওপৰত কোৱা নিয়মবোৰ পালন কৰি দেশত যি বাতৰি কাকত চলি, জনপ্ৰিয়তা লভিব পাৰিব তাক মৰ্ত্ত্যৰ নৰনাৰীৰ কল্যাণ কামনাত জীৱনব্ৰতধাৰিণী স্বৰ্গৰ দেৱকন্যা বুলি কব পাৰি। কিন্তু বৰ দুখৰ কথা, আমাৰ এই পৰম হিতৈষিণী মহোপকাৰিণী দেৱবালাৰ যথোপযুক্ত পূজা নাই, যথোচিত সমাদৰ নাই।

তাহানি শক কালতে, “অৰুণোদয়”ৰ আকৃতি মাথোন আমাৰ দেখা হৈছিল কিন্তু পৰিচয় লোৱাৰ বয়স আৰু সাহ নাছিল। “বিজুলী”ক কেতিয়াও সৎকাৰ কৰিছিলোঁ বুলি মনত নপৰে। “জোনাকী”ৰ পোহৰ ক্ষীণ হলেও বৰ উজ্জ্বল আছিল বুলি জানোঁ। কেই বছৰমান আন্ধাৰ নিশাৰ বাটৰুৱাক সহায় কৰি, পৰোপকাৰ ব্ৰত সাধন কৰি, শিক্ষিত সম্প্ৰদায়ৰ আদৰ আৰু শ্ৰদ্ধা পায়ো অকালত কাকতখনে লীলা সম্বৰণ কৰিলে। ইয়াৰ মাজতে আউনী আটী সত্ৰৰ পৰা “আসাম বিলাসিনী” বৰ ৰং-চং ধুনপেচৰ বাহাৰ লৈ ওলাইছিল হয়, কিন্তু ৰাইজৰ মন মুহিব নোৱাৰি অকালতে আঁতৰি গ’ল। তাৰ পিচত “বন্তি,” “বান্ধৱ,” “আলোচনী,” “উষা” আদি কাকতে কেই বছৰমান বৰ সুন্দৰভাবে জীৱনব্ৰত পালন কৰিছিল হয়, কিন্তু দুখনে কাৰ্য্যক্ষেত্ৰৰ পৰা অৱসৰ মাগিলে। অকল “বন্তি”য়ে পোন্ধৰ দিনৰ অন্তত আৰু “উষা”ই মাজে মাজে ৰাইজক দেখা দি আহিছে মাথোন। বৰ্ত্তমানে “আসাম বিলাসিনী” আৰু “অসমীয়া” এই দুখন আমাৰ দেশৰ সপ্তাহিক; “বাঁহী,” “চেতনা,” “প্ৰদীপিকা” এই তিনি খন মাহেকীয়া আৰু “প্ৰভাত” তিমিমহীয়া কাকত বুলি আমাৰ পৰিচয় দিবৰ আৰু গৌৰৱ কৰিবৰ ঠাই। এই কেইখনে আমাৰ সাহিত্যৰ মুখ-পত্ৰৰূপে ওলাই, নিজ নিজ কৰ্ত্তব্য সাধন কৰি দেশৰ হিতকামনা কৰিছে। মঙ্গলময় ভগৱানৰ ওচৰত আমাৰ একান্ত প্ৰাৰ্থনা, যেন এই কেইখন কাকতক নিজ নিজ কৰ্ত্তব্য বাটত আগ বাঢ়িবৰ সমুচিত শক্তি দিয়ে আৰু দেশ-হিতৈষিণাৰ মঙ্গলময় ব্ৰতসাধন কৰিবলৈ দীঘল জীৱন দি জীয়াই ৰাখে। সাহিত্য-সেৱী, শিক্ষানুৰাগী ৰাইজৰ ওচৰত গোহাৰি, যেন তেওঁলোকে দেশৰ বাতৰি-কাকতৰ ওপৰত সমুচিত শুভদৃষ্টি আৰু মৰম ৰাখে আৰু হাতদীঘল কৰি সহায় কৰে।

আখৰ জোঁটনিৰ নতুন ৰীতি আৰু বৰ্ণমালা হ্ৰাসৰ অনিষ্টতা

আখৰ জোঁটনি বা বৰ্ণবিন্যাসৰ নতুন পদ্ধতিৰ প্ৰচলন আৰু বৰ্ণমালা হ্ৰাস কৰি আমাৰ চিৰপ্ৰচলিত চিনাকি শব্দবোৰৰ গঢ়গঠন লৰচৰ কৰি বিসদৃশ সাজপাৰ পিন্ধাই অচিনাকি আৰু কিম্ভূতকিমাকাৰ কৰিবৰ চেষ্টাৰ যি প্ৰস্তাৱ তাহানি বাতৰি কাকতত কৰা হৈছিল, তাক আমি অনুমোদন কৰিব নোখোজোঁ। বৰং শ্ৰীমতী লাবণ্যপ্ৰভা আইদেউ আৰু শ্ৰীযুক্ত দুৰ্গেশ্বৰ শৰ্ম্মাৰ প্ৰতিবাদ আৰু প্ৰত্যুত্তৰ যুক্তিযুক্ত বুলি অনুমোদন কৰোঁ। নিতৌ পিন্ধা পোচাক পৰিচ্ছদ গুচাই পেলাই নতুন প্ৰকাৰৰ বিসদৃশ সাজপাৰ লোৱা, মুখাপিন্ধা, কিবা ঠেং লছা, হাতভগা; মূৰৰ চুলি দাড়ি, গোঁফ অস্বাভাৱিকৰূপে কমোৱা আগৰ চিনাকি মানুহ জনকো যেনে আমি বিসদৃশ দেখিম, হঠাৎ চিনিবলৈ বিষম পাম আৰু এটাৰ পৰা আনটোক বাছি লবলৈ টান পাম, নতুন আখৰ জোঁটনিৰ নতুন সাজত ওলোৱা কিবা বৰ্ণমালা হ্ৰাস কৰি বিকৃত আকৃতি লোৱা শব্দবোৰক চিনিবলৈও আমাৰ বিষম লাগিব। এনেকুৱা বেমেজালিৰ সৃজন কৰি, আমাৰ উঠি আহিব ধৰা ভাষাৰ অহিত সাধন কৰা কেতিয়াও সমীচীন নহব। যদিহে ওপৰত কোৱা নতুন প্ৰথা দুটাৰ প্ৰবৰ্ত্তন হয়, তেন্তে আমাৰ ভাষাৰ বিস্তাৰ সম্বন্ধে বহুত বিঘ্ন ঘটিব। বিশেষতঃ গুৱালপাৰাত আৰু মণিপুৰত বেমেজালি অনিবাৰ্য্য।

ইয়াৰ আগে উনুকিওৱা হৈছে যে, ৰাজভাষা ইংৰাজীৰ পৰা বহুত শব্দ আমাৰ ভাষাত গৃহীত হৈছে—কোনো কোনোটোৰ প্ৰতিশব্দ ভাঙনিত, কোনো কোনোটো অলপ লৰচৰ কৰি আৰু

কোনোটো অবিকল গ্ৰহণ কৰা হৈছে। বিজ্ঞানাদিৰ পুথি আমাৰ ভাষাত নাই। বিদেশী ভাষাৰ পৰা তাৰ অনুবাদ হব লাগে। কিন্তু বিজ্ঞানৰ সংজ্ঞামূলক আৰু যন্ত্ৰাদি বোধক বহুত শব্দ আছে যাৰ প্ৰতিশব্দ ৰূপে ব্যৱহৃত হব পাৰে এনেকুৱা শব্দ আমাৰ ভাষাত বিচাৰি পাবলৈ টান। সেই সেই শব্দ বোৰক যথাযথ অৰ্থবোধক, ভাৱপ্ৰতিপাদক পাৰিভাষিক শব্দ-শাস্ত্ৰৰ পৰা অতি সাবধানে আৰু বিশেষ বিবেচনাৰ সৈতে বিচাৰি লব লাগিব আৰু যি যি শব্দৰ পৰিভাষা পোৱা নাযাব তাক অবিকল গ্ৰহণ কৰা উচিত হব। বিশ্ববিদ্যালয়ৰ বিজ্ঞান বিভাগত উচ্চতম উপাধিধাৰী ডেকা বন্ধু সকল এই কামৰ যোগ্য পাত্ৰ। তেওঁলোকে এই কাম অতি সুকলমে কৰিব পাৰিব বুলি আমাৰ বিশ্বাস। বঙ্গদেশৰ কাকতত এই বিষয়ে আন্দোলন চলিব ধৰিছে। বঙ্গদেশী ভাষাবিৎ সাহিত্যিক পণ্ডিতসকলৰ বিচাৰ আৰু শেষ সিদ্ধান্ত আমাৰো দেখিব লগীয়া।

ইয়াৰ আগত এঠাইত কোৱা হৈছে যে অসমত এসময়ত ভাষা বিপৰ্য্যয় ঘটিছিল আৰু অশেষ যত্ন আৰু অহোপুৰুষাৰ্থৰ ফলত গুৱালপাৰাত বাজে আন জিলাবোৰত অসমীয়া ভাষাৰ পুনঃ প্ৰৱৰ্ত্তন আৰু প্ৰতিষ্ঠা হয়। আপোনালোকে জানে যে ভূতপূৰ্ব্ব কমিছনাৰ মহামতি কৰ্ণেল গৰ্ডন চাহাবৰ বিশেষ কৃপাত আৰু স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মা-প্ৰমুখ কেইজনমান স্বদেশানুৰাগী বিদ্যোৎসাহী শিক্ষিত মানুহৰ নেৰানেপেৰা চেষ্টাৰ ফলত গুৱালপাৰা মহকুমাৰ আদালতত আৰু আটাইবোৰ পঢ়াশালিত আৰু ধুবুৰী মহকুমাৰ কোনো কোনো পঢ়াশালিত বঙ্গভাষাৰ সলনি অসমীয়া ভাষা মাতৃভাষাৰূপে গৃহীত হৈছে। গুৱালপাৰা আৰু কোচবিহাৰৰ ভাষা যে প্ৰাচীন কামৰূপী ভাষা আছিল, তাৰ বিশেষ প্ৰমাণ এই যে, কোচবিহাৰৰ প্ৰসিদ্ধ নৰপতি মহাৰাজ নৰনাৰায়ণ ভূপৰ ৰাজত্বকালৰ ধৰ্ম্মসংস্কাৰক মহাপুৰুষ শঙ্কৰদেৱ প্ৰমুখ ধৰ্ম্মাচাৰ্য্য আৰু বৈষ্ণৱ কবি সকলে ঘাই ৰজাৰ আশ্ৰয় আৰু পৃষ্ঠ পোষকতাত ধৰ্ম্মপ্ৰচাৰ কৰে আৰু বহুত পুথি প্ৰাচীন কামৰূপী ভাষাত ৰচিত হয়। কোচবিহাৰ আৰু গুৱালপাৰাৰ মাতৃভাষা প্ৰাচীন কামৰূপী হোৱাত নৰনাৰায়ণ ৰজাৰ বংশধৰ পৰৱৰ্ত্তী ৰাজন্যবৰ্গৰ কোনো কোনো ৰজা আৰু তেওঁলোকৰ ৰাজ্যত কোচবিহাৰ আৰু গুৱালপাৰাৰ কোনো কোনো বিদ্বান মানুহে সেই ভাষাত বহুত পুথি ৰচনা কৰি গৈছে। গ্ৰন্থকাৰৰ সৈতে কিছুমান পুথিৰ নাম আজি আপোনালোকৰ ওচৰত কবলৈ মন কৰিছোঁ ;—সেইবোৰ গ্ৰন্থ এই :—

গোৱালপাৰা আৰু কোচবিহাৰৰ ভাষা আৰু লিখক

১। দ্ৰৌপদীৰ স্বয়ম্বৰ—শ্ৰীনাথ দ্বিজ ৰচিত—কোচবিহাৰৰ মহাৰজা প্ৰাণনাৰায়ণ ভূপৰ দিনত।

২। কিৰাতপৰ্ব্ব—কবিশেখৰ ৰচিত—অনুমানত গৌৰীপুৰ ৰজাৰ পূৰ্ব্বপুৰুষ যেন লাগে। এই কবিশেখৰ কোচবিহাৰ ৰজাৰ মন্ত্ৰী আছিল। এওঁৰ আন এটা নাম আছিল শ্ৰীনাথ। পণ্ডিত বুলি কবিশেখৰ নামে খ্যাত। মহাৰাজ বীৰনাৰায়ণ ভূপৰ ৰাজত্ব কালত। ১৬২১—১৬২৫।

৩। নাৰদীয় পুৰাণ—নাৰায়ণ চন্দ্ৰ শৰ্ম্মা বিৰচিত—মহাৰাজ উপেন্দ্ৰনাৰায়ণ ভূপৰ ৰাজত্ব কালত ১৭১৪—১৭৬৩।

৪। অৰণ্যকাণ্ড - ৰুদ্ৰকান্ত বাচস্পতি ৰচিত—মহাৰাজ হৰেন্দ্ৰনাৰায়ণ ভূপৰ ৰাজত্ব কালত। হৰেন্দ্ৰনাৰায়ণ নিজে কবি আছিল, আৰু বৰ বিদ্যোৎসাহী নৰপতি আছিল। পূৰ্ব্বপুৰুষ স্বনামধন্য স্বৰ্গীয় নৰনাৰায়ণ ৰজাৰ সময়ত তেওঁৰ পৃষ্ঠপোষকতা আৰু অধিনায়কত্বত, যেনে বহুত কামৰূপী পুথিৰ সৃষ্টি হয় এওঁৰ সময়ত তেনে বহুত পুথি ৰচিত হয়।

৫। কিষ্কিন্ধা কাণ্ড—২ খন—এখন ৰঘুনাথ দ্বিজ আৰু শ্ৰীনাথ দ্বাৰা আৰু আনখন দৈবকীনন্দনৰ দ্বাৰা ৰচিত হয়। মহাৰাজ হৰেন্দ্ৰনাৰায়ণ ভূপৰ ৰাজত্বকালত।

৬। ধৰ্ম্মপুৰাণ—ৰামানন্দ দ্বিজ প্ৰণীত। হৰেন্দ্ৰনাৰায়ণ ভূপৰ দিনত।

৭। গীত গোবিন্দ—জগৎসিংহ ৰচিত—এওঁ গুৱালপাৰাৰ অন্তৰ্গত বগৰীবাৰীৰ জমিদাৰৰ পূৰ্ব্বপুৰুষ।

৮। সুন্দৰ কাণ্ড—মহাৰাজ হৰেন্দ্ৰনাৰায়ণে নিজে ৰচনা কৰে।

৯। বিষ্ণুপুৰাণ—মাধৱ চন্দ্ৰ শৰ্ম্মা প্ৰণীত। হৰেন্দ্ৰনাৰায়ণ ভূপৰ ৰাজত্ব কালত।

১০। হৰিবংশ—শ্ৰীনাথ দ্বিজ বিৰচিত।

১১। কোচবিহাৰ ৰজাৰ বংশাৱলী—দুৰ্গাপ্ৰসাদ মজুমদাৰকৃত। মহাৰজা নৃপেন্দ্ৰনাৰায়ণ ভূপৰ ৰাজত্ব কালত। গ্ৰন্থকাৰ দুৰ্গাপ্ৰসাদ মজুমদাৰক আমি চিনোঁ, নিজে দেখিছোঁ—আৰু তেওঁৰ মৃত্যুও আমাৰ দেখা হৈছে।

---

# ষষ্ঠ অধিবেশন

ডিব্রুগড় ১৯২৪ চন

**সভাপতি—কনকলাল বৰুৱা**

অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সমৱেত বন্ধুসকল !

সময়ৰ অনাটনত আৰু নিজকে নিজে উপযুক্ত বুলি বিবেচনা নকৰি ইয়াৰ পূৰ্ব্বে এবছৰ আপোনালোকৰ নিমন্ত্ৰণ অস্বীকাৰ কৰিছিলো। এইবাৰ আপোনালোকৰ আহ্বান এৰাব নোৱাৰি সভাপতিৰ গুৰুভাৰ লবলগাত পৰিলোঁ। আপোলোকে যি সন্মানৰ পদ মোক দিছে সেইপদৰ মই অভাজন। নানা কাৰ্য্যত লাগি থাকি আজি বহুত দিন জাতীয় সাহিত্য চৰ্চ্চা মই কৰিব পৰা নাই। এই ত্ৰুটি মোৰ নিজৰ। মই নিশ্চয়কৈ জানো যি কাৰ্য্যৰ ভাৰ আপোনালোকে মোৰ গাত দিছে সেই কায্য মই আপোনালোকৰ সন্তোষদায়কৰূপে সমাধা কৰিব নোৱাৰিম। আশাকৰোঁ আপোনালোকে নিজগুণে মোৰ ত্ৰুটি মাৰ্জ্জনা কৰিব।

এইবাৰ সাহিত্য সম্মিলনৰ অধিবেশন একেবাৰে পূৰ্ব্ব প্ৰান্তত। এই প্ৰান্ত ঠাই যদিও ঐতিহাসিক হিচাপে অসমৰ পুৰণি ঠাই বুলি চিনাকি দিব নোৱাৰি তথাপি বৰ্ত্তমান সময়ত নানা বিষয়ে এই ঠাই অগ্ৰগণ্য। ই এখন বিশেষ বাণিজ্যপ্ৰধান সমৃদ্ধিশালী নগৰ। ইয়াৰ সমাজ অসমৰ ভিতৰত উন্নত। লক্ষ্মী, সৰস্বতী, উভয়ৰে এই ঠাইৰ প্ৰতি বিশেষ কৃপা, কাৰণ ইয়াত চহকী আৰু শিক্ষিত ভালেমান অসমীয়া, বঙালী, মাৰোৱাৰী আৰু ইংৰাজৰ বাস, প্ৰত্যেক চেন-চাহত লোক সংখ্যাৰ বৃদ্ধিলৈ মন কৰিলে ষষ্ঠীদেবীৰ এই ঠাইলৈ বিশেষ অনুগ্ৰহ যেন দেখা যায়। সাহিত্যৰ উন্নতি আৰু প্ৰচাৰৰ ঠাই সাৰথি দুটি মুদ্ৰাযন্ত্ৰ এই ঠাইত প্ৰতিষ্ঠিত আৰু অসমীয়া ভাষাত লিখা ৰাইজৰ মুখপত্ৰ এখনি সপ্তাহিক বাতৰি কাকত ইয়াৰ পৰাই প্ৰকাশিত হয়। অসমীয়া শিক্ষিত মহিলাৰ ডিব্রুগড় অসমৰ ভিতৰত কেন্দ্ৰ ঠাই। ইয়াৰ শিক্ষিত মহিলাই বিশ্ববিদ্যালয়ৰ উপাধি লৈ বিশেষ অসমীয়া ভাষাত প্ৰকাশিত হোৱা সাময়িক পত্ৰিকাবিলাকত প্ৰবন্ধাদি লিখি আমাৰ সাহিত্য চহকী কৰিছে আৰু গোটেই অসমবাসীৰ গৌৰৱ বৃদ্ধি কৰিছে। অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যলৈ ডিব্রুগড়বাসী অসমীয়াৰ একান্ত আগ্ৰহ নোহোৱা হলে আজি এই অধিবেশন আমি ইয়াত নেদেখিলোহেতেন। সেই অনুৰাগ আৰু আগ্ৰহৰ সৰ্ব্বোৎকৃষ্ট প্ৰমাণ আজি সভাৰ এই বিপুল ৰজাঘৰীয়া আয়োজন আৰু সুবন্দবস্তৰ বাবে অকল স্থানীয় শাখা সমিতিকে নহয় গোটেই ডিব্রুগড়ৰ অসমীয়া সমাজকে আজি আপোনালোক সকলোৰে সলনি মই অন্তৰেৰে সৈতে ধন্যবাদ দিছোঁ।

আন বিষয়ৰ আলোচনা কৰাৰ পূৰ্ব্বেই আমাৰ এটি কৰ্ত্তব্য আছে। সেইটি আমাৰ দেশৰ আৰু আমাৰ সাহিত্যৰ পৃষ্ঠপোষক কেইজনমানৰ বিয়োগৰ বাবে শোক প্ৰকাশ। দুখৰ বিষয় যোৱা বছৰত আমি কেবাজনো তেনে পৃষ্ঠপোষক আৰু আমাৰ দেশৰ ৰত্ন-

বায়বাহাদুৰ
স্বৰূপ মহৎ লোক হেৰুৱালো। বছৰ আৰম্ভ হোৱাৰ কেইদিনমান পূৰ্ব্বেই
ঘনশ্যাম বৰুৱাৰ মৃত্যু ঘটে। তেওঁৰ নিচিনা প্ৰবীণ ৰাজনীতি-বিশাৰদ দেশ-হিতৈষী
লোক এজন হেৰুৱাই যে অসম দেশ কিমান দুখীয়া হৈছে তাক আপোনালোকৰ আগত
বহলাই কোৱাৰ অনাৱশ্যক। তেখেতো এজন অসমীয়া সাহিত্যৰ শুৱিয়াল আছিল। জোনাকীৰ
প্ৰথম বছৰ প্ৰথম সংখ্যাৰ প্ৰবন্ধ এটি তেওঁৰ লিখা। আপোনালোক বহুতেই
নাজানিব পাৰে যে ছেক্সপীয়েৰৰ Comedy of Errorsৰ অসমীয়া ভ্ৰমৰঙ্গ নাটক তেওঁ
আৰু তেওঁৰ লগৰীয়া বন্ধু ৺ৰত্নধৰ বৰুৱা উভয়ে লিখা। তেওঁৰ শোক আমি নৌ
পাহৰোতেই বছৰৰ প্ৰায় আদিতে আমাৰ দেশৰ নামজ্বলা সদাগৰ শ্ৰীযুত ভোলানাথ
বৰুৱা কলিকতাত ঢুকাল। এওঁৰ মহৎ কীৰ্ত্তিৰ কথা অসমৰ সকলোৱে জানিছে। জকাইচুকৰ
মানুহ হৈও এওঁ নিজ অধ্যৱসায় আৰু পুৰুষাৰ্থৰ বলত ভাৰতবৰ্ষৰ ভিতৰত এজন নাম-
জ্বলা ডাঙৰ সদাগৰ হৈ দেশৰ নাম উজ্জ্বল কৰিলে। ভাৰতবৰ্ষৰ উত্তৰ দক্ষিণ পশ্চিম
যি ঠাইলৈকে মই গৈছো সকলো ঠাইতে এওঁক চিনা বা এওঁৰ নাম জনা মানুহ লগ
পাইছো। আপোনালোকে জানিব পাৰে যে এওঁৰ উইল অনুসাৰে প্ৰায় ত্ৰিশ লক্ষ
টকাৰ সম্পত্তিৰ শেষ উত্তৰাধিকাৰী অসমীয়া প্ৰজাবৃন্দ। জীৱিতাৱস্থাত এখেতে শিক্ষাৰ
উন্নতিৰ নিমিত্তে ভালেমান মহৎ দান কৰি গৈছে। তাৰে ভিতৰত কাশীৰ হিন্দুবিশ্ববিদ্যালয়ৰ
বাবে ১,২৫,০০০৲ টকা আৰু অসমত এটি টেক্‌নিকেল স্কুল খোলাৰ অৰ্থে ১,০০,০০০৲
টকা এই দুটি দানেই ঘাই। এম-এ পৰীক্ষাৰ পাঠ্য অসমীয়া সাহিত্যৰ সংগ্ৰহখনি ছপা
কৰিবলৈ এওঁ মৃত্যুৰ কিছুদিন পূৰ্ব্বে কলিকতা য়ুনিভাৰ্চিটিক ১০ হেজাৰ টকা দিলে। এই
টকাৰ দ্বাৰা এতিয়া এই সংগ্ৰহখনি ছপা হব লাগিছে। দেশ হিতকৰ কামৰ বাবে এনেকৈ
লক্ষ টকা দান কৰিও বৰুৱা ডাঙৰীয়া যথোচিত ৰাজসন্মানেৰে ভূষিত নহলেও অসমীয়া
ৰাইজৰ মনত তেওঁৰ নাম চিৰস্মৰণীয় ভাবে অঙ্কিত হৈ থাকিব। বছৰৰ আধাআধি নেৰাওতেই
শিৱসাগৰত ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ মৃত্যু ঘটে। এনেজন নিৰ্ভীক, উচিত-বক্তা,
দীৰ্ঘদৰ্শী দেশহিতৈষী লোক হেৰুৱায়ো আমি বিশেষভাৱে দুখীয়া হৈছো। এসময়ত তেওঁ
অসমীয়া পুথিবছা কমিটীৰ সভাপতি আছিল আৰু নৰিয়াৰ গতিকে তেওঁ কাৰ্য্যৰ পৰা
অৱসৰ লোৱাত সেই ভাৰ মোৰ গাত আছিল। অসমীয়াৰ জাতীয়ত্ব আৰু অসমীয়া ভাষাৰ
স্বতন্ত্ৰতা ৰক্ষা কৰাৰ নিমিত্তে তেওঁ অশেষ যত্ন কৰিছিল। গোলাঘাটৰ মহিলা কবি
যমুনেশ্বৰী খাটনিয়াৰৰ মৃত্যুতো আমি এগৰাকী মহিলা সাহিত্যিক হেৰুৱালো। তেওঁ 'অৰুণ'
নামেৰে এখন কবিতাপুথি প্ৰকাশ কৰিছিল। একে বছৰৰ ভিতৰতে এই কেইজন সাহিত্যা-
নুৰাগী লোক হেৰুৱা আমাৰ ঘৰ দুৰ্কপালৰ চিন। আশা কৰো জগদীশ্বৰৰ কৃপাত এটাই
কেউজনৰে আত্মাৰ সদ্গতি আৰু চিৰশান্তি লাভ হব।

অসমীয়া ভাষা আৰু সাহিত্য আজি-কালিৰ নকৈ গজা নহয়, ই বহুতদিনৰ পুৰণি-
কলীয়া; এই কথা অসমীয়াৰ বাহিৰেও আজি-কালি অনেকে মুক্তকণ্ঠে স্বীকাৰ কৰিছে।
অসমীয়া সাহিত্যৰ বুনিয়াদি গুৰি দেখি আমাৰ প্ৰতিবেশীসকলৰ কোনোবাই চকুপানী
টুকিলেও ইয়াৰ প্ৰাপ্য উচ্চ আসন এতিয়া নিদি থকা নাই। সিদিনাখন ঢাকাত মৌলবী

ছহিদুল্লাই দেখুৱাইছে যে প্ৰায় ৯০০ বছৰ পূৰ্ব্বে ৰচনা কৰা অসমীয়া ভাষাৰ গীত বৌদ্ধ-গানত আছে। তাৰে এটি কামৰূপৰ ৰজা ইন্দ্ৰপালৰ দ্বাৰা ৰচিত আৰু এটি "ৰাজনী" (ৰাণী?) নিবাসী সৰহপালৰ দ্বাৰা ৰচিত। উভয়েই তান্ত্ৰিক বৌদ্ধধৰ্ম্মত দীক্ষিত আছিল। মৌলবী ছহিদুল্লাই কৈছে যে এই গীতবিলাকেই অনুমান অসমীয়া সাহিত্যৰ আদি চানেকী। ইয়াতকৈও যে আগৰ লিখিত অসমীয়া সাহিত্য পোৱা নেযাব তাক কোনে কব পাৰে?

দুখৰ বিষয় এই দেশ ইংৰাজৰ হাতলৈ যোৱাৰ সময়তে অসমীয়া ভাষাৰ প্ৰায় মুমূৰ্ষু অৱস্থা হৈছিল। সেই সময়ত আমেৰিকান ব্যাপটিষ্ট মিশ্যনেৰী সকলে যত্ন নকৰা হলে বোধ কৰো অসমীয়া লিখিত ভাষা অন্ততঃ আজি নেথাকিলহেতেন। সেই সময়ত পঢ়াশালি আৰু আদালত বিলাকত বঙলা ভাষাৰ প্ৰচলন হৈছিল। এনেকি সেই সময়ত শিক্ষিত অসমীয়াই বঙালী মিহলি ভাষাৰেহে চিঠিপত্ৰ লিখিছিল। মিশ্যনেৰী মহানুভৱ সকলৰ আদৰ্শ লৈ সেই সময়ৰ ৺আনন্দৰাম ঢেকীয়াল ফুকনে আৰু তেওঁৰ পিচত ৺হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা ৰায়বাহাদুৰে এক ৰকম অসমীয়া ভাষা আৰু সাহিত্যৰ পুনৰুদ্ধাৰ কৰে। তেওঁলোকে অসমীয়া ভাষালৈ যি এটি ঢাল লগাই দিলে সেই ঢাল এতিয়াও সজোৰে চলি আছে। আৰু তাৰে ফলত আমাৰ সাহিত্যৰ বৰ্ত্তমান উন্নত অৱস্থা হৈছে। সেই সোঁতৰ টানতে আজি ৩০।৩৫ বছৰ পূৰ্ব্বেই কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলে অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ অৰ্থে দৃঢ়ব্ৰতে লাগি গৈছিল। তেওঁলোকৰ পুৰুষাৰ্থৰ ফলত অসমীয়া ভাষা উন্নতি-সাধিনী সভাৰ সৃষ্টি হৈছিল, আৰু জোনাকী আৰু বিজুলী নামেৰে দুখনি অসমীয়া মাহেকীয়া কাকত চলিছিল। সেইদিনতে অসমীয়া ভাষা উন্নতি-সাধিনী সভাই কলিকতাৰ পৰা পুৰণি আৰু নতুন অসমীয়া পুথিৰ এখনি তালিকা সংগ্ৰহ কৰি ছপাই অসমীয়া জনসাধাৰণৰ আগত দাঙি ধৰিছিল। ওপৰুক্ত জোনাকী কাকতৰ মই এবছৰ সম্পাদক আছিলো। পুথিৰ তালিকাখনি ভূমিকাৰে সৈতে মই আৰু শ্ৰীযুত ৰমাকান্ত বৰকাকতি উভয়ে যুটীয়া সম্পাদকৰূপে প্ৰকাশ কৰিছিলো। মোৰ এই সামান্য কাৰ্য্য পাঠ্যাৱস্থাৰ অপৈণত বয়সৰ কাৰ্য্য হলেও এতিয়ালৈকে তাৰ বাবে নিজক গৌৰৱান্বিত বিবেচনা কৰো।

সেই সময়ৰ কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰৰ ভাষা আৰু সাহিত্যৰ নিমিত্তে পুৰুষাৰ্থ কিমান ধন্যবাদৰ যোগ্য তাক এতিয়াহে ভালকৈ বুজি পায়।

এতিয়াৰ নিচিনা সেই সময়ত কলিকতাৰ কলেজৰ ছাত্ৰৰ বাহিৰে অসমত থকা জনাগুনা শিক্ষিত অসমীয়াৰ ভিতৰত খুব কম লোকেহে অসমীয়া সাহিত্যৰ অনুৰাগী আছিল। মাতৃভাষাৰ নিমিত্তে যি যত্ন বয়স্থ আৰু শিক্ষিত লোকে কৰিব লাগিছিল, সেই কাজ কলিকতাবাসী অসমীয়া ছাত্ৰসকলেহে নিজৰ লিখা-পঢ়া অলপ অৱহেলা কৰিও কৰিব লগাত পৰিছিল। অসমীয়া ভাষা যে কেতিয়াবা স্বতন্ত্ৰ ভাষা ৰূপে সাব্যস্ত হব এই কথা তেতিয়া অসমীয়াৰ ভিতৰৰ বহুতে বিশ্বাস নকৰিছিল। এনেকি তেতিয়াৰ অসমীয়া শিক্ষিত সম্প্ৰদায়ৰ শীৰ্ষস্থানীয় ৺ৰায়বাহাদুৰ জগন্নাথ বৰুৱা, ৺মানিকচন্দ্ৰ বৰুৱাৰ এনে মত আছিল। যি হওঁক অসমীয়া ভাষা উন্নতিসাধিনী সভা যদিও আদিতে কিছুমান ছাত্ৰৰ

দ্বাৰা স্থাপিত হৈছিল। সেই ছাত্ৰবিলাক কলিকতাৰ পৰা উভতি আহি অসমৰ বেলেগ বেলেগ ঠাইত বহি যোৱাৰ পাছতে তেওঁবিলাকৰ উৎসাহ আৰু যত্নৰ দ্বাৰায়ে অসমৰ প্ৰত্যেক জিলাতে লাহে লাহে অসমীয়া ভাষা উন্নতিসাধিনী সভাৰ শাখা-সভা হবলৈ ধৰিলে। তেতিয়া এই সভাৰ প্ৰতিপত্তি আৰু বাঢ়িল, আৰু এই সভাৰে যত্নত মজলীয়া স্কুল বিলাকত অসমীয়া ভাষা চলিল, আৰু ক্ৰমে বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স, এফ এ আৰু বি-এ পৰীক্ষাতো অসমীয়া ভাষাই ঠাই পালে। এতিয়া এম-এ পৰীক্ষাতো অসমীয়া ভাষাই ঠাই পাইছে, আৰু বঙালী ভাষাত এম-এ দিব খোজা ছাত্ৰেও অসমীয়া পুৰণি সাহিত্য পঢ়িব লগাত পৰিছে। ই কম গৌৰৱৰ কথা নহয়। যি বিলাক ছাত্ৰ গোটখাই আজি প্ৰায় ৩৫ বছৰ পূৰ্ব্বে অসমীয়া ভাষা উন্নতিসাধিনী সভাৰ সৃষ্টি কৰিছিল তেওঁলোকৰ বহুত আজি ইহ জগতত নাই আৰু যি কেইজন এতিয়াও জীৱিত আছে তেওঁলোকলৈ অসমীয়া ভাষাৰ বৰ্ত্তমান উচ্চপদ কিমান দূৰ আনন্দদায়ক তাক আপোনালোকে অনুমানৰ দ্বাৰাই বুজিব পাৰে।

যি কাৰ্য্যৰ নিমিত্তে অসমীয়া ভাষা উন্নতিসাধিনী সভাৰ জন্ম হৈছিল সেই কাৰ্য্য অতি সন্তোষদায়কৰূপে সিদ্ধি হৈ যোৱাৰ পাছত সেই সভা এতিয়া আৰু নাই, কিন্তু তাৰ পৰিবৰ্ত্তে এই সাহিত্য-সভাই জন্ম ললে। এই সভায়ো এতিয়া ছবছৰত ভৰি দিলে। অসমীয়া ভাষা উন্নতিসাধিনী সভাই নিজ দেশত গজাব নোৱাৰি বিদেশত জন্ম লৈছিল। কেঁচুৱা সভাক তুলি-তালি ডাঙৰ কৰিছিল পঢ়াশলীয়া ছাত্ৰে। এই সভাই নিজ দেশতে জন্ম লৈছে আৰু গুৰিৰে পৰা কৃতবিদ্য পদবীযুক্ত সমাজৰ গণ্যমান্য লোক সকলে এই সভাৰ তত্ত্বাৱধান কৰিছে। দেশত মাতৃভাষা আৰু সাহিত্যৰ প্ৰতি লোকৰ কিমান অনুৰাগ বাঢ়িছে তাক ইয়াৰ পৰাই বুজিব পাৰি। অসমীয়া ভাষা উন্নতিসাধিনী সভাৰ গুৰিয়াল আছিল ডেকা লৰাবিলাক। গতিকে সেই সভাৰ কাম স্বভাৱৰ গুণেই ক্ষিপ্ৰভাৱে চলিছিল আৰু সেই সময়ত তেনেভাৱে কাম নচলা হলে ইমান শীঘ্ৰে সিদ্ধিলাভ নহলহেতেন। বয়সিয়াল গুৰিয়ালৰ হাতত এই সভাৰ কাম গম্ভীৰভাৱে চলিলেও মোৰ মনেৰে কাজ বিশেষ সমীচীন ভাৱে চলিছে আৰু এই সভাৰ দ্বাৰা যে সোনকালে হওক বা পলমে হওক অসমীয়া সাহিত্যৰ বিশেষ উন্নতি হব তাত কোনো সন্দেহ নাই। যোৱা বছৰৰ ভিতৰত এই সভাক দুজনা নামজলা দেশহিতৈষী লোকে ধনেৰে সহায় কৰিছে। এজনা শ্ৰীযুত দক্ষিণপাটসত্ৰৰ অধিকাৰ গোসাঁইপ্ৰভু আৰু আনজনা শ্ৰদ্ধাস্পদ ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ। দক্ষিণপটীয়া গোসাঁইপ্ৰভু আমাৰ হিন্দুসমাজৰ শীৰ্ষস্থানীয় মহাপুৰুষ। তেখেত আমাৰ দেশৰ সহস্ৰ সহস্ৰ লোকৰ ধৰ্ম্মগুৰু। তেখেতৰ মহামূল্য দান এই সভাই আৰু অসমীয়া সমাজে ভক্তিপূৰ্ণ গদগদ চিত্তে আশীৰ্ব্বাদৰ নিৰ্ম্মাল্যস্বৰূপে গ্ৰহণ কৰিছে। আশা-কৰো তেখেতৰ আৰ্হি লৈ আন সত্ৰাধিকাৰ গোসাঁই সকলেও মাতৃভাষা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে অৰ্থ সাহায্য কৰিব। ৰায়বাহাদুৰ সন্দিকৈৰ দানৰ বিষয়ে মই ইয়াকে কব খোজো যে জাতীয় সাহিত্যৰ উন্নতিৰ অৰ্থে এনে বদান্যতা অসম নালাগে গোটেই ভাৰততো দুৰ্লভ। তেখেতৰ এই সুকীৰ্ত্তিৰ কথা শুনি সমগ্ৰ অসমবাসী মোহিত হৈছে। এই দানৰ

দাতা আৰু গৃহীতাসকল আজি আছে, কালিলৈ নোহোৱা হব, কিন্তু অসমীয়া সাহিত্যৰ অস্তিত্ব যেতিয়ালৈকে থাকিব তেতিয়ালৈকে সন্দিকৈ ডাঙৰীয়াৰ এই মহৎ দান সকলোৱে মনত থাকিব। এই দানৰ সাহায্যেৰে সম্প্ৰতি সভাৰ ঘৰ সাজিবৰ দিহা কৰা হৈছে। স্থায়ী অফিচ এখনি নথকাত এই সভাৰ কাৰ্য্য সুচাৰুৰূপে চলা নাছিল। কেন্দ্ৰ ঠাই যোৰহাটত স্থায়ী-ৰূপে সেই অফিচ খোলাত যে সভাৰ কাজ এতিয়া ভালকৈ চলিব তাত কোনো সন্দেহ নাই। ৰায়বাহাদুৰ ডাঙৰীয়াৰ দানৰ দ্বাৰা তেওঁৰ পৰলোকগত দুই পুত্ৰৰ নামানুযায়ী চন্দ্ৰকান্ত অভিধান আৰু ইন্দ্ৰকান্ত ব্যাকৰণ প্ৰকাশ কৰাৰ দিহা কৰা হৈছে। দক্ষিণপাটৰ গোসাঁই প্ৰভুৰ দানৰ দ্বাৰা "নৰদেৱ মন্দিৰ" নামেৰে সাহিত্য সভাৰ বৈঠকৰ এটি চ'ৰা-ঘৰ বা Hall নিৰ্ম্মাণ কৰা হব। আমি শুনি সুখী হৈছো যে গৱৰ্ণমেণ্টে সাহিত্য-সভাৰ অৰ্থে যোৰহাটত এডুখৰি মাটি দিছে আৰু তাতে সাহিত্য-সভাৰ গৃহ নিৰ্ম্মাণৰ কাম আৰম্ভ কৰা হৈছে।

আপোনালোকৰ চতুৰ্থ অধিবেশনৰ সভাপতি মোৰ শ্ৰদ্ধাস্পদ বন্ধু আৰু সহপাঠী শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীয়ে তেওঁৰ অভিভাষণত আমাৰ সাহিত্যৰ কি কি পুঁজি আছে তাক ভালকৈ দেখুৱাইছিল। এই কাৰ্য্য অৱশ্যে তেওঁৰ নিচিনাকৈ আনে কৰা অসম্ভৱ। তেওঁ সকৰে পৰা এতিয়ালৈকে এই বিষয়ে যিমান দূৰ গবেষণা আৰু অনুসন্ধান কৰিছে সিমান দূৰ আমি কোনেও কৰিব পৰা নাই। অসমীয়া ভাষা আৰু সাহিত্যক ন্যায্য উচ্চ আসন দিয়াবলৈ তেওঁৰ ঐকান্তিক চেষ্টা আৰু পৰিশ্ৰম যে শলাগিবলগীয়া এনে নহয়। মোৰ মনেৰে তাৰ বাবে গোটেই অসমীয়া জাতি তেওঁৰ ওচৰত আজি ঋণী। এইকথা যে এজন বন্ধুৰ উক্তি মাত্ৰ এনে নহয়। মোৰ বিশ্বাস কোনো অসমীয়াই এই কথা নুই নকৰে। অসমীয়া পুৰণি পুথিবিলাক সংগ্ৰহ কৰা কামটো যে কিমান আৱশ্যকীয় তাক আমি বুজিছো। কিন্তু এই বিষয়ে আমাৰ সমবেত চেষ্টা এতিয়ালৈকে একো হোৱা নাই। অকল গোসাঁই-দেৱে নিজে কেইবছৰমান পূৰ্ব্বে মহামতি চীফ্ কমিছনাৰ আৰ্ল চাহাবক বুজাই এই কাৰ্য্য কিছুদূৰ আগবঢ়ালে। ই কেৱল তেওঁৰ নিজ চেষ্টাৰ ফল। মোৰ বিশ্বাস এই কাৰ্য্য তেওঁৰ বাহিৰে আৰু আন কোনোৱে সুচাৰুৰূপে কৰিব নোৱাৰে। কিন্তু তেওঁ চৰ্কাৰী বিষয়া, তেওঁৰ সময় চৰ্কাৰী কামত খটাব লাগে। মোৰ মনেৰে তেওঁক পুনৰ এই কাৰ্য্যত অন্ততঃ আৰু দুবছৰ মান নিযুক্ত কৰিবলৈ সাহিত্য-সভাই গৱৰ্ণমেণ্টক জনাব লাগে। আমাৰ সৌভাগ্যবলে এইবাৰ আমি এজন অসমীয়া আমাৰ দেশৰ মন্ত্ৰী স্বৰূপে পাইছোঁ। তেওঁক এই বিষয়ে এই সভাৰ মুখিয়াল কেইজনমানে বুজালে আশা কৰো আমাৰ অনুৰোধ ৰক্ষা কৰিবলৈ তেওঁ চেষ্টা কৰিব। গোসাঁইদেৱে ভালেমান পুথি ধ্বংসৰ হাতৰ পৰা ৰক্ষা কৰিছে আৰু তেনে পুথি বহুত সংগ্ৰহ কাৰ্য্য শেষ হৈ গলে সেই পুথি বিলাকৰ এটি তালিকা আৰু বিৱৰণ তেওঁ নিজে প্ৰস্তুত কৰা নিতান্ত আৱশ্যক।

এইখিনিতে মই একাষাৰ কথা কব খোজো—আমাৰ এই সভা সাহিত্য সভা। এই সভাই অসমৰ অকল অসমীয়া পুথি নহয় সংস্কৃত পুথি বিলাকো সংগ্ৰহ আৰু উদ্ধাৰ কৰিবলৈ যত্ন কৰা বোধকৰো উচিত। আমাৰ দেশত আজি কেইবা শ বছৰৰ আগেয়ে আহি

বসতি কৰা ছৈয়দ, খন্দকাৰ আদি উচ্চ বংশৰ মুছলমান কিছুমানো আছে। তেওঁলোকৰ হাতত পুৰণি হাতে লিখা আৰবী বা ফাৰ্চী কোৰান কি আন পুথিও থকা সম্ভৱ। তেনে পুথিও পালে সংগ্ৰহ কৰা আৰু যত্ন কৰি ৰখা নিতান্ত আৱশ্যক। দুৰ্ভাগ্যবশতঃ আমাৰ দেশ ভূমিকম্পৰ দেশ, সেই বাবে পুৰণি কালৰ মন্দিৰ, ৰাজপ্ৰাসাদ, অট্টালিকা আদিৰ চিন নাই বুলিলেই হয়, কিন্তু য'তে ততে খনিকৰে কটা নানাৰকম শিলৰ মূৰ্ত্তি, স্তম্ভ আদি পোৱা যায়। এই খনিকৰ কাৰ্য্যও চিত্ৰ-শিল্পৰ নিচিনা সাহিত্যৰ অঙ্গভুক্ত। জাতীয় সাহিত্যৰ এই অঙ্গটি আমি হেৰুৱাইছোঁ। পকীঘৰ আমাৰ দেশত নেথাকে গতিকে কাঠ খেৰ বাঁহৰ ঘৰেই আমাৰ দেশত পূৰ্ব্বাপৰ চলি আছে। এনে ঘৰ সহজে জুইত পোৰে আৰু সেইবাবেও বহুত পুৰণি পুথি লোপ পাইছে।

অসমীয়া পুথিৰ দৰে এতিয়াও বহুত সংস্কৃত পুথি আমাৰ দেশত আছে। বোধকৰো তাৰ সৰহ ভাগেই ব্যৱস্থা বা স্মৃতিৰ পুথি, আৰু এনে পুথি প্ৰায়েই ব্ৰাহ্মণ আৰু দৈৱজ্ঞ শ্ৰেণীৰ লোকৰ ঘৰত আছে। এই বিলাক পুথিৰ মৰ্ম্ম সংগ্ৰহ নিতান্ত আৱশ্যক। আপোনালোকৰ বহুতে বোধ কৰো জানে যে হিন্দুবিলাকৰ ব্যৱস্থা-শাস্ত্ৰই সামাজিক আইন-শাস্ত্ৰ। বিবাহ, অশৌচ, প্ৰায়শ্চিত্ত, দায় প্ৰভৃতিৰ ব্যৱস্থা এই বিলাক পুথিতে পোৱা যায়। এই বিলাক প্ৰত্যেক বিষয় সম্বন্ধে ডাঙৰ ডাঙৰ পুথি আছে। আন বিলাকৰ কথা নকওঁ। দায় সম্পৰ্কে আমাৰ দেশত স্মৃতি-সাগৰ নামে যি চাৰি খণ্ডৰ বিখ্যাত পুথি আছিল আৰু যি পুথিৰ মত বঙ্গদেশীয় স্মৃতি পণ্ডিত ৰঘুনন্দনে "ইতি কামৰূপীয় নিবন্ধ স্মৃতি-সাগৰ মতন্" বুলি উল্লেখ কৰি গৈছে সেই পুথি নোহোৱাৰ বাবে আমাৰ কি অন্যায় হৈছে তাক আইন ব্যৱসায়ী সকলে ভালকৈ জানে। বৰ্ত্তমানে আমাৰ দেশত ৰঘুনন্দনৰ মতানুসাৰে আদালত বিলাকে মৃতকৰ সম্পত্তি ভাগ কৰি দিয়ে। ইয়াৰ ফলত আজি-কালি কন্যা-পুত্ৰই নিজ ভ্ৰাতা বা ভ্ৰাতুষ্পুত্ৰক ঠেলা মাৰি কাতি কৰি থৈ মৃতকৰ সম্পত্তি পায়। অসমীয়া হিন্দুৰ মাজত এনে ৰীতি কেতিয়াও নাছিল। সেইবাবে আদালতবিলাকৰ এনে বিচাৰ অবিচাৰ বুলি ভাবে; কিন্তু যি পৰ্য্যন্ত আমাৰ দেশৰ দায়ভাগৰ পুথিখনি পোৱা নেযায় সেই পৰ্য্যন্ত বঙ্গদেশীয় ব্যৱস্থা মতেই আদালতৰ কাৰ্য্য চলিব। ভাৰতবৰ্ষত হিন্দু আইন সম্পৰ্কে পাচ ঠাই পাচখন ব্যৱস্থা Five Schools of Hindu Law আদালত বিলাকে সাব্যস্ত কৰিছে। এখনি বঙ্গদেশীয় ৰঘুনন্দনৰ জীমূতবাহনৰ মতানুযায়ী ব্যৱস্থা, এখনি কাশীৰ মিতাক্ষৰা ব্যৱস্থা, এখনি মিথিলাৰ ব্যৱস্থা, এখনি দ্ৰাবিড়ৰ ব্যৱস্থা আৰু এখনি কঙ্কণ বা মহাৰাষ্ট্ৰ দেশৰ ব্যৱস্থা। আমাৰ স্মৃতি সাগৰ লোপ নোপোৱা হলে কামৰূপৰ ব্যৱস্থা বা Kamrup School of Hindu Law যে সাব্যস্ত হলহেতেন ইয়াত কোনো সন্দেহ নাই। এই পুথিখনি নোপোৱাৰ পৰা যে আমাৰ দেশীয় আৰু জাতীয় মান কিমান দূৰ খৰ্ব্ব হৈছে তাক এতিয়া আপোনালোকে অনুমান কৰক! যি প্ৰাচীন কামৰূপ দুহেজাৰ বছৰ পূৰ্ব্বে ভাৰতবৰ্ষত এখনি বিশাল পৰাক্ৰমী ৰাজ্য আছিল সেই দেশৰ লোকবিলাকে ব্যৱস্থা সম্পৰ্কে এতিয়া পৰদেশৰ ওচৰত হাত পাতিব লগীয়া হোৱাটো কম পৰিতাপৰ বিষয় নহয়। মোৰ মনেৰে এই স্মৃতিসাগৰ পুথি অসমৰ চাৰি চুক বিচাৰি এতিয়াও উলিয়াবলৈ যত্ন কৰা উচিত। মই বৰপেটাত থাকোতে শুনিছিলো

যে এই পুথিৰ দুই এক খণ্ড গন্ধিয়াৰ এজন দৈৱজ্ঞৰ হাতত আছে। আপোনালোকৰ বহুতে বোধ কৰো নাজানে যে আহোম ৰজাসকলৰ সময়ত বৰফুকনৰ বিচাৰ কাৰ্য্যত দায়ভাগ সম্বন্ধে ব্যৱস্থা কামৰূপৰ দৈৱজ্ঞ ব্ৰাহ্মণসকলেহে দিছিল, আৰু এওঁলোক তেতিয়া বৰফুকনৰ সভাৰ পণ্ডিত আছিল। এতেকে দৈৱজ্ঞ ব্ৰাহ্মণৰ ঘৰত স্মৃতিসাগৰ পুথিখনি থকা খুব সম্ভৱ। মই কিন্তু দূৰৰ পৰা যত্ন কৰিও এই পুথিখনি উলিয়াব নোৱাৰিলোঁ। পূৰ্ব্বকালত বৰ্ত্তমানে উত্তৰ-বঙ্গৰ বগুৰা, দিনাজপুৰ, ৰংপুৰ, জলপাইগুৰি, কোচবিহাৰ প্ৰভৃতি ঠাই কামৰূপৰ অঙ্গভূক্ত আছিল। এইবিলাক ঠাইতো বিচাৰিলে এই পুথিখনি পোৱা যাব পাৰে। এই সাহিত্য-সভাই সেই কামটি হাতত লব নে?

আমাৰ দেশৰ সাহিত্যৰ আৰু এটি পুঁজি আছে যাৰ কথা বন্ধুবৰ গোসাঁইদেৱে উল্লেখ কৰা নাই সেইটি হৈছে বংশাৱলী বা পুৰুষনামাবিলাক। এই বিলাক জাতীয় বুৰঞ্জীৰ বৰ লাগতিয়াল উপাদান। আমি জানো যে এই দেশত বুৰঞ্জীয়ে ঢুকি নোপোৱা সময়ৰ পৰাই আৰ্য্য বসতি হৈছে। অতি পুৰণি কালত, যি সময়ত নিম্ন বঙ্গদেশ সাগৰৰ গৰ্ভত আছিল আৰু উত্তৰ-বঙ্গ প্ৰাগজ্যোতিষৰ অন্তৰ্গত আছিল, তেতিয়াও এই দেশত ব্ৰাহ্মণ আৰু কৰণ বা কাকতি অৰ্থাৎ কায়স্থৰ বসতি আছিল। যিবিলাক প্ৰাচীন তামৰ বা শিলৰ ফলি পোৱা গৈছে তাৰ দ্বাৰাই এই কথাৰ প্ৰমাণ পোৱা যায়। আমাৰ দেশৰ ব্ৰাহ্মণ, কায়স্থ আদি উচ্চকুলৰ হিন্দুবিলাক পূৰ্ব্বে ভাৰতবৰ্ষৰ নানা ঠাইৰ পৰা আহি বসতি কৰিছিল। আমি জানো যে এতিয়াও অসমীয়া বামুণৰ ভিতৰত মিচিৰৰ ঘৰ, শুকুলৰ ঘৰ, মাৰোৱাৰীৰ ঘৰ আদি নাম আছে আৰু অসমীয়া কায়স্থৰ ভিতৰতো পশ্চিমৰ লালা, কায়েঠ আৰু বঙাল কাকতি বা বঙালী কায়স্থ আছে। ভাৰতবৰ্ষৰ আন ঠাইত function বা বৃত্তি অনুসাৰে কুল বা জাতি বা ভাগ হোৱাৰ পূৰ্ব্বেই যিবিলাক ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ জাতৰ মানুহ আহি এই দেশত বসতি কৰিছিল সেই বিলাকেই অনুমান কলিতা সম্প্ৰদায়। এওঁলোকৰ ইতিহাস এতিয়া উদ্ধাৰ কৰা বৰ টান। কিন্তু প্ৰাচীন বংশাৱলীবিলাক পালে সেই কাম উজু হব। সংস্কৃত ভাষামূলক অসমীয়া ভাষা। এই বিলাক আৰ্য্য শ্ৰেণীৰ লোকৰহে ভাষা; গতিকে আমাৰ ভাষা আৰু সাহিত্যৰ আদি বুৰঞ্জীৰে সৈতে এইবিলাক লোকৰ ইতিহাসৰ খুব ঘন সম্বন্ধ। এই বংশাৱলী সংগ্ৰহ কৰা কাৰ্য্যটিত শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱাই হাত দিয়াত আমি তেওঁৰ শলাগ নলৈ নোৱাৰো। কিন্তু তেওঁ কেৱল আহোমৰ দিনত এই দেশলৈ অহা লোকসকলৰ বংশাৱলী গোটাবলৈ যত্ন কৰিছে। তাৰ পূৰ্ব্বৰ লোকসকলৰ বংশা-ৱলীৰ পৰা আশা কৰো আমি নজনা বুৰঞ্জীৰ কথা বহুত জনা যাব। সাহিত্য-সভাৰ এই কাৰ্য্যতো উদ্যোগ দেখিলে আমি সন্তোষ পাম।

কিছুমান লোকে ভাবিব পাৰে যে জাতীয় জীৱনৰ গতিৰ পক্ষে সাহিত্য অলাগতিয়াল। ই এটি শোভাবৰ্দ্ধক অলঙ্কাৰ মাত্ৰ। এই ধাৰণা ভুল। জাতীয় জীৱনৰ গঢ়গতি লৰচৰ কৰাত সাহিত্যৰ প্ৰভাৱ আমি বুৰঞ্জীৰ পৰাও জানিছো আৰু প্ৰত্যক্ষ দেখিছো। আকৌ দেখিছো যে মানুহৰ ভাবগতিৰ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যৰো লৰচৰ হয়, সেই বাবে জাতীয় জীৱনৰ ইতিহাসৰ যুগে যুগে সাহিত্যৰো গঢ়গতি লৰচৰ হয়। যেনে ধৰ্ম্মযুগৰ ধৰ্ম্মসাহিত্য, কৰ্ম্মযুগৰ

কৰ্ম্মসাহিত্য। জাতীয় জীৱনৰ দৰ্পণ সাহিত্য। আমি যত্ন নকৰিলেও আমাৰ মনৰ ভাৱগতি যেনেকুৱা সাহিত্যও সেই আৰ্হিৰে হব। তথাপি আমি সাহিত্যক ভালৰ ফালে ঢাল দিয়াবলৈ যত্ন কৰা নিতান্ত উচিত। কাৰণ মানুহৰ মনৰ ভাৱ-গতি, সাহিত্য প্ৰত্যেকে প্ৰত্যেককে আকৰ্ষণ কৰে। ইংৰাজী ভাষাত কবলৈ গলে, They react on each-other. ভাৰতবৰ্ষৰ বৰ্ত্তমান নৈতিক আৰু আৰ্থিক অৱস্থালৈ মন কৰিলে ইয়াকে দেখা যায় যে আমাৰ মানুহৰ মনৰ ভাৱগতি এতিয়াও দেশৰ অৱস্থা অনুসৰি নবচৰ হোৱা নাই। এই কঠিন কৰ্ম্মৰ যুগত তাৰ্কিকতকৈ কৰ্ম্মীৰ আৱশ্যক বেছি। ভাৰতবৰ্ষৰ বহুত লোকে দুবেলা দুমুঠি খাবলৈ অন্ন নেপালে সংক্ৰামক ৰোগত আৰু অজ্ঞানতাৰ বাবে বছৰি লক্ষ লক্ষ লোক অকাল-মৃত্যুৰ মুখত পৰে। য়ুৰোপৰ মহাসমৰ প্ৰায় ৫ বছৰ ব্যাপি লাগি কিমান লক্ষ মানুহ মাৰিলে? কিন্তু এক ইনফ্লুয়েঞ্জাই দুমাহৰ ভিতৰত ভাৰতবৰ্ষৰ ৬০ লক্ষ মানুহ মাৰি গ'ল! আমি কও মান-মৰাণৰ উপদ্ৰৱে আমাৰ দেশ ছন্ কৰিলে। মান-মৰাণৰ উপদ্ৰৱ-ধ্বংস হয়তো এক পুৰুষৰ ভিতৰত পূৰণ হৈছিল কিন্তু প্ৰকৃতপক্ষে আমাৰ দেশ ছন কৰিব লাগিছে কালা-আজাৰৰ নিচিনা শত্ৰুৱে, যি পাহৰাই পাহৰাই ২০।৩০ বছৰৰ ভিতৰত একোবাৰ দেখা দি এমুৰৰ পৰা লোক মাৰি পয়মাল কৰে। এতিয়া আমি অন্নসংস্থান কৰিম বা মাউৰৰ পৰা ৰক্ষা কৰিবলৈ যত্ন কৰিম নে বৈষ্ণৱ ডাঙৰ নে শাক্ত ডাঙৰ বা সাকাৰ উপাসনা ভাল নে নিৰাকাৰ উপাসনা ভাল এনে তৰ্কত লাগি থাম? আমাক লাগে আমাৰ মানুহৰ মনৰ ভাৱগতি এনেকৈ বদলি হব যাতে তেওঁলোক কৰ্ম্মী হয়, কাৰ্য্যকুশল হয়, দেশৰ প্ৰত্যেক মানুহেই যেন কৰ্ম্মত লাগে, দেশত অৰ্থ সৃষ্টি কৰাত লাগি পৰে। ধন ৰক্ষা আৰু দেহ ৰক্ষাৰ বাবে যিবিলাক কাৰ্য্য কৰিব লাগে তাক যেন কৰিবলৈ কোনো কুণ্ঠিত নহয়। আমাৰ ভদ্ৰলোক বুলিলে আমি উকীল, মোক্তাৰ, হাকিম, কেৰাণী, গৱৰ্ণমেণ্টৰ বিষয়া এইবিলাককে বুজো—এওঁলোক কিন্তু প্ৰকৃত কৰ্ম্মী নহয়। এওঁলোকে দেশৰ অৰ্থ সৃষ্টি নকৰে। ইংৰাজী ভাষাত এনে শ্ৰেণীৰ লোকক Parasitic Population বোলা যায়। অৰ্থাৎ এওঁলোকে পৰৰ গাত পিপোৰা উদ্ভিজ বা পৰৰ গাৰ ৰস শুহি খাই প্ৰাণ ধাৰণ কৰা মহ, উৰহৰ নিচিনা এবিধ জীৱ। যি সকলে অৰ্থ সৃষ্টি কৰে তেওঁলোক গাঁৱত। তেওঁলোকৰ অভাৱৰ কোনো জোৰা নমৰে। তেওঁলোকেই সংক্ৰামক ৰোগত মৰি শেষ হব লাগিছে। যদি দেশ ৰক্ষা কৰিব খুজিছা তেন্তে তেওঁলোকক ৰক্ষা কৰা। তেওঁলোকৰ অন্নৰ সংস্থান আৰু স্বাস্থ্য ৰক্ষাৰ দিহা কৰা। অকল গৱৰ্ণমেণ্টক ধৰিয়াই থাকিলে কাম নচলে। আমাৰ নিজ কৰ্ত্তব্য আমি নিজে কৰিব লাগে। আমাক লাগে পৰস্পৰৰ সহযোগ, তেনেহলে আমি সকলো কৰিব পাৰো। যদি দেশত কিবা আন্দোলনৰ আৱশ্যক কৰে তেনেহলে সেয়ে পৰস্পৰ Co-operation বা সহযোগৰ আন্দোলন। আজিকালি পাঠশালাৰ আধাআধি লিখাপঢ়া শিকি যিবিলাক লোক গাঁওবিলাকত সোমাইছে তেওঁলোকে পূৰ্ব্বৰ এই সহযোগ নষ্ট কৰি দলাদলিৰ সৃষ্টি কৰিছে। তাৰ ফলত আজি এটা ৰাজহুৱা নামঘৰৰ ঠাইত প্ৰত্যেক গাৱঁতে কেবাটাও হৈছে। গাৱঁলীয়া পথ-পদূলি, পুখুৰী, পঢ়াশালি সকলোলৈকে লোকৰ আওকাণ হৈছে। পৰস্পৰ খিয়লা-খিয়লি, মামলা-মোকৰ্দ্দমা খুব বাঢ়িছে, কিন্তু আগৰ দৰে মিলিজুলি পুখুৰী খনা, বাট-পদূলি ৰক্ষা দৃষ্টান্ত আজিকালি দেখিবলৈ পোৱাই নেযায়। দেশৰ এনে লোকৰ ভাব-গতি কিহে নবচৰ কৰিব যদি সাহিত্যই নকৰে?

সেইদেখি মই অনুনয় কৰি কও, যিসকল লেখাকৰে নতুন পুথি লিখিব খোজে, সাময়িক পত্ৰিকাত প্ৰবন্ধ লিখিব খোজে, বাতৰি কাকত চলাব খোজে, তেওঁলোকে যেন দেশৰ বৰ্ত্তমান অৱস্থা ভালকৈ আলোচনা কৰি কৰ্ম্ম চেষ্টাৰ ফালে মানুহৰ মন ঘূৰাবলৈ যত্ন কৰে। তেওঁলোকে যেন পুথি প্ৰবন্ধ, পত্ৰিকা, বক্তৃতা আদিত সহযোগিতা শিক্ষা দিয়ে আৰু নিজেও কাৰ্য্যত সেই সহযোগিতাৰ আৰ্হি দেখুৱায়। আমাৰ ধ্বংস এনেয়ে হবৰ বাকী নাই, এতিয়া গঢ়ন-মূলক কাৰ্য্য নকৰিলে নহয়। চতুৰ্থ অধিবেশনৰ সভাপতি বন্ধুবৰ হেমচন্দ্ৰ গোস্বামীয়ে কৈছিল "আমাৰ জাতীয় সাহিত্যত স্ত্ৰীভাবৰ প্ৰাৱল্যতকৈ পুৰুষভাৱৰ প্ৰাৱল্য বেছি। পুৰুষভাৱ আমাক স্বভাৱেই দান কৰিছে ; কিন্তু স্ত্ৰীভাৱ পাবলৈ হলে আমাৰ সাধনাৰ আৱশ্যক। **-*অসমীয়া জাতিৰ চৰিত্ৰ চাই, উপন্যাস নাটকতকৈ বুৰঞ্জী, দৰ্শন, ধৰ্ম্মনীতি, ৰাজনীতি, সমাজ-নীতি বিষয়ৰ সাহিত্যইহে আমাৰ মানুহৰ মনক বিশেষভাৱে আকৰ্ষণ কৰিব পাৰিব।" গোসাঁই-দেৱৰ এইকথা বোধকৰো সঁচা আৰু আমাৰ সাহিত্যিক সকলে এই কথাৰ সত্যতা যেন কাৰ্য্যতে প্ৰতিপাদন কৰে এয়ে আমাৰ বাঞ্ছা। ৰোহ-ঠেহ, দন্দ-খৰিয়াল, বাক-বিতণ্ডা, ভয়, সন্দেহ আৰু ঔদাসীন্য স্ত্ৰীভাবৰ ভিতৰত পৰে। কিন্তু অকুতোভয়তা, দৃঢ়সঙ্কল্পতা, নীৰৱ কৰ্ম্মচেষ্টা আৰু গঢ়নমূলক ঐকান্তিক অধ্যৱসায় পুৰুষভাৱৰ লক্ষণ। এই পুৰুষভাৱ যেতিয়া অসমীয়া সাহিত্যৰ ছত্ৰে ছত্ৰে বিৰিঙি পৰিব, যিদিনা এনে সাহিত্যৰ উদ্গানিত আমাৰ মানুহে তন্দ্ৰাৰ পৰা সাৰ পাই, এলাহ নিহালি কাতিকৈ থৈ উদ্যমশীল হৈ কামত লাগি যাব, যিদিনা পৰস্পৰ হিংসা, খোৱা-কামোৰা গুচি পৰস্পৰ সহযোগ আৰু একতা দেশত স্থাপিত হব তেতিয়া বুজিম যে আমাৰ জাতীয় সাহিত্যই চৰিত্ৰ শুধৰাবলৈ, জাতীয় উন্নতি সাধিবলৈ—প্ৰকৃত কাজ কৰিলে।

আমাৰ দেশৰ বৰ্ত্তমান আৱশ্যকৰ বাবে আৰু আমাৰ সাহিত্যৰ অঙ্গ পূৰ্ণ কৰিবৰ নিমিত্তে আমাৰ সম্প্ৰতি ধৰ্ম্মনীতি, সমাজনীতি বা ৰাজনীতি বিষয়ক পুথি বা আলোচনীতকৈ অৰ্থবিজ্ঞান, কৃষিবিজ্ঞান, শিল্প বাণিজ্য, স্বাস্থ্যতত্ব, শিক্ষা সমবায় আদি কৰি লাগতিয়াল বিষয়বিলাকৰ ফালে, পুথি, সাময়িক পত্ৰিকা, প্ৰবন্ধ, বক্তৃতা প্ৰভৃতি ঘাইকৈ লাগে। বিশেষ এই বিলাকৰ বিষয়ে সৰল প্ৰাঞ্জল ভাৱ আমাৰ দেশৰ মানুহক বুজাবলৈ আৰু সেইবিলাকৰ ফালে আমাৰ মন ঢাল খুৱাবলৈ এই সভাই পাৰিলে এখনি সুবৃহৎ মাহেকীয়া আলোচনী উলিয়াব লাগে। এই বিলাক বিষয়ে পুথি প্ৰবন্ধ আদি লিখিবলৈ এই সভাই পাৰ্য্যমানে লিখক বিলাকক উৎসাহ দিব লাগে। বন্ধুবৰ শ্ৰীযুত হেমচন্দ্ৰ গোসাঁয়ে কৃষি-বিজ্ঞান সম্পৰ্কে সহজ ভাষাত এখনি অসমীয়া পুথিৰ বাবে ৫০৲ টকা বঁটা দিবলৈ গাত লৈছে। তেখেতে যদি সেই অনুমতি দিয়ে তেন্তে মঞো আৰু ৫০৲ টকা দি সেই বঁটাৰ মূল্য ১০০৲ টকা কৰিব খোজো। দুখৰ বিষয় যে এই বিলাক লাগতিয়াল বিষয়ৰ শিক্ষা আমাৰ মজলীয়া বা হাইস্কুল বিলাকত দিয়া নহয়। আশাকৰো আমাৰ শিক্ষা বিভাগৰ বৰ্ত্তমান অসমীয়া মন্ত্ৰী ডাঙৰীয়াই এই বিষয়ে মনোযোগ দিব।

সাহিত্যৰ কেইবাটাও অঙ্গত যে অসমীয়া জাতি অইনতকৈ হীন তাক আমি স্বীকাৰ কৰিব লাগে। অসমীয়া জাতি যে সঙ্গীত-প্ৰিয় তাৰ কোনো ভুল নাই। অসমীয়া ডেকা-গাভৰু, বোৱাৰী-জীয়াৰী, বুঢ়া-আদহীয়া সকলোৰে মুখতে গীত শুনিবলৈ পোৱা যায়। অসম দেশত যেনেকৈ গৰখীয়া, মহ-ৰখীয়া, টং-ৰখীয়া, নাওবোৱা, হাবিকটা মানুহৰ মুখত গীত শুনা যায় ভাৰতবৰ্ষৰ

আন ঠাইত তেনে কম। তথাপি সঙ্গীত বিদ্যাৰ যে আমাৰ দেশত উন্নতি হোৱা নাই এই কথা নুই কৰিব নোৱাৰি। বৰ্ত্তমান সময়ত সঙ্গীত-চৰ্চ্চা খুব কম লোকেহে কৰে। আৰু যি কৰা হয় সি বঙালীৰ আৰ্হিত। ভাৰতবৰ্ষৰ প্ৰায় সকলো ভাষাৰে গীতৰ ৰেকৰ্ড আছে। নাই অসমীয়া ভাষাৰ গীতৰ ৰেকৰ্ড। সিদিনাখন মহীশূৰ ৰাজ্যত ৰজাঘৰীয়া কালোৱাত আৰু নৰ্ত্তকসকলৰ গীতবাদ্য শুনি আহিলো। যদিও সি হিন্দুৰ ছয় ৰাগ ছয়ত্ৰিশ ৰাগিণীৰ পৰা উদ্ভূত সঙ্গীত তথাপি কাণত তাৰ বিশেষত্ব অনুমিত হ'ল। আমাৰ বৰ্ত্তমান অসমীয়া সঙ্গীতত তেনে কোনো বিশেষত্ব নাই। আমাৰ গাৱঁলীয়া নাওঠা গীতবিলাককে পুৰণা সম্পত্তি বুলি গণমাৰি থাকিলে বোধকৰো আমাৰ সঙ্গীতৰ উন্নতি সাধন কৰা নহব। শঙ্কৰ-মাধৱৰ দিনত ৰচা বৰগীতবিলাকো ৰাগ তাল ঠিক ৰাখি গাব জনা লোক আজি কালি প্ৰায় নাই বুলিলেই হয়। একেটি গীতকে কমলাবাৰী সত্ৰৰ ভকতে আন ৰকমে আৰু বৰপেটা সত্ৰৰ ভকতে আন ৰকমে গোৱা শুনিছো। এই এটি বিষয় সম্পৰ্কে আমাৰ দেশৰ শিক্ষিত লোক সকলে মন কৰা উচিত। কাৰণ তেওঁলোকে যত্ন নকৰিলে অসমীয়া সঙ্গীত বুলি এটা বস্তু হোৱা টান।

আমাৰ দেশত আলেখ্য বা চিত্ৰ-বিদ্যাৰো সেই অৱস্থা। পুৰণি পুথি বিলাকত যিবিলাক চিত্ৰ দেখা যায়, পুৰণি কালৰ নমুনাৰে আজি-কালিও যিবিলাক কপাহী আৰু পাতৰ কাপোৰত আমাৰ তিৰোতা বিলাকে ফুল, গছ, বটা, তৰা বা ফুটুকি দিয়ে, পুৰণি বটা, শৰাই, বীৰিমণি আদিত যি মিনা কৰা ( enamelled ) চিত্ৰ দেখা যায় আৰু ধাতু, কাঠ, শিল, মহৰ শিং, পহুৰ শিং বা হাতী দাঁতত কটা যিবিলাক চিত্ৰ দেখা যায় সেয়ে আমাৰ আগৰ কালৰ চিত্ৰবিদ্যাৰ চানেকী। এসময়ত সেয়ে প্ৰশংসাৰ যোগ্য আছিল। গুৰু-চৰিত্ৰৰ পৰা আমি জানিব পাৰো যে শঙ্কৰদেৱে অসমীয়া তিৰোতাই বৈকুণ্ঠৰ চিত্ৰ তুলি বোৱা কাপোৰ এখন কোচবিহাৰৰ নৰনাৰায়ণ ৰজাক উপঢৌকন স্বৰূপে দিছিল। ৰজাই সেই কাপোৰ দেখি মোহিত হৈ কাপোৰ খনি মূৰত তুলি লৈছিল। এই আটাইবোৰ কিন্তু idealistic অৰ্থাৎ অনুমানক বা আদৰ্শচিত্ৰৰ চানেকী; পূৰ্ব্বকালত এনেকুৱাই আৰ্হি আছিল। অলপতে মিছৰ দেশত তিনি হেজাৰ বছৰৰ আগৰ ৰজা তুতেন্‌খামেনৰ মৈদামত যিবিলাক চিত্ৰ আৰু মূৰ্ত্তি পোৱা গৈছে সিও আনুমানিক যেনহে বোধ হয়। বৰ্ত্তমান সভ্যজগতত কিন্তু আনুমানিকতকৈ realistic আনুৰূপিক বা যথাৰ্থ চিত্ৰৰহে বেছি আদৰ। এনে আনুৰূপিক চিত্ৰতো বৰ্ত্তমান সময়ত ভাৰতবাসীয়ে কৃতিত্ব লাভ কৰিছে। আমাৰ দেশত চিত্ৰ-বিদ্যা বা আন তেনে শিল্প-বিদ্যা শিক্ষাৰ কোনো প্ৰকাৰ উপায় নাই। আন আন প্ৰদেশত Fine Arts School বা এনে সুকুমাৰ কলা শিক্ষাৰ বিদ্যালয় খোলা হৈছে। অসম দেশত আজিলৈকে ইমান যত্ন কৰিও এটি টেকনিকেল স্কুল খুলিব পৰা নাই, সেই দেশত যে শীঘ্ৰে School of Arts খুলিব পৰা যাব এনে আশা বিড়ম্বনা মাত্ৰ।

খনিকৰ কাম বা Sculpture ইও সাহিত্যৰ অঙ্গভূক্ত। এই বিদ্যাতেই আমি বৰ্ত্তমান সময়ত বৰ লাজলগা ভাৱে দুখীয়া। অতি প্ৰাচীন কালৰ কথা নকও, আহোম ৰজা সকলৰ দিনতো মন্দিৰ, দেৱালয়, কাৰেংঘৰ, ৰংঘৰ আদি সজাত অসমীয়া কাৰিকৰসকলে কাম কৰিছিল। শিলাকুটী, খনিকৰ এইবিলাকৰ বেলেগ বেলেগ খেল আছিল। শিলাকুটি মৌজা, খনিকৰ গাঁও, এওঁলোকৰে পূৰ্ব্বৰ বাসস্থান। এতিয়া সেইবিলাক ঠাইত এটিও শিলকুটা

মানুহ নাই। কিন্তু সেই ঠাইৰ অসমীয়া মানুহেই আজি দুশ বা তিনিশ বছৰৰ পূৰ্ব্বে পৰ্ব্বতৰ পৰা শিল কাটি উলিয়াই তাত নানাপ্ৰকাৰ চিত্ৰ আৰু মূৰ্ত্তি কাটি কাটি তাৰে দৌল মন্দিৰ আদি সাজিছিল। দুখৰ বিষয় এতিয়া তাতোকৈ সামান্য শিলকুটা কাম কৰিবলৈ বিদেশৰ মানুহ নানিলে নহয়। ইটা পকীৰ কাম বিদেশী ৰাজমিস্ত্ৰী নহলে আমাৰ দেশী কৰোতা নাই।

বন্ধু সকল! মই জানো যে আজি মোতকৈ ভালেমান উপযুক্ত লোকে আপোনালোকক ৰচনা বা বক্তৃতা শুনাবলৈ বৈ আছে। এতেকে মই বাজে কথা কৈ আপোনালোকৰ সময় নষ্ট কৰা উচিত নহয়। মোৰ এই লৰালৰিকৈ লিখা সংক্ষেপ অভিভাষণ যে এনে বৃহৎ সম্মিলনীৰ উপযুক্ত নহয় তাক মই ভালকৈ জানো। মোৰ আশা আৰু প্ৰাৰ্থনা যেন আপোনালোকে নিজগুণে মোৰ সকলো ত্ৰুটি আৰু দোষ মাৰ্জ্জনা কৰে।

——

# সপ্তম অধিবেশন

## গুৱাহাটী—ডিচেম্বৰ, ১৯২৪ চন

### সভাপতি—লক্ষ্মীনাথ বেজবৰুৱা

“ওঁ যোদেবোঽগ্নৌ যোঽপ্সু যো বিশ্বং ভুবনমাবিবেশ।
য ওষধিষু যো বনস্পতিষু তস্মৈ দেৱায় নমোনমঃ ॥”

যি দেৱতা অগ্নিত, যি পানীত, যি বিশ্বসংসাৰত প্ৰবিষ্ট হৈ আছে, যি ওষধিত, যি বনস্পতিত, সেই দেৱতাক বাৰে বাৰে নমস্কাৰ কৰোঁ।

আদৰণি সমিতিৰ সভাপতি ডাঙৰীয়া আৰু মোৰ স্বদেশবাসী বন্ধুসকল! অসম সাহিত্য-সভাৰ সপ্তম অধিবেশনৰ মোক সভাপতি পতা বাবে আপোনাসকলৰ নথৈ শলাগ লওঁ। মই ভালকৈ জানো যে মই এই সন্মানৰ যোগ্য নহওঁ। আমাৰ বুঢ়ালোকৰ কথা একাষাৰ আছে বোলে “মাতিলে ৰণ কৰিবলৈকো যাবা, নামাতিলে ভোজ খাবলৈকো নাযাবা।” এই দেখি

পাতনি ওলাইছোঁহি। আগেয়ে কেইবাবাৰো ৰণ আৰু ভোজ দুইটালৈকে নিমন্ত্ৰণ পায়ো যথাৰ্থতে আহিব নোৱাৰি নাহিছিলোঁ। আৰু সেই বাবে পেটে পেটে বেজাৰো পাইছিলোঁ। কিন্তু এই বাৰ সকলো জঞ্জাল কাতি কৰি পথ ওলাইছোহি। নজনাৰ হাতত আপোনালোকে কাঁৰফাই-ধনু তুলি দিছে। যদি ৰণুৱাৰ ভাও দিবলৈ মতা এই আভজা কাঁড়ীয়ে তাৰে কাঁড় মাৰিব নোৱাৰে, তেন্তে সেই বাবে লাজ-অপমানৰ ভাৰৰ ভাগ যদিও আপোনালোকৰো প্ৰাপ্য, তথাপি এই ছাল-ছিগায়েই গোটেইখন ভাৰতে কান্ধ পাতি দিবলৈ গাত লৈছে; কাৰণ আপোনাসকলৰ motiveটো অৰ্থাৎ মৎলবটো ভাল অৰ্থাৎ আপোনাসকলৰ উদ্দেশ্যটোত সমূলি কেৰোণ নাই। আৰু ইয়াৰ উপৰি স্বকৃত কৰ্ম্মফল বুলি কথা এষাৰ ভালেমান দিনৰে পৰা শাস্ত্ৰই-পুথিয়ে আৰু সন্ত-সাধুৰ মুখে মুখে বাগৰি ফুৰিছে; সেই ফাকিকতো আলিৰ দাঁতিত পৰি মৰিবলৈ এৰি দিব নোৱাৰি! আৰু একাষাৰ কথা এইখিনিতে কৈ থওঁ—মই আপোনাসকলক সাহিত্য সম্বন্ধে উপদেশ দিবলৈ অহা নাই। সাহিত্যৰ ‘গুৰুগিৰি’ কৰিবৰ মোৰ মনো নাই, শকতিও নাই। সেই বিষয়ে বৰং মোতকৈ আপোনাসকলৰ ভিতৰত অনেক আছে, যিসকল ভালকৈ পাকৈত বুলি মোৰ বিশ্বাস। সাহিত্যৰ কথা এই সভাৰ আগৰ অধিবেশনবোৰত সুবিখ্যাত সাহিত্যৰথী, মহাৰথীসকলে যি কৈ গৈছে, তাৰ ওপৰঞ্চি নতুন কিবা আছে যদিও মোৰ বিদ্যা-বুদ্ধিয়ে তাক লগ পোৱা টান। সাহিত্যৰ “দোকান”ৰ পৰা বুদ্ধিৰ বিত ভাঙি বিদ্যাৰ চাউল কিনি আনি বৰভঁৰাল বান্ধিবলৈ এই নিঃকিনৰ গাঁঠিত পইচা-কড়ি এবো নাই। নিতৌ মাগিবলৈ নগলে এই দুখীয়াৰ টেকেলি-কাতি। এনে স্থলত কবই লাগিব যে আপোনাসকলক ধন্য কৰিবলৈ, জ্ঞানী কৰিবলৈ, বিদ্বান কৰিবলৈ, মহত্বৰ

অধিকাৰ লৈ, আৰু এটা বিৰাট ঔদ্ধত্য লৈ আজি মই ইয়াত থিয় দিয়াহি নাই। মোৰ নিজৰ দেশৰ আই-বোপাই, ভাই-ককাই, বাই-ভনী, ইষ্ট-কুটুম্ব, বন্ধু-বান্ধৱসকলক এৰি আজি দীৰ্ঘকাল মই আঁতৰত কটাইছোঁ। তেওঁলোকৰ পোনপটীয়া মৰম-চেনেহ আদৰ-যত্ন প্ৰায় হেৰুৱাইছোঁ বুলিলেই হয়। যি দেশে মোক জন্ম দিলে, সেই দেশৰ সাক্ষাৎভাৱে কোনো সেৱাকে মই কৰিব পৰা নাই। ইত্যাদি কাৰণত এইবাৰ সাহিত্য-সম্মিলনীৰ আহ্বানৰ গঁৰিলা লৈ মই মোৰ নিজ দেশ আৰু নিজ দেশৰ আপোনাসকলৰ সৈতে মিলনৰ আনন্দৰস সম্ভোগ কৰিবলৈ আহিছোঁ—যদিও ক্ষন্তেকৰ নিমিত্তে। ইয়াৰ উপৰি মানুহেৰে সৈতে মানুহৰ স্বাভাৱিক সম্বন্ধৰ যি আকৰ্ষণ আছে, সেইটো স্বীকাৰ কৰি, সহজভাৱে লগ লাগিবলৈ আহিছোঁ; বক্তৃতা বা উপদেশৰ বোজা বোকোচাত বান্ধি লৈ অহা নাই। কাৰণ তেনেকুৱা কাৰ্য্যৰ বোজা লৈ আহিলে সিয়েই আপোনাসকলৰ সৈতে মোৰ সহজ সম্বন্ধ-স্থাপনত ব্যাঘাত হয়। মানুহৰ প্ৰাণৰ মন্দিৰত সোমাবলৈ গলে মৰম, শ্ৰদ্ধা আৰু ভক্তিৰ পুষ্পাঞ্জলি লৈ আহিব লাগিব; মিশ্যনেৰি spiritঅৰ জোতা পিন্ধি অথবা প্ৰচাৰকৰ ঔদ্ধত্যৰ ফানটি ভৰিত বান্ধি নহয়। লোকক দয়া কৰি শিক্ষা দিবৰ প্ৰকাণ্ড স্পৰ্দ্ধা যেন ঈশ্বৰে মোক নিদিয়ে। কিয়নো, মোৰ দৃঢ় বিশ্বাস যে তেনে অযাচিত স্পৰ্দ্ধাৰে নিজৰ মানুহকে হওক বা পৰকে হওক, অপমান কৰিবৰ কাৰো অধিকাৰ নাই। সেই বাবে সাহিত্য-সম্মিলনীৰ নিমন্ত্ৰণৰ চেলু লৈ মই আপোনালোকৰ ওচৰলৈ মূৰ দোঁৱাই আহিছোঁ; বুকু উদং কৰি আকোঁৱাল মেলি আহিছোঁ; মোক আপোনালোকে বন্ধুত্বৰ প্ৰাণৰ পৰশ দিয়ক; কাৰণ, হিয়াৰ ভিতৰেদিহে মানুহৰ অন্তৰত সোমাবলৈ বাট। এতেকে আজিময়ো আগবাঢ়ি আহিছোঁ, আপোনাসকলো আগবাঢ়ি আহক। মোক আলিঙ্গন কৰক, ময়ো আলিঙ্গন কৰি পৰম সুখ লভোঁ। লৰা, ডেকা, বুঢ়া, সকলোকে মাতিছোঁ। মোৰ পকা চুলি আৰু বয়সৰ ফালে চকু নিদিব ( বুঢ়াইতো নিদিয়েই )। সেই কাম চিত্ৰগুপ্তই কৰে যদি কৰক, মোৰ তাত আপত্তি নাই। আপোনাসকল আগবাঢ়ি আহক। হৃদয় দিয়ক; প্ৰাণৰ পৰশ দিয়ক। আপোনাসকলৰ পৰা পটাপট্ হাতচাপৰি মোক নালাগে; চাপৰিক লুইতৰ পাৰত গজা খাগৰিৰে সৈতে থাকিবলৈ বৰ-চাপৰিলৈ পঠিয়াওক। হৈধ্বনিকো জটাবল্কল পিন্ধাই লগতে পঠিয়ালেও মই হাক নিদিওঁ।

প্ৰাচীন ভাৰতৰ সভ্যতাৰ ইতিহাসত কামৰূপৰ অৰ্থাৎ অসমৰ স্থান অতি গৌৰৱ-জনক। অতীজতে ভাৰতত দ্ৰেভিদিয়ান্ অৰ্থাৎ দ্ৰাবিড়ী বংশৰ মানুহৰ বসতি আছিল। দ্ৰাবিড়ীবিলাকো ভাৰতৰ আদিবাসী মানুহ নহয়। পণ্ডিতসকলে থিৰ কৰিছে, যে দ্ৰাবিড়ী-বোৰ আফ্ৰিকা মহাদেশৰ পৰা অহা মানুহ আৰু ভাৰতৰ উত্তৰ-পচিমেদি ভাৰতত সোমাই-ছিলহি। কোনো কোনো পণ্ডিতে অনুমান কৰে যে অতি পুৰণি কালত লেমুৰিয়া নামৰ এডোখৰ ঠায়ে আফ্ৰিকাৰে সৈতে ভাৰতক লগ লগাই থৈছিল। কালক্ৰমত সেই ঠাই-ডোখৰ সাগৰৰ গৰ্ভত লীন হ'ল। একালত গোটেই ভাৰত জুৰি দ্ৰাবিড়ীৰ বসতি আছিল বুলি তেওঁলোকে কয়। আৰ্য্যৰ সোঁত যেতিয়া ভাৰতলৈ বলিবলৈ ধৰিলে, দ্ৰাবিড়ীবোৰ সেই সোঁতৰ হেঁচাত দক্ষিণ-ভাৰতত থুপ খালেগৈ আৰু যিবোৰ কাষৰে-পাজৰে বৈ

গ'ল, সেইবোৰ আৰ্য্যৰ ভিতৰত সোমাই জাতিবিভাগৰ তল-শ্ৰেণীত পৰিল। অসমতো পূৰণি অসমৰ ঠাই দ্ৰাবিড়ী জাতিৰ বসতি আছিল আৰু তেওঁলোকে পচিম ফালৰ পৰা আৰ্য্যৰ আৰু পূব ফালৰ পৰা অনাৰ্য্য মঙ্গলীয়া জাতিৰ হেঁচা খাইছিল। এনে দুফলীয়া হেঁচাত পৰি তেওঁলোকৰ স্বভাৱতে আত্মবিলোপ ঘটিছিল। কোনো কোনো পণ্ডিতৰ মতে অসমৰ কৈবৰ্ত্ত জাতিয়েই সেই দ্ৰাবিড়ী জাতিৰ অৱশেষ।

আৰ্য্যজাতিৰ ডাঙৰ সোঁতাটো উত্তৰ-পচিমৰ বাটেদি অসমত সোমাইছিলহি। আন এসোঁতা, খুব সম্ভৱ, ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে শদিয়াইদি অৰ্থাৎ উত্তৰ-পূৰ্ব্বৰ বাটেদি আহিছিল। শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰজনীকান্ত পদ্মপতি আৰু ৰায় বাহাদুৰ শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালাই এই বিষয়ে অনেক প্ৰমাণ দেখুৱাই অনেক প্ৰবন্ধ লিখিছে। সেই প্ৰবন্ধবোৰ সকলোৱে ভালকৈ পঢ়া উচিত। এই দুই জনৰ ওচৰত আমি ধৰুৱা।

ভাৰতলৈ অহা আৰ্য্য আৰু অনাৰ্য্য জন-স্ৰোতৰ কোনটো আগ, কোনটো পাচ, কোৱা সম্ভৱ নহয়। অনন্ত কালৰ সোঁতৰে জনস্ৰোতো নিশ্চয় ভাৰতলৈ বৈ আছে। আৰ্য্যবিলাকে যেতিয়া বিজয় দুন্দুভি বজাই আৰ্য্যসভ্যতাৰ বিজয়-নিচান হাতত লৈ ভাৰত-মুৱা হৈ আগুৱাই আহি ভাৰতত সোমাইছিল, তেতিয়া তেওঁলোকে কত দৈত্য, দানৱ, অসুৰ, ৰাক্ষসেৰে সৈতে সমুখ হৈ সেইবোৰক ৰণত হৰুৱাই নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব-লগীয়া হৈছিল, তাৰ সীমা নাই। পূব-ভাৰতত সেই অসুৰবোৰ কোন? সেইবোৰৰ সৰহ ভাগ ভাৰতৰ আদিম অধিবাসী প্ৰতাপী দ্ৰাবিড়ী ৰজা প্ৰজা, যাক আৰ্য্যসকলে অসুৰ, দানৱ, দৈত্য, ৰাক্ষস, পিশাচ প্ৰভৃতি নাম দিছিল।

পণ্ডিতসকলে যি কেইটা শ্ৰেণীত ইণ্ডো-চীন (Indo Chinese) ভাষাকওঁতাসকলক বিভাগ কৰিছে, তাৰে তিনিটা ঘাই শ্ৰেণীত অসমলৈ অহা সেই বংশধৰ মানুহবোৰ পৰে। (১) মন খেমৰ (Mon-Khemer); (২) তিব্বত-ব্ৰহ্মণ (Tibeto Burman); (৩) শ্যাম-চীন (Siamese-Chinese)। চান ভাষা শ্যাম চীন ভাষাৰ বংশৰ ভিতৰুৱা। আহোম ভাষা চান ভাষাৰ পৰা ওলোৱা। মনখেমৰ ভাষা কওঁতাবিলাক অসমলৈ প্ৰথমতে আহে। তেওঁলোকৰ পিচত তিব্বত-ব্ৰহ্মণ ভাষাৰ ভিতৰুৱা ভাষা কওঁতাবিলাক এটা ফৈদৰ পিচত আন এটাকৈ অসমত সোমায়হি। পিচত অহাবোৰে আগেয়ে অহাবোৰক ৰণত আৰু জীৱন-যুদ্ধত হৰুৱাই, হয় গ্ৰাস কৰিছিল, নহয় খেদি-ঠেলি পৰ্ব্বতবাসী কৰিছিল। এই তিব্বত-ব্ৰহ্মণ ভাষাৰ পৰিয়ালৰ ভিতৰুৱা তিনি শ্ৰেণীৰ ভাষা অসমবাসী অনাৰ্য্যবিলাকৰ ভিতৰত আজিকালি প্ৰচলিত আছে:—(১) নগা ভাষা; (২) কুকি-চীন ভাষা; (৩) বড়ো ভাষা। নগা পৰ্ব্বতবোৰত নগা ভাষা কোৱা হয়। মণিপুৰ, কাচাৰ আৰু লুচাই পৰ্ব্বত-বোৰত কুকি-চীন ভাষা কোৱা হয়। বড়ো ভাষাৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰায় সকলো অনাৰ্য্য-জাতিৰ ভাষা পৰে। উত্তৰ কাচাৰৰ ভাষাবোৰ, গাৰো পৰ্ব্বতবোৰত প্ৰচলিত ভাষাবোৰ, কচাৰী বা মেচ ভাষা, ৰাভা, চুতীয়া, লালুং, ডিমচা আদি ভাষা, বড়ো পৰিয়ালৰ ভিতৰুৱা। খৃষ্টীয় ত্ৰয়োদশ শতিকাত আৰু তাৰ পিচতো, টাই বা চান ভাষাৰ ভিতৰুৱা ভাষা কওঁতাবিলাকো অসমত সোমালহি। এইদৰে নানা দেশৰ নানা জাতৰ

নানা পৰিয়ালৰ আৰ্য্য অনাৰ্য্য মানুহ অসমলৈ আহি অসমত দীৰ্ঘকাল বাস কৰি অসমীয়া হৈছিল। আৰু এইদৰেই পিচৰ কালডোখৰতো, আন কি আজিলৈকে, অসমীয়া জাতিৰ বৰজালখন গোঁথা হৈ আহিব লাগিছে। কনৌজীয়া, হিন্দুস্থানী, পঞ্জাবী, বঙালী, উড়িয়া, নেপালী, গুজৰাটী আদিৰ পোহ পৰি অসমীয়া জাতিৰ কলেৱৰ দিনকদিনে বৃদ্ধি হোৱাটো কোনে নাজানে? কত বিজয়ী আহোম বংশৰ মানুহ, কত চিংফৌ, মৰাণ, নগা, মিকিৰ, মিৰি, দফলা, গাৰো, লাহে লাহে হিন্দুধৰ্ম্ম আৰু হিন্দুৰ প্ৰভাৱৰ ভিতৰলৈ আহি, কোচ, কেওট আদি জাতিৰ ভিতৰত সোমাই চিন নাইকিয়া হৈ একেবাৰেই অসমীয়া হিন্দু হৈ অসমীয়া জাতিক হৃষ্টপুষ্ট বলিষ্ঠ কৰিছে, তাৰ সীমা সংখ্যা নাই; এইদৰে মুছলমানৰ অসম আক্ৰমণৰ কালৰ পৰা অনেক বিদেশী মুছলমান আহি অসমত বাস কৰি অসমীয়া জাতিৰ সংখ্যা আৰু বল বৃদ্ধি কৰিব লাগিছে।

এই দেখি বাণ, নৰক, ভগদত্ত, ঘটোৎকচৰ বীৰত্বত আমি নিজক যেনে গৌৰৱান্বিত বিবেচনা কৰো, আৰিমত্ত, জোঙালবলহু, ভাস্কৰবৰ্ম্মা, গদাধৰসিংহ, লাচিত বৰফুকন আৰু মূলাগাভৰুৰ বীৰত্বতো তেনে গৌৰৱান্বিত বিবেচনা কৰোঁ; কাৰণ এই সকলোবোৰ আমাৰ বুকুৰ বান্ধ অসমীয়া। অসমীয়া মানে কামৰূপীয়া, কামৰূপীয়া মানে অসমীয়া। পুৰণি কালত কামৰূপীয়া মানে যেনেকৈ ভাটী আৰু উজনিৰে সৈতে গোটেই কামৰূপৰ মানুহক বুজাই-ছিল, অসমীয়া মানেও সেইদৰে আজিকালি গোটেই দেশখনৰ মানুহকে বুজায়।

এই মৰ্ত্ত্য জগতত সকলো জীৱ-জন্তুৰ দৰে ভাষাৰ, তাৰ অন্তৰ্গত শব্দৰ আৰু তাৰ অৰ্থৰে জন্ম মৃত্যু, উত্থান, পতন আছে। একালত কোনো এটা শব্দই যি অৰ্থ তাৰ বুকুত বান্ধি ফুৰিছিল, আন কালত সেই অৰ্থ অনৰ্থ হৈ খহি পৰি আন অৰ্থবোধক হৈ পৰিছেগৈ। পুৰণি-কলীয়া বিপুল অৰ্থৰ অধিকাৰী "কামৰূপ" আৰু "কামৰূপীয়া" শব্দ দুটাৰো আজি মহা অনৰ্থ মিলিছে। যি কামৰূপ শব্দটো শুনিলেই প্ৰাগ্‌জ্যোতিষপুৰ, ৰত্নপুৰ, শোণিতপুৰ আৰু কালিকাপুৰাণত আৰু বিষ্ণুপুৰাণত উল্লেখ কৰা কামাখ্যা মন্দিৰকে সোঁমাজ কৰি চাৰিউফালে এশ যোজন অৰ্থাৎ প্ৰায় ৪৫০ মাইল বিয়পি জুৰি থকা কামৰূপলৈ মনত পৰিছিল, যি কামৰূপে নিজৰ বিশাল বপুৰ ভিতৰত আজিকালি ভাগ হৈ থান্‌চা-বান্‌চা হোৱা প্ৰায় গোটেইখন পূৰ্ব্ববঙ্গ অসম ভুটানেৰে সৈতে সামৰি সুমাই থৈছিল; যি কামৰূপ শব্দই মনত পেলাইছিল সেই কামৰূপক, যাৰ সীমা, কালিকাপুৰাণ আৰু বিষ্ণুপুৰাণৰ পিচৰ কালত ৰচিত যোগিনীতন্ত্ৰত উল্লিখিত হৈছে "কৰতোয়াং সমাৰভ্য যাবদ্দীকৰবাসিনী" অৰ্থাৎ যি কৰতোয়া পচিমে চিকিমৰ নামনিৰ পৰ্ব্বতবোৰৰ মাজত ব্ৰহ্মকুণ্ডৰ পৰা ওলাই দাৰ্জিলিং, জলপাইগুৰি, ৰংপুৰ, দিনাজপুৰ আৰু বগুৰাৰ মাজেদি দক্ষিণমুৱা হৈ চাৰাঘাটেদি গৈ পাবনাৰ ওচৰৰ পদ্মাত পৰিছেগৈ আৰু যাক মহাভাৰতৰ ভীষ্মপৰ্ব্বত "লৌহিত্যং কৰতোয়াং চ তথৈব বৃষকাহ্বয়ম" আৰু ব্ৰহ্মাণ্ড পুৰাণত "কৰতোয়াং মহাগৌৰী দুৰ্গাচান্ত শিৱা তথা" বুলি উল্লেখ কৰিছে, সেই পুণ্যতোয়া কৰতোয়া নৈ যি ৰাজ্যৰ পচিম সীমা; দিক্‌ৰাই বা দীকৰং যাৰ পূব সীমা; কাঞ্চন আৰু গিৰিকাণ্ডক নামৰ পৰ্ব্বতবোৰ যাৰ উত্তৰ সীমা আৰু ব্ৰহ্মপুত্ৰ আৰু লক্ষ্মী নদীৰ সঙ্গম যাৰ দক্ষিণ সীমা আছিল, অৰ্থাৎ আজিকালিৰ ব্ৰহ্মপুত্ৰ উপত্যকা, ভুটান, ৰংপুৰ আৰু কোচবিহাৰ মিলি যি কামৰূপ ৰাজ্য

সংগঠিত হৈছিল, যি কামৰূপ প্ৰাগ্‌জ্যোতিষপুৰ স্থাপনকৰোঁতা, কামাখ্যাত অনেক সাগ্নিক বেদজ্ঞ ব্ৰাহ্মণৰ বসতি কৰাই দিওঁতা, বিদৰ্ভ ৰজাৰ জীয়েক মায়াক বিবাহ কৰোঁতা, প্ৰথমতে হিন্দু ধৰ্ম্মত আস্থাবান হৈ পিচত বাণৰ সংসৰ্গদোষত পৰি সেই ধৰ্ম্মত অনাস্থাবান হৈ অত্যাচাৰী অনাচাৰী হোৱাত, যদুকুল-প্ৰদীপ শ্ৰীকৃষ্ণৰ হাতত প্ৰাণ হেৰুৱাওঁতা নৰকাসুৰৰ ৰাজ্য আছিল; যি কামৰূপত পুতেক ভগদত্তৰ প্ৰাগ্‌জ্যোতিষপুৰ নগৰ অৰ্জ্জুনে আক্ৰমণ কৰিলত ভগদত্তই নিজৰ কিৰাত আৰু চীনা সেনা লৈ অৰ্জ্জুনেৰে সৈতে আঠ দিন তুমুল সংগ্ৰাম কৰি শেহত ঘাটি যুধিষ্ঠিৰক কৰ দিবলৈ মান্তি হৈছিল, আৰু যি ভগদত্তই মহাভাৰতৰ যুদ্ধত দুৰ্য্যোধনৰ ফলীয়া হৈ যুদ্ধ কৰি অসীম বীৰত্ব দেখুৱাইছিল, আৰু যি বীৰত্বৰ কথা বখানিবলৈ মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ চাৰি অধ্যায় লাগিছিল; যি কামৰূপত খৃষ্টীয় চতুৰ্থ শতিকাত শঙ্কল বা শঙ্কলাদেৱ নামৰ মহা পৰাক্ৰমী ৰজাই ৰাজত্ব কৰিছিল, যি উত্তৰ-ভাৰতৰ কেদাৰ ব্ৰাহ্মণ নামৰ ডাঙৰ ৰজা এজনৰ ৰাজ্য আক্ৰমণ কৰি যুঁজত কেদাৰ ৰজাক হৰুৱাইছিল; আৰু যি শঙ্কলে ভাগীৰথীৰ পূবফালৰ দেশ বঙ্গ আৰু বিহাৰ জয় কৰিছিল, যি গৌৰ নগৰ অথবা লক্ষণাৱতী সংস্থাপন কৰিছিল, যাৰ ৪০০০ হাতী, একলাখ ঘোঁৰা আৰু চাৰি লাখ পদাতিক সৈন্য আছিল, যাৰ পৰা স্কাইথিয় টুৰাণ ৰজা আফ্ৰছিয়াবে কৰ বিচৰা বাবে যি সেই আফ্ৰছিয়াবৰ পঞ্চাশ হাজাৰ মঙ্গল বা মোগল সেনাৰে সৈতে ঘোৰাঘাট পৰগণাৰ ওচৰৰ কোচপৰ্ব্বতৰ কাষত যুদ্ধ কৰি সেই সেনাবোৰ মষিমূৰ কৰিছিল; যি কামৰূপৰ নাম শুনিলে মনত পৰিছিল মহা গৌৰৱান্বিত মহাৰজা ভাস্কৰবৰ্ম্মাৰ কথা, যাক ৰাজচক্ৰৱৰ্ত্তী বৌদ্ধ ৰজা হৰ্ষবৰ্দ্ধনে মহোৎসৱলৈ নিমন্ত্ৰণ কৰি নি, ভাৰতবৰ্ষৰ আন আন ঠাইৰ পৰা নিমন্ত্ৰিত হৈ অহা কুৰিজন ৰজাৰ আগশাৰীত ঠাই দিছিল, আৰু যাক হৰ্ষবৰ্দ্ধনে সেই উৎসৱৰ শোভাযাত্ৰাৰ নায়ক পাতি নিজৰ সোঁহাতে একেশাৰীতে লৈ গৈছিল আৰু ৫০০ হাতীয়ে যাক হৰ্ষবৰ্দ্ধনেৰে সৈতে ৰক্ষা কৰি গৈছিল, যি কামৰূপৰ নাম শুনিলে দীপিকাছন্দ পুথিত বৰ্ণনা কৰা ৰামচন্দ্ৰ ৰজাৰ কথা মনত পৰিছিল, ৰত্নপুৰ নামে ৰাজধানী মাজুলীত আৰু যি ৰত্নপুৰ হৰবিদ ৰজাৰ পুতেক কুশাৱণ্যকে আদি কৰি অনেক ৰজাৰ ৰাজধানী আছিল, আৰু যি কুশাৱণ্য গৌৰ, কামৰূপ আৰু জয়ন্তাৰ অধিপতি আছিল; যি কামৰূপৰ নাম শুনিলে বনমালা ৰজাৰ কথা মনত পৰিছিল, যাৰ ৰাজ্য সমুদ্ৰ পৰ্য্যন্ত বিস্তৃত আছিল, আৰু বঙ্গদেশৰ ৰজা দেৱপালৰ তামৰ ফলিত যাৰ বিষয়ে এই বুলি লিখা আছে যে "দেৱপালে কামৰূপৰ ৰজাক উড়িষ্যাৰ ৰজাৰ বিপক্ষে যুদ্ধত সহায় কৰিছিল", যি কামৰূপতে বলবৰ্ম্মই (প্ৰায় ৯৯০ খৃষ্টাব্দত) আৰু ৰত্নপাল ৰজাই (একাদশ শতিকাৰ প্ৰথম ভাগত) ৰাজত্ব কৰিছিল; যি ৰত্নপালে গুৰ্জ্জৰ, গৌৰ, কেৰেলা, আৰু দক্ষিণ ভাৰতৰ ৰজাৰে সৈতে যুদ্ধ-বিগ্ৰহ কৰিছিল বুলি তেওঁৰ নাতিয়েক ইন্দ্ৰপাল ৰজাৰ তামৰ ফলিত লিখা আছে, আৰু যি ৰত্নপাল অনেক তামৰ খনিৰ গৰাকী আছিল; সেই কামৰূপ শব্দটো আজি কুঁচি অকণমান হল। আজি তাৰে এডোখৰ অসম শব্দই গ্ৰাস কৰিলে,—যি অসম বুলিলে পোনতে ভৰলী নৈৰ পৰা দীকৰং নৈৰ ভিতৰত থকা সোঁৱাৰপীঠ নামৰ জকাইচুক ডোখৰ পাই তাৰ পিচতহে ভৰলীৰ পৰা ৰূপহী, আৰু ৰূপহীৰ পৰা অতি সঙ্কুচিত ভাৱে চুচুক্‌চামাক্‌কৈ সোণকোঁহ পায়গৈ। চুচুক্‌চামাক্‌কৈ বুলিছোঁ এই বাবে যে আমি গুৱালপাৰা ডিষ্ট্ৰিক্টৰ পচিম সীমাত অসমীয়া ভাষাৰ টাব্‌ চিলিঙি পুতিবলৈ গৈ তাৰ আগেয়ে

তাতে বহি এমুঠি ভাত ৰান্ধিবলৈ বহিলেই আমাৰ বিদেশী ভাইহঁতে হাতত টাঙোন লৈ সেইখিনিতে ঘপহ্‌করে ওলাই চকু পোন্দাই সোধে, "বোলো ভাতৰন্ধা টৌটো তোৰ নে মোৰ ?" এইবোৰ যি নহওক, আমি আমাৰ জননী জন্মভূমিৰ যি নামকে এতিয়া পাইছোঁ, সেয়ে আমাৰ পক্ষে সোণ।

প্ৰাচীনত্বৰ হিচাপত অসমীয়া ভাষা, সাহিত্য আৰু লিপি ভাৰতৰ আন কোনো প্ৰাদেশিক ভাষা সাহিত্য আৰু লিপিতকৈ তল খাপৰ নহয় বুলি মোৰ দৃঢ় বিশ্বাস। পোনতে, খুব সম্ভৱ, অসমত ব্ৰাহ্মীলিপি প্ৰচলিত আছিল। কামাখ্যাৰ মঠ-মন্দিৰ নিৰ্ম্মাণ কৰা কালত এই লিপি ব্যৱহৃত দেখা যায়। তাৰ পিচত অশোকলিপি ; আৰু তাৰ পিচত গুপ্তলিপি চলিছিল বুলি ধৰিব পাৰি। ভাস্কৰবৰ্ম্মাৰ সময়ত অসমৰ গৌৰৱ সকলো দেশতকৈ বেছি আছিল। বিখ্যাত চীন পৰিব্ৰাজক হিয়েনচাঙৰ লিখিত বৃত্তান্তৰ পৰা জানিব পাৰি যে সেই সময়ত অসমীয়া ভাষাৰ সৌষ্ঠৱ অৱস্থা। খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত হিয়েনচাঙক আমাৰ ভাস্কৰবৰ্ম্মা ৰজাই কামৰূপলৈ নিমন্ত্ৰণ কৰি আনিছিল। সেই সময়ৰ কামৰূপৰ বিৱৰণ তেওঁ তেওঁৰ ভ্ৰমণ-বৃত্তান্তত লিখি থৈ গৈছে। ভাষাৰ সম্পৰ্কে তেওঁ লিখিছে—"কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাৰে সৈতে অলপহে পৃথক।" "কামৰূপৰ মানুহৰ স্মৃতিশক্তি প্ৰবল আৰু লিখাপঢ়াত বৰ মন।" "কামৰূপৰ ৰজাই বিদ্যাচৰ্চ্চা কৰিবলৈ ভালপায় আৰু ৰজাক দেখাদেখি প্ৰজাবিলাকৰো বিদ্যাচৰ্চ্চাত মন।" "বৰ পণ্ডিত, জ্ঞানী আৰু দক্ষ মানুহ দূৰ দেশৰ পৰা বিষয়-বাসনা বিচাৰি এই ৰাজ্যলৈ আহে। বৌদ্ধধৰ্ম্মত ৰজাৰ যদিও বিশ্বাস নাই, তথাপি তেওঁ পণ্ডিত আৰু জ্ঞানী শ্ৰমণসকলক বৰ সমাদৰ কৰে।"

পুৰণি অসমীয়া ভাষা, সাহিত্য আৰু লিপি

হিয়েন্‌চাঙে খৃষ্টীয় ৭ম শতিকাৰ অসমৰ ভাষাক মধ্যভাৰতৰ ভাষাৰে সৈতে অলপহে মাথোন বেলেগ বুলিছে। তেওঁ মধ্যভাৰতৰ ভাষাৰ বিষয়ে কৈছে যে আদি কালৰে পৰা সি একেদৰেই আছে আৰু সেই ভাষাৰ উচ্চাৰণ শুনিবলৈ মধুৰ, শুদ্ধ, আৰু দেৱতাসকলৰ ভাষাৰ নিচিনা। হিয়েন্‌চাঙে অসমীয়া ভাষাকো যেতিয়া প্ৰায় সেই মধ্য ভাৰতৰ ভাষাৰে নিচিনা বুলি কৈছে, সেইটো অসমীয়া ভাষাৰ পক্ষে কি গৌৰৱৰ আৰু অহঙ্কাৰ কৰিবৰ কথা আপোনাসকলে ভাবি চাওক। আৰু এইযাৰ কথা কোনে কৈছে ? বেদ-বেদান্ত দৰ্শনাদি ৫৬৭ খন সংস্কৃত গ্ৰন্থৰ অনুবাদক মহাপণ্ডিত মহা-ধাৰ্ম্মিক ঋষিতুল্য হিয়েনচাঙে কৈছে, যি জনমত কেতিয়াও মিছা কথা নকৈছিল আৰু সকলো বিষয়তে বিবেচনা কৰি চলিছিল বুলি প্ৰখ্যাত ; যি হিয়েন্‌চাঙৰ বিৰচিত 'চিউইকি'-গ্ৰন্থৰ কথা মিষ্টৰ ভিন্‌ছেণ্ট স্মিতে তেওঁৰ "Early History of India" কিতাপত এইদৰে লিখিছে

"His book is a treasure house of accurate information indispensable to every student and has done more than any archaeological discovery to render possible the remarkable resusciation of lost Indian history which has recently been effected."

হিয়েন্‌চাঙৰ "চিউইকি" গ্ৰন্থৰ পাতনিত সেই কালৰ চীন সম্ৰাট টাংহুৱেন্‌চাঙৰ মন্ত্ৰী চাংইৱে লিখিছে যে হিয়েন্‌চাং যি দেশলৈকে গৈছিল সেই দেশৰ ভাষা তেওঁ আয়ত্ব কৰিছিল। ইয়াৰ দ্বাৰাই এইটো বেছকৈ প্ৰমাণিত নহয় নে যে হিয়েন্‌চাঙে মধ্য ভাৰতৰ ভাষাকো শিকি

আয়ত্ব কৰিছিল, কামৰূপৰ ভাষাকো শিকি আয়ত্ব কৰিছিল? এইদেখি সংস্কৃতত অগাধ পণ্ডিত, মধ্যভাৰতৰ আৰু কামৰূপৰ ভাষাত অভীজ্ঞ হিয়েন্‌চাঙে সেই দুই দুই ভাষাৰ সাদৃশ্যৰ বিষয়ে যি কৈছে সি অকাট্য বুলি ধৰিব পাৰি।

অসমীয়া "ডাকৰ বচন" পুথি খৃঃ ৮ম শতিকাত বিৰচিত হৈছিল বুলি বঙালী পণ্ডিত শ্ৰীযুত দীনেশচন্দ্ৰ সেনে কৈছে। আজিৰ এই বক্তাই সেই পুথি খৃঃ ৫ম কি ৬ষ্ঠ শতিকাত ৰচিত হৈছিল বুলি এটি প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল। এতিয়া এই দুইমূৰীয়া দুইমত এৰি দিও যদি golden mean অৰ্থাৎ মাজামাজি এটা ধৰা যায়, তেন্তে খৃষ্টীয় ৭ম শতিকা পোৱা যায়। সেই শতিকাতে হিয়েন্‌চাং কামৰূপলৈ আহিছিল। সেইদেখি তেওঁ সেই সময়ৰ প্ৰচলিত অসমীয়া ভাষাৰ কথা নিশ্চয় কৈছিল, যাৰে সৈতে শুদ্ধ মধুৰ দেৱভাষাৰ নিচিনা মধ্যভাৰতৰ প্ৰভেদ অতি অলপ। তেনেহলে, সেই ভাষাৰ চানেকী আমি এতিয়া ডাকৰ বচনত পাওঁ। ডাকৰ বচনৰ ভাষাৰে সৈতে আজিকালিৰ অসমীয়া ভাষাৰ প্ৰভেদ প্ৰায় নাই বুলিলেই হয়, থাকিলেও সি সামান্য। ভাৰতৰ আন আন দেশৰ ভাষাৰ কত সালসলনি হৈছে, পৰিবৰ্ত্তন ঘটিছে! আৰু কোনোটো ভাষাৰ ইমান পৰিবৰ্ত্তন ঘটিছে যে পিচৰ যুগৰ ভাষাৰ পদূলিত আগৰ যুগৰ ভাষা কেনেবাকৈ যদি ওলায়হি, তেন্তে পিচৰ যুগৰ ভাষাই তেওঁৰ পূৰ্ব্বপুৰুষক চিনিব নোৱাৰি আগচোতালৰপৰা এনেকৈ সম্বোধন কৰিব লাগিব "কৰ মানুহ, কলৈ যায়? কিবা সকামত বা আহিছে?" কিন্তু আজিয়ো অসমীয়া ভাষা এনে akward অৰ্থাৎ আহুকলীয়া অৱস্থাত নপৰে। সপ্তম শতিকাৰ সাতামপুৰুষীয়া গঢ় আজিও অসমীয়া ভাষাই ৰাখিছে। এইটো অৱশ্যে ভাল নে বেয়া, সেইটোৰ বিচাৰ কৰিবলৈ আজি মই নাযাওঁ। ইয়াকে মাথোন কওঁ যে—অন্ততঃ অসমীয়া ভাষাটো যে "কণা হওক, কুজা হওক ভুঞাৰ পোৱালি" আৰু সেই পোৱালিয়ে "ফটা হওক, চিটা হওক পাটৰ টঙালি" পিন্ধি ফুৰিছে, এইটো নিৰ্ভুল।

হিয়েন্‌চাঙে অসম এৰি যোৱাৰ পিচৰ পৰা আকৌ এন্ধাৰ। অৰ্থাৎ এনে কোনো লিখিত বিৱৰণ নাই যাৰ পৰা তাৰ পিচৰ যুগৰ অসমৰ বিষয়ে আমি জানিব পাৰোঁ। মাথোন ডাৱৰীয়া আউসী ৰাতিত বিজুলীৰ পোহৰৰ দৰে, পৰ্ব্বতৰ গাৰ শিলৰ ওপৰত কটা আখৰে আৰু আজিকালি ওলোৱা তামৰ ফলি থনচেৰেকে চকামকাকৈ অলপ পোহৰ দিয়ে। অসমৰ ইতিহাস লিখক এড্‌ৱাৰ্ড গেইটে তামৰ ফলিবোৰ আৰু শিলৰ গাত কটা পুৰণি লিখাবোৰ মিলাই চাই সিদ্ধান্ত কৰিছে যে প্ৰায় ৬৬৪ খৃষ্টাব্দত শালস্তম্ভ নামে ম্লেচ্ছ ৰজা এজনে ভাস্কৰবৰ্ম্মাৰ বংশৰ ৰজাক জয় কৰি কামৰূপৰ ৰাজপাটত উঠে। ইয়াৰ দ্বাৰাই ফটফটীয়াকৈ দেখিবলৈ পোৱা যায় যে হিয়েন্‌চাঙে অসম এৰি থৈ যোৱাৰ কিছুমান বছৰৰ পিচতে এই ঘটনা ঘটে। শালস্তম্ভৰ পিচত সেই বংশী ২০ জন ৰজাই কামৰূপত ৰাজত্ব কৰে। প্ৰায় ৮০০ খৃষ্টাব্দত প্ৰলম্ব নামে এজনে শালস্তম্ভ বংশী ৰজাক ৰণত হৰুৱাই কামৰূপৰ ৰজা হয়। প্ৰলম্বৰ পিচৰ ৰজা হৰ্জ্জৰৰ পুতেক বনমালাই অনেক বছৰ ৰাজত্ব কৰে। তেওঁৰ ৰাজ্য সমুদ্ৰ পৰ্য্যন্ত বিস্তৃত আছিল বুলি পোৱা যায়। প্ৰায় ১০০০ খৃষ্টাব্দত পালবংশৰ ৰজা এজন কামৰূপৰ ৰাজসিংহাসনত উঠে এই পাল ৰজাসকল বঙ্গদেশৰ পালবংশী ৰজা নহয়। অসমৰ পালৰজা এজনৰ নাম ৰত্নপাল আছিল। তেওঁ বৰ বলী আৰু যুঁজাৰু ৰজা আছিল। আৰু তেওঁৰে সৈতে গুৰ্জ্জৰ, গৌৰ, কেৰেলা

আৰু দাক্ষিণাত্যৰ ৰজাবোৰৰ যুদ্ধ হৈছিল বুলি লিখা আছে। তেওঁৰ ৰাজধানী ব্ৰহ্মপুত্ৰৰ পাৰত আছিল আৰু তাৰ নাম দুৰ্জ্জয় আছিল। পণ্ডিত, ধাৰ্ম্মিক আৰু কবিসকলক তেওঁ উৎসাহ দি তেওঁৰ ৰাজধানীত ৰাখিছিল। ভুটানত তেওঁৰ কেবাটাও তামৰ খনি আছিল।

দীপিকাছন্দ এই যুগৰ পুথি। ৰায় বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই দীপিকাছন্দ একাদশ শতিকাত ৰচিত বুলি সিদ্ধান্ত কৰিছে। আগেয়ে মই মোৰ এটা প্ৰৱন্ধত তাক আৰু প্ৰাচীন ঠাই দিছোঁ। সেই প্ৰৱন্ধত মই তাক খৃষ্টীয় ষষ্ঠ শতিকাত ৰচিত বুলি সিদ্ধান্ত কৰিবৰ প্ৰয়াস কৰিছোঁ। যি নহওক ডাকৰ বচনৰ পুথি আৰু দীপিকাছন্দ যে অসমীয়া ভাষাত ৰচিত আজিলৈকে হাতেপোৱা প্ৰাচীন পুথিৰ ভিতৰত প্ৰাচীন তাক কব পাৰি।

বঙলা, উড়িয়া, হিন্দী, মৈথিলী প্ৰভৃতি ভাষাৰ দৰে অসমীয়া ভাষাও Indo-Aryan ভাষাৰ মাগধী অপভ্ৰংশৰ পৰা হোৱা। মৈথিলী আৰু উড়িয়া ভাষাৰ সৈতে অসমীয়া ভাষাৰ অনেক সাদৃশ্য এতিয়াও মন-কৰোতাৰ চকুত নপৰি নাথাকে। উড়িয়া ভাষাৰে সৈতে সাদৃশ্যৰ কথা আগেয়ে আন ঠাইত দেখুৱাইছোঁ। মই এই বক্তৃতা লিখি থাকোঁতেই এতিয়াই মোৰ উড়িয়া লগুৱাটোৱে মোক বস্তু এটা দেখুৱাই কলে "আজ্ঞা, সেইটা গোন্ধাইছে।" মই তাক কলোঁ যে আমাৰ ভাষাতো 'গোন্ধাইছে' বোলে। সি কলে "হয় আজ্ঞা, সেইটা একে কথা।" উড়িয়া ভাষাৰ বাক্যবিন্যাস প্ৰণালী, শব্দপ্ৰয়োগ, negative "ন"টো শব্দৰ আগত ব্যৱহাৰ কৰা প্ৰণালী ইমান অসমীয়াৰ ওচৰাওচৰি যে উড়িয়াই অতি শীঘ্ৰে ভালকৈ অসমীয়া কবলৈ শিকি পেলায়। এমাহ দুমাহ অসমৰ গাঁৱত ফুৰি উড়িয়া পাণ্ডাই সৰ্‌সৰ্‌ কৰে অসমীয়া কোৱা অনেকে দেখিছে। আন কি অসমীয়া যাত্ৰীৰে সৈতে পুৰীত মাথোন কথা পাতি অসমীয়া শিকি ভালকৈ অসমীয়া কথা কোৱা জগন্নাথৰ পাণ্ডা দুই তিনি জন মই লগ পাইছোঁ। সেই পাণ্ডা কেতিয়াও অসমলৈ অহা নাছিল। আমাৰ ভকতীয়া মাতত, বিশেষকৈ যেতিয়া শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱকে প্ৰমুখ্য কৰি আতাসকলৰ চৰিত্ৰ বৰ্ণনা কৰা হয়, তেতিয়া উড়িয়া খাইছন, আছন, কৰন্ত, কৰিছন্তি, ইত্যাদিৰ নিচিনা খাইছন্ত, আছন্ত, বা খাইছন, আছন প্ৰভৃতি শব্দ ব্যৱহৃত স্পষ্টকৈ দেখিবলৈ পোৱা যায়।

মৈথিলী ভাষাৰ উদাহৰণ এটা দিওঁ। মৈথিলী পদাৱলীত আছে :—

"হাতী যায় আগে।
কুকুৰ ভুকে পাছে॥"
"চেৰেলী গাই বামুণক দান।"

আগৰ মোৰ প্ৰৱন্ধ এটাত ৰংপুৰ, দিনাজপুৰৰ ফকৰা আৰু প্ৰবচনৰ ভাষা আৰু গঢ়েৰে সৈতে অসমীয়া প্ৰবচনৰ ভাষা আৰু গঢ়ৰ আচৰিত সাদৃশ্য দেখুৱাইছিলোঁ। এই সাদৃশ্যবোৰৰ পৰা, এইবোৰ ভাষাৰ গুৰিগছডাল যে একে, আৰু এই ভাষাবোৰ যে বাই-ভনী সম্বন্ধীয়া এইটো কথা দৃঢ়তৰ হয় মাথোন। স্বভাৱতে অসমীয়া ভাষাৰ ওপৰত দ্ৰাবিড় কিৰাত প্ৰভৃতি ওচৰচুবুৰীয়া আন আন অনাৰ্য্য ভাষাৰো যে বিস্তৰ প্ৰভাৱ পৰি আহিছে, তাক কোৱা বাহুল্য মাথোন। সেইবোৰ ফঁহিয়াই দেখুৱাবলৈ চেষ্টা কৰি এই দীঘল বক্তৃতাক আৰু দীঘল কৰি আপোনাসকলৰ ধৈৰ্য্যৰ ওপৰত আৰু "টেক্স"বহুৱাবলৈ গলে আপোনাসকলে মোক "জুলুম্‌বাজ"

সভাপতি হবুলি নেৰে। মাথোন দ্ৰাবিড়ী ভাষাৰ প্ৰভাৱৰ বিষয়ে এটা কথা কওঁ। দ্ৰাবিড়ী ভাষাৰ শব্দৰ প্ৰথমতে যুক্তাক্ষৰ নাথাকে, আমাৰ ভাষাতো প্ৰায় এনে নিয়মেই। যেনে, স্নেহ —চেনেহ। দ্ৰাবিড়ী ভাষাৰ শব্দৰ মাজৰ যুক্তাক্ষৰ একে বৰ্ণৰ আথবৰ মাজতহে হব পাৰে, কিন্তু অসমীয়াত প্ৰায়েই যুক্তাক্ষৰ ভাঙি এই নিয়ম পালন কৰা যায়; যেনে,—পদ্ম—পদুম। এই দুই ভাষাতে তালব্য উচ্চাৰণৰ প্ৰাধান্য। বড়োভাষা আৰু আহোম ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত অলপ-অচৰপ নহয়। অসমত কামকৰা ভূতপূৰ্ব্ব চিভিলিয়ান জে. ডি. এণ্ডাৰ্ছনৰ এই বিষয়ে প্ৰবন্ধ যি পঢ়িছে, তেওঁৱেই এই কথাৰ সাৰ্থকতা বুজিব।

মুছলমানসকলৰ ভাৰতাগমনৰ ফলত আৰবী, ফাৰ্ছী আৰু উৰ্দ্দু ভাষায়ো অসমীয়া ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰি থকা নাই। সম্প্ৰতি আমাৰ মাহেকীয়া কাকত এখনত এজন মুছলমান সাহিত্যিক ডেকাই এই বিষয়ে দুই-এটা প্ৰবন্ধ লিখা আপোনাসকলে দেখিব পায়। আশা কৰো, তেওঁ এই কাৰ্য্যত আৰু আগুৱাব। এই ফাৰ্ছী আৰবী প্ৰভাৱ, আন কি, অসমৰ বৈষ্ণৱ যুগৰ মধ্যাহ্ন-মাৰ্ত্তণ্ড শ্ৰীশঙ্কৰদেৱ আৰু পূৰ্ণচন্দ্ৰ শ্ৰীমাধৱদেৱৰ ৰচনাতো বিচাৰি পোৱা যায়। উদাহৰণঃ—কীৰ্ত্তনৰ বলিছলনত আছে—"নিত্যে কৰে **ওৱাটীল বাঙ্কী**।" শ্ৰীমাধৱদেৱৰ বৰগীতত আছে :—

"ভয়ো ভাই সাৱধান।
গোৱিন্দৰ **ফৰমান**॥
নিকটে মিলয় জান।"

মই আগেয়ে বক্তৃতা এটাত অসম বুৰঞ্জীক সাত ভাগত ভগাই লৈ সেই সেই যুগৰ বুৰঞ্জীক আৰু সাহিত্যৰ বিষয়ে অলপ-অচৰপ কৈছিলোঁ, যেনে—

(১) অতীজৰ পৰা কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়লৈকে।
(২) কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ৰ পৰা খৃঃ চতুৰ্থ শতিকাৰ শেহলৈকে।
(৩) চতুৰ্থ শতিকাৰ শেহৰ পৰা সপ্তম শতিকাৰ মাজলৈকে।
(৪) সপ্তম শতিকাৰ মাজৰ পৰা দ্বাদশ শতিকাৰ মাজলৈকে।
(৫) দ্বাদশ শতিকাৰ মাজৰ পৰা পঞ্চদশ শতিকাৰ মাজলৈকে।
(৬) পঞ্চদশ শতিকাৰ মাজৰ পৰা ষোড়শ শতিকাৰ মাজলৈকে।
(৭) ষোড়শ শতিকাৰ মাজৰ পৰা বিংশ শতিকালৈকে।

তেতিয়া ইচ্ছা আছিল, এই সাতোটা যুগৰ অসমীয়া বুৰঞ্জী আৰু সাহিত্য বিস্তৃত-ভাৱে আলোচনা কৰিম। অদৃষ্টৰ ঘাত-প্ৰতিঘাতত নানা প্ৰতিবন্ধক ওলাই সেই ইচ্ছা বিফল কৰিলো। প্ৰায় তেতিয়াৰে পৰা মোৰ ভালকৈ লিখা-পঢ়াৰ চৰ্চ্চাৰ ওখ আশা আৰু আকাঙ্ক্ষা মনতে ৰহি আহিবলৈ ধৰিলে। শেহত কাপ এৰি হাতত কুঠাৰ ললোঁ। ক্ষত্ৰিয় বংশক নিৰ্ব্বংশ কৰিবলৈ পৰশুৰামৰ কুঠাৰ নহয়, শালবৃক্ষ বংশক নিৰ্ব্বংশ কৰিবলৈ হে এই "শালপ্ৰাংশু মহাভুজ"ত কুঠাৰ উঠিল। স্বভাৱৰ প্ৰেৰণাত কেতিয়াবা কুঠাৰখন দুৱাৰ-চুকত পেলাই থৈ বাৰত আঁৰি-থোৱা কাপ-মৈলাম হাতত ললেই কুঠাৰে দুৱাৰ-চুকৰপৰা ৰিঙিয়ায় "হে হে ককাই! কি কৰা !!" ততালিকে কাপ পেলাই আকৌ কুঠাৰ লৱলগীয়াত

পৰো। অৱশ্যে সেইবাবে মই যে চনমুৰকৈ মৰিছোঁ এনে নহয়; কাৰণ, আমাৰ বুঢ়ালোকে কবৰ দৰে, "আমাৰ হাঁহেৰেও ভাল, মাহেৰেও ভাল।" আৰু এইবাৰকে গম্ভীৰভাবে সাধুভাষাৰে কবলৈ গলে হয়—

"ত্বয়া হৃষীকেশ হৃদিস্থিতেন
যথা নিযুক্তোঽস্মি তথা কৰোমি।"

অৰ্থাৎ জানিবা ধৰক, আপোনাসকলৰ এজনে মোক সুধিলে "বকৰা দেও, আপোনাৰ কেইটি লৰা?" বকৰাদেওৰ ৰহইছ্ কৰি উত্তৰ দিবৰ মন গলে তেওঁ কব পাৰে—"ভগৱন্তৰ অনুগ্ৰহত মোৰ তিনিটা পো। প্ৰথমটো,—হৈছিল; দ্বিতীয়টো,—হোৱা নাই; তৃতীয়টো হব।"

যি হওক, এইবোৰ পাতল কথা এৰি দি কওঁ যে, আজিৰ বক্তব্যৰ নিমিত্তে "বাহুল্যেনালং" কৰি, চমুকৈ তিনটা ডাঙৰ যুগতে অসমীয়া ভাষা, আৰু সাহিত্যৰ যুগ ভগালে চলিব। যেনে:—

(১) প্ৰাক্‌বৈষ্ণৱ যুগ। (২) বৈষ্ণৱ যুগ বা শঙ্কৰী যুগ। (৩) বৰ্ত্তমান যুগ।

অসমীয়া সাহিত্য

(১) **প্ৰাক্‌বৈষ্ণৱ যুগ**:—প্ৰাকৃত অপভ্ৰংশৰ লগত এই যুগৰ ভাষাৰ চকুত-পৰা সাদৃশ্য সকলো বিষয়তে, আৰু সেইদেখি ভাষা আৰু সাহিত্যতো বিমিশ্ৰ তান্ত্ৰিক-বৌদ্ধ আৰু অবিমিশ্ৰ তান্ত্ৰিকতাৰ প্ৰকট প্ৰভাৱ। যেনে:—ৰাতিখোৱা সেৱা; দেহবিচাৰ—দেহৰ আনন্দতে ভগৱন্তৰ আনন্দ ইত্যাদি ভাবৰ প্ৰচাৰ এই যুগতে। এই যুগৰ অসমীয়া সাহিত্য টনকিয়াল নহয়। কৰতীপুথিবোৰ (অৰ্থাৎ ৰোগ গুচাবলৈ কৰত লগাই পানীজৰা মন্ত্ৰ থকা পুথিবোৰ) এই যুগৰ উপাৰ্জ্জন। আমি হাতে-পোৱা "ডাকৰ বচন" আৰু দীপিকাছন্দ পুথিকো এই যুগতে পেলাব পাৰো।

(২) **বৈষ্ণৱ যুগ বা শঙ্কৰী যুগ**:—ভাৰতব্যাপী বৈষ্ণৱ ধৰ্ম্মত আৰু বৈষ্ণৱ যুগ বা শঙ্কৰী যুগৰ ঠাই অতি ওখত। দুখৰ বিষয় যে অসমৰ বাহিৰৰ সাহিত্যিকসকলে এই যুগৰ অসমীয়া বিৰাট সাহিত্যৰ ভূ নাৰাখে। আৰু দুখৰ বিষয়, আমাৰ অসমীয়া সাহিত্যিকসকলৰ অনেকেও ভালকৈ ৰাখে বুলি কব নোৱাৰো। এওঁলোকেও এই বৰভঁৰালৰ বৰদুৱাৰ মেলি অমূল্য হীৰা মৰকত মণিবোৰৰ মোল সম্যকৰূপে আজিলৈকে হৃদয়ঙ্গম কৰিছে বুলি মোৰ মনে নধৰে। কিন্তু সেইবুলি আমি আমন-জিমনকৈ থকাটো যুগুত নহয়; কাৰণ, আজি নহয় কাইলৈ, কাইলৈ নহয় পৰশুইলৈ এনে এদিন আহিবই আহিব, যেতিয়া এই অক্ষয় অতুল্য অমূল্য ভাণ্ডাৰ জগতৰ আগত প্ৰকাশিত হৈ সকলোকে স্তম্ভিত কৰিব। এইবাৰ ভবিষ্যৎবাণী মই আজি নিঃসঙ্কোচে এই মহাসভাৰ সভাপতিৰ আসনৰ পৰা কৰিলো। অসমৰ ধৰ্ম্ম সমাজ, সাহিত্য আৰু ভাষাত শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, ভট্টদেৱ আৰু কন্দলিসকলৰ স্থান অতুলনীয়। বঙ্গীয় বৈষ্ণৱ যুগৰ আন্দোলনেৰে সৈতে এই আন্দোলনৰ, বাহিৰা কিছুমান কথাত সাদৃশ্য থাকিলেও মূলত দুইটাৰ মাজত দুৰ্লঙ্ঘ্য পৰ্ব্বত, মাজত মাজুলীৰ বৰচাপৰি আৰু অন্তত দিখৌৰ বৰগৰা। এই বিষয়ে আগেয়ে অনেক ঠাইৰ পৰা অনেক প্ৰকাৰে আমি অনেকবাৰ অনেক কথা কৈছোঁ; আপোনাসকলেও অনেক শুনিছে, পঢ়িছে, আৰু পঢ়ি ভাবিছে;

সেইদেখি সেইবোৰ দুনাই দোহাৰি আজিৰ এই বক্তৃতাক আৰু দীঘল কৰি আপোনা-সকলক বেজাৰ দিব নোখোজো। মুঠতে মাথোন ইয়াকে কওঁ যে, যদি আমাৰ চেনেহৰ অসম আয়ে এই মহাপুৰুষ সকলক একালত গৰ্ভত ধাৰণ কৰি ধন্য নহলহেঁতেন, তেন্তে আজি আমি অসমীয়া ভাষা, অসমীয়া সাহিত্য, অসমীয়াৰ বিশুদ্ধ সমাজ আৰু উদাৰ মহান্ ধৰ্ম্মৰ উত্তৰাধিকাৰী হৈ সেই গৌৰৱত নিজক গৌৰৱান্বিত কৰি মূৰ দাঙি ভাৰত-মাতৃৰ এই উত্তৰ-পূব চুকীয়া প্ৰদেশখনত থিয় হৈ থাকিব নোৱাৰিলোহেঁতেন। মুঠতে, ধৰ্ম্ম, সমাজ, ভাষা আৰু সাহিত্যৰ সভ্যতা ৰাজ্যত আমাৰ অস্তিত্ব বিলোপ হলহেঁতেন। এই যুগৰ মহা-শাস্ত্ৰ, কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, কথাভাগৱতক মাজত লৈ, বিস্তৰ শাস্ত্ৰৰাজিয়ে বিশাল অসম-গগনত প্ৰদীপ্ত শঙ্কৰ-ভাস্কৰক প্ৰদক্ষিণ কৰি ভক্তি-ফুলৰ আঁজলিৰে আজিলৈকে আৰতি কৰিব লাগিছে। ভৱিষ্যৎ-বাণীৰ ৰোগে যেতিয়া মোক ধৰিছে, আকৌ ভৱিষ্যৎবাণী কৰো, অসীম কালৰ অনন্ত সাহিত্য-গগনত, এই শঙ্কৰী যুগৰ সাহিত্যৰ নীল শতদল, শঙ্কৰ-মাধৱৰ বিমল কিৰণত মহিমা-মণ্ডিত হৈ সদায় ধলধল হৈ প্ৰফুল্লিত থাকিব। এই যুগেই অসমৰ Renaissance যুগ অৰ্থাৎ নৱজীৱন বা জাগৰণৰ যুগ। এই ৰেণাছেঞ্চ যুগৰ অসম, বিশাল বিৰাট মহিমামণ্ডিত অসম। এই যুগত অসমীয়া ভাষা আৰু সাহিত্যৰ জয়-জয় ময়-ময় অৱস্থা। মৌমাখিয়ে ফুলৰ মৌ সংগ্ৰহ কৰি মৌ-কোঁহ সজাৰ দৰে এই যুগৰ সাহিত্যিকসকলে নানা ঠাইৰ নানা দেশৰ পৰা নানা সাহিত্যৰ পৰা উপাদান সংগ্ৰহ কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ মৌ-কোঁহ প্ৰস্তুত কৰিছিল। গদ্যসাহিত্যৰ কথা এৰি দিলেও এই যুগৰ কথা-গীতা কথা-ভাগৱতে অসমীয়া গদ্য সাহিত্যক পৃথিবীৰ সেই কলীয়া গদ্য সাহিত্যৰ ভিতৰত অনুপম (unique) আসন প্ৰদান কৰিছিল। স্বদেশহিতৈষী, স্বাৰ্থত্যাগী, "বঙ্গৰ গান্ধী," পণ্ডিত-প্ৰবৰ আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়ে এই অসমীয়া "কথা-ভাগৱত", "কথা-গীতা" দেখি, ইংলণ্ডৰ সেই যুগৰ ইংৰাজী গদ্য-সাহিত্যতকৈয়ো সেই যুগৰ অসমীয়া সাহিত্যক উন্নত বুলি মত প্ৰকাশ কৰা আপোনালোকে জানে।

(৩) **বৰ্ত্তমান যুগ**ঃ—ইংৰাজ ৰাজত্বৰ আৰম্ভৰ পৰা এই নতুন যুগৰ আৰম্ভ। ইয়াৰ আগৰ ডোখৰ অৰ্থাৎ শঙ্কৰী যুগ আৰু এই যুগৰ মাজৰ ডোখৰত অসম ঘোৰ ৰাজনৈতিক বিপ্লৱ-বিপৰ্য্যয় আদিৰে জলা-কলা। মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ উপদ্ৰৱ এই বিপৰ্য্যয়ৰ দুটা প্ৰকাণ্ড শিং। এই শিঙৰ খোচত, আৰু এই শিং গজি উঠা মূৰৰ খুন্দাত অসমে ত্ৰাহি-ত্ৰাহি কৰিছিল। এনেকুৱা ত্ৰাহি-ত্ৰাহি অসমৰ সাহিত্যও সেই দেখি ত্ৰাহিৰাম সাহিত্য নহৈ যায় কলৈ? তাৰ পিচত ইংৰাজ ৰাজত্ব আহিল, দেশৰ "ত্ৰাহিৰাম" গুচিল। কিন্তু ভাষা আৰু সাহিত্যৰ পক্ষে এক নতুন "ত্ৰাহিৰাম দাৰোগা" উপস্থিত হলহি, যি দাৰোগাৰ প্ৰতাপত বা দৌৰাত্মত অসমীয়া সাহিত্যৰ মুলুকত আকৌ ত্ৰাহি-ত্ৰাহি লাগি পৰিল। অসমত ইংৰাজ ৰজাৰ ৰাজকাৰ্য্য চলোৱা যন্ত্ৰৰ কেৰাণীসকল বঙালী আছিল। তেওঁলোকে চল পাই যন্ত্ৰৰ কাণত মন্ত্ৰ দিলে যে অসমীয়াৰ মাত বঙলা ভাষা চলাব লাগে; অৰ্থাৎ ধৰক তেওঁলোকে কৈ দিলে যে খোলৰ বোল ঢোলৰ; মইনাৰ মাত শালিকাৰ, ধৰ্ম্মেশ্বৰৰ মাত কৰ্ম্মেশ্বৰৰ;—এবমেব। বোলে "যাৰ পো মেলত

নাই, সি গোধীয়া"; অসমীয়া সেই মেলত নাছিল। কাৰণ তেতিয়া অসমীয়া ন-কৈ ধৰা হাতী; তেতিয়াও অসমীয়া ভালকৈ জাতি হোৱা নাই, বৈঠ-পৰা নাই, আৰু অসমীয়াৰ পিঠিত গাদী পৰা নাই। বিদেশী যন্ত্ৰীয়ে ঘাইকৈ চালে, তেওঁৰ যন্ত্ৰটো প্ৰথমতে যেনেতেনে মতে চলক; সেইদেখি দিলে সেই কথাতে মত, আৰু চলালে অসমত বঙলা; পৰিল অসমীয়া ভাষা সাহিত্যৰ বুকুত বৰশিল;—আকৌ উঠিল ৰোল "ত্ৰাহি-ত্ৰাহি"। অসমীয়া ভাষা আৰু সাহিত্যৰ পিঠিত এই চকাটো বাঘ-চকা। এইটো চক্ৰালোতেই কিছুকাল আমাৰ বিফলে গ'ল। বাস্তবিকতে এই ডোখৰ কাল অসমীয়া ভাষা আৰু সাহিত্যৰ পক্ষে বৰ দুৰ্দ্দিন। কিন্তু ৰাতি ঘোপ-মৰা এন্ধাৰ হলেও, তাৰ ওৰ আছেই। মেঘাচ্ছন্ন ৰাতিৰ শেহত পূবৰ অৰুণ উদয় হ'ল; বেপ্তিষ্ট মিশ্যনেৰি সকলৰ পুৰুষাৰ্থত "অৰুণোদয়" কাকতৰ জন্ম হ'ল। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰ আবিৰ্ভাব হ'ল।

বৰ্ত্তমান যুগ। এই যুগৰ অসমীয়া ভাষা আৰু সাহিত্য নৰিয়া পাটীৰপৰা উঠা থৰক-বৰক, নিশকতীয়া, ক্ষীণোৱা; আৰু অতীত গৌৰৱৰ আধা-ছাঁ-আধা-পোহৰ মাথোন। যি নহওক, ভাষাৰ সালসলনি, য়ুৰোপীয় ভাষা আৰু ভাবৰ আম্‌দানি, ভাৰতত আগেয়ে নথকা ন বস্তু বাতৰি-কাকতৰ প্ৰচলন, উপন্যাস প্ৰণয়ন, ছপাখানা স্থাপন প্ৰভৃতি এই যুগৰ আহিলা পাতি অসমেও, ভাৰতৰ আন আন প্ৰদেশবোৰৰ দৰে লভিছে। অৰ্থাৎ অসমলৈ সাহিত্যৰ মালমছলা আমদানি হৈছে; ইটা গঢ়িবলৈ কাঠৰ "ফৰ্ম্মা" আহিছে; "ভদ্ৰতাৰ শিল"ক বৈ আনিবলৈ গৰু-মহৰ শকট আহিছে; চূণ, কাঠ, বালি আহিছে; কিন্তু নাই শিলাকুটী; নাই বাঢ়ৈ; নাই ৰাজমিস্ত্ৰি। এইবোৰক যে আগেয়ে locally পোৱা নগৈছিল, অৰ্থাৎ আমাৰ অসম আয়ে আগেয়ে গৰ্ভত ধাৰণ কৰি জন্ম দিয়া নাছিল, এনে নহয়; কিন্তু এইবোৰ উপদ্ৰৱৰ মাউৰত পৰি প্ৰায়বোৰ মৰি-হাজি ঢুকাল; আৰু সেইবোৰৰ পো-পোৱালিবোৰ মাউৰ হৈ পেপুৱা লাগি, বিচূৰ্ত্তি হৈ কি-কৰো-কলৈ-যাওঁ কৰি, কোনোটোৱে কেৰাণীৰ কাপ কাণত গুজিছে, কোনোৱে দেৱানী-ফৌজদাৰী মোকৰ্দ্দমা সাজিছে, গঢ়িছে, পিটিছে, আৰু তদন্ত কৰিছে; কোনোটোৱে অনাই-বনাই ফুৰি কোনো এটা খালত পৰা জাতিক অদৃষ্টই কেনেকৈ পৰিহাস কৰে তাকে দেখুৱাইছে। ত্ৰেতা যুগত সোণৰ লঙ্কা পুৰি ছাই হোৱাৰ পিচত, যেতিয়া হনুমন্তই নিজৰ নেজৰ জুই নুমাব নোৱাৰি পেপুৱা লাগি বিচূৰ্ত্তি হৈছিল, তেতিয়া সীতা আয়ে লাহেকৈ মাত লগালে "কিয় হনুমন্ত বিচূৰ্ত্তি হোৱা নেজৰ অগনি মুখে নুমুৱা।" আজি আমাৰ এই জুই নুমাব কেনেকৈ তাৰ উপায় আমাক কৈ দিবলৈ অসম আই কলৈ গ'ল? আই ওলাই আহাঁ! আমাৰ সোণৰ অসম পুৰি ছন হলেই, এতিয়া আমিও যে পুৰি মৰিবলগীয়া হলোহঁক। আমাৰ এই অগনি এতিয়া কেনেকৈ নুমাওঁহক হে আই-মাতৃ আমাক বুদ্ধি দিয়া!

বৰ্ত্তমান যুগ

যাওক দুখৰ কথা বৰ্ণাই থাকিলে আৰু কি হব। এই যুগৰ প্ৰাৰম্ভণতে বেপ্তিষ্ট মিশ্যনেৰি সকলৰ দ্বাৰাই "অৰুণোদয়" বাতৰি কাকতৰ প্ৰতিস্থাপন আৰু প্ৰচলন; ইংৰাজী বাইবেলৰ অসমীয়া অনুবাদ; আৰু মিশ্যনেৰিসকলৰ উদ্যোগত যাদুৰাম ডেকাবৰুৱাৰ অসমীয়া

অভিধান ৰচনা, বুনিয়ানৰ "পিল্‌গ্ৰিম্" কিতাপৰ "যাত্ৰীকৰ যাত্ৰা" নাম দি অসমীয়ালৈ অনুবাদ, আৰু এনেকুৱা কিছুমান ইংৰাজী কিতাপৰ অসমীয়া ভাষালৈ ভাঙনি সংসাধিত হৈছিল। ব্ৰন্সনৰ অসমীয়া-ইৰাজী অভিধানো এই কালৰে; আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ কিতাপো এই যুগৰ আদি ভাগৰ। আউনীআটীৰ অধিকাৰ প্ৰভু দত্তদেৱৰ "আসাম বিলাসিনী", চিদানন্দ চৌধুৰীৰ "চিদানন্দ" প্ৰেছৰপৰা উলিওৱা কীৰ্ত্তনৰ অন্তৰ্গত "বলিচলন" পুথি প্ৰভৃতি এই যুগৰে প্ৰথম ছোৱাৰ কাৰ্য্য। ইয়াৰ পিচত অসমীয়া ভাষাৰ ওজা অমূল্য "হেমকোষ"ৰ গ্ৰন্থকাৰ পণ্ডিতপ্ৰৱৰ হেমচন্দ্ৰ বৰুৱাৰ "অসম নিউজ" বাতৰি কাকত; তেওঁৰ স্কুলীয়া কিতাপবোৰ আৰু অসমীয়া ব্যাকৰণ; বুৰঞ্জীবিজ্ঞ বিখ্যাত পুৰুষ ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ "অসম বুৰঞ্জী", "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনচৰিত" আদি কিতাপবোৰ আৰু তেওঁৰ সম্পাদিত "আসাম-বন্ধু" নামৰ মাহেকীয়া কাকত; শ্ৰীযুত বলিনাৰায়ণ বৰাৰ 'মৌ'। তাৰ পিছত "জোনাকী" আৰু "বিজুলী" কাকতৰ আবিৰ্ভাব, তিৰোভাব। কলিকতাবাসী অসমীয়া ছাত্ৰসকলৰ দ্বাৰাই "অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা" স্থাপন। আউনীআটী সত্ৰৰ দ্বিতীয় দান শ্ৰীধৰ ওজাৰ "আসাম-তৰা" বাতৰি-কাকত। তাৰ পিচত উষা, বাঁহী, আলোচনী আদি কাকতৰ উদ্ভৱ; আৰু নানা-বিষয়ে লিখা অসমীয়া ডেকা-লিখাৰুসকলৰ ৰচনাবোৰ এই যুগৰে উৎপণৰ ঘৰতে পৰিছে। অৱশ্যে এই বস্তবোৰৰ "হিচাপ-নিকাচ" কৰিবৰ সময় এতিয়াও অহা নাই। পুৰুষ-ব্যাঘ্ৰ ছাৰ আশুতোষ মুখাৰ্জ্জীৰ সুদৃষ্টি আৰু যত্নত কলিকতা বিশ্ববিদ্যালয়ৰ এম-এ পৰীক্ষা পৰ্য্যন্ত অসমীয়া ভাষাৰ স্থান এই যুগৰ কীৰ্ত্তিকলাপ। আমি সংক্ষেপতে মাথোন এইবোৰৰ উল্লেখ কৰিলোঁ; কাৰণ বহলাই কবলৈ গলে আজিৰ এই অধিবেশনে আমাক নাটে।

নকলেও হব যে জাতীয় সাহিত্যৰ লগত জাতীয় জীৱনৰ সম্বন্ধ অঙ্গাঙ্গী। জাতীয় জীৱনৰ ভৰা সোঁতায়েই জাতীয় ইতিহাস আৰু সাহিত্যৰ ভৰাসোতা। ইংলণ্ডৰ ৰাণী এলিজাবেথৰ দিনৰ ৰেণাছেঞ্চলৈ চকু দিলেই এই কথা সম্যকৰূপে বুজিব পাৰি। এজন বিখ্যাত লিখাৰুৱে কৈছে—মোক এখন কিতাপ দিয়া, মই তেতিয়া সেই জাতিৰ সভ্যতাৰ ইতিহাসৰ বিষয়ে কৈ দিম; Show me a book and I will tell you at once the history of the nation. Behind every book is a man and behind every man is a nation.

জাতীয় সাহিত্য

কোনো এটা জাতিৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম্মসম্বন্ধীয় সকলো কথাৰ ভু সেই জাতিৰ সাহিত্যৰ ভিতৰেদি পোৱা যায়। যি দেশৰ জাতীয় জীৱন যিমান সৌষ্ঠৱপূৰ্ণ সেই দেশৰ সাহিত্যও সিমান সৌষ্ঠৱপূৰ্ণ। জীৱন্ত ভাষাই দেশৰ সকলো ভাৱৰ বাহন। সেই ভাষাত নানা বিষয়ে নানা পুথি ৰচিত হৈ জাতীয় অভাৱ মোচন আৰু জাতীয় ভাৱৰ সম্প্ৰসাৰণ হয়। মুঠতে জাতীয় সাহিত্য জাতীয় জীৱনৰ এখন :ডাঙৰ দাপোণ মাথোন। উদাহৰণ বিচাৰিলে ইংৰাজী সাহিত্যৰ Middle Ageঅৰ অৰ্থাৎ মধ্যযুগৰ লিখালৈ চাওক। তাত দ্বিতীয় চাৰ্লছৰ courtier অৰ্থাৎ ৰাজসভাসদসকলৰ লম্পট স্বভাৱৰ প্ৰতিবিম্ব কেনেকৈ

পৰিছে চাওক। মিল্টনৰ পেৰেডাইজ লষ্টৰ প্ৰথম "কেণ্টো"ৰ এঠাইত আছে :—

"In courts and palaces he also reigns
And in luxurious cities where the noise
Of riots ascends above their loftiest towers
And injury and outrage and when night
Darkens the streets, then wander forth the sons
Of Belial flown with insolence and wine."

ৰোমাণ্টিক যুগৰ ( Romantic Age ) শ্যেলিৰ (Shelly) Revolt of Islam আৰু Prometheus Unbound অত সেই যুগৰ Priestcraft আৰু মামুলীধৰণৰ ভাৱ ইত্যাদিৰ বিৰুদ্ধতাৰ, ৱৰ্ডছ্‌ৱৰ্থৰ (Wordsworth) "On Milton" আৰু "The world is too much with us" কবিতাই সেই যুগৰ চিন্তা ধাৰণা ইত্যাদিৰ আভাস দিয়ে। আমাৰ শঙ্কৰদেৱৰ কীৰ্ত্তন "পাষণ্ড-মৰ্দ্দন" ছোৱাই সেই সময়ৰ তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ বিদ্বেষী সকলৰ মুখত চাকিৰ পোহৰ পেলায়। মাধৱদেৱৰ ঘোষাশাস্ত্ৰৰ ঘোষা কেইটিমানে তেওঁৰ সময়ৰ মুৰ্খ, অযোগ্য, অথচ শিষ্যৰ আগত পণ্ডিত-গুৰু বোলাই মান-সৎকাৰ বিচাৰি গুৰুৰ ভাও দি ফুৰা "গুৰুসকলৰ" বাতৰি দিয়ে।

জাতীয় জীৱনৰ উন্নতি অৱনতিত জাতীয় সাহিত্যৰ উন্নতি অৱনতি অনিবাৰ্য্য। শঙ্কৰী যুগ আৰু তাৰ পিচৰ ডোখৰৰ নাম দিব লাগিলে আকৌ এবাৰ দিব পাৰি Dark Age অৰ্থাৎ এন্ধাৰ যুগ। আহোম ৰজাসকলৰ দিনত ঘাইকৈ শেহৰ ডোখৰত, নানা ৰাজনৈতিক বিপ্লৱৰ, বিশেষকৈ মোৱামৰীয়া বিদ্ৰোহৰ আৰু মানৰ উপদ্ৰৱৰ নিমিত্তে অশান্তিৰ চূড়ান্ত অৱস্থা; তাৰ উপৰি ভূতৰ ওপৰত দানহ,—কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অক্ষয় অকীৰ্ত্তি—বুৰঞ্জীৰূপী মেষ-দাহ। এনেবিলাক কাৰণত সেই সময়ত অসমত সাহিত্য-চৰ্চ্চাৰ বৃদ্ধি আৰু পৰিপুষ্টিত ব্যাঘাত, আৰু ধ্বংস স্বাভাবিক।

বৰ্ত্তমান সময়তো আমাৰ দেশত সাহিত্যৰ যথোচিত চৰ্চ্চা হৈছে বুলিব নোৱাৰি। আজিও আমাৰ সাহিত্য-চৰ্চ্চাৰ অৱস্থা লেলোৱা-ঢেন্দোৱা। সৰ্ব্বসাধাৰণৰ ভিতৰত শিক্ষাৰ অভাৱেই ইয়াৰো এটা ঘাই কাৰণ। অসম দেশখনক যদি সৰিয়হৰ বৰডুলি এটাৰে বিজোৱা যায় তেন্তে কব লাগিব এমুঠি মানুহৰ মাজত শিক্ষাৰ প্ৰচাৰ। সেই মুঠিটো নো কি লেখত লবলগীয়া কথা মই কব নোৱাৰো। যি বাতৰি-কাকত শিক্ষা-বিস্তাৰৰ মহা সহায়ক, সেই বাতৰি-কাকত পঢ়িব পৰা মানুহ অসমত কেইটা? সৰ্ব্বসাধাৰণক অজ্ঞান এন্ধাৰৰ ডাৱৰে ঢাকি থৈছে। শিক্ষিত দুই-চাৰিজনে কিতাপ বাতৰি-কাকত দুই চাৰিখন লিখিছে কিন্তু পঢ়ে কোনে? সেই দেখি সৰ্ব্বসাধাৰণৰ ভিতৰত অন্ততঃ Primary Education অৰ্থাৎ প্ৰাথমিক শিক্ষা প্ৰচলিত হবলগীয়াটো প্ৰথম ঘাই কথা। Compulsory অৰ্থাৎ বাধ্যতামূলক হোৱাটোও আৱশ্যক, কাৰণ নৰিয়া-পৰা সৰহভাগ মানুহে প্ৰথমতে দৰব খাবকে নোখোজে। স্থিতি-স্থাপক অৱস্থাতে থাকিবলৈ ভাল পোৱাটো হৈছে সৰহ ভাগ মানুহৰ স্বভাৱ। ভাৰতৰ দেশীয় ৰজাসকলৰ ভিতৰত বৰোদাৰ মহাৰাজে তেওঁৰ ৰাজ্যত বাধ্যতামূলক প্ৰাথমিক শিক্ষা চলাই বৰ গুণ পাইছে। আমাৰ অসম গৱৰ্ণমেণ্টকো এনে

কোনে বুজাব, কোনে ধৰিব, বা কোনে কৰাব পাৰিব কোনোবাই কব পাৰে
কৰিবলৈ কোনে বুজাব, কোনে ধৰিব, বা কোনে কৰাব পাৰিব কোনোবাই কব পাৰে
নে? এনে কথা ওলালেই গৱৰ্ণমেণ্টে সেই কামলৈ ধন নাই বুলিব; আৰু বুলিলেই
নিৰুপায়। আমি ৰংপুৰৰ কাৰেংঘৰৰ ভেটিকে খানি-কুৰি, যদি এই অশ্বডিম্বটো তাত আছে,
তেন্তে তাৰে কলহচেৰেক উলিয়াই নো কেনেকৈ দিম কব নোৱাৰো; সেই দেখি আমি
দুখীয়াৰ মনৰ আশা থাকি থাকি মনতে ওপজে, আৰু মনতে মাৰ যায়। পণ্ডিতে জানো
মিছা কথাষাৰ কৈছে যে "উত্থায় হৃদি লীয়ন্তে দৰিদ্ৰানাং মনোৰথঃ?"

উচ্চশিক্ষা বুলি যি ফেৰা শিক্ষা আমাৰ দেশত আজি ৷প্ৰচলিত হৈছে, তাক নো উচ্চকে
বুলিম নে অনুচ্চকে বুলিম, মই হলে ঠাৱৰাব পৰা নাই। ফলত, আনৰ কেনে হৈছে কব
নোৱাৰো, মোৰ হলে কিবা বেবেৰিবাংথন লাগি পৰিছে। উচ্চ বুলি কোনো এটা বস্তুৰ গাত
বিশেষণ লাগিলে অন্ততঃ তাৰ ওখ মূৰটো লোকৰ চকুত পৰা উচিত; কিন্তু লোকৰ পৰিছেনে
নাই পৰা মই টানি কব নোৱাৰো, কাৰণ মোৰ হলে পৰা নাই। অৱশ্যে তিনি কুৰি বছৰীয়া
এই বুঢ়া চকুত নপৰাটোও একো আচৰিত কথা নহয়। কিন্তু বিত্‌চকু লৈয়ো দেখোন একো গুণ
নাপালো। যি হওক, এই উচ্চশিক্ষাৰ সেই ওখ মূৰটো যদি আছে তেন্তে সি কোন ফালে ওখ
হৈ চলিছে, বা কোন ফালে বেকিছে, ডেকা-চকুৱা দেখোতাসকলে দেখক আৰু কওক। মই
মাথোন এই ফেৰাকেহে কব পাৰিম, যে "নোহোৱাত কণা মোমায়েই মোমাই" এই বচনকে
সাৰোগত কৰি, ভাৰতৰ পূব, পচিম, উত্তৰ, দক্ষিণত মূৰ দাঙি ওলোৱা উচ্চশিক্ষাৰ সেই ওখ
গোঁজডাল যেতিয়া অসমত পোতা হৈছে, তাক জোকাৰি-পোকাৰি কচালি হেঁচি দিয়া হওক,
সি ভালকৈ বহক, হেস্ত-নেস্ত যি হয় এটা হওক, আৰু অসমীয়ায়ো সাধ্যমতে কাৰৈৰ জাকতে
উজাওক। দেশত শিক্ষিত মানুহৰ লেখ বাঢ়িলে সৰ্ব্বতোভাৱে বাট মুকলি হয়। পৃথিবীৰ নানা
জাতিৰ নানা ভাষাৰ ভাল ভাল কথা সংগ্ৰহ কৰি, সেইবোৰ পাৰিলে একেবাৰেই নিজা সম্পত্তি
কৰি জাতীয় সৰ্ব্বসাধাৰণৰ সহজে বোধগম্য কৰি প্ৰচাৰ কৰাটো উচ্চশিক্ষিতসকলৰ কাম। অসমত
আজিও এই কাম হৈছে বুলি ভালকৈ কব নোৱাৰো। আমাক উচ্চশিক্ষিত বিলনীয়া সৰহকৈ
লাগে, নতুৱা জগতৰ জ্ঞান-মন্দিৰৰ মাহ, চাউল, কল, কুহিঁয়াৰ, পকামিঠৈ, কেচামিঠৈবোৰৰ
বিলনীয়া বা দেউৰীৰ অভাৱত, উচ্চশিক্ষা নোপোৱা আমাৰ সৰহভাগ মানুহে খাবলৈ নাপাব।
অসমত গুৰিডোখৰত গৱৰ্ণমেণ্টে ভুল বাটেদি গৈ বঙলা ভাষা চলোৱাত আমাৰ সাহিত্য আৰু
ভাষাৰ এটা ডাঙৰ বিবিনি ঘটিছিল, এই কথা আমি ওপৰত উনুকিয়াই আহিছোঁ। সেই বিঘিনিত
পৰি অসমীয়া ভাষা আৰু সাহিত্যই ভেটা পাইছিল, ঢকা খাইছিল আৰু আগবাঢ়িব নোৱাৰি
হুঁহকি পৰিছিল; আৰু সেইবাবে ইংৰাজ অধিকাৰৰ প্ৰায় ৩০।৪০ বছৰ অসমীয়া ভাষা আৰু
সাহিত্যৰ পক্ষে বিফলেই গল বুলিব লাগে। সেই বিঘিনি আঁতৰিল যেতিয়া, এই মুকলি
ফৰকাল বতৰত আমি সাহিত্যক্ষেত্ৰলৈ সঁচাকৈয়ে একাণপতীয়াকৈ হাল-কোৰ লৈ যোৱা নাই
কিয়? যাবৰ তো কেতিয়াবাই হ'ল।

অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি অসম সাহিত্য-সভাৰ কৰ্ত্তব্যৰ বিষয়ে অনেক কথা
এই আসনৰপৰা বৰ্ত্তমান সভাপতিৰ পূৰ্ব্বপুৰুষ-সকলে কৈ গৈছে। সেইদেখি নতুন আৰু কিবা
কবলৈ আজিৰ সভাপতিৰ নাইকিয়াৰ নিচিনাই হ'ল। গতিকে পূৰ্ব্বপুৰুষসকলৰ কথাকে দোহাৰি

নকলে উপায় নাই। যথা—পুৰণি পুথি সংগ্ৰহ, পুৰণি পুথি ছপা কৰি উলিৱা, পুৰণি মূৰ্ত্তি প্ৰভৃতি সংগ্ৰহ আৰু সেইবোৰৰ পৰা পুৰণি কালৰ, তথ্য সংগ্ৰহ কৰিবৰ নিমিত্তে উপযুক্ত মানুহৰ নিয়োগ। কোৱা বাহুল্য যে আমাৰ দেশৰ মানুহে, ঘাইকৈ উঠি অহা ডেকাসকলে অসমৰ অতীত ইতিহাসৰ বিষয়ে ভালকৈ জনা উচিত। জাতীয় জীৱনৰ সৌধ নিৰ্ম্মাণ কৰিবলৈ হলে, প্ৰথমতে ভেটি মাটিডোখৰৰ গঢ়-গতি চাই-বুজি লোৱা আৱশ্যক। আগেয়ে আমাৰ নিজৰ কি কি আছিল, এতিয়া কিহৰ কিহৰ অভাৱ, ইত্যাদি জ্ঞানৰ ভেটি ভালকৈ বান্ধি লোৱা নিতান্ত কৰ্ত্তব্য। সেই জ্ঞানৰ ভেটি শকত হলে আজি নহয় কাইলৈ, কাইলৈ নহলে পৰশুইলৈ আমি তাৰ ওপৰত আমাৰ ভৱিষ্যত জাতীয় জীৱনৰ উন্নত হৰ্ম্ম্য গাঁথি লব পাৰিম। আমাৰ যে অতীত একেবাৰেই পেলাই দিবলগীয়া এনে নহয়; বৰং একালত সি যে ভাৰতৰ সকলো উন্নত প্ৰদেশৰ নিচিনা বা ততোধিক আছিল, সেইটো জগতৰ আগত দাঙিধৰা, আৰু সেই ভাবতে অনুপ্ৰাণিত হৈ নিজৰ জাতীয় জীৱন আৰু শকতকৈ গঢ়ি লোৱা, আৰু অতীত আৰু বৰ্ত্তমান এই দুটাৰ মাজত সম্বন্ধ আৰু সামঞ্জস্য ৰাখি ভৱিষ্যতৰ বাটেদি আগবঢ়া আমাৰ প্ৰধান কৰ্ত্তব্য। অতীত ভৱিষ্যতৰ ভৱিৰ ভূমি।

অসম সাহিত্য-সভাৰ কৰ্ত্তব্য

এই গুৱাহাটী নগৰত যি "মিউজিয়েম" অৰ্থাৎ যাদুঘৰৰ ভেটি উঠিছে, তাৰে সৈতে এই সাহিত্য-সভাৰ ঘনিষ্ঠ সম্পৰ্ক থকাটো বাঞ্চনীয়। কটন কলেজত Ancient Indian History and Culture অৰ্থাৎ প্ৰাচীন ভাৰতৰ ইতিহাসৰ শিক্ষা-দীক্ষাৰ চৰ্চ্চাৰ, Sanskrit Historical Lecture অৰ্থাৎ সংস্কৃত সাহিত্যৰ বিষয়ে ঐতিহাসিক বক্তৃতাৰ যুগুত, আৰু অসমীয়া সাহিত্যত এম-এ পঢ়ুৱাবলৈ যাতে শীঘ্ৰে বন্দবস্ত হয়, তাৰ চেষ্টা কৰা উচিত। অসমৰ হাবিয়ে-বননিয়ে পৰ্ব্বতে-কন্দৰে প্ৰাচীন ইতিহাসৰ অসংখ্য অনাবিষ্কৃত উপাদান পৰি আছে, সেইবোৰ উদ্ঘাটিত হলে ভাৰতীয় সভ্যতাৰ প্ৰাচীন ইতিহাসৰ এক অভিনৱ কাণ্ড সাধিত হব। আমাৰ এই সভাৰ সেই ফালেও লক্ষ্য থকাটো উচিত। অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে যাতে দুখন ভাল ইতিহাস লিখিত হয়—অৰ্থাৎ এখন historical আনখন philological, এই সভাই সেইটোৰো চেষ্টা কৰাটো ভাল বুলি মোৰ মনত খেলায়। বিশেষকৈ দৰ্কাৰ অসমত প্ৰাথমিক শিক্ষা বিস্তাৰ। আমাৰ এই সাহিত্য-সভাই সেই কাৰ্য্যৰ অৰ্থে বিশেষকৈ চেষ্টা কৰাটো মই উচিত বিবেচনা কৰো। নিজৰ জাতীয় গৌৰৱৰ বিষয়ে আৰু কেনেকৈ সেই জাতীয় গৌৰৱৰ ৰক্ষা কৰিব পাৰি; কি কি কাৰণত আমি পূৰ্ব্বৰ জাতীয় গৌৰৱৰ অৱস্থাৰপৰা খহি পৰি এই শোচনীয় অৱস্থাত পৰিছোহি, কি কি উপায় অবলম্বন কৰিলে, কোন কোনবোৰ ভুল-ভ্ৰান্তি সংশোধন কৰিলে আমি সেই হেৰোৱা গৌৰৱ পুনৰ লাভ কৰিব পাৰিম ইত্যাদি বিষয় উজুভাৱে সৰ্ব্বসাধাৰণক শিক্ষা দি বুজুৱাটো শিক্ষিত আৰু জনা-বুজাসকলৰ কাম। নিজৰ দেশৰ বস্তুলৈ হেঁপাহ বঢ়োৱা, নিজক নিজে চিনি পোৱা, আৰু নিজক নাপাহৰা, স্বদেশৰ সকলো ভাল বিষয়তে গৌৰৱ অনুভৱ কৰা, নিজৰ ভৰিত ভৰি দি, আত্মসম্মান, আত্মমৰ্য্যাদা নিখুঁত ৰাখি মানুহ হবলৈ শিকোৱাটো প্ৰাথমিক, মাধ্যমিক আৰু উচ্চশিক্ষাৰ প্ৰধান কাম,—প্ৰাথমিক শিক্ষাৰ ঘাইকৈ; কাৰণ মনুষ্য জীৱনৰ এইবোৰেই প্ৰথম সূত্ৰ। শিক্ষা নিজৰ দেশ, স্বভাৱ আৰু অৱস্থানুসাৰে হোৱাটোৱেই স্বভাৱৰ গতি; নোহোৱাটোৱেহে ব্যতিক্ৰম, বা অতিক্ৰম, বা বিভছবিক্ৰম। শিশুসাহিত্য গঠনৰ ফালেও এই

সভাৰ মনোযোগ আকৰ্ষিত হোৱাটো উচিত। শিশুসাহিত্যাই ভৱিষ্যত সমাজৰ ধৰণী শিশুক আগলৈ উপযুক্ত ডেকা, বুঢ়া হবৰ অমোঘ মন্ত্র কাণত দি মন্ত্রপূত কৰে। নিজৰ দেশৰ গৌৰৱজনক কথা, বীৰপুৰুষ-সকলৰ গুণগাথা আৰু বিক্রম-কাহিনী, সাধুলোকৰ জিতেন্দ্রিয়বাদিতা, স্বদেশ-প্রিয়তা, অত্যাচাৰ অতিচাৰ পৰিহাৰপৰায়ণতা, পৰোপকাৰ, স্বাৰ্থত্যাগ আৰু সকলোতকৈ ঘাইকৈ ধৰ্ম্মভীৰুতা আৰু সত্যবাদিতাৰ বিষয়বোৰ এই শিশুসাহিত্যৰ মূলবীজ হোৱাটো উচিত।

অসম সাহিত্য-সভাই যদি এনে এদল নিস্বাৰ্থ সাহিত্যসেৱী, পৰোপকাৰী, স্বদেশপ্রিয় মানুহ গঠনত সহায় কৰিব পাৰে, যিসকলে অসমৰ ঠায়ে ঠায়ে গাঁৱে গাঁৱে এই সাহিত্য-সভাৰ একোখন শাখা সভা, (অৱশ্যে বিনা আড়ম্বৰেৰে) সংস্থাপন কৰি উপদেশ, আৰ্হি আৰু স্বকৃত কাৰ্য্যেৰে ওপৰত উল্লেখ কৰা মহৎভাব আৰু কাৰ্য্যৰ গুটি সৰ্ব্বসাধাৰণৰ মাজত সিঁচি দিব পাৰে আৰু যাতে সেই সিঁচা গুটি সৰ্ব্বসাধাৰণৰ হৃদয়-ক্ষেত্রত অঙ্কুৰিত আৰু বৰ্দ্ধিত হয় তালৈকো ভালকৈ দৃষ্টি ৰাখিব পাৰে, তেন্তে এই সভাই এটা মহৎকাৰ্য্য সম্পাদন কৰিলে বুলি নিশ্চয় ধৰিব লাগিব।

আৰু এটি ক্ষুদ্র কাৰ্য্য এই সভাৰ তালিকাৰ ভিতৰত সোমাই থাকিলে বেয়া নহব। বিজ্ঞান (Science) সম্বন্ধে, স্বাস্থ্য সম্বন্ধে, উজুকৈ ৰচনা কৰোৱাই যদি সৰ্ব্বসাধাৰণৰ উপযোগী কৰি পুস্তিকা প্রচাৰ কাৰ্য্য এই সভাই কৰিব পাৰে তেন্তে বৰ ভাল কথা হয়। বঙ্গদেশৰ সাহিত্য-পৰিষদে কৰাৰ দৰে আমাৰ এই সভায়ো যদি Scientific termsবোৰ অৰ্থাৎ বৈজ্ঞানিক পৰিভাষাবোৰ আমাৰ ভাষালৈ ভাঙোতে কেনে আকৃতিৰ হব লাগিব, সেইটো থিৰ কৰাই দিব পাৰে সিও এটা লেখৰ কাম হব। অসমীয়া লিখকসকলক সাধ্যমতে উৎসাহিত আৰু সহায় কৰাটোও এই সাহিত্য-সভাৰ কাৰ্য্যৰ তালিকাৰ ভিতৰত বুলি মই ভাবোঁ।

পাতনিৰ প্রথমতে কৈছিলোঁ যে আপোনাসকলক মই উপদেশ দিবলৈ অহা নাই; এই সভাত মই "গুৰুগিৰি" কৰিবলৈ অহা নাই। কিন্তু আপোনাসকলে এতিয়ামানে ভালকৈ দেখিলে যে মই কলোঁ এক, কৰিলোঁ এক। ওপৰত কোৱা এই বকলা যদি উপদেশ নহয়, আৰু তাৰ চলতে মোৰ "গুৰুগিৰি" ভাও নহয়, তেন্তে সি কি বস্তু তাক বিধতাপুৰুষেহে জানে। চল পালেই বিজ্ঞ সাজি উপদেশৰ বৰষুণ বৰষোৱাটো মানুহৰ ৰোগ। মই যেতিয়া নিজকে এটা মানুহ বুলি ধৰি লৈছোঁ—(অৱশ্যে সেইটোত কাৰো সন্দেহ থাকিলে এই নিঃকিন নিৰুপায়)—আৰু দেখিছোঁ, আপোনাসকলেও স্বীকাৰ কৰিছে; এনে স্থলত, সুবিধা এৰি দি, উপদেশৰ মহলা নমৰাকৈ থকাটো বিশেষ সংযমৰ কাম। সভাত থিয় দি, আৰু তাৰ উপৰি সভাপতিৰ ওখ আসন লভিও যদি উপদেশ দিয়া খোচৰা-ব্যাধিয়ে মোক ছুব নোৱাৰাকৈ মই ৰাখিব পাৰিম, তেন্তে মই হয় মহাত্মা গান্ধী নহয় কিবা বোলেনে "জগৰা মঙ্গল"। এইবোৰৰ উপৰিও যদিও মই আপোনাসকলৰ কাণ শুৱনি আৰু সভা শুৱনি কৰি জয়জয়তে সেই কথা কৈছিলোঁ, তথাপি আপোনাসকলে মোৰ পৰা উপদেশৰ কিছুমান কথা শুনিবলৈ আশা এৰি বহি আছে বুলি মই কি, কব নোৱাৰো। এনেস্থলত যদি মই উপদেশৰ একেবাৰেই নিৰামহীয়া থাই বহি থকা নাই, সেইটো আপোনাসকলে যিহকে বিচাৰিছিল, তাকেহে অলপ-অচৰপ পাইছে। সেইদেখি

মোৰ পিচৰ কাৰ্য্যই আগৰ কথাৰ প্ৰতিবাদ কৰাৰ বাবে, বোধকৰোঁ আপোনাসকলৰ ওচৰত মই ক্ষমা নামাগিলেও চলিব।

এই সভাৰ নাম হৈছে সাহিত্য-সভা। সাহিত্যৰ বিষয়ে সাধাৰণভাবে এই সময়লৈকে পোনপটিয়ে একোকে কোৱা হোৱা নাই বুলিব লাগে। অৰ্থাৎ ধৰক, কংসৰ দেখা-সাক্ষাতেই নাই অথচ ইফালে কংসবধ ভাওনাৰ ধুমধাম অভিনয়। সেইদেখি সাহিত্যৰ সাধাৰণ লক্ষণৰ বিষয়ে আমাৰচেৰেক যি পাৰোঁ ইমানতে কবলৈ চেষ্টা কৰা যাওক।

সাহিত্যৰ দুটা অঙ্গ। এটা গদ্য আৰু এটা পদ্য। বাস্তৱিকতে দুটা অঙ্গ নুবুলি একেটা অঙ্গৰে দুটা ফাল বুলিলেহে ঠিক কোৱা হব। ইংৰাজীত কবৰ নিচিনা Better half অৰ্থাৎ উত্তমাঙ্গ বুলিলে বোধকৰোঁ শুনিবলৈ আপচু নহব। পদ্য মানে কবিত্বৰ আৰু কাব্যৰ কথাহে বুজাইছোঁ। য়ুৰোপীয় কাব্য-প্ৰতিভাত আৰু ভাৰতীয় কাব্য প্ৰতিভাতো তিনটা সুঁতি দেখা যায়। আমাৰ ইংৰাজী শিক্ষিতসকলে য়ুৰোপীয় সাহিত্য-চৰ্চ্চা সৰুৰে পৰা কৰি আহিছে। আমাৰ ভিতৰত বৰং এনেকুৱাও অনেক আছে, যি ইংৰাজ কবি চচাৰৰ পৰা টেনিচন, ব্ৰাউনিং আৰু স্বুইনবৰ্ণ লৈকে সকলো য়ুৰোপীয় কবিৰ কবিতা পঢ়ি ঘাটিঘুটি, গিলি কবিতাৰ ভাবত একেবাৰেই চৈধ্য-অনা য়ুৰোপীয় হৈ আছে অথচ কালিদাস ভবভূতিৰ নামহে শুনিছে বা দুশাৰী-চাৰিশাৰীহে পঢ়িছে; আৰু আনবোৰ ভাৰতীয় কবিৰ কাব্য তেওঁলোকৰ পক্ষে "কৰবাৰ কোনোবা"। ভাললৈকে হওক বা বেয়ালৈকে হওক, আমাৰ যেতিয়া এনে অৱস্থা ঘটিছে, তাক অস্বীকাৰ কৰিবৰ উপায় নাই! সেইদেখি আমি য়ুৰোপীয় কবি-প্ৰতিভাৰ সুঁতি তিনটাৰ কথাকে কওঁ!

*সাহিত্যৰ সাধাৰণ লক্ষণ*

য়ুৰোপৰ কাব্য-প্ৰতিভাৰ প্ৰথম সোঁতা আহিছে গ্ৰীচৰ পৰা। দ্বিতীয় সোঁতা ৰোমৰ পৰা। তৃতীয় সোঁতা কেল্‌টিক্। ভাবৰ নিপুণতা ধীৰ, স্থিৰ, শান্ত বিচাৰ-বিবেকতা গ্ৰীচৰ দান। শক্তি, সংযম, মনুষ্যত্ব আৰু মহত্ব ৰোমৰ দান। কেল্‌টিক দান হৈছে:— মানুহৰ বিচাৰ-বিবেকতাই যিটো ধৰিব নোৱাৰে, এনে এটা ইন্দ্ৰিয়াতীত মুক্ত অসীম, শান্ত শিৱম্ ৰহস্যময় প্ৰহেলিকাময় বস্তু। এই কেল্‌টিক প্ৰতিভাৰে সৈতে ভাৰতীয় প্ৰতিভাৰ সাদৃশ্য আছে। এই দানে ভাৰতৰ প্ৰাণৰ বস্তুটিকো য়ুৰোপীয় সাহিত্যৰ কাষ চপাই দিছে। গ্ৰীক প্ৰেৰণাই বস্তুক সুন্দৰ সুঠাম ভঙ্গিমা দি নয়নৰঞ্জন কৰি পূৰ্ণৰূপে প্ৰকাশ কৰে। প্ৰকৃতিৰ প্ৰতিকৃতি চকুৰ আগত দাঙি ধৰে। অৰ্থাৎ ইংৰাজীৰে কবলৈ গলে "Holding mirror up to Nature"। ৰোমৰ ভঙ্গিমাই বস্তুক গধুৰ, গম্ভীৰ, চম্, দৃঢ় আৰু শান্তিপূৰ্ণ কৰি দেখুৱায়। ৰূপৰ সহায়ত অৰূপৰ আভাস দিয়া, ৰূপ-সাগৰত বুৰ মাৰি অৰূপ-ৰতনক তুলি চকামকাকৈ চকুৰ আগত ধৰা, বাক্য মনৰ অগোচৰ এটা অসীম অনিৰ্দ্দিষ্ট বস্তুৰ ঐন্দ্ৰজালিক ভাব প্ৰকট কৰিবৰ প্ৰয়াস, যিটোক মানুহে অন্তৰাত্মাৰেহে ধৰিব চুব পাৰে, বুদ্ধিৰে নোৱাৰে, অৰ্থাৎ "প্ৰখৰ বুদ্ধি নাপায়ে আসে ফিৰে" —এইটো কেল্‌টিক। প্ৰাচীন ভাৰতীয় কাব্যত এই ভাবটো সম্যকৰূপে পৰিস্ফুট। অৰ্থ-গৌৰৱত যদিও বাক্য ভৰপূৰ, কিন্তু অৰ্থৰ মাজতে কবিৰ বক্তব্যৰ অশৰীৰী বস্তুটোৰ ওৰ

*য়ুৰোপীয় সাহিত্য*

নপৰে। কাব্যক সম্পূৰ্ণ ভৰা সোঁতা কৰিবৰ হলে, সত্য শিব সুন্দৰ আৰু ৰসময় কৰিবৰ হলে, এই তিনিওটা সুঁতিৰ সঙ্গম আৱশ্যক। য়ুৰোপীয়সকলৰ ভিতৰত ফ্রেন্স সাহিত্যত গ্রীক প্রতিভাৰ সম্যক্ পৰিস্ফুৰণ। ফ্রেন্স জাতিৰ স্বভাৱ লঘু আৰু ভাব প্রকাশ কৰিবৰ ক্ষমতা অতুলনীয়। সেইবাবে ফ্রেন্স ভাষা য়ুৰোপীয়সকলৰ ভিতৰত সন্ধিপত্র আৰু "দলিল দস্তাবিদ্" লিখাত প্রায়ে ব্যৱহাৰ হয়। তাত কেল্‌টিকসুলভ অটলস্পৰ্শিতা আৰু ঐন্দ্রজালিকতা নাই। অৱশ্যে ভিক্টৰ হুগো আৰু তেওঁৰ পন্থানুবৰ্ত্তী ফ্রেন্স লিখকসকলে এই অভাৱবোৰ অনেক অংশে পূৰণ কৰিবলৈ চেষ্টা কৰিছে যদিও, তথাপি ইংৰাজীত শ্বেক্সপীয়েৰ, ৱৰ্ডছৱৰ্থ, শ্বেলি, কীটচৰ কৱিতাৰ ভিতৰত যেনেকৈ এটা স্বকীয়া বিশেষত্ব, প্রহেলিকাময় ভঙ্গিমা আৰু নিগূঢ় ৰসৰ অন্তঃপ্রৱাহ আছে, ফ্রেন্স কবিসকলৰ ভিতৰত তাৰ অনেকখিনি অভাৱ। ফ্রান্সৰ সুব্যক্ত, সুস্পষ্ট, স্বচ্ছ আৰু প্রাঞ্জল ভাবেই ফ্রেন্স গদ্য সাহিত্যক জগতত অতুলনীয় কৰি তুলিছে। ৰবীন্দ্রনাথৰ কবিতা বাদ দি ধৰিলে, বঙ্গীয় কাব্য-সাহিত্যবো প্রায় এনেকুৱা লক্ষণকে দেখা যায়। তুৰীয় বিৰাট আবেগ আৰু ভাবৰ ইন্দ্রজাল বঙ্গ-সাহিত্যত নাই—আছে প্রাঞ্জলতা, নিৰ্ম্মলতা আৰু কোমলতা। অৱশ্যে ৰবীন্দ্রনাথৰ কবিতা এই কথাৰ ব্যতিক্রম। ৰবীন্দ্রনাথৰ কবিতাত কঠোৰ বুলি বস্তু এটা নাই। তেওঁৰ কল্পনা স্থূল জগতৰ পৰা উৰি গৈ, নেদেখা, নজনা নুশুনা দেশত বিহাৰ কৰে। তেওঁৰ exquisitely refined বীণাৰ তাঁৰ সূক্ষ্ম সুদূৰ "অবাঙ্‌মনসগোচৰ"ৰ আঙুলি-বুলনিত বাজি উঠে। তেওঁৰ আকাঙ্ক্ষা আৰু বাক্য (অন্ততঃ আজিকালি) এনে:—"আমি চঞ্চল হে সুদূৰেৰ পিয়াসী। দিন চলে যায়, আমি অন্যমনে, তাঁৰি পথ চেয়ে থাকি বাতায়নে। ওগো সুদূৰ! বিপুল সুদূৰ! তুমি যে বাজাও বিপুল বাঁশৰী; কক্ষ আমাৰ, ৰুদ্ধ দুৱাৰ, সে কথা যে যাই পাসৰি।" বঙ্গৰ বিখ্যাত আন জন কবি মাইকেল মধুসূদনৰ কবিতাত ৰোমীয় প্রভাৱ প্রকট। যেনে:—

"সমুখ সমৰে পৰি বীৰ চূড়ামণি, বীৰবাহু, চলি যবে গেল যমপুৰে অকালে।
কহ হে দেবী অমৃতভাষিণী, কোন বীৰবৰে বৰি পাঠাইল লঙ্কেশ্বৰ।"

কিন্তু কাব্য-প্রতিভাৰ গ্রীকভঙ্গী আৰু ৰোমীয়ভঙ্গীৰ কথা যে কৈছোঁ, প্রাচীন ভাৰতীয় কাব্য-প্রতিভাত যে স্বাধীনভাৱে অৰ্থাৎ কাৰো পৰা ঋণ কৰ্জা নকৰাকৈ সেই দুই ভঙ্গী নাছিল এনে ভাবিলে নচলিব। ভাৰতীয় ৰসাত্মকং বাক্যং প্রাচীন সংস্কৃত কাব্যত এই তিনিওটা সদায় স্বতঃস্ফুৰিত। নটা ৰসৰে কবিতাৰ ভৰা সোঁতা ভাৰতত বৈদিক কালৰ পৰা বৈ আহিছে। বেজাৰৰ কথা হৈছে যে ভাৰতত এই অৱনতিৰ দিনত ভাৰতৰ সন্তানসকলে পাশ্চাত্য "মৃগতৃষ্ণাৰ্ণৱজলত স্নান, পান, আচমন ৰমণ কৰি ওপঙিব লাগিছে, তল যাব লাগিছে," অথচ নিজৰ দেশৰ কৌটীকলীয়া:—

আমাৰ নিজৰ সাহিত্য

"শান্তচিদানন্দ শুদ্ধ অনন্ত মহিমান্বিত
নিৰ্ম্মল তৰঙ্গচয় হীন।
হেনয় পৰমানন্দ (কবিতাৰ) অমৃত সাগৰে মজি
আচন্ত নকৰে বুদ্ধিক্ষীণ॥

আগতে চাওক—ৰোমৰ শক্তি, গ্ৰীচৰ প্ৰাঞ্জলতা, দূৰ বাহিৰত খেপিয়াই ফুৰিছোঁ, অথচ আমাৰ ঘৰৰ শঙ্কৰ-মাধৱ আৰু কন্দলিসকলৰ কৱিতালৈ হাত মেলা নাই। বোলোঁ মেলা, ভাই হাত মেলা; কৱিতালৈ হাত মেলা;—আৰু ভাৱে ভাৱে চপোৱা। শ্ৰীশঙ্কৰ-কাব্য-প্ৰতিভাৰ বজ্ৰনিৰ্ঘোষ শক্তিৰ চানেকী চাব নে?

"ঘোৰ মূৰ্ত্তি ধৰি নৰসিংহ হৈল বাজ। প্ৰচণ্ড বাতাস যেন নিশ্বাস বজাই॥
মহাত্ৰাসে কম্পে দেখি দানৱ সমাজ॥ প্ৰকাশয়ে কেশ শিৰে ৰবিৰ কিৰণ।
তপ্ত সুবৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই। ভ্ৰুকুটি কুটিল মুখ বিকট দশন॥
পৰ্ব্বত সমান কায় আছে স্বৰ্গ ছুই॥ লহ লহ কৰে জিহ্বা যেন ক্ষুৰধাৰ।
শৰীৰৰ লোম চন্দ্ৰ সম শুক্ল বৰ্ণ। জ্বলে বাহু শত তীক্ষ্ণ নখে চমৎকাৰ।
তুলি আছে উৰ্দ্ধক স্তবধ দুই কৰ্ণ॥ বহল হৃদয় দীৰ্ঘ গ্ৰীবা কৃশ কটি।
বাইল মুখ যেন গিৰি গহ্বৰ পৰাই। জিহ্বা মেলি আছে দুই দৰ্শন প্ৰকটি॥

আকৌ চাওঁক:—

"দানৱ ফুৰন্তে যেবে আছে। দেখি খঙ্গে নৰসিংহ পাছে॥
কম্পাই শিৰ কেশৰ উল্লাসি। তুলিলা আটোপে ঘোৰ হাসি॥
স্বৰ্গকো ভেদিলা ঘোৰ ৰঙ্গে। বেগে চাম্প দিয়া নৰসিংহে॥
আলগতে দৈত্যক ধৰিল। নাহি মাত চেতন হৰিল॥
সৰ্পে যেন ধৰিল ইন্দুৰ। নিশবদ দানৱ দন্দুৰ॥
চিত কৰি উৰুত থাপিল। নখে তাৰ হিয়া বিদাৰিল॥
যেহেন সৰ্পক পাৱে ভিৰি। গৰুড়ে পেলাইল ঠোঁটে চিৰি॥
চক্ষু পকাই দৈত্য অন্তকাৰী। চেলেকন্ত জিহ্বায়ে কোৱাৰি॥
ৰুধিৰে দিগিধ দেহা হুই। শিৰত মেৰাইলা আন্ত দুই।
দেখি দৈত্য কটক কিটাইল। অস্ত্ৰ শস্ত্ৰ ধৰি ক্ৰোধে ধাইল॥
নৃসিংহ পেলাইল দৈত্যেন্দ্ৰক। গৈল খেদি দানৱগণক॥
কাকো নখে কৰে দুই চিৰ। টোকৰে ছিণ্ডিলা কাৰো শিৰ॥
কাকো গোৰে মাৰি ঘৰাকাতি। সংহৰিলা দানৱ পদাতি॥
দৈত্য জিনি ত্যজিলা আটাস। পলায় দিগ্ গজ হুয়া ত্ৰাস॥
ঝঙ্কাৰনে শিৰৰ কেশৰ। উৰায় সবে বিমান স্বৰ্গৰ॥
থলকে সাগৰ শ্বাস লাগি। বেগত পৰ্ব্বত পৰে ভাগি॥
নৃসিংহৰ চৰণৰ গতি। টলবল কৰে বসুমতী॥
চক্ষুৰ ৰশ্মিত ভৈল ছন্ন। নিষ্প্ৰভ সমস্তে গ্ৰহগণ॥

বৰ্ণনাৰ প্ৰাঞ্জলতা চাওঁক:—

"পাছে ত্ৰিনয়ন দিব্য উপবন"—ইত্যাদিত।

আকৌ চাওক—"সৈৰিন্ধ্ৰীৰ সিতো বিচিত্ৰ মন্দিৰ মলয় চন্দন সুগন্ধিত ঘ্ৰাণ
সূৰ্য্য যেন কৰে কান্তি। মালতী চম্পা শিৰীষ।
সুবৰ্ণ আসনে ৰঞ্জিত ভাজন অগুৰু ধূপৰ ধূমে আমোদিত
প্ৰকাশে প্ৰদীপ পান্তি॥ বাসয় দিশ বিদিশ॥
সুবৰ্ণ খাটত বিছাই হংস-তুলি চৌপাশে পুতলা লেখিছে বাৰত
পুষ্প সিঞ্চি আছে ছানি। কৰন্তে আছে সুৰত।
মুৰালি মুকুতা থোপা আৰি চাৰু যাক দেখি হোৱে কামী পুৰুষৰ
চন্দ্ৰাতপ আছে টানি॥ কামে চিত্ত উনমত্ত॥

হেন মন্দিৰৰ মধ্যত সুন্দৰী
বসিয়া আছে আসনে।
চৌপাশে বেঢ়িয়া সেৱা কৰিয়াছে
সালঙ্কৃতা দাসীগণে ॥”

বৰ্ণনাৰ প্ৰাঞ্জলতা, শক্তিমন্ততা, ওজস্বিতা আৰু তাত গভীৰ আধ্যাত্মিক ভাবৰ সংমিশ্ৰণতাৰ নমুনা এটা চাওক :—

বাৰিষাৰ বৰ্ণনা :—

বিবিধ মণ্ডলে হৰে সূৰ্য্যৰ প্ৰকাশ।
তাৰ ৰশ্মি চিকিমিকি কৰয় আকাশ ॥
বহে থৰ্ব্ব বায়ু সুশুনয় মাত বোল।
গগনক ঢাকি মহা মেঘৰ আন্দোল ॥
ঘনে ঘনে দেয় অতি বিজুলী চমক।
লাগে তিৰিমিৰি আসি চকুত জমক ॥
নাকলয় চন্দ্ৰ সূৰ্য্য জ্যোতি তাৰাগণ।
যেন জীৱ আত্মা শৰীৰত ভৈল ছন ॥
আঠমাস নিলে শুষি পৃথিবীৰ সত্ব।
ঘুনাই সূৰ্য্যে এৰি দেন্ত বাৰিষা কালত ॥
বিদ্যুত সঞ্চাৰ চণ্ড বাতাস চঞ্চল।
নিৰন্তৰে মেঘ সবে বৰিষিল জল ॥
খাল বাম ভৰি ভূমি ভাগি বৱে জান।
যেন মহা মহতে দুঃখীক দিলে দান ॥
গ্ৰীষ্মত আছিল শুকাই ৰৌদ্ৰ তাপ সহি।
বৃষ্টিজল পাই ঘুনাই পুষ্ট ভৈল মহী ॥
তপ উপবাসে যেন শৰীৰ শুকায়।
পুনঃ ভোগ ভুঞ্জিলে পূৰ্ব্বৰ কান্তি পায় ॥
জুই আঙনি জ্বলি অতি বাৰিষা নিশাত।
নকৰে নক্ষত্ৰে তাত প্ৰকাশ সাক্ষাৎ ॥
যেন কলিযুগে দেৱশাস্ত্ৰ হোৱে ছন।
প্ৰকাশে পাষণ্ড শুনে তাৰে সে বচন ॥
নাদ শুনি মেঘৰ বেঙৰ ৰোল চৰে।
গুৰু পাঠ দিলে যেন শিষ্যে পাছে পঢ়ে ॥
বহয় বিপথে অতি ক্ষুদ্ৰ নদী যত।
কৰে অকাৰ্য্যকো যেন ধনৰ গৰ্ব্বত ॥
বৃষ্টিজল পাই শস্য কৰে হল ফল।
শুকাই পৰে পানী পুনঃ মনত অসুখ।
দৈবাধীন নজানিলে মিলে মহাদুখ ॥
হই নদী সব সমে সঙ্গম সাগৰ।
কৰিল কহ্লোল মহা উৰ্ম্মি ভয়ঙ্কৰ ॥
যেন সিটো যোগীৰ সুগুচে কামকষ্ট।
বিষয়ক পাইলে পুনৰপি হোৱে ভ্ৰষ্ট ॥
যদ্যপি মূষলধাৰে মেঘ বৰষিল।
তথাপি পৰ্ব্বতে পীড়া কিছু নাজানিল ॥
যি জনৰ মন ভৈল কৃষ্ণত প্ৰবেশ।
তাক যেন লঙ্ঘিব নোৱাৰে দুঃখ ক্লেশ ॥
তৃণে ঢাকিলেক পথ সব ভৈল ছন্ন।
নকৰিলে লোকে আৰু গমনাগমন ॥
নপঢ়িয়া দ্বিজে যেন ত্যজিল অভ্যাস।
পাসৰিল সব বেদ পথ ভৈল নাশ ॥
লোকৰ সুহৃদ মেঘ সব মহা ধীৰ।
চঞ্চল বিজলী ছটা তাতো নহে থিৰ ॥
যেন মহা গুণৱন্ত পুৰুষক পাই।
তথাপিতো বেশ্যাৰ বুদ্ধিৰ থিৰ নাই ॥
পঞ্চ বৰ্ণে ৰচিত ইন্দ্ৰ ধনু।
গুণৱন্তে মেঘত প্ৰকাশে পুনু পুনু ॥
যেন তিনি গুণময় জগত যতেক।
নিৰ্গুণ পুৰুষ তাত প্ৰকাশে প্ৰত্যেক ॥
চন্দ্ৰ জ্যোতি প্ৰকাশিত যিটো মেঘগণ।
নজলন্ত চন্দ্ৰ সেই মেঘে হুই ছন ॥
যেন যিটো চৈতন্যে প্ৰকাশে অহঙ্কাৰ।
সেই অহঙ্কাৰে ঢাকে জ্যোতি জীৱাত্মাৰ ॥”

এনেকুৱা আৰু ইয়াতকৈও প্ৰাঞ্জল ওজস্বী আৰু গভীৰ ভাবাত্মক হেজাৰ হেজাৰ কবিতা এই মহাপুৰুষ কবিসকলৰ ৰচনাৰ পৰা তুলি দেখুৱাই দি ওৰ পেলাব নোৱাৰি।

ওপৰত কৈ আহিছোঁ যে জাতীয় জীৱন আৰু জাতীয় সাহিত্য এই দুটাৰ অবিচ্ছেদ্য সম্বন্ধ। জাতীয় সাহিত্য জাতীয় জীৱনৰ প্ৰতিধ্বনি মাথোন। জাতীয় জীৱন যদি সংকীৰ্ণ হল, জাতীয় সাহিত্যইও সেই সঙ্কীৰ্ণতাৰ হাত সাৰিব নোৱাৰে। যি জাতিৰ জীৱন মুক্ত আৰু স্বাধীন, সেই জাতিৰ সাহিত্যৰো মুক্ত, স্বাধীন আৰু অব্যাহত গতি। সেই সাহিত্যই নিৰ্ভয়ে নিঃসঙ্কোচে কল্পনা আৰু ভাবৰ ৰাজ্যত স্বচ্ছন্দে বিচৰণ কৰিব পাৰে; সি কোনো কালে কদাপিও

বিদেশী বিজাতিৰে সৈতে ভাব আৰু কল্পনাৰ আদান-প্ৰদানত নিজৰ অস্তিত্ব হেৰুৱাবৰ ভয় কৰি নিজক সংকুচিত কৰি থুকুৰে। পুখুৰীৰ বন্ধ পানীহে অশুদ্ধ, অশুচি, কলুষিত হয় আৰু অশুদ্ধ হবৰ ভয়ত পুখুৰীৰ গৰাকী সদায় সন্ত্ৰস্ত সতৰ্ক থাকিবৰ আৱশ্যক হয়। নৈৰ সোঁত বলা পানীত সেই 'বালাই' নাই। তাত হাজাৰ মলি, হাজাৰ আবৰ্জ্জনা পৰক, তথাপি সি অশুচি, অস্পৃশ্য বা কলুষিত নহয়। পৰাধীন জাতিৰ সাহিত্যক সেইদেখি সততে শুচি-বায়ুৱা ৰোগগ্ৰস্ত দেখা যায়; তাৰ সততে ভয়, পিছে বিদেশী ভাষাৰ সংস্পৰ্শত সি কলঙ্কিত আৰু অশুচি হৈ নিজৰ পৈতৃক প্ৰাণটি হেৰুৱায়। আজিকালি পৰাধীন জাতি আমি। আমাৰ সাহিত্য আৰু ভাষাতো সেইদেখি এই কথাই। বৈষ্ণৱ যুগৰ অসমীয়া ভাষা আৰু অসমীয়া সাহিত্য মুক্ত আৰু স্বাধীন অসমৰ ভাষা আৰু সাহিত্য আছিল, সেইদেখি সেই ভাষা সেই সাহিত্যই দেশ-বিদেশে মুকলি মনেৰে বুকু ফিন্দাই পাখি মুকলি কৰি ফুৰিছিল। সেই ভাষা সেই সাহিত্যই সন্দেহ সঙ্কোচ কাক বোলে নাজানিছিল। সেইদেখি শঙ্কৰদেৱ মাধৱদেৱৰ সাহিত্য আৰু ভাষাত হিন্দী, ব্ৰজাৱলি, আৰবী, ফাৰ্চী কথাৰ সমাগম। সেইটো তেওঁলোকৰ স্বাধীন গতিৰ প্ৰেৰণা, আনন্দৰ অৱগাহন আৰু luxury অৰ্থাৎ বিলাসৰ সামগ্ৰী আছিল। তেওঁলোকৰ মনত কদাপিও নেখেলাইছিল, যে বিদেশীৰ "নিশ্বাসাৎ সংস্পৰ্শাৎ সহভোজনাৎ" তেওঁলোকৰ স্বাধীন stalwart and strong অৰ্থাৎ "মজ্‌বুত আৰু জোৱান" ভাষাৰ জাত যাব পাৰে। আজিৰ স্বাধীন ইংৰাজ জাতিৰ ইংৰাজী ভাষালৈ চকু দিলেই এই কথাৰ যথাৰ্থতা বুজিব পাৰি। স্বাধীন মুক্ত তেওঁলোকে দেশে-বিদেশে বুকু ফিন্দাই দম্‌দমাই ফুৰিছে; যতে কোনো বস্তু ভাল দেখিছে, যতে কোনো শব্দ, কোনো বাক্য, কোনো ভাব তেওঁলোকৰ মনখোৱা হৈছে তাকে আনি তেওঁলোকে নিজ ইচ্ছামতে কেতিয়াবা গোটে-গোটে, কেতিয়াবা কাটিছিঙি, কেতিয়াবা "ৰোষ্ট" কৰি, কেতিয়াবা বা আদ্‌সিজাকৈয়ে গিলিছে; কাৰণ তেওঁলোক মুক্ত, স্বাধীন। কাৰ্য্যপৰম্পৰা বা কাৰ্য্যপ্ৰণালীয়ে তেওঁলোকৰ ভাষা আৰু সাহিত্যক অজীৰ্ণ-ৰোগীয়া কৰিবৰ ভয় নাই। মুকলি আকাশ মুকলি বতাহৰ তলত মুকলিমূৰীয়া তেওঁলোকৰ ভোজন—ভীমসেনৰ ভোজন; শয়ন—কুম্ভকৰ্ণৰ শয়ন; গমন—গজেন্দ্ৰ-গমন; লম্ফন—হনুমন্তৰ লম্ফন; গৰ্জ্জন—ব্যাঘ্ৰৰ গৰ্জ্জন;—অথচ জাগৰণ—সজাগ "বুল্‌ডগৰ" জাগৰণ। তেওঁলোকৰ ধেমালি-খিকিন্দালি লৰা-ছোৱালীৰ ধেমালি-খিকিন্দালি; ৰং-তামাচা চ'তৰ বিহুৰ ওপৰৰ থাপৰ; থং ৰিং জানিবা গোনা মহৰহে জোঙা শিং। কিন্তু পৰাধীন অগ্নিমন্দ ৰোগী আমি; আমাৰ ভোগৰ ঠাইত "ডিছ্‌পেপ্‌ছিয়া"; টোপনিৰ ঠাইত 'ইনচম্‌নিয়া'; ভোজনৰ বাটিত মাটিকাঁহুৰি; পাতৰ দাতিত লাই-জাবৰি; ধেমালি-খিকিন্দালিৰ ঠাইত খোৱা-কামোৰা; ৰং-তামাচাৰ ঠাইত দন-খৰিয়াল আৰু কন্দা-কটা, আৰু হাঁহি-কিৰিলিৰ ঠাইত গোমোঠা মুখ। পৰমব্ৰহ্ম পৰমেশ্বৰ স্বৰাট, বিশুদ্ধ, বিমুক্ত। যি সেই পৰমব্ৰহ্ম পৰমেশ্বৰক নিজৰ হৃদয়ত সততে অনুভৱ কৰিছে; যি ধৰ্ম্ম সম্পূৰ্ণৰূপে সেই পৰমব্ৰহ্মমুখী, সেই মানুহ, সেই ধৰ্ম্ম কেতিয়াও সংকীৰ্ণ হব নোৱাৰে। যাৰ হৃদয়ত ব্ৰহ্মবস্তু কোঁচ খাই অকণমানি হৈছে, তাৰেইহে সদায় বাহিৰৰ আচাৰ বিচাৰ, অনুষ্ঠান, নিয়ম-কাৰণত তীব্ৰ চকু;—মহাভয়; পিছে তাৰ অকণমান সজাটিত থকা এখুদ্‌মান টিপচী ব্ৰহ্ম-চৰাইটিক কৰবাৰ পৰা আহি চেলাই কামুৰি মাৰি থয়। যি জাতিয়ে ব্ৰহ্মৰ

অনন্ত অসীম সত্ত্বা পাহৰিছে, সেই জাতিৰহে এনে বিভীষিকা। সাহিত্যৰ বিষয়তো এনেকুৱা কথাই।

এইবোৰ যি নহওক, আজি যদিও আমি পৰাধীন জাতি, যদিও আমাৰ ভাব, ভাষা, সাহিত্য তাৰ ফলত সংকীৰ্ণ হোৱাটো স্বাভাৱিক হৈ পৰিছে, তথাপি আমি এতিয়া মূৰে কপালে হাত দি বেজাৰকৈ হাত সাৱটি বহি থকাটো উচিত নহয়। আমি এতিয়া প্ৰাণপণে চেষ্টা কৰিব লাগিব, আমাৰ সাহিত্যক আকৌ গঢ়ি তুলিবলৈ, আকৌ যাতে তাৰ সুৰ বিশ্ব-সাহিত্যৰ সুৰেৰে সৈতে মিলি যায়। আমাৰ শৰীৰটো যদিও দাসৰ শৰীৰ, কিন্তু অন্তৰত স্বৰাট ব্ৰহ্মবস্তু আছে, সেই ব্ৰহ্মক সঙ্কীৰ্ণ নকৰি আৰু প্ৰদীপ্ত কৰি ৰাখি চলিব। কৰ্ণই কবৰ নিচিনাকৈ আমিও বীৰদৰ্পেৰে কব পাৰিব লাগিব—

"সুতোঽহং সুতপুত্ৰোঽহং যো বা কো বা ভবাম্যহং।
দৈবায়ত্তঃ কুলে জাতো মমায়ত্ত তু পৌৰুষং॥"

সাহিত্যত পৰিবৰ্ত্তন অৱশ্যে লাগে। নালাগে বুলিলেও পৰিবৰ্ত্তন আহিবই আহিব। সেইবুলি দেখা দৰ্কাৰ যে সেই পৰিবৰ্ত্তনত ভাষাৰ আৰু সাহিত্যৰ প্ৰাণটো নাযায়। সাহিত্যৰ বিটো নিজৰ অন্তৰাত্মা, নিজৰ স্বধৰ্ম্ম, তাৰ পিঠিৰ ওপৰত পৰধৰ্ম্মৰ গন্ধমাদন পৰ্ব্বত তুলি দিলে, তাক চেপি মৰা হব মাথোন। এইটো ধ্ৰুপ যে জগতত এনে জাতি নাই, যি জন্মৰ পৰা আজিলৈকে নিজৰ ৰক্ত বিশুদ্ধ আৰু অবিমিশ্ৰ কৰি ৰাখিব পাৰিছে। বৰ্ণ-শঙ্কৰৰ ভয়ত আমাৰ শাস্ত্ৰকাৰসকল সশঙ্কিত, কিন্তু এইটোও ঠিক যে বৰ্ণশঙ্কৰেই নতুন নতুন সবল জাতি সৃষ্টিৰ গুৰি। সেইদেখি কোনো এটা জাতিত বিশুদ্ধতা বিচৰাটো যেনেকৈ পৰ্ব্বতত কাচকণী বিচৰা, কোনো এটা ভাষা আৰু সাহিত্যতো বিশুদ্ধতা বিচৰাটো তেনে কথা। বহুতৰ ভ্ৰম ধাৰণা আছে যে বৈদিক সংস্কৃত ভাষা আৰু সাহিত্য, বিশুদ্ধ, অবিমিশ্ৰ। সংস্কৃত ভাষাৰ যেতিয়া পয়োভৰ অৱস্থা, যেতিয়া তাৰ জীৱনী-শক্তিয়ে ভাৰতৰ ধমনীত প্ৰৱল ৰক্তপ্ৰৱাহ চলাইছিল, তেতিয়া সি কত শত অনাৰ্য্য আৰু যাবনিক মাত-কথাক উদৰস্থ কৰি নিজে নিপোটলটো হৈছিল ; ভাষাৰ তুলনামূলক সমালোচনা কৰোতাসকলে সেই কথাৰ অনেক সম্ভেদ পাইছে। ব্ৰাহ্মণৰ অস্পৃশ্য ম্লেচ্ছৰ কত শব্দই কৃত্-তদ্ধিতৰ উত্তৰীয় বস্ত্ৰ গাত লৈ অনুস্বাৰৰ টিকনি পিন্ধি, বিসৰ্গৰ কাহ কাহি, ভগৱৎ ভট্টাৰক ভট্টাচাৰ্য্যৰ দৰে চিনিব নোৱাৰা হৈ ব্ৰাহ্মণৰ মন্ত্ৰৰ মাজত সোমাই, শিৰ-ফুটা আৰ্য্যশব্দৰে সৈতে সমানে শাৰী মাৰি, যজ্ঞ-হোমৰ ৰৰভাওনা আজিলৈকে চাই ফুৰিছে, কেইজন নৈষ্ঠিক পণ্ডিত ব্ৰাহ্মণে তাৰ ভু ৰাখিছে বা সেইবোৰ চোৰক ধৰিব পাৰিছে?

এইটো আমি স্পষ্টকৈ দেখিবলৈ পাওঁ যে যি সাহিত্যই যি ভাষাই নিজক সঙ্কুচিত নকৰি গাৰ চাৰিউফালে দুতৰপীয়াকৈ গাধৈৰ চকোৱা নিদি চলিছে সেই ভাষা সেই সাহিত্য বৃদ্ধি-প্ৰাপ্ত হৈছে আৰু যি তাৰ ওলোটা বাটে চলিছে, সি নিধনপ্ৰাপ্ত হৈছে। একালে ইংৰাজী ভাষা আৰু সাহিত্য আৰু আনফালে শেহডোখৰৰ সংস্কৃত, লেটিন, গ্ৰীক ভাষালৈ চালেই এই কথা বোধগম্য হয়। প্ৰথম যুগৰ ইংৰাজী সাহিত্যৰ গুৰি "চছৰ"। তেওঁৰ অন্তৰৰ সাহিত্যৰ বন্তিগছ ফ্ৰান্স আৰু ইটালীৰ জুইৰে জ্বলাইছিল। এলিজাবেথৰ যুগৰ ইংৰাজী সাহিত্যিকসকলৰ জিয়াচলিৰ কাঠী আহিছিল নানা দেশ নানা জাতিৰ পৰা আৰু ঘাইকৈ

ইটালিৰ পৰা। ৱৰ্ডছৱৰ্থে তেওঁৰ যুগ আৰম্ভ কৰে প্ৰথমতে জুমুধিত ফ্ৰান্সৰ আৰু তাৰ পিচত জাৰ্ম্মানিৰ আওঁঠা ভৰাই। আজিকালি ইংৰাজী সাহিত্যৰ যাই প্ৰৱৰ্ত্তকসকলে জিয়াচলিৰ কাঠী গোটাইছিল আৰু গোটাইছে, ইটালী, ফ্ৰান্স, স্কেণ্ডিনেভিয়া, ৰুছিয়া, জাপান, আন কি ভাৰতবৰ্ষৰ পৰাও। বৰ্ত্তমান কালৰ বঙ্গসাহিত্যতো দেখা গৈছে, তিনিটা নতুন জীৱনৰ সোঁতা চাৰিজন পুৰুষে বোৱাই বঙ্গভাষা আৰু সাহিত্যৰ পুষ্টিসাধন কৰিছে। প্ৰথমতে ৰামমোহন ৰায়, দ্বিতীয়তে মাইকেল মধুসূদন দত্ত আৰু বঙ্কিমচন্দ্ৰ চাটুৰ্জ্জী, তৃতীয়তে ডক্টৰ ৰবীন্দ্ৰনাথ ঠাকুৰ। এই চাৰিজনেই বিদেশী সাহিত্যৰ পৰা নতুন গঢ় আনি বঙ্গভাষা আৰু সাহিত্যক নতুন অলঙ্কাৰেৰে বিভূষিত কৰি, ঘৰৰ চুকৰ পৰা উলিয়াই আনি জগতৰ সাহিত্যৰ মহাসভাত বহুৱাইছেহি। চুকতে চেপেটা লাগি থকা বঙ্গসাহিত্য-বোৱাৰীৰ নিমিত্তে ৰামমোহনে দুৱাৰচুকৰ পোলাৰ গাঠি কাটি দিলে। ককালে-পেটে-লাগি-থকা বোৱাৰীক মধুসূদনে আৰু বঙ্কিমে আতোঁপুতোঁকৈ মাতি বুলি বাহিৰলৈ উলিয়াই আনি, মাছ-ভাত খুৱাই এনে শক্তিমতী কৰি দিলে যে: সেই বোৱাৰীয়ে নেপুৰ পিন্ধি আনন্দৰ গীত গাই ব্ৰজত যে নাচিব পৰা হলেই, ইন্দ্ৰজিতৰ প্ৰমীলাৰ দৰে ঘোঁৰাত উঠি ঢাল তৰোৱাল লৈ ভীমাৰূপ ধৰি প্ৰচণ্ড বেগেৰে যুদ্ধ-ক্ষেত্ৰত যুঁজিব পৰাও হল। ৰবীন্দ্ৰনাথে সেই বীৰাঙ্গনাক ঘোঁৰাৰ পৰা নমাই আনি, ঢাল-তৰোৱাল হাতৰ পৰা থোৱাই, সৰস্বতীৰ পদ্মাসনত বহুৱাই, তেওঁৰ ভৰিত ফুল-চন্দন আৰু হাতত মধুৰ বীণ যেনেকৈ দিছে, "বৈঠকখানালৈকো" আহ্বান কৰি আগত "পিয়ানো", "হাৰমনিয়ম্"দি "চকা" "কৌচতো" তেনেকৈ বহুৱাইছে। এনে দিনত আমিও বহি থাকিলে নচলিব। বাহিৰৰ পৰা আমিও জিয়চলিৰ কাঠী আনিব লাগিব। তাকে নকৰিলে, ভাত-চৰুৰ তলত জ্বাল দিবলৈ বহি, জুইৰ অভাৱত একাদশীৰ সৈতে কথা-বাৰ্ত্তা কৈয়েই যে দীঘল ৰাতিটো কটাবলগীয়া হমহঁক সেইটো ধুৰুপ।

সাহিত্য, যাইকৈ কাব্য-সাহিত্য এক বিশাল বিপুল বস্তু। কাব্য-সাহিত্যই দুই পাখি মেলি অনন্ত অসীমক আকোঁৱালি ধৰে। "ভূমৈব সুখমল্পে নাস্তি।" ই ভূমাক অৰ্থাৎ অলপৰ বিপৰীতক, মুক্তিক, সুন্দৰক আৰু শক্তিক আশ্ৰয় কৰে। সেই দেখি কবিত্বৰ যাই কথা হৈছে, সকলো সঙ্কীৰ্ণতাৰ পৰা সৰ্ব্বতোভাৱে মুক্ত হোৱাটো। কবিৰ ভাব বিশ্বভাব; যি ভাবক জাতিবৰ্ণনিৰ্ব্বিশেষে নিজৰ বস্তু বুলি সকলোৱে উপভোগ কৰে। অৱশ্যে সেই কবি যি দেশৰ মানুহ, সেই দেশৰ আচাৰ, ব্যৱহাৰ, ভাব, ভাষা, ভঙ্গী তেওঁৰ কবিতাৰ ৰচনাত তেওঁৰ সহায়ক হবই লাগিব। কিন্তু সেই বিশেষত্ববোৰ প্ৰতিবন্ধক নহয়। বিশেষত্বৰ মাজেদিয়েই কবিয়ে নিখিল বিশ্বভাবক প্ৰকাশ কৰে, চিৰন্তন সত্যক চিৰনবীন কৰি দেখুৱায়। দেশ কালৰ ভিতৰৰ বস্তুৰ মাজেদি গৈয়েই কবিয়ে বিশ্বক স্পৰ্শ কৰে; অলপৰ ভিতৰতে ভূমাৰ আভাষ দিয়ে; অনন্ত অসীমক সীমাৱদ্ধ শান্ত কৰি দেখুৱাইও তাতে অনন্ত অসীম মহানৰ ইঙ্গিত আভাস প্ৰকট কৰি তোলে, ভাৰ্জ্জিলে ৰোমৰ বিষয়ে নানা ঘটনাৰ কথা লিখিছে, ডান্তেয়ে স্বৰ্গ নৰকৰ বৰ্ণনা কৰিছে, মিল্টনে খৃষ্টান ধৰ্ম্ম সম্পৰ্কীয় স্বৰ্গচ্যুতিৰ কথা লিখিছে, কালিদাসে দুষ্মন্ত শকুন্তলাৰ প্ৰেমৰ ঘটনা এটাৰ কথা কৈছে, কাঁড় খাই মৰা কৰ্চন চৰাই এযোৰৰ এটাৰ কথা একাষাৰ বাল্মীকিয়ে কৈছে, —সকলোবোৰেই নিজৰ ভাষাত, নিজৰ সংস্কাৰ অনুসাৰে এই কথাবোৰ কৈছে। কিন্তু

বিশ্বমানৱে সেইবোৰ কথাত প্ৰাণৰ কথাৰ সন্তেদ পায়। এওঁলোকৰ ৰচনাত বিভিন্ন দেশ-কাল-পাত্ৰ আমাৰ আগৰ পৰা নাইকিয়া হৈ যায়; থাকে মাথোন বিশ্বমানৱৰ প্ৰাণৰ আকাৰ-ইঙ্গিত। ছাজাহান বাদ্‌শ্বাহৰ জীয়েক জাহানাৰাই "বোৰ্থাৰে" অৰ্থাৎ ফিৰ্‌ফিৰীয়া কাপোৰৰ ওৰণিৰে মুখখন ঢাকি, গোলাপৰ বাগিচাত সোমাইছিল। পাৰশ্য দেশৰ পৰা দুখীয়া কবি চাদি জীৱিকাৰ অৰ্থে ছাজাহানৰ আশ্ৰয় বিচাৰি আহিছিল। তেওঁৰ কবিতাৰ শক্তি পৰীক্ষা কৰিবৰ নিমিত্তে, এজন অমাত্যই জাহানাৰাক দেখুৱাই সেই কথাটোকে কবিতা কৰি কবলৈ চাদিক কলে। চাদিয়ে ততালিকে এফাকি উৰ্দ্দু কবিতাৰে সেইটো বৰ্ণালে, যাৰ মানে—জাহানাৰাৰ মুখখন ইমান delicate, ইমান fine অৰ্থাৎ ইমান কোমল, যে তেওঁৰ বাগিচাত ফুলা গোলাপৰ গোন্ধ তেওঁৰ মুখঢকা পাতল কাপোৰখনে ঢাকি নিদিলে তেওঁ সহ্য কৰিব নোৱাৰে। এটা উৰ্দ্দু কবিতাত আছেঃ—প্ৰণয়িণীৰ প্ৰিয়তম বিদেশত। প্ৰিয়তমক দেখিবলৈ বাট চাই থাকোঁতে প্ৰণয়িণীয়ে ওচৰতে কাউৰী এটা দেখি কাউৰী-টোক সম্বোধন কৰি কৈছে "হেৰ কাউৰী! তই মোৰ ওচৰলৈ কিয় আহিছ মই জানিছো। মোৰ মৃত্যুকাল সন্নিকট। তই মোৰ মৰা-শটো খাবলৈ আহিছ। খা, মোৰ শৰীৰৰ সকলো মঙহ টানি টানি খা। কিন্তু তোক কাবৌকৈ মাতিছো, মোৰ এটি মিনতি ৰাখিবি—মোৰ সেই মেল খাই থকা চকু দুটি তই নেখাবি, কাৰণ মোৰ প্ৰিয়তম উভতি আহিলে সেই দুটিয়ে তেওঁক এবাৰ আকৌ প্ৰাণভৰি দেখিবলৈ পাব।" আৰু এটা উৰ্দ্দু কবিতাত এজন কবিয়ে তেওঁক বেঁকাকৈ কটাক্ষ কৰি চাই যোৱা এজনী সুন্দৰীক কৈছে—"হেৰা সুন্দৰী! তুমি তোমাৰ নয়নৰ কাঁড় এইদৰে বেঁকাকৈ মোৰ হৃদয়ত হানি মোক ইমান যন্ত্ৰণা দিলা কিয়? পোনে পোনেই যদি সেই কাঁড় মাৰিলাহেঁতেন তেন্তে সি মোৰ হিয়া সৰকি গল-হেঁতেন, মই মৰি গলোহেঁতেন; তেতিয়া তোমাৰ কাঁড়ে বিন্ধাৰ যন্ত্ৰণা সহ্য কৰিবলৈ নেপালোঁহেতেন। বেঁকাকৈ মৰা বাবে, সেই কাঁড় মোৰ বুকুৰ পৰা ওলাই যাব পৰা নাই। সেই দেখিময়ো মৰিব নোৱাৰি তাৰ যন্ত্ৰণাত চট্‌ফট্‌ কৰিব লাগিছোঁ।" আৰু এজন উৰ্দ্দু কবিয়ে লিখিছে—"মই মোৰ প্ৰিয়তমক বিচাৰি জগতত কত ঘূৰিলোঁ, কত ফুৰিলোঁ! শেহত নাপাই ভাগৰি যেতিয়া ঘৰলৈ আহিলোঁ, দেখো মোৰ সেই বুকুৰ ধন প্ৰিয়তমে মোৰ চোতালতে উমলিব লাগিছে।" এই কবিকেইজনে যদিও বিশেষ একোটি বস্তুৰ তেওঁলোকৰ কথা কৈছে, তথাপি সেই কথা বিশ্বমানৱৰ হৃদয়-তন্ত্ৰীত বাজি উঠিছে।

মানুহৰ যেনেকৈ জীৱনৰ দুটা অৱস্থা, সাহিত্যৰো তেনে। কায়িক আৰু আধ্যাত্মিক। কোনো এটা জাতিৰ শৈশৱকালৰ সাহিত্য কায়িক আৰু বয়সিয়াল অৱস্থাৰ সাহিত্য আধ্যাত্মিক বা আন্তৰ্দৃষ্টিক। বেলেড (Ballad) সাধুকথা প্ৰভৃতি প্ৰথম অৱস্থাৰ সাহিত্য। প্ৰকৃতিৰ সৌন্দৰ্য্য, জীৱনৰ হাঁহি, কান্দোন ইত্যাদি প্ৰথমডোখৰৰ উপাদান। অন্তৰ্দৃষ্টি, ৰসসৃষ্টি, ৰসোপলব্ধি আৰু অন্তৰৰ ভাব সৌন্দৰ্য্যমণ্ডিত কৰি প্ৰকাশ, বিশালতা, বিপুলতা, সত্য শিৱ সুন্দৰৰ প্ৰতি ব্যাকুলতা, দ্বিতীয় অৱস্থাৰ লক্ষণ। বৈদিক ঋষিসকল, ব্যাস, বাল্মীকি, ডান্তে, হোমৰ, শ্বেক্সপীয়েৰ, মিল্টন, কালিদাস এই দ্বিতীয় অৱস্থাৰ প্ৰতিভূ। এই অৱস্থা প্ৰথম প্ৰাণৰ আবেগৰ অধীন নহয়। অহং-অৱ

সাহিত্যৰ অৱস্থা

ওখ পৰ্ব্বত ইয়াত নাই। শৰীৰ, প্ৰাণ, মন বাহিৰৰ বস্তু। আত্মাইহে এক মাথোন অন্তৰৰ বস্তু। সাৰ্ব্বভৌমিক সাৰ্ব্বজনিক সাহিত্য অকল প্ৰাণৰ আবেগ বা চিন্তাৰ প্ৰৱাহ বা মাথোন ইন্দ্ৰিয়ৰ অনুভূতিৰ বস্তুৰেই নহয়; সেই সাহিত্য দিব্যদৃষ্টিৰ সৃষ্টি। দিব্যদৃষ্টিয়েহে সত্য শিৱক সুন্দৰকৈ দেখিব আৰু দেখুৱাব পাৰে। অৱশ্যে এই সাহিত্যৰ নিমিত্তে যে শৰীৰ প্ৰাণ মনক আন এযোৰ মনক একেবাৰেই আওহেলাকৈ থব লাগিব এনে নহয়, শৰীৰ প্ৰাণ মনক আন এযোৰ চকুৰে চাব লাগিব, সেই যোৰ দিব্যচকু। সেই চকুৰে তাত অনন্তৰ ভাব আৰু প্ৰেমময়ৰ প্ৰেমৰ প্ৰেৰণা দেখুৱাব আৰু তেতিয়াহে সেই সাহিত্যত বিশ্বৰ মহাপ্ৰাণৰ মহানন্দৰ মহোৎসৱ সম্পাদিত হব।

আজিকালি লিখাপঢ়া শিকা বা শিকিবলৈ যোৱা ডেকাসকলৰ ভিতৰত কবিতা বুলি পদ্য লিখা বায়ু বৰকৈ উঠিছে যেন দেখা যায়। এই বক্তাৰ ক্ষুদ্ৰ মাহেকীয়া কাকত এখন আছে .আৰু সেই কথাটো আপোনালোকে জানে বুলিয়েই ধৰি লৈছোঁ। কিন্তু নাজানে যদি বক্তাক ক্ষমা কৰিব। এই বক্তাৰ গাত সেই কাকতৰ সম্পাদকৰ চিন্-চাব থকাৰ নিমিত্তে, লেখাৰুসকলৰ পৰা কবিতাৰ নামত

কাব্য-সাহিত্য

চলাব খোজা ইমান পদ্য প্ৰবন্ধ বা অপ্ৰবন্ধ আহে যে তাক কি কম। পুৱা তেওঁ তেওঁৰ ডাক মেলিলেই এবুৰি-আদবুৰি তেনে বস্তুক তেওঁ "মুলাকাৎ" দিবলগীয়াত পৰে। একো-একো দিনা এনে কাৰ্য্যৰ বঢ়াবঢ়ি ইমান হয় যে বেজাইৰ কথা হৈ উঠেগৈ। মই কোৱা বিধৰ "কবি" আশাকৰোঁ এই সভাত নাই কিন্তু আছে যদি, তেওঁ হয়তো মনে মনে বিদ্ৰোহী হৈ কৈছে, "ইঃ আমি লিখাবোৰ কবিতা নহয়; এওঁ লিখাবোৰহে কবিতা।" মই ধৰি লোৱা সেই গুপ্ত বিদ্ৰোহীজনক ইয়াকে কওঁ যে মই নিশ্চয় কবিতা লিখিব নাজানো, কিন্তু লিখিব নেজানিলেও কবিতাৰ সোৱাদ পোৱাৰ ক্ষমতাফেৰি অলপ-অচৰপ মোৰ গাত আছে বুলি স্বীকাৰ কৰিবলৈ মোৰ সাহ আছে। জেলেপী প্ৰস্তুত কৰিব নাজানিলেও, লোকে প্ৰস্তুত কৰি দিয়া জেলেপীৰ সোৱাদ পাওঁ দেওহে। অৱশ্যে উঠি অহা "মন্দকবি যশঃ প্ৰাৰ্থী" ডেকাসকলে কবিতা লিখিবলৈ হেঁপাহ কৰিছে, লিখক; তেওঁলোকৰ তপত উচাহৰ ওপৰত চেঁচাপানী ঢালিবৰ মোৰ সমূলি মন নাই। কিন্তু এনে অনেক বিষয় আছে, যিবোৰ বিষয়ে তেওঁলোকে লিখিবলৈ চেষ্টা কৰিলে কিছু দূৰ কৃতকাৰ্য্য কিজানি হবও পাৰে। যেনে (১) অসমৰ অতীত গৌৰৱ কাহিনী, (২) অসমৰ নৈ, পৰ্ব্বত, বন, উপত্যকা, ঝৰণা, প্ৰকৃতিৰ সৌন্দৰ্য্য, গাঁও-ভুই, গাঁৱলীয়া উজু জীৱনৰ কাৰ্য্য-কলাপ, সূৰ্য্যৰ উদয়-অস্তৰ অনিৰ্ব্বচনীয় সৌন্দৰ্য্য ইত্যাদি। তাকে নকৰি যদি তেওঁলোকে, কাৰ আৰ্হি লৈ কব নোৱাৰোঁ, কোন গাভৰুৰে তেওঁলোকক নঙলা-মুখত দেখি বেঁকাকৈ চাই গল। কোনে তেওঁলোকৰ জলপানত গুৰ অকণমান পেলাই দিওঁতে মিচিকীয়া হাঁহি মাৰি তেওঁলোকক এধা-মৰা কৰি থৈ গল, এইবোৰ বথানি কবিতা বুলি পদ্য লিখি নিজৰ সময় আৰু শক্তিৰ অপব্যয় কৰি থাকে, তেন্তে ঠিক কৈছোঁ, ডেকা কালত এই শ্ৰেণী "কবিৰ" কবিতাৰ মই কাঠ-সংস্কাৰ কৰিছিলোঁ। কিন্তু এই বুঢ়া কালত সেই পাপকাৰ্য্য বা কুকাৰ্য্য নকৰো; নকৰি নিজৰে কাঠ-সংস্কাৰ কৰি থম—তাৰ বাবে পাপে ছোৱে, পুণ্যই ছোৱে, তেওঁলোকক ছুব।

বাস্তৱিকতে কবিতা লিখাটো ইমান উজু কাম নে? মোৰ মনেৰে দেখোন বৰ টান কাম। মানুহৰ যিটো অন্তৰৰ বস্তু, যিটো আত্মাৰ অনুভূতিমূলক বস্তু সেইটো প্ৰকাশ কৰে কবিয়ে। কবিয়ে মানুহক অকল আনন্দ দিয়েই কাম শেষ নকৰে; মানুহক দেৱতুল্য কৰিবলৈ বিচাৰে। বস্তুৰ যিটো চিৰন্তন সনাতন গুণ, যিটোক অৱলম্বন কৰি বস্তু বস্তু হৈ আছে, সেই মূল সত্যই কবিতাৰ আচল পদাৰ্থ। ধৰা, কবিতাৰ বিষয় প্ৰেম। প্ৰকৃত কবিয়ে প্ৰেমক শৰীৰৰ ফালে টানি আনি কামৰ শাৰীলৈ ননমায়। ওখলৈ তুলি অনন্ত ঈশ্বৰেৰে সৈতে যোগ সাধন কৰি দিবৰ চেষ্টা কৰিব। প্ৰকৃত কবিয়ে দেহধৰ্ম্মৰ সহায়ত আত্মা ঈশ্বৰক নানা ভঙ্গী নানা ভাৱে প্ৰকাশ কৰিব। কবিৰ উদ্দেশ্য—সৃষ্টি। তেওঁ কাব্য-ৰচনাত একো প্ৰমাণ কৰিবলৈ নাযায়। তেওঁৰ অন্তৰ্দৃষ্টিৰে তেওঁ যিটো দেখিছে সেইটো তেওঁ মূৰ্ত্তিমান কৰি প্ৰকট কৰিব। তেওঁ বিচাৰ বা তৰ্কেৰে সত্যক বিশ্লেষণ কৰিবলৈ নাযায়। দাৰ্শনিক বৈজ্ঞানিকৰ দৰে তেওঁ সত্যক সঙ্কীৰ্ণ কৰি লৈ বিশ্লেষণ বা ব্যৱচ্ছেদ নকৰে। তেওঁ সত্যক পূৰ্ণতা দি প্ৰকাশ কৰিব। কবিৰ চকুত সূক্ষ্মই ঘাই বস্তু; স্থূল অৱলম্বন আৰু অলঙ্কাৰ মাথোন। গীতি-কবিতাত কবিয়ে ভাবৰ উচ্ছাসৰ সহায়ত আচল সত্য প্ৰকাশ কৰে। নাটৰ কবিয়ে অঙ্গসঞ্চালন আৰু কাৰ্য্যৰ দ্বাৰাই সেইটো দেখুৱায়। সকলোৰে ভিতৰত যি সত্য অস্পষ্ট তাক স্পষ্টকৈ দেখুৱা কবিৰ কাম। মুঠতে কবি ঋষি। তেওঁ সত্যক ঋত কৰি দেখুৱায়। সকলোৰে ভিতৰত কি গভীৰ চিৰন্তন সত্য আছে, অনিৰ্ব্বচনীয় সৌন্দৰ্য্য আছে, সেইটো প্ৰকাশ কৰে কবিয়ে। কবি-প্ৰতিভাৰ ঘাই কথা মৌলিকতা। প্ৰকৃত কবি গতানুগতিকগামী নহয়। সাধাৰণ সোঁতত তেওঁ উটি নাযায়। বুদ্ধি-কৌশল আৰু "কাৰিকৰি"ৰ তেওঁ অপেক্ষা নাৰাখে। তেওঁৰ উৎস অন্তৰাত্মাই সহজে অভিনৱতাৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰৰ ভুমুকৰ পৰা একো একোটি মূল idea উঠে; তাকে তেওঁ সাকাৰ কৰি জগতৰ আগত ধৰে। কবি-প্ৰতিভাৰ ভিতৰত ঐশ্বৰিক শক্তিৰেই খেলা। তেওঁৰ এই শক্তি কষ্টসাধ্য নহয়; অনায়াসলব্ধ ঈশ্বৰ প্ৰসাদত তেওঁ নিত্য সিদ্ধ। সেইদেখি কয়, "A poet is born and not made" অৰ্থাৎ "মেহ্‌নত" কৰি কোনো কবি হব নোৱাৰে; কবিৰ জন্ম হয়। চেষ্টা কৰি কোনোবাই কোনো কালত কোনো দেশত নতুন ব্যাস, বাল্মীকি, শ্বেক্সপীয়েৰ, কালিদাস নাইবা শ্বেলি, কীটছ, ৱৰ্ডছৱৰ্থ, চাদি, খচ্‌ক্‌, ওমৰখৈয়াম হোৱাটো কোনোবাই দেখিছে নে? জিনিয়ছ (genius) অৰ্থাৎ "নৱনবোন্মেষশালিনী বুদ্ধিসম্পন্ন ব্যক্তি" ঈশ্বৰৰ ইচ্ছাত জন্মে। ইচ্ছা কৰি, চেষ্টা কৰি, প্ৰাণপাত কৰিও কোনো নেপোলিয়ান বোনাপাৰ্ট, বা শিৱাজী বা মহাত্মা গান্ধী বা ৰবীন্দ্ৰনাথ ঠাকুৰ হব নোৱাৰে। সঙ্গীত, চিত্ৰ, ভাস্কৰবিদ্যা আৰু কাব্য এই এটাই-কেউটাত এই কথাই খাটে। প্ৰত্যেকটিয়ে নিজৰ নিজৰ বাটেদি সৌন্দৰ্য্য সৃষ্টি, ৰস সৃষ্টি কৰে;—মাথোন উপকৰণ সুকীয়া। এই চাৰিটি "ৰসোবৈ সঃ"ৰ চাৰিটি সোঁতা। ৰসস্বৰূপ আনন্দ স্বৰূপৰ যি লাৱণ্যতাৰ লীলাময় তৰঙ্গভঙ্গ, সেই তৰঙ্গভঙ্গ মধুময় হিল্লোল্ল এই চাৰি শিল্পীৰ হৃদয়ত নানা ভঙ্গীৰে বৈ যায়। প্ৰথমত শ্ৰুতি তাৰ পিচতহে স্মৃতি। প্ৰথমতে সামগান; আৰু পিচত হে তাৰ বৰ্ণনাৰ চিত্ৰ, মূৰ্ত্তি আৰু কাব্যৰ পুৰাণ। সঙ্গীতে সচ্চিদানন্দৰ মধুৰ ওঁকাৰধ্বনি দিব্যকৰ্ণেৰে শুনি গানৰ সৃষ্টি কৰে। চিত্ৰকৰে আৰু ভাস্কৰে সচ্চিদানন্দৰ লীলাগতিৰ অপৰূপ ভঙ্গীক হৃদয়ত ধৰি চিত্ৰত আৰু শিলত তাক সমূৰ্ত্ত কৰে। কবিয়ে সচ্চিদানন্দৰ সুমধুৰ বাণী

জগতক শুনায়; যি বাণীয়ে "কাণৰ ভিতৰেদি মৰ্ম্মস্থলত প্ৰবেশ কৰি প্ৰাণ আকুল কৰে।"

এজনে মহাত্মা গান্ধীক সুধিছিল—"মহাত্মা! এইটো কেনে কথা যে আপুনি জাতীয় উত্থানৰ নিমিত্তে আৱশ্যকীয় বস্তুৰ তালিকাত Art অৰ্থাৎ শিল্পকলালৈ ঠাই ৰখা নাই?" মহাত্মাই উত্তৰ দিলে—"মোক মানুহে ভুল বুজিছে দেখি মই দুঃখিত। বস্তুৰ দুটা aspect অৰ্থাৎ দৃশ্য আছে। সম্প্ৰতি মই মোৰ উদ্দেশ্যৰ কাৰ্য্য সাধিবৰ নিমিত্তে এফালৰটোত সৰহকৈ হেচা দিবলগীয়াত পৰিছোঁ, এই মাত্ৰ। সঁচাকৈ কবলৈ গলে অন্তৰৰ সহায় ব্যতিৰেকে বাহিৰৰ কোনো মানেই নাথাকে। All true Art is thus the expression of the Soul. মানুহৰ ভিতৰৰ বস্তু প্ৰকাশ কৰিব নোৱাৰিলে বাহিৰা আকৃতিৰ কোনো মূল্য নাথাকে। Art মোৰ ৰব হেঁপাহৰ সমল। বহুতে নিজক artist অৰ্থাৎ শিল্পকলাবিদ্ আৰু শিল্পসেৱক বুলি ফুৰে, কিন্তু তেওঁলোকৰ কাৰ্য্যত আত্মাৰ প্ৰেৰণাৰ একেবাৰেই অভাৱ। যেনে, বিলাতৰ ওছ্কাৰ ৱাইলডি (Oscar Wilde)। মই বিলাতত থাকোঁতে তেওঁৰ কথা সকলোৰে মুখে মুখে। ৱাইল্ডিয়ে বাহিৰৰ আকৃতিকে Art বুলি সাৱোগত কৰি, immorality অৰ্থাৎ দুৰ্নীতিৰ সাধন কৰি, তাত ৰহন লগাই দেখিবলৈ গুৱনি কৰিছিল। All true art must help the soul to realise the inner-self. সকলো প্ৰকৃত আৰ্ট আত্মাক চিনিবলৈ আৰু অনুভৱ কৰিবলৈ সহায়ক হোৱাটো অত্যাৱশ্যক। To a true artist only that face is beautiful which, quite apart from its exterior, shines with the truth within the soul. প্ৰকৃত শিল্পীৰ চকুত সেই মুখখনিহে সুন্দৰ, যাৰ মুখত আত্মা প্ৰতিবিম্বিত হৈ জিলিকিছে।"

ওপৰত কৈ আহিছোঁ যে প্ৰকৃত সাহিত্যৰ প্ৰধান লক্ষণ মুক্তি (freedom)। যি সাহিত্যৰ ভিতৰত স্বাধীনতাৰ প্ৰেৰণা, মুক্তিৰ বন্ধন-বিহীনতা স্বচ্ছন্দে লিখিবৰ শক্তি নাই, সেই সাহিত্য মৃতবৎ। তাৰ আত্ম-প্ৰতিভা অবিকশিত, অস্ফুট, অপুষ্ট, অমহান্। মানুহৰ জীৱন বৈচিত্ৰ্যময়। জীৱন্ত সাহিত্যও সেই লক্ষণাক্ৰান্ত। কিন্তু যেতিয়াই আমি সাহিত্যক কঠোৰ নিয়মৰ নিগড় দি বান্ধো-চাটোঁ, তেতিয়াই সাহিত্যই পঙ্গু আৰু নিৰ্জীৱ অৱস্থাৰ ফালে ঢাল লয়। ব্যাকৰণ আৰু

**প্ৰকৃত সাহিত্যৰ লক্ষণ**

অভিধান, ঘাইকৈ ব্যাকৰণ সাহিত্যৰ ভৰিত বিধি-নিষেধৰ কঠিন নিগড়। সংস্কৃত সাহিত্যৰ নিমিত্তে, গ্ৰীক আৰু লেটিন সাহিত্যৰ নিমিত্তে, সেই সেই সাহিত্যৰ পিচৰ ডোখৰ কালত, যেতিয়া ব্যাকৰণৰ কট্কটীয়া জিঞ্জিৰী প্ৰস্তুত হল, তেতিয়াৰেপৰা সেই সেই সাহিত্যৰ অন্তকালৰ শয্যা প্ৰস্তুত হল। সেই শয্যাত পৰি থাকিও সংস্কৃত সাহিত্যই মাজে মাজে দুৱাৰ চাৰিবাৰ যি ভাল মাত মাতিছিল, সেই মাত মৰণ কালৰ ৰাম নাম, আল্লাৰ নাম, অহুৰ্ মজদৰ নাম, গডৰ নাম মাথোন। হাতে-ভৰিয়ে ককালে-মূৰে ব্যাকৰণৰ শিকলি-পিন্ধি ওলোৱা ভট্টিকাব্য এক অপূৰ্ব্ব বস্তু। সি এক মাৰ্ব্বেল পাথৰৰ মনোহৰ মূৰ্ত্তি—প্ৰাণশূন্য নিমাতী-কন্যা। তোমাৰ পেটত ভোক, মুখত লোভ সৰহকৈ আছে যদি, তুমি সেই কন্যাৰ প্ৰেমত পৰি কক্-বকাই ফুৰিবলৈ সাজু হব পাৰা, কিন্তু বস্ত্ৰকন্যাফেৰিৰ পৰা হলে মাত-কথা একোকে নোপোৱা। কিন্তু সেই বুলি যে সাহিত্যৰ নিমিত্তে ব্যাকৰণ অভিধানৰ

একেবাৰেই আৱশ্যকতা নাই, এনে নহয়। ব্যাকৰণ অভিধান নাথাকিলে, ভাষা আৰু সাহিত্য হেদাণ্ডি মেলা গৰুৰ দৰে হব আৰু সেই সাহিত্যৰ, সেই ভাষাৰ উপদ্ৰৱত কাৰো টাটী চকোৱা এখনো নাথাকিব। সকলোতে এটা বিবেচনাৰে সৈতে সংযম আৰু বিচাৰেৰে সৈতে বিধি-নিষেধৰ নিয়ম থকা ভাল—সাহিত্য আৰু ভাষাতো, নতুবা সাহিত্য আৰু ভাষাৰ উন্নতি কৰোঁ উন্নতি কৰোঁ বুলি মুখেৰে হেপোৰ পিটি থাকিলেও একো লাভ নহয়। কিন্তু সেই বুলি সেই নিয়ম কটকটীয়া ডাঙৰ শিকলি হোৱাটো অযুগুত, হলেই মৰণ। জাতিভেদৰ মূলসূত্ৰ পাহৰা বাবে, সামাজিক টান বান্ধ-চাটৰ ফলত উদ্ভৱ হোৱা কঠোৰ ব্ৰাহ্মণ্যৰ সৃষ্টিৰ লগে লগে সাহিত্যৰ পতনৰ গুটিও পচোৱা হয়। সাহিত্যত উচ্ছৃঙ্খলতা যেনেকৈ দোষৰ কথা, "মোক—ছুছুৰি মোক ছুছুৰি ৰাৱো" তেনেকৈ দোষৰ কথা।

এই লেচুতে, সম্প্ৰতি এই সভাই হাতত লোৱা এটি কাৰ্য্যৰ বিষয়ে একাষাৰ কথা কব খুজিছোঁ—অৱশ্যে ভয়ে ভয়ে। কাৰো মনত আঘাত দিবৰ মনেৰে নহয়। কিন্তু কিবা স্বৰূপে কেনেবাকৈ কাৰো মনত এটি আঁচোৰো যদি লাগে, তেন্তে কৰযোৰে সেই জনৰ ওচৰত মই আগেয়েই ক্ষমা মাগিছোঁ। আমাৰ অসমীয়াৰ গৌৰৱ শ্ৰদ্ধাস্পদ ৰায় বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই ঈশ্বৰৰ ইচ্ছাত দুটি সাহিত্যানুৰাগী গুণৱন্ত পুত্ৰ হেৰুৱালে। তেওঁলোকৰ নাম চিৰস্মৰণীয় কৰিবৰ নিমিত্তে তেখেতে মুক্তহস্তে টকাৰ এটি ডাঙৰ দান দিছে। সাহিত্য-সভাই সেই টকাৰে তেখেতৰ পুতেক দুটিৰ নামেৰে এখন ব্যাকৰণ আৰু এখন অভিধান ৰচনা কৰাবলৈ কাৰবাৰ কৰিছে। মন খুলি কবলৈ গলে, ডাঙৰ দানটোৰ জোখাই এইকাৰ্য্যৰ দ্বাৰাই ডাঙৰ ফল লাভ হব নে নহয়, মোৰ হলে সন্দেহ আছে। প্ৰথম কথা, সম্প্ৰতি ব্যাকৰণ আৰু অভিধানৰ যে আমি একেবাৰেই দুখীয়া হৈ আছোঁ, এইটো কোনো-পধ্যে মানিব নোৱাৰোঁ। অসমীয়া ভাষাত দিগ্‌গজ পণ্ডিত ডাঙৰীয়া হেমচন্দ্ৰ বৰুৱাৰ যহত সেই দুই বিষয়ত আমি চহকী। ইয়াৰ ভিতৰতে আমাৰ কলেবৰ ইমান বৃদ্ধিপ্ৰাপ্ত হল নে যে সেই দুখনে আমাক ঢাকিবলৈ নটা হল? মোৰ হলে দেখোন মনে নধৰে। কাৰণ, মই হলে সেই দুখনকে আজিলৈকে সামৰি-সুতৰি গাত মেৰাই লব পৰা নাই,—ঢিলা হৈ ওলমি-জোলমি আছে। ওপৰত মই ব্যাকৰণ অভিধানক ভাষা আৰু সাহিত্যৰ শিকলি বুলি আহিছোঁ। অথচ শিকলি লাগে বুলিও কৈছোঁ। এইটো অৱশ্যে সাথৰও নহয়; অথবা নাৰায়ণ দাস ঠাকুৰ আতাৰ তিনিশ তিনিকুৰি ফকৰাৰ ভিতৰুৱা এটা ফকৰাও নহয়। সেই দেখি কওঁ যে সুন্দৰীসকলে ডিঙিত পিন্ধা আৰু সুন্দৰসকলে চোলাৰ বুকুত বা হাতৰ সৰুগাঠিত ঘৰীৰে সৈতে বন্ধা সোণৰ শিকলিহে আমাক লাগে—ফাটেকীয়া কয়দীৰ হাতে-ভৰিয়ে ডিঙিয়ে-ককালে লগোৱা লোৰ শিকলি নালাগে। হেম বৰুৱাৰ ব্যাকৰণ আৰু ঘাইকৈ অভিধানখনি আমি সোণৰ শিকলিৰ শাৰীতহে ধৰিছো। ইয়াৰ উপৰি ন-কৈ অভিধান ৰচনা কৰিবলৈ গলে ভয় হয়, পিচে সি জিজিৰী হৈ পৰে। ইয়াৰ কাৰণো আছে। যাকে তাকে ধৰ্ম্মৰ বক্তৃতা দিয়া দেখি পূজ্যপাদ ৰামকৃষ্ণ পৰমহংসদেৱে কৈছিল যে "বক্তাজনে চাপ্‌ৰাছ পাইছেনে? চাপ্‌ৰাছ নাপালে সেই বক্তাৰ কথা কোনে শুনিব, কোনে মানিব?" পৰমহংসদেৱে চাপ্‌ৰাছ পোৱা মানে ঈশ্বৰৰ আদেশ, বা Inspiration

পোৱা বুজাইছিল। বাস্তৱিকতে এইটো সঁচা কথাও। দেখকচোন, বাট-পথে, বজাৰে-হাটে আৰু গিৰ্জ্জাই আজিকালি কত খৃষ্টান পাদুৰিয়ে ধৰ্ম্মৰ বক্তৃতা দি ফুৰিছে কিন্তু শুনিছে কেই জনে? শুনা মানে মনা—অৰ্থাৎ মানিছে কেই জনে? এশৰ ভিতৰত নিৰান্নৈজনৰ একাণে সেই উপদেশ সোমাই সিকাণে সৰকি ভুৰুংকৰে ওলাই গৈছে। অথচ humblest of the humble যীশুখৃষ্টই, আন কি তেওঁৰ শিষ্য ছেণ্ট্ পলৰ নিচিনা জনদিয়েকে বি কৈছিল, আৰু পিচত মাৰ্টিন লুথাৰৰ নিচিনা মহাজনদিয়েকৰ মুখে খৃষ্টধৰ্ম্মৰ বিষয়ে কেতিয়া ক'ত কি কথা ওলাইছিল, সেই কথা শুনিবলৈ হাজাৰ কাণ ঠিক। আন নালাগে ৰামকৃষ্ণদেৱৰ এটি কথাও শ্ৰোতাসকলৰ কাণৰ পৰা সাৰিব নোৱাৰিছিল। আমাৰ অসমৰ কথালৈকে চাওক—"শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম, মাধৱে ৰচিলা ডাকি বোলা ৰাম ৰামৰ" মাৰ নাই। অথচ তেওঁলোকৰ পিচৰ কত সন্ত, সাধু, মহাজন বিদ্বৎজনে কত কি ৰচি আছে, কত কি ডাকি আছে, সেই ৰচনাই সৰ্ব্বসাধাৰণৰ চেতনা নজগায়, সেই ডাকত সৰ্ব্বসাধাৰণ নিৰ্ব্বাক। সেই দেখি ভয় হয়, সাহিত্যৰ চাপ্ৰাছ নোপোৱা মানুহে অভিধান প্ৰণয়ন কৰি ডাক দিলে, সিও যদি সাহিত্য-সাধাৰণৰ ৰাজ্যত নিৰ্ব্বাক হয়।

চাপ্ৰাছ পোৱা পাণিনি, মুগ্ধবোধ, ৰত্নমালা আজিও জীয়াই আছে; কিন্তু তাৰ মাজৰ আৰু পিচৰ ব্যাকৰণ ৰচোঁতা হেজাৰ হেজাৰ লোহাৰাম পণ্ডিতৰ ব্যাকৰণবোৰ কালৰ জাজি উটা দি উটি কৰবালৈ যাব লাগিছে। মই পোনপটিয়েই সোধোঁচোন বাৰু কওক—আজি প্ৰায় কুৰি বছৰৰ ওপৰ হল, হেমকোষ ওলোৱাৰ। আমাৰ কেইজন সাহিত্যিকে হেমকোষত থকা প্ৰায়বোৰ শব্দ জানে, আৰু জানে যদি তেওঁলোকৰ কথাত আৰু ৰচনাত ব্যৱহাৰ কৰে? অথচ মই ন দি কব পাৰোঁ, হেমকোষত থকা সৰহ ভাগ শব্দ দিনৌ অসমৰ ঘৰে ঘৰে জীয়াই আছে আৰু ব্যৱহৃত হব লাগিছে। অৱশ্যে বঙলা নভেল গিলি বঙ্গ ভাষাত জাৰক্ নেমুটেঙাৰ আচাৰ হৈ থকা সকলৰ সম্পৰ্কে মই ডাঠকৈ ন-দি একোকে দিব নোৱাৰোঁ। আৰু ধৰাই যাওক, এই কুৰি বছৰতে হেমকোষখন বুঢ়া হল আৰু আমাৰ উঠি-অহা কঁহকঁহীয়া ডেকা ভাষাই আৰু তাৰে হাল বাব নোৱাৰা হল; বালেও সাতে-পথেহে একোবাৰ আদবাৰ বাব পাৰে। কিন্তু মই সোধোঁ এইটোহে যে, এই কুৰি বছৰ কালতে যদি "চাপ্ৰাছী" হেম বৰুৱাৰ হেমকোষ "পিজ্ৰাপোলৰ" লায়ক হল, চাপ্ৰাছ নোপোৱাসকলৰ কৰ্ম্মফলৰূপী অভিধানখনো যে তাৰ আদ্‌খিনি কালতে বুঢ়া হৈ বৰ ভাইৰ বাটেদি বাট বুলি পিঁজৰাপোলযাত্ৰী নহব তাৰ প্ৰতিবন্ধক কি? আজিকালি ওলোৱা বা ওলাইছে বুলি ৰৌঢ়ি ফুটাই দিয়া "মঙ্কি গ্লেণ্ড্ ইন্‌জেকশ্যন" দৰব কাৰো হাতত আছে জানো? যদি মই ভয় কৰা কথা ঘটে, তেতিয়া দেখোন সহৃদয় পুত্ৰশোকাতুৰ সন্দিকৈ ডাঙৰীয়াৰ ইমানখিনি টকাৰ এই দানটোৰ মুখ্য উদ্দেশ্য বিফলে যায়। আৱশ্যক হলে "হেমকোষ"তে দেখোন পৰিশিষ্ট স্বৰূপে নতুনকৈ সঙ্কলিত বা সংগৃহীত শব্দবোৰ লগাই দি হেম-কোষৰে কলেৱৰ বঢ়াই যাব পাৰি। প্ৰথমতে "এন্‌ছাইক্লোপিডিয়া ব্ৰিটেনিকা" নামৰ ইংৰাজী অভিধানখন কি আছিল? তাকতো এইদৰেই ক্ৰমশঃ ১৪।১৫ "ভলিউমত" পৰিণত কৰা হৈছে। বেঙ্গলতো দেখিছোঁ, অসমতো যে নাই দেখা এনে বুলিব নোৱাৰোঁ;—কোনো নতুন লিখকৰ হাতত স্বৰচিত কিছুমান প্ৰবন্ধ গোট খালে আৰু ঘাইকৈ যদি সেই প্ৰবন্ধবোৰ আন কাকতে

অগ্ৰাহ্য কৰে বা আন কাকতত ছপাবৰ অসুবিধা হয়; তেন্তে সেইজনে পোন বাট বিচাৰি পায়—এখন নকৈ কাকত উলিয়াই সেই প্ৰবন্ধবোৰ তাত ছপাই উলিয়াটোকে। কিছু দিনৰ পিচত সেই প্ৰবন্ধৰ টোপোলাটোও উদং হয়; তেওঁৰ হাতৰ খজুৱতিও মৰে; উচাহৰ পানী-টুপিও শুকাই যায় আৰু তেওঁৰ কাকতেও ঈশ্বৰৰ নাম লৈ প্ৰাণ পৰিত্যাগ কৰে আৰু গ্ৰাহক-সকলেও গতি বিসঙ্গতি দেখি, কপালকে ছুবি সেই মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰি মনে মনে থাকে।

যাওক, এইখিনিতে সাহিত্যৰ ভাষাৰ সম্বন্ধে আমাৰচেৰেক কথা কওঁ বুলিছোঁ। সকলোৰে জানে যে এই বিষয়ে আজিকালি দুটা মত প্ৰচলিত। এটা হৈছে, সাহিত্য সাধু ভাষাত ৰচিত হব লাগে। আনটো—দিনৌ ঘৰুৱা-পৰুৱা কথা কওঁতে যি ভাষা ব্যৱহাৰ কৰা যায়, সেই ভাষাত সাহিত্য ৰচিত হব লাগে। সাধু ভাষা মানে যাক পণ্ডিত ভাষা বোলা যায় অৰ্থাৎ সংস্কৃতৰ অনুস্বাৰ বিসৰ্গ বাদ দি যি ভাষা হয়, অৰ্থাৎ যি ভাষা মাথোন সংস্কৃত শব্দৰ ভাৰ-পাচি অথবা যি ভাষাৰ বৰকাপোৰথন বুদ্ধিৰ দীৰ-বানিৰে বোৱা হয়, সেই ভাষাক একে আষাৰে অগ্ৰাহ্য কৰি আমি এই বিষয়ে কথা কম। আমি এনে সাধু ভাষাৰ কথা কবলৈ গৈছোঁ, যি ভাষা বঙ্গদেশৰ সাহিত্যত, ঘাইকৈ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে তেওঁৰ ৰচিত "ব্ৰাহ্মধৰ্ম্মৰ ব্যাখ্যান" নামৰ কিতাপত আৰু বঙ্কিমচন্দ্ৰ চেটাৰ্জ্জীয়ে তেওঁৰ নভেলবোৰত ব্যৱহাৰ কৰিছে। বঙ্গদেশৰ সাহিত্যত মৌখিক ভাষা আমি এইটোকে বুলিছোঁ, যি ভাষাত "আলালেৰ ঘৰেৰ দুলাল" নামৰ প্ৰথম বঙলা নভেলখন ৰচিত হৈছে। আমাৰ অসমত এতিয়ালৈকে এই নতুন যুগৰ সাহিত্যত সাধু ভাষা আৰু মৌখিক ভাষাৰ মাজত বঙ্গদেশৰ দৰে এনে এটা ডাঙৰ ঢাপৰ সৃষ্টি হোৱা নাই। কিন্তু ভৱিষ্যৎবাণী কৰিব পাৰোঁ যে কালক্ৰমত কম-বেছি তেনে ঢাপৰ বিভিন্নতাই দেখা নিদি নাথাকে। সেই দেখি এতিয়াৰ পৰাই আমাৰ লক্ষ্য থকা উচিত যাতে সেই ঢাপটো দেৰ নোৱৰা ওখ হৈ নপৰে।

সাহিত্যৰ ভাষা

মৌখিক ভাষাৰে সাহিত্য ৰচনা কৰিবৰ প্ৰয়াসীসকলে কয় যে ভাষা ভাবৰ বাহন, ভাব ভাষাৰ বাহন নহয়। অৰ্থাৎ ভাষা-ঘোঁৰাৰ ওপৰত উঠি ফুৰা "চোৱাৰী" ভাবহে। ভাষা-ঘোঁৰাই যদি 'চোৱাৰীৰ' কান্ধত উঠিবলৈ যায়, তেন্তে "ওলোটা বুজিলি ৰাম" হব! কথা কোৱা ভাষাৰ মাজেদিয়েই আমি দিনৌ আমাৰ অন্তৰৰ সকলো ৰকম ভাষাকে প্ৰকাশ কৰো! খং প্ৰকাশ কৰোঁতেও সেই ভাষা মৰম কৰোঁতেও মৰমৰ বাণী সেই ভাষা প্ৰেম কৰোঁতেও প্ৰেমৰ প্ৰতিধ্বনি সেই ভাষা। তেন্তেনো বাহিৰা পোছাকী সাধু ভাষা এটাৰ আশ্ৰয় লওঁ কিয়? যদি সাহিত্যৰ উদ্দেশ্য হয়, আন্তৰিক ভাব-বৈচিত্ৰ্যৰ বাহ্যিক প্ৰতিমূৰ্ত্তি, তেন্তে স্বতঃস্ফুৰিত ভাষা এটাৰ সাহায্য পৰিত্যাগ কৰি কৃত্ৰিম সাধু ভাষা এটাৰ সহায় লবলৈ যাওঁ কিয়? সদায় সকলো সময়তে ভাৱ প্ৰকাশক প্ৰাণশক্তিপূৰ্ণ মৌখিক ভাষাক বৰ্জ্জন কৰি দহজন পণ্ডিতে প্ৰস্তুত কৰা ভাষা এটাক গ্ৰহণ কৰোঁ কি বুলি? সাহিত্যক যদি সৰ্ব্বসাধাৰণৰ উপভোগৰ বস্তু কৰিব লাগে, তেন্তে সৰ্ব্বসাধাৰণে ব্যৱহাৰ কৰা ভাষাত নিশ্চয় তাক গঢ়িব লাগিব।

এইখিনিতে এতিয়া এটা কথা ভাবি চোৱা উচিত:—সাহিত্য সঁচাকৈয়ে সৰ্ব্বসাধাৰণৰ নিমিত্তে নে? সৰ্ব্বসাধাৰণ শব্দটো এইখিনিত ইংৰাজী Mob শব্দৰ অৰ্থবাহকৰূপে ব্যৱহাৰ

উপযোগী কৰি প্ৰস্তুত কৰিব পাৰিলে তো বঢ়িয়া কথাই ;
কৰিছোঁ। সাহিত্যক বাস্তৱিকে "মবৰ" উপযোগী কৰি প্ৰস্তুত কৰিব পাৰিলে তো বঢ়িয়া কথাই ;
কিন্তু সম্ভৱ নে ? এক প্ৰকাৰে সেইটোক অসাধ্য কামকে বুলিব লাগে। আজিলৈকে কোনো
সভ্য দেশত তেনেকুৱা কিন্তু হোৱা নাই। সাহিত্যও দৰ্শন, বিজ্ঞান আৰু আৰ্টৰ নিচিনাকৈ
সাধাৰণৰ অৰ্থাৎ "মবৰ" ওপৰ থাপৰ বস্তু নহয় জানো ? দৰ্শন, বিজ্ঞান, আৰ্টৰ নিচিনা সাহিত্যও
মহৎ বস্তু। জগতত সকলোবোৰ মহৎ বস্তুৱেই অসাধাৰণ। সাধাৰণে সহজে যিটো নেদেখে,
অনুভৱ কৰিব নোৱাৰে, সেইটোৱেই মহৎ। তাৰ ওলোটাটো সাধাৰণ হৈয়ে ৰব। উদাহৰণ-
স্বৰূপে ধৰক, কলিকতাৰ কালীঘাটত আঁকা ছবিবোৰ। সাধাৰণে সেই ছবিবোৰ স্বচ্ছন্দে বুজে,
আৰু কিনি ঘৰলৈ লৈ যায়। কিন্তু সেই ছবিবোৰত চিত্ৰ-কলাৰ কিবা পদাৰ্থ আছে নে ?
ৰাফেলৰ, ভেন্‌ডাইকৰ, নাইবা শ্ৰীযুত অবনীন্দ্ৰনাথ ঠাকুৰৰ ছবিৰ কিবা মৰ্ম্ম সাধাৰণে অনুভৱ কৰিব
পাৰিব নে ? উচ্চ অঙ্গৰ প্ৰকৃত সঙ্গীতৰ মৰ্ম্ম সাধাৰণে বুজিব পাৰে নে ? সাধাৰণে মৰ্ম্ম পোৱা
সঙ্গীতত প্ৰায়ে সঙ্গীত বিদ্যাৰ উচ্চ অঙ্গৰ কিবা থাকে নে ? কাব্যৰ কথাকে চাওক ;—ৱৰ্ডছৱৰ্থ,
শ্বেলি, টেনিছন, ব্ৰাউনিং আন কি ৰবীন্দ্ৰনাথৰ কবিতাও সাধাৰণৰ বোধগম্য বস্তু হয় নে ?
কালিদাস, ভৱভূতি, মাঘ আৰু ভাৰবীৰ কাব্যৰ মোল সাধাৰণৰ আগত কিমান ? দৰ্শন, বিজ্ঞান,
জ্যোতিৰ্বিদ্যা, গণিত, আৰ্ট এই সকলোবোৰৰে স্বকীয়া ভাষা আছে সেই সেই বিষয়ত বিজ্ঞ
সকলে সেই সেই ভাষা বুজে আৰু তেওঁলোকৰ সেই সেই বিষয়ত সেয়ে নিজা ভাষা। তেন্তে
সাহিত্যৰো সেইদৰে নিজস্ব ভাষা নহবৰ কাৰণ কি ? দৰ্শন, বিজ্ঞান প্ৰভৃতিতকৈ সাহিত্য
নীহকুলীয়া নে ? সাধাৰণ সকলোৱে অৰ্থাৎ "মবে" বুজিব পৰাকৈ দেখোন দৰ্শন, বিজ্ঞান,
গণিতৰ পৰিভাষা ৰচিত হোৱা নাই ? সাহিত্যও এখন শাস্ত্ৰ নহয় জানো ? সাহিত্যৰো নিজৰ
পৰিভাষা থাকিব নাপায় জানো ? কবিয়ে কবিতা লিখোতে নিজৰ অন্তৰৰ প্ৰেৰণা অনুসাৰে,
কবিতাৰ প্ৰাণটি সৰ্ব্বতোভাৱে অনুভৱ কৰি লিখে। লোকে অৰ্থাৎ সাধাৰণে সেইটো তেওঁৰ
দৰে বুজিলে নে নাই, সেই ফালে তেওঁ বৰকৈ চকু দিবলৈ গলে, তেওঁৰ মুখ্য কাব্য সফল হোৱা-
টোৱেই টান। কবিৰ অন্তৰৰ ভুমুক তেওঁৰ নিজা বস্তু। তেওঁৰ নিজা স্বকীয়া ভাষাৰ ৰন্ধ্ৰইদিহে
সেই ভুমুক ওলাব। মানুহৰ ভিতৰৰ যি কবি-অনুভূতি আছে কবিয়ে কবিতাৰ ভাষাৰেহে তাক
প্ৰকাশ কৰিব। সেই অনুভূতি প্ৰকাশক কবিতাৰ ভাষা সাধাৰণ ভাষাৰ নিচিনা হবলৈ আশা
কৰাই বৃথা। মুখৰ ভাষা পৰিবৰ্ত্তিত হৈ যেতিয়ালৈকে কবিতাৰ ভাষা হোৱা নাছিল, তেতিয়া-
লৈকে কোনো কাব্যই সৃষ্ট হোৱা নাছিল। সাহিত্যই যি গঢ়েৰে, যি ভঙ্গীৰে মনোহৰ হৈ আত্ম-
প্ৰকাশ কৰে, সেই আত্মপ্ৰকাশৰ ভাষা সাহিত্যৰেইহে স্বকীয়া সমল। দিনৌ আমি যি ভাষা
ব্যৱহাৰ কৰোঁ, সেই ভাষা দৈনিক জীৱনৰ আৱশ্যকতাৰ ভাষা, আহৰীয়া কালৰ চিত্ত-বিনোদনৰ
ভাষা। সেই ভাষা ধীৰ, স্থিৰ, সংযত, গম্ভীৰ ভাষা হবই নোৱাৰে। সাহিত্যত অনুভূতিৰ পূৰ্ণতা,
অখণ্ডতা অত্যাৱশ্যক। সাহিত্যৰ লক্ষ্য শিল্পৰচনা। দৈনিক কৰ্ম্মজীৱনৰ চঞ্চল এধাডুখৰীয়া আৰু
হুৰামুৰা কথা-বাৰ্ত্তাৰ ভাষাই সেই কাৰ্য্য কৰে কেনেকৈ ? ঘোঁৰাত উঠি ঢাপলি মাৰোঁতে নাইবা
বোকা খচি ঘৰৰ বেৰ লিপি থাকোতে নাইবা পথাৰৰ মাটিৰ সীমা ঠেলাঠেলি লৈ দন্দ কৰি
থাকোঁতে, যেনে আছে তেনে অৱস্থাতে, কোনোৱাই লৰ মাৰি গৈ, কুকুৰাৰ বালিত বাহৰ কৰি,
ৰৰভৰালী, ৰৰমেধি, ৰৰদেউৰী, ৰৰপূজাৰী আৰু আন আন ৰৰ ৰৰ শিষ্যৰে সৈতে সভা কৰি ৰহি

থকা প্ৰভু জগন্নাথৰ ওচৰত আঠু লৈ তাৰ কোনো কথা নিবেদন কৰি সভা শুৱনি কৰিবলৈ যোৱাটো কেনে বিধৰ কথা হব, এবাৰ ভাবি চাওক। মৌখিক ভাষাৰ বিচনীৰ বা এচাটিয়ে সাহিত্যৰ গাৰ বাহিৰৰ ছালখন থন্তেকলৈ অলপ শীতল কৰিব পাৰে কিন্তু ভিতৰৰ বিৰহাগ্নি নুমাব কেনেকৈ? আৰু এটি কথা পাহৰিলে নচলিব—সাহিত্যত অকল ভাল ভাবটি হলেই যে সকলো হল এনে নহয়; তাৰ মান-মৰ্য্যাদা ৰাখিবৰ নিমিত্তে ভাল পোছাকটিও দৰকাৰ। ভাষাই হৈছে সেই পোছাক। কোনোবাই হজুৰাৰ আঠুমূৰীয়া চুৰিয়া এডোখৰ ককালত আঁৰিয়েই, হাচটি লৈ, দাৰ্শনিক, বৈজ্ঞানিকসকলেৰে সংগঠিত বিদ্বজ্জনৰ সমাগমত বহিবলৈ ঠাই পোৱাটোৰেই টান হব। পতুমৰ চকাটিক আবৰি থকা পাপৰিবোৰো চকাটিৰ যোগ্য হব লাগিব; নতুবা নুশুৱায়। ভাষা উজু আৰু সৰল হব লাগে বুলি আহুকাল কৰি থাকিবৰ সকাম বৰ নেদেখোঁ। সাহিত্যিকৰ অন্তৰ সৰল হলে, তেওঁৰ ৰচনাৰ ভাষাটিও সৰলতাৰ শুভ্ৰ মহিমাৰে বিমণ্ডিত হব আৰু সেই সৰল ভাষাই সৰল মানুহৰ অন্তৰ স্পৰ্শ কৰিবই কৰিব। আন পিনে সাহিত্যিকজন যদি জেলেপীৰ পাক হয়, তেন্তে তেওঁ যিমানকে ঘৰুৱা উজু ভাষাৰে তেওঁৰ ৰচনা নিলিখক সেই ৰচনাই, তেওঁৰ ভাব যিমানেই মহাবীৰ মহাৰথী নহওক, চক্ৰব্যূহ সৃজন কৰি সেই ভাব অভিমন্যুক বধ কৰিবই। মূঠতে লিখকে সাধু-ভাষাতেই লেখক বা মৌখিক ভাষাতেই লিখক, ৰচনাত অন্তৰৰ প্ৰাণ ঢালি দিলেই সেই ৰচনা সাহিত্য হব। সাহিত্যৰ ৰচনা অকল উজু আৰু স্বাভাৱিক হলেই যে হল, এনে নহয়। সি উদাৰ, মহৎ আৰু শ্ৰীমন্ত হোৱাও আৱশ্যক। মূঠতে কওঁ যে সাহিত্যত মৌখিক ভাষা আৰু সাধু ভাষা দুইটালৈ স্থান আছে। প্ৰতিভাবান লিখকে যেতিয়া যিটোকে অন্তৰৰ প্ৰেৰণাৰ উপযোগী যেন দেখে, সেইটোকে ব্যৱহাৰ কৰে। প্ৰতিভাবান লিখকৰ হাতত দুইটাৰ সম্মিলন ঘটি মনোহৰ সাহিত্যৰ সৃষ্টি হয়।

প্ৰত্যেক দেশৰে স্বাধিকাৰ লাভৰ লগে লগে সেই দেশৰ সাহিত্য, শিল্প কলা, নাট্যশিল্পই সাৰ পাই উঠে। মুক্তাৰস্থাই অন্তৰৰ আনন্দ উন্মেষিত হৈ এই বিষয়বোৰত পল্লবিত কুসুমিত হয়। ফ্ৰান্সত ৰুছো, ভল্টেয়াৰ, ভিক্তৰ হিউগো; জাৰ্ম্মানিত গেটে, ইংলণ্ডত শ্বেক্সপিয়েৰ, ভাৰতত বিক্ৰমাদিত্যৰ সময়ৰ কালিদাস প্ৰভৃতি এই কথাৰ সাক্ষী। জগতৰ লাভৰ হিচাপত এক গেটে হাজাৰ মণ্টকৰ সমান; এক শ্বেক্সপিয়েৰ, তেতিয়াৰ কথাকে নকওঁ, আজিৰ সসাগৰা পৃথিবীৰ তিনি ভাগৰ এভাগৰ অধীশ্বৰ বৃটিশ ইম্পিৰিয়েলিজম আৰু এম্পায়াৰতকৈ ডাঙৰ। দূৰলৈ যাবই নালাগে, বঙ্গদেশৰ জাতীয় জাগৰণৰ সামান্য আভাসৰ স্পৰ্শত উঠা বঙ্কিমৰ "বন্দে মাতৰম", দ্বিজেন্দ্ৰলালৰ "আমাৰ জন্মভূমি" ৰবীন্দ্ৰনাথৰ "সোণাৰ বাংলা"ই শতেক বছৰৰ সাধনাৰ সমান ফল প্ৰদান কৰিছে। এই আভাসৰ ক্ষন্তেকীয়া স্পৰ্শই বঙ্গদেশৰ সাহিত্য, শিল্পকলা, চিত্ৰকলা আৰু নাট্য সাহিত্যত জাতীয় জাগৰণৰ তৰঙ্গ তুলি দিছে।

নাট্য-সাহিত্য

নাট্য সাহিত্যৰ কথাতে সেই বিষয়ে একাষাৰ কওঁ। বঙ্গদেশৰ নাট্য সাহিত্যৰ প্ৰধান স্থানবোৰত যদিও চকামকাকৈ একো একো বাৰ প্ৰকৃত নাট্য-কলাৰ পোহৰ চকুত পৰে, কিন্তু চঞ্চলা চপলাৰ দৰে সেই পোহৰ ততালিকে মাৰ যায় আৰু তাৰ ঠাইত তমঃ ঘনীভূত হয়। সেই নাট্যশালাৰ সাহিত্যত জাতীয় জীৱনৰ স্পন্দন নাই। বঙালী জাতিৰ সুখ-দুখ, আশা-আকাঙ্ক্ষাৰ প্ৰতিবিম্ব সেইবোৰত অতি বিৰল। তেওঁলোকৰ নাট্যশালত

সোমালেই মনত খেলায় যে আমি যুধিষ্ঠিৰ, দুৰ্য্যোধন, আলেক্‌জেণ্ডাৰ, চন্দ্ৰগুপ্ত, ছাজাহানৰ ৰাজ্যত সোমালোঁ। বঙ্গদেশৰ বঙালী জীৱনৰ সোঁত কোন বাটে, কেনে বাটে, কেনেকৈ বলিছে, আৰু বলিব লাগে ; বঙালীয়ে কি কৰি চলিলে, কি খাই জীলে বৰ্ত্তমান আপদ অপায়-অমঙ্গলৰ হাতৰ পৰা উদ্ধাৰ পাব, এইবোৰৰ ভূ-বাতৰি তেওঁলোকৰ নাট্যশালবোৰে নাৰাখে। দেশৰ দাৰিদ্ৰ্য-নিপীড়িত লক্ষ লক্ষ মানুহে যত খাবলৈ নেপাই কষ্টত পৰি অস্থিৰ হৈছে, চাৰিউফালৰ ঘোৰ অন্ধকাৰে যত সেইবোৰক অন্ধ কৰি বাট হেৰুৱাই দিছে, সেইবোৰ ঠাইত কলিকতীয়া ৰঙাপাগুৰীয়া পহৰাৱালা বা কনিষ্টবলক বিচাৰি পাবলৈ নোহোৱাৰ দৰে— বঙ্গৰ নাট্যবিদ্যাক বিচাৰি নোপোৱা। বিখ্যাত মেটৰ্‌লিঙ্কে কৈছে—

"The true artist never chooses Marius triumphing over the Cimbrians, or the assasination of the Duke of Guise on fit subject for his art ; for he is well aware that the psychology of victory or murder is but elementary and exceptional, and that the solemn voice of man and thing, the voice that issues forth so timidly and hesitatingly cannot be heard amidst the idle uproar of acts of violence. And therefore will he place on his canvas a house lost in the heart of the country, an open door at the end of a passage, a face or hand at rest ; and by these simple images will he add to our consciousness of life which is a possession, that is no longer possible to lose."

ইয়াৰ মৰ্ম্ম চমুকৈ কলে—"এই যুগৰ যি প্ৰকৃত শিল্পী, তেওঁ তেওঁৰ বিষয় নিৰ্ব্বাচনৰ নিমিত্তে কেতিয়াও ইতিহাসৰ পাতৰ বৰ বৰ হত্যাকাণ্ড আৰু যুদ্ধ-ঘটনা লৈ মূৰ নঘমায় ; কাৰণ মানুহে যিটো মন লৈ সেইবোৰ কৰে, সেইটো হৈছে তাৰ আদিম বৰ্ব্বৰ যুগৰ মন, যিটো হাজাৰৰ ভিতৰৰ এজনৰ মাথোন সম্পদ। মানুহৰ সামান্য দৈনিক সুখ-দুখৰ ঘটনাহে এই যুগৰ শিল্পীৰ উপকৰণ। ৰঙ্গভূমি অকল ৰং-ধেমালিৰেই সৰ্ব্বস্ব নহয়। ৰঙ্গভূমিৰ ৰঙে জীৱনক তেজেৰে ৰঙা কৰি দিয়ে। ৰঙ্গভূমি সুপৰিচালিত হলে, এটা ডাঙৰ শিক্ষাৰ, মহৎ জাগৰণৰ ঠাই হয়। নতুবা সি নৰক বা পতনৰ বৰথাৰৈ হৈ পৰে। প্ৰকৃত নাট্যশালবোৰে জীৱনৰ সমস্যাৰ সমাধান কাৰ্য্যত সহায়তা কৰে।"

বঙ্গদেশৰ নাট্য সাহিত্যৰ বিষয়ে ইমানখিনি কোৱাৰ মানে আছে। আমাৰ দেশত আজিকালি ডেকাসকলে বঙ্গদেশৰ এই থিয়েটাৰী কাৰ্য্যকলাপবোৰ সোঁ-শৰীৰেৰে সকলো ৰকমে অসমলৈ আমদানি কৰাটো দেখা যায়। বঙ্গদেশৰ নাটকৰ অনুবাদ, নাচ-গান অঙ্গীভঙ্গী, ভাৱৰীয়াৰ আওভাও আদি সোপাকে আমাৰ ডেকাসকলে অসমত সুমুৱাটো চকুত পৰিছে দেখিহে, অসমীয়া সাহিত্যৰ ৰাজভগনৰ কথা কৈ থাকোঁতেই বাহুলীয়ে খোৱা এই বঙালী কলথোকাৰ কথা এইখিনিতে কলোঁ। শ্ৰদ্ধাস্পদ সন্দিকৈ ডাঙৰীয়াই তেওঁৰ "গৃলা গাভৰু" নাটৰ পাতনিত লিখা আষাৰচেৰেক কথা এইখিনিতে তুলি দি কওঁ যে তেখেতৰ কথাতে আমিও সম্পূৰ্ণৰূপে হয় বুলিছোঁ। তেখেতে লিখিছে—"আজিকালি আমাৰ দেশৰ সকলো মানুহৰে থিয়েটাৰ চাবলৈ বা কৰিবলৈ বৰ আগ্ৰহ হৈছে। কিন্তু নাটক নহলে থিয়েটাৰ নহয়। বেজাৰৰ কথা যে সেই পৰিমাণে অসমীয়া নাটকৰ যোগান হোৱা নাই। সকলোৱে জানে যে থিয়েটাৰ ভাওনাত পটপাত্ৰ দেখুৱাই কোনো বিষয়ে জনসাধাৰণক শিক্ষা দিলে যিমান শীঘ্ৰে

আৰু সহজে উদ্দেশ্য সাধন হয়, সভা-সমিতি বক্তৃতাৰ দ্বাৰাই সিমান সোনকালে ফল নধৰে। ……তালৈকে লাগে আমাৰ নিজ দেশৰ বুৰঞ্জীমূলক, নিজ সমাজৰ ৰীতি-নীতিবিষয়ক নাটক। এনে নাটক লিখিবলৈ আমাৰ নিজ দেশৰ সঁজুলিও জোখাৰে আছে। ……কিন্তু ঘৰৰ বস্তুৰ লগত আমাৰ ৰাহি নাহে। যি কথা শুনালে আমাৰ জনসাধাৰণে বেগাই বুজে, যি বস্তু আগত ধৰিলে সতকাই চিনে, যি ভাও আগত মেলিলে সহজে জাতীয় ভাব অন্তৰত জলে, যি আদৰ্শ উপমা দেখুৱালে স্বজাতি স্বদেশলৈ প্ৰেম-ভক্তি জন্মে, যাৰ কথা কীৰ্ত্তন কৰিলে আমাৰ অতীতৰ গৌৰৱলৈ মনত পৰি হৃদয়ত উলাহ জন্মে, সেইবোৰলৈ পাছ দি আমি চপাই ধৰোঁ বিদেশৰ বিদেশী ভাষাত লিখা কথাবোৰ ;—যাৰ ভাব, মৰ্ম্ম আৰু গুণ আমাৰ মানুহে সহজে বুজিব আৰু লব নোৱাৰে। নিজৰ কল্পনা-শক্তি, চিন্তা-শক্তি বঢ়াবলৈ চেষ্টা নকৰি আমি কৰোঁ—লোকে লোকৰ ভাষাত লিখা উপন্যাস নাটকবোৰ তৰ্জ্জমা। এইদৰে বিদেশী বস্তু আদৰ কৰা একেবাৰে বেয়া বুলি নকওঁ। আৱশ্যকমতে বিদেশী বস্তু নকল আৰু ব্যৱহাৰ কৰি আমাৰ ভঁৰাল চহকী কৰা বাঞ্ছনীয়। কিন্তু স্বদেশী বস্তুৰ ফালে আওকাণ দিয়াটো অমঙ্গলৰ চিন।”

সন্দিকৈ ডাঙৰীয়াৰ এই কথাতে আমি অলপ মছলা দি তেল মাৰি কওঁ যে আমাৰ ন নাটকবোৰ “বিদেশী”ৰ অকল তৰ্জ্জমাই নহয় ; সেইবোৰ পুৰুষনামাক্ৰমে বিদেশীৰ grandson অৰ্থাৎ নাতি-পুতি। সৰহভাগ বঙলা নাটক-উপন্যাস ইংৰাজী নাটক-উপন্যাসৰ son অৰ্থাৎ পুত্ৰস্থানীয় ; অৱশ্যে সেই পুত্ৰসন্তানসকল “লেজিটিমেট্” নে “ইল্লেজিটিমেট্” ইয়াত আজি সেই কথাৰ সন্তেদ লবলৈ নগৈ, ইয়াকে কওঁ যে আমাৰ আজিকালিৰ উপন্যাস নাটকবোৰে সেই দেখি উত্তৰাধিকাৰ সূত্ৰত পৌত্ৰৰ স্থান অধিকাৰ কৰিছে। পুত্ৰতকৈ পৌত্ৰ বেছি সোৱাদ ; যেনেকৈ টকাতকৈ টকাৰ সুত। এই কথা আমি নিজে গম পাইহে কৈছোঁ, কাৰণ কিছু দিন হল আমিও সেই বিধৰ সোৱাদ পাই পৰমানন্দিত হৈছোঁ। কিন্তু দুৰ্ভাগ্যৰ কথা, এই অসমীয়া নাটকৰূপী নাতি-লৰাবোৰ লাভ কৰি ইংৰাজী ককাদেউতাকে কেনে পায়, তাৰ তৎ ধৰিব নোৱাৰিম। আমাৰ প্ৰাচীন নাটবোৰ বৰং ভাৰতীয় সংস্কৃত নাটকৰ পুত্ৰস্থানতে আছিল আৰু সেইবোৰ এটা বিশেষ উদ্দেশ্য সাধনৰ নিমিত্তে ৰচিত হৈছিল। সেইবোৰৰ নায়ক-নায়িকা ভাৱৰীয়া-ভাৱৰীয়ানীবোৰ স্বদেশীৰ নিচিনা দেখি অসমীয়া গাঁৱলীয়া মানুহেও সেইবোৰক চিনি পাইছিল। কিন্তু কি পৰিতাপৰ কথা যে আজিকালিৰ অসমীয়া নাটকবোৰৰ ভাৱৰীয়া ভাৱৰীয়ানীসকলেৰে সৈতে চিনা-পৰিচয় কৰিবৰ ইচ্ছা কৰিলে, বঙ্গদেশৰ গিৰীশচন্দ্ৰ ঘোষৰ নাইবা অমৰেন্দ্ৰনাথ দত্তৰ নাইবা ডি, এল, ৰায়ৰ নাইবা ক্ষীৰোদচন্দ্ৰ বিদ্যাবিনোদৰ “চুপাৰিছ্”-পত্ৰ হাতত লৈ নগলে, আমাৰ সেই ভাৱৰীয়া-ভাৱৰীয়ানীসকলৰ আমাক “মুলাকাৎ” দিবলৈ “ফোৰ্ চুতকে” নোলায়।

প্ৰত্নতত্ত্ব—এই বিষয়ে যেনেকৈ আমাৰ দেশত অলেখ তত্ত্ব আৱিষ্কৃত হবলৈ বাকী আছে, আমাৰ কবলৈকো তেনেকৈ অলেখ নহওক, কিছু কথা বাকী থাকিল। কিন্তু আজিৰ বক্তৃতা দীঘল হৈ পৰিল ; সেই দেখি তাক টানি আৰু দীঘল

প্ৰত্নতত্ত্ব

কৰিবলৈ গলে অন্যায় কৰা হব। মুঠতে ইয়াকে কওঁ যে কেতিয়া হব কব নোৱাৰোঁ, কিন্তু যেতিয়া প্ৰত্নতত্ত্বৰ বিষয়ে আমাৰ ৰীতিমতে অনুসন্ধান, গৱেষণা

আৰু চৰ্চ্চা হ'ব আৰু তাৰ ফলত ভূগৰ্ভ-নিহিত পুৰণি সভ্যতাৰ বুৰঞ্জী ভূপৃষ্ঠান্বিত হৈ জগতৰ দৃষ্টিৰ গোচৰীভূত হ'ব, তেতিয়া প্ৰাচীন সম্পদৰ গৌৰৱত অসমে শ্ৰেষ্ঠ আসন অধিকাৰ কৰিব বুলি আমি দৃঢ় বিশ্বাস কৰোঁ। এই কাৰ্য্য কৰিবলৈ ধনৰ শক্তি, উদ্যমৰ শক্তি, বিচাৰ বৰেচনাৰ শক্তি, যাইকৈ নিঃস্বাৰ্থতাৰ মহাশক্তিৰে বিমণ্ডিত ত্যাগী লোক কিছুমানৰ আৱশ্যক— যিসকলে শিলগুটি এটাত বা তামৰ ফলি এখনত হাত দিয়েই মই বৰ প্ৰত্নতাত্বিক বুলি ওফন্দি ফুৰা লোভ পৰিত্যাগ কৰিব পাৰিব। এইবোৰ যি নহওক এই বিষয়ত আমাৰ দেশত যিসকলে মনোযোগ দিছে, তেওঁলোক আমাৰ নমস্য। ভাল উদ্দেশ্য হিয়াত লৈ কাম কৰি গলেই এদিন তাৰ সুফল পোৱা যায়। কোনে জানে, শিলগুটি পটাগুটি খেপিয়াই ফুৰোঁতে ফুৰোঁতে এদিন তেওঁলোকৰ হাত শালগ্ৰামত নপৰিবহঁগে।

ডিৰেক্টৰ জেনেৰেল অৱ্ আৰ্কিওলজি ইন ইণ্ডিয়া ছাৰ জন মাৰ্চ্ছেলৰ ৰিপৰ্ট এটা সিদিনা বাতৰি-কাকতত পঢ়িছিলোঁ। পঞ্জাব আৰু সিন্ধু প্ৰদেশত থানোতে ভূগৰ্ভৰ এটা স্তৰৰপৰা এনেকুৱা কিছুমান বস্তু ওলাইছে, যিবোৰে ৫০০০ বছৰৰো আগৰ ভাৰতৰ সভ্যতাৰ বাতৰি দিয়ে।

মেছপটমিয়াৰ ভূগৰ্ভৰ স্তৰ এটাত সুমেৰিয়ান যুগৰ কিছুমান ঠিক হুবহু এনেকুৱা বস্তু ওলাইছে। মেছপটমিয়াত যুগযুগান্তৰৰে পৰা থকা কোনো জাতীয় লোকেৰে সৈতে সুমেৰিয়ান জাতিৰ কোনো সাদৃশ্য নাই। কৰ পৰা মেছপটমিয়ালৈ এই সুমেৰিয়ান জাতিটো গৈছিল, আজিলৈকে কোনেও ঠিক কৰিব পৰা নাছিল। এতিয়া স্পষ্ট প্ৰমাণ হ'ল যে সুমেৰিয়ানবোৰ পঞ্জাব আৰু সিন্ধু প্ৰদেশৰ ফালৰ পৰা যোৱা ভাৰতীয় মানুহ আছিল। মাৰ্চ্ছেল ছাহাবে কৈছে:—

"The possibility is clearly suggested of India proving ultimately to be the cradle of their civilization which in its turn lay at the root of Babilonian, Assyrian and western Asiatic culture generally."

অৰ্থাৎ ইয়াৰ দ্বাৰাই এইটো স্পষ্টকৈ প্ৰমাণিত হৈ ওলায় যে ভাৰত বেবিলনিয়া, আছীৰিয়া আৰু পচিম এছিয়াৰো শিক্ষা-দীক্ষা আৰু সভ্যতাৰ গুৰি। এই দেখি কওঁ— কোনে কব পাৰে, যে নৰক, বাণ, ভগদত্ত, ভীষ্মকৰ দেশৰো, কালত এনেকৈ প্ৰাচীন বুৰঞ্জীৰ পাত মেল খালে, প্ৰচলিত ইতিহাস-জগতত কি মহাবিপ্লৱেই সংঘটিত নহব ?

ইমানতে বক্তৃতাৰ নাম দি উলিৱা জোঠা সূতাৰ কাপোৰৰ বৰ তাঁতথন সামৰো বুলিছোঁ। সামৰণি ঘেটা মৰাৰ আগতে মাথোন আৰু একাষাৰ কম। ওপৰত কৈ আহিছোঁ যে জাতীয় সাহিত্য জাতীয় জীৱনৰ প্ৰতিবিম্ব। লেৰেলা-চেৰেলা জঁয় পৰা জাতীয় জীৱনৰ পৰা সবল সুষ্ঠ ঠন-ধৰা জাতীয় সাহিত্য হোৱাটো অসম্ভৱ। পেটত ভাত নাই, গাত পিন্ধিবলৈ কাপোৰ নাই, আমি মন-প্ৰাণ দি কি সাহিত্য চৰ্চ্চা কৰিমহঁক! সেই দেখি যাইকৈ যাতে খাই-বৈ ভালকৈ জীয়াই থাকিব পাৰোঁহক, বৰ্ত্তমান এধা-মৰা এধা-জীয়া অৱস্থাৰ পৰা উদ্ধাৰ হব পাৰোঁহক, তাৰ চেষ্টা প্ৰথমতে কৰিব লাগে; অৱশ্যে লগে লগে সাহিত্যচৰ্চ্চাও চলক। বত্তিত তেল পৰিলেই পোহৰ ওলাব। আমাৰ দেশখন কেনেকৈ সমৃদ্ধশালী হব; আমি

কেনেকৈ নিজৰ আৰু লগে লগে আমাৰ দেশৰ ভাল কৰি যাব পাৰোঁ তাৰ চেষ্টা, তাৰ চিন্তা, ভালকৈ কৰিবৰ সময় বৰ বেয়াকৈ উপস্থিত হলহি। আৰু কাণসাৰ এৰি পৰি থাকিলে সাহিত্যৰতো কথাই নাই, আমি অসমীয়া জাতিটোৱেই বিলোপ হম কিজানি। অৱশ্যে পৰাধীন আমি, আমাৰ আগুৱাবৰ বাটত বিঘিনি অনেক। কিন্তু সেই বুলি হাত সাৱটি বহি থাকিলে নচলিব। We must take best of the worst situation. যি বোকাত পিচলি পৰি ঠেকেচা খাইছোঁ, তাতে আকৌ ভিৰ দি উঠিব লাগিব। যাতে দেশত নিজৰ ভাত-কাপোৰৰ সংস্থান হয়, পৰৰ মুখলৈ নাচাই পৰত হাত নাপাতি যাতে আমি নিজৰ ভাত-কাপোৰ নিজে আৰ্জ্জি লব পাৰো, সেই কথালৈ আমি বৰকৈ মন দিয়া উচিত। জোৰ পুৰি বৰলাৰ হাত পালেহি, আৰু আওকাণকৈ বহি থাকিলে নচলিব। দেশৰ উন্নতিৰ লগে লগে ভাষাৰ উন্নতি আৰু ভাষাৰ উন্নতিৰ লগে লগেই দেশৰ উন্নতি। সেই কাৰণেই আকৌ কওঁ যে যি দেশ যিমান উন্নত আৰু সমৃদ্ধশালী সেই দেশৰ ভাষাও সিমান উন্নত আৰু সৌষ্ঠৱপূৰ্ণ। দেশক উন্নত আৰু সমৃদ্ধশালী কৰিবলৈ হলে আমাৰ উঠি অহা ডেকাসকলৰ চাকৰীৰ আশাতকৈ স্বাধীন ব্যৱসায়-বাণিজ্যৰ ফালেহে ধাউতি হোৱা উচিত। বাৰু আপোনাসকলকে সোধোঁ কওকচোন চাকৰী কৰি কোন দেশত কেইজন মানুহ চহকী হৈছে? বেছি দূৰলৈ যাব নালাগে, আমাৰ ভাৰতৰ আন প্ৰদেশৰ ফালেই, বিশেষকৈ বোম্বাইৰ ফালেই চাওক—দেখিব যে যিসকল ধনী লোকৰ নাম পাওঁ তেওঁলোকৰ সকলোৰে উন্নতিৰ মূল হৈছে ব্যৱসায়-বাণিজ্যতহে স্বাধীন চিন্তাৰ আৰু মনুষ্যত্বৰ প্ৰকৃত বিকাশ দেখিবলৈ পোৱা যায়। আমাৰ দেশৰ ভৱিষ্যত আশা-ভৰসাৰ স্থল ডেকাবন্ধুসকলক আকৌ এবাৰ কওঁ—সমুখতে যি কামকে পোৱা তাতে লাগি যোৱা। ডাঙৰ কাম কৰিবৰ আশাৰে হাত সাৱটি বহি নাথাকিবা। কামৰ সৰু বৰ নাই। সকলো অৱস্থাতে নিজৰ ভৰিৰ ওপৰত ভৰ দি থিয় হোৱা; জীৱন simple সহজ উজু কৰা, মিতব্যয়ী হোৱা; এইটো কাম হীন, সেইটো কাম "ছোটলোকৰ" চলি অহা ভ্ৰম ধাৰণা পৰিহাৰ কৰি dignity of labour অৰ্থাৎ নিজ হাতে নিজ পৰিশ্ৰম কৰি কৰা কামৰ (সৰুৱেই হওক বা বৰেই হওক) অন্তৰ্নিহিত শক্তিৰ মৰ্য্যদা, গৌৰৱ আৰু আত্ম-প্ৰসাদ অনুভৱ কৰিবলৈ শিকা; প্ৰাণপণে কাম কৰি ফুৰা আৰু ঈশ্বৰ-বিশ্বাসী হৈ ঈশ্বৰৰ চৰণত স্বকৃত কৰ্ম্মৰ ফল নিবেদন কৰি নিশ্চিন্ত হৈ বুকু ফিন্দাই ফুৰিবলৈ শিকা—আজিৰে পৰা, আজিৰে পৰা, আজিৰে পৰা। দেখিবা তেতিয়া অলপ কালৰ ভিতৰতে কেনেকুৱা মহৎ কাৰ্য্য কৰিবৰ শক্তি তুমি লাভ কৰিবা, তাক দেখি তুমি নিজেই আচৰিত মানিবা। ফলত অচিৰতে তোমাৰ উন্নতি, তোমাৰ মাতৃভূমিৰ উন্নতি, অৱস্থাৰ উন্নতি সাধিত হব। আৰু জগতৰ জ্ঞান আৰু সম্পদৰ ভঁৰালত তুমিও এজন দাতা হৈ অসীম গৌৰৱ আৰু অমূল্য আত্মপ্ৰসাদ লাভ কৰিব পাৰিবা।

শেহত কওঁ যে মই আজি আপোনালোকক নতুন কথা একো কোৱা নাই আৰু কবলৈ স্পৰ্দ্ধাও নাৰাখোঁ। পুৰণি বাহী কথাকে লুটিয়াই বগৰাই কৈছোঁ মাথোন। মই কোৱা কথা কাৰো মনে খাইছে যদি ভাল, নাই খোৱা যদি দলিয়াই পেলাওক। আমাৰ দেশৰ সৰ্ব্বতোভাৱে কেনেকৈ মঙ্গল হব সেই চিন্তা আপোনাসকলেও কৰিছে আৰু কৰিবৰ মাতৃভূমিৰ সকলো সন্তানৰে অধিকাৰো আছে। সেই অধিকাৰৰ বলতে বলী হৈ এই নিঃকিনেও

বিদেশত পৰি থকা স্বত্বেও সেই ভাবতে অনুপ্ৰাণিত হৈ মাতৃভূমিৰ মঙ্গল কামনা হিয়াত সদায় সজাগ কৰি ৰাখিবৰ চেষ্টা কৰিছে। সেই কাৰণেই বন্ধুসকল! আজি আকৌ এইটো ভাঠৈকৈ কওঁ যে আপোনাসকলে সাৰোগত কৰি জানিব—অসমীয়া ভাষাৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম চাপ। হব পাৰে আমাৰ মানুহৰ লেখ তাকৰ, হব পাৰে আমাৰ অৱস্থা টনকিয়াল নহয়; কিন্তু সেই বুলিয়েই ভাৰতৰ আন প্ৰদেশৰ মানুহৰ লগতে সমানে

সামৰণি

আগবাঢ়িব নোৱাৰাত মনক মিছা প্ৰবোধ দি ঘৰত দুৱাৰ মাৰি বহি থাকিম নে? তেনেহলে ভাৰতৰ জীৱন জাতীয় যুগত আমাৰ আসন কত? আজি যি এটা নতুন ভাবৰ সোঁতে গোটেই ভাৰত ঢৌৱাই পেলাইছে আৰু যি আমাৰ অসমকো এচুকেদি চুই গৈছে সেই ভাবৰ ঢৌৱে আমাৰ হৃদয়ত খলকনি নলগাব নে? লেখত তাকৰ বুলি জগতৰ এই জাগৰণৰ যুগতো আমি শুই থাকিব লাগিব নে? সেইটো হব নোৱাৰে। আমি আমাৰ অসমীয়া নাম লোপ পাবলৈ দিব নোৱাৰোঁ। এই নৱ জাগৰণৰ যুগত ভাৰতৰ আন প্ৰদেশৰ লগত আমি সমানে আসন লব লাগিব। অসমীয়াৰ নাম জগতত জিলিকি উঠিব লাগিব। পৃথিবীৰ প্ৰায়বিলাক মহৎ কামেই সৰু আৰম্ভণৰ পৰাই হয়। এটি এটি সৰু গুটিৰ পৰাই একো একোজোপা ডাঙৰ গছ হয়। বন্ধুসকল! বহুত দিনৰ আগয়ে সেই এমুঠি কলিকতীয়া অসমীয়া ছাত্ৰে অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভাৰ যি প্ৰথম বীজ পুতিছিল কোনে ভাবিছিল তেতিয়া যে সেই বীজেই এজোপা প্ৰকাণ্ড বৰগছ হৈ শান্তিৰ শীতল ছাঁৰে গোটেই অসম আবৰি ধৰিব? কোনোবাই তেতিয়া কল্পনাও কৰিব পাৰিছিল নে যে কেতিয়াবা এসময়ত এই অসমতে আমি সকলো একে লগ হৈ এই দৰে এখনি মহতী সভা পাতি মাতৃমন্দিৰত পুষ্পাঞ্জলি দিব পাৰিম? কিন্তু আজি কি দেখিছোঁ? দেখিছোঁ, সেই পঢ়াশালিৰ ছাত্ৰৰ দুৰ্ব্বল ডিঙিৰ পৰা ওলোৱা সেই দুৰ্ব্বল মাত, সেই ক্ষীণ কণ্ঠস্বৰ লাহে লাহে ডাঙৰ সবল আৰু শকত হৈ আজি গোটেই অসম ইমূৰৰ পৰা সিমূৰলৈকে প্ৰতিধ্বনিত কৰিছে—আজি পূবৰ পৰা পচিমলৈ, উত্তৰৰ পৰা দক্ষিণলৈকে গোটেই অসমে একেলগে সেই মাতৰ লগত মাত মিলাই গভীৰ উদাত্ত সুৰেৰে মাতৃভাষাৰ আৰতি কৰিছে—যোড়শোপচাৰে মাতৃ-পূজাৰ আয়োজন কৰিছে। বন্ধুসকল! আহক, আজি এই আনন্দৰ দিনত এই ৰসৰ মেলাত, এই আয়োজনত আমাৰ যথাসাধ্য শক্তি, স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ কাৰণে, নিজৰ ভাই-ভনীৰ মঙ্গলৰ কাৰণে, মাতৃভাষাৰ সেৱাৰ কাৰণে উচ্ছৰ্গা কৰি ইহ জনম সাম্ফল কৰি আমাৰ জীৱন ধন্য কৰোঁহঁক। এই মাতৃভাষাৰ উন্নতিয়েই আমাৰ দেশৰ উন্নতি—আমাৰ স্বজাতিৰ উন্নতি; এই মাতৃভাষাৰ সেৱাই আমাৰ দেশৰ সেৱা—আমাৰ জাতীয় জীৱনৰ আনন্দৰ বিজয় পতাকা, আমাৰ লুপ্ত গৌৰৱৰ পুনৰুত্থান—আমাৰ জীৱন কৰ্ত্তব্যৰ শিৰৰ মুকুট। আহক তেন্তে আজি এনে এটি শুভ ক্ষণত আমি হৃদয়ৰ পৰা ক্ষুদ্ৰ সংকীৰ্ণতাৰ ভাব দূৰ কৰি এই মাতৃভাষাৰ যজ্ঞবেদীতে মুকলি আকাশৰ তলত মুকলি মনেৰে মুকলি প্ৰাণেৰে সকলোকে এবাৰ ভাই ভাই বুলি উলাহেৰে আঁকোৱালি ধৰি একেটি সুৰতে সুৰ মিলাই গাওঁ "জয় অসমীয়া ভাষাৰ জয়, জয় অসমৰ জয়, অসম জননীৰ জয়।" "নমো শতবাৰ হে মোৰ জননী চিৰ জীৱনৰ সাধনা"—
"ওঁ মধু বাতাঋতায়তে মধুক্ষৰতিসিন্ধবঃ মাধ্বীৰ্ণঃ সন্তোষধীঃ।"

# অষ্টম অধিবেশন

নগাঁও—১৯২৫ চন

**সভাপতি—ৰজনীকান্ত বৰদলৈ**

ওঁ শ্ৰীশ্ৰীগুৰবে নমঃ

ওঁ নমো ভগৱতে বাসুদেৱায়

যিজন জগতৰ আদি কাৰণ, যাৰ পৰা এই পৰিদৃশ্যমান জগতৰ জন্ম, স্থিতি, আৰু ধ্বংস হব লাগিছে, যি জনত "সূত্ৰে মণিগণা ইব" এই বিশ্ব-ব্ৰহ্মাণ্ড আশ্ৰয় কৰি আছে, যিজন অনাদি, অনন্ত, নিগুৰ্ণ, গুণ-নিয়ন্তা, সৰ্ব্বশক্তিমান, সচ্চিদানন্দ, মঙ্গলময়, যাৰ কৃপা হলে বোবাইও কথা কব পাৰে, পঙ্গুৱেও গিৰি লঙ্ঘিব পাৰে, সেই জন করুণাময়, আনন্দময়, গুণনিধি ভগৱন্তক লক্ষ কোটীবাৰ দণ্ডবৎ কৰোঁ। তেওঁৰ কৃপা নহলে আমাৰ কোনো কৰ্ম্ম সিদ্ধ হব নোৱাৰে। আহক, আমি সকলোৱে একমনে, এক ধ্যানে, সেই পৱিত্ৰ নামত আমাৰ সভা আৰম্ভ কৰোঁ।

আদৰণি সমিতিৰ সভাপতি ডাঙৰীয়া! ভদ্ৰমহিলা আৰু মহোদয়সকল! আপোনালোকে আজি অসম সাহিত্য-সভাৰ এই অষ্টম অধিবেশনত এই অভাজন বৃদ্ধক সভাপতি বৰণ কৰিছে। এই বাবে মই আপোনালোকক মোৰ শলাগ জনালো। মই এনেকুৱা এখান সদৌ অসমৰ সাহিত্য-সভাৰ সভাপতি হবৰ উপযুক্ত নহওঁ। মোতকৈ যোগ্যতৰ সুজন অসম মাতৃৰ সন্তান, অসমীয়া ভাষাবিদ্ সাহিত্যিক আৰু অনেক আছে, যাৰ এজনক বহুউৱা হলে এই আসন সুশোভিত হলহেঁতেন। মই এইখান গৌৰৱান্বিত আসনৰ সিমান যোগ্য নহওঁ যদিও, "মধ্বাভাবে গুড়ং দদ্যাৎ" এই বচন অনুসৰি অৰ্থাৎ মোতকৈ আৰু বিজ্ঞতম, যোগ্যবান মানুহ—যি আপোনা-সকলৰ কাণত সাহিত্য অমৃত ৰস ঢালি দিব পাৰিলেহেঁতেন, অসমত নথকা হলে—মৱে অমৃতৰ সলনি গুড়ৰ দৰে, অথবা গছ নোহোৱা দেশত "এৰণ্ডোঽপি দ্ৰুমায়তে" হোৱাৰ দৰে, যোগ্যবান হলোঁহেতেন। মই যে অকল এটা পূৰ্ব্বাপৰ চলি অহা জনাবলগীয়া শিষ্টাচাৰ ভাব মনত লৈহে নিজক নিজে অযোগ্য বুলিছোঁ সেইটো নহয়। এই অভাজনে এতিয়ালৈকে অসমীয়া ভাষা আৰু সাহিত্যৰ অৰ্থে যিমানখিনি কৰিব লাগিছিল, সিমানখিনি কৰিব পৰা নাই বাবেই মই এই গৌৰৱান্বিত আসনৰ যোগ্য হোৱা নাই।

তাহানিখন কলিকতাৰ কলেজত পঢ়োঁতে মোৰ সহপাঠী আজিকালি প্ৰবীণ সাহিত্য মহাৰথী, ৰথী বন্ধু কেইজনৰ আৰ্হিৰে এই অভাজনৰো মাতৃভাষা সেৱিবলৈ, অসমীয়া সাহিত্য সেৱিবলৈ, এটা সংকল্প আছিল। এই নিঃকিনৰ হৃদয়-তন্ত্ৰীত বাজিছিল যে পঢ়া-শুনা শেষ কৰি, জীৱিকাৰ উপায় এটা অৱলম্বন কৰি, মাতৃভাষাত এক শাৰী উপন্যাস লিখিম আৰু সেই উপন্যাসেৰে অসমত এটা পঢ়ুৱৈ সমাজ গঢ়িম। কিন্তু কলে কি হব, যেনেকৈ ভাবিছিলোঁ

তেনেকৈ কাম কৰিব নোৱাৰিলোঁ। যিডোখৰ কালত মন বলী আছিল, কল্পনা শক্তি প্ৰবল আছিল, সেই কালডোখৰত নিজৰ জীৱিকাৰ অৰ্থে পোনপ্ৰথমে ৰজাঘৰীয়া কৰ্ম্মতে দৰকৈ আৱদ্ধ হবলগীয়া হৈছিলোঁ। তাৰ পিচত অলপ জিৰণি পাই যেতিয়া কলিকতাৰ সংকল্প স্মৰণ কৰি কাপ মৈলাম তুলাপাত লৈ বহিবলৈ আৰম্ভ কৰিছিলোঁ, তেতিয়া এই দুৰ্ভগীয়াই পূৰ্ব্বজন্মৰ পাপৰ ফলত ভ্ৰাতৃশোক, এটি এটিকৈ তিনটি পুত্ৰ শোক পাই, মাজে মাজে পূৰ্ব্ব সংকল্প পাহৰি আছিলোঁ।

পিচত, এতিয়া যদিও চাকৰিত থকা শেষ কালডোখৰত ভাবিছিলোঁ যে ৰজাঘৰীয়া কৰ্ম্মৰ অন্তত এই অভাজনে ঈশ্বৰ কৃষ্ণৰ বৃন্দাবনত আৰু তাৰ লগে লগে মোৰ অসমীয়া ভাষাৰ সাহিত্য-বৃন্দাবনতো, বিচৰণ কৰি ফুৰিম, তথাপি নিজ কৰ্ম্মফলত, আৰু লক্ষ্মীকো আৰাধনা কৰা উচিত এনেকুৱা এটা ভাব মনত সোমোৱাৰ বাবে, এই বৃদ্ধৰ কপালত, সন্ন্যাসীৰ কপালত ৰামক উঠি ফুৰিবলৈ যোঁৱা এটা খোজেঁাতে ৰামে মৰা যোঁৱা এটা বাটৰ পৰা টানি পেলাবলৈ দিয়াৰ দৰে হেবেদা বোলা হাবি এডোখৰৰ মাজত বাস হৈছে। বৃন্দাবনৰ গোপ-গোপিকাসকলক দেখাৰ সলনি পুৱা শুই উঠিবৰে পৰা বনুৱা, বনুৱানী, বনুৱাৰ লৰা-ছোৱালী এনেকুৱাসকল গোপ গোপিনীকহে দেখাত পৰিছোঁ। বৃন্দাবনৰ গছ লতা, তৰু, তৃণ ইত্যাদিৰ ঠাইত কেজোপামান চাহৰ গছ, খাল, কোৰোকানি, হোলা, কাঠনি হাবি ইত্যাদিৰ মাজত ফুৰাত পৰিছোঁ। বৃন্দাবনৰ ম'ৰা চৰাইৰ কেকা ধ্বনিৰ সলনি দিনত হলে হলৌ বান্দৰৰ চিঞৰ আৰু নিশা হলে কেতিয়াবা কেতিয়াবা বনৰজাৰ মাত শুনিবলৈ পাওঁ। হওক এইবিলাক সুভোগ বা দুৰ্ভোগ; তাত মই আপত্তি নকৰিলোঁহেতেন (কিয়নো এইবিলাক মোৰ স্বোপাৰ্জ্জিত কৰ্ম্মফল) যদি পিতৃ পিতামহৰ পন্থ অনুসৰণ কৰি আৰু আমাৰ মহাপুৰুষ গুৰুৰ—"ভাই মুখে ৰাম বোলা হৃদয়ে ধৰা ৰূপ, এতেকে মুকুতি পাইবা কহিলোঁ স্বৰূপ।", এই যোৰাফাকি স্মৰণ কৰি পুৱা গধূলি এখন্তেক নাম লবলৈ বহোঁতেও, পৰীক্ষিতৰ হাতত নিগৃহীত হৈও দুষ্ট কলিয়ে বিধিনি পেলাই, প্ৰভুৰ ৰূপটো (সেই ত্ৰিভঙ্গ মূৰ্ত্তি শ্যামৰ ৰূপটো) মনলৈ আহিব নিদি, তাৰ ঠাইত কিবা বোলে সেই কলা কলা পিকু, সুচাঙ ইত্যাদি বস্তুবিলাক মনত পেলাই নিদিলেহেঁতেন আৰু কেতিয়াবা কেতিয়াবা পুৰণি সেই লিখাপঢ়া কৰিব খোজা ব্যাধিটো উক্ দি কাগজ কলম লৈ বহাত, হয় কলৰ উং উং চিঞৰে অথবা কোনো বাবুৰ বা বনুৱাৰ খেচ্ মেচ্ নিয়ে, যৰে কাগজ কলম ততে পেলোৱাই, হয় কলঘৰলৈ, নতুবা চাহ গছৰ মাজলৈ লৰ নধৰালেহেঁতেন।

এনেকুৱাবিলাক দুৰ্যোগত পৰি এই বৃদ্ধৰ এতিয়াও সাহিত্য বা ভাষা চৰ্চ্চা কৰাটো এক প্ৰকাৰ দুৰন্তাং হৈ পৰিছে। এইবিলাক কাৰণতে হে মই নিজক অনুপযুক্ত অলায়েক ভাবি এই গুৰুভাৰথন কান্ধত লবলৈ অপাৰগ বুলি আদৰণি সভাৰ সমজুৱাসকলক, আন কি ঠায়ে ঠায়ে অসমৰ শাখা সাহিত্য-সভাসকলকো জনাইছিলোঁ। কিন্তু আপোনালোকে দেৱতাসকলে, ভগৱন্ত পুৰুষে মনৰ সৰল প্ৰাণৰ ভাবকে সন্তুষ্ট হৈ ইচ্ছা বা গ্ৰহণ কৰাৰ দৰে (ভাবমিচ্ছন্তিঃ দেৱতাঃ) কামত সৰহকৈ একো কৰিবলৈ নোৱাৰিলেও মনত এই অভাজনৰ মাতৃভাষালৈ একেৰা আন্তৰিক শ্ৰদ্ধা-ভক্তি থকাৰ বাবেই হব পায়, এই বৃদ্ধক নেৰিলে। আপোনা-লোকৰ মৰম আৰু আহ্বান অনুৰোধ এৰাব নোৱাৰি আৰু "মাতিলে ৰণলৈকো যাবা" এই

নিভাজ নিখুঁত অসমীয়াৰ শৌৰ্য্য বীৰ্য্য প্ৰকাশক ৰচনফাকি মনত কৰি, সুদা হাতে সুদা মুখে মোৰ মাতৃভাষা আৰু সাহিত্যক সেৱিবলৈ, আপোনাসকলক মোৰ সাদৰ-সম্ভাৱণ প্ৰীতি-শলাগ জনাবলৈ, ৰাইজৰূপী নাৰায়ণক সেৱা কৰিবলৈ পুণ্যভূমি নগাওত ওলাইছোঁহি। এই অভাজন বৃদ্ধৰ অনেক দোষ ক্ৰটী হব পাৰে। আপোনালোকে মৰম কৰি, কৃপা কৰি, নিজগুণে সমস্ত দোষ মাৰ্জ্জনা কৰি, এই বৃদ্ধক আশীৰ্ব্বাদ দিলেহে আৰু সহায় কৰিলেহে ইমান গধুৰ ভাৰথান লবলৈ সাহ কৰিব পাৰোঁ। আপোনাসকল আৰু মোৰ প্ৰভু ভগৱন্ত মোৰ সহায় হওক।

আমাৰ আজিৰ এই সম্মিলনথান নগাৱত। নগাও মোৰ জনাজাত ঠাই। মই ইয়াত দুবেলিৰ ভিতৰত প্ৰায় চাৰি বছৰ কাল ৰজাঘৰীয়া চাকৰি কৰিছিলোঁ। এই ঠাইৰ বৃদ্ধ-সকলে আৰু ডেকা তৰপৰ কেৱে কেৱে এই বৃদ্ধক চিনি পায়। মহাভাৰতৰ কালৰে পৰা এই ঠাই কামৰূপৰ ভিতৰত। কিম্বদন্তী আৰু জনশ্ৰুতিমতে এই নগাও জিলাৰ কপিলী নৈৰ পাৰত মহামুনি কপিলদেৱৰ আশ্ৰম আছিল। এনেকুৱাও কিম্বদন্তী আছে যে ৰামচন্দ্ৰৰ অযোধ্যাথানো এই নগাওৰ ঢিং মৌজাৰ ভিতৰতে আছিল। বুৰঞ্জীৰ পৰা আমি জানো, এই নগাৱত ক্ষত্ৰিয় জিতাৰি বংশৰ শেষ ৰজা আৰিমত্তৰ পুতেক জোঙাল বলহুৱে কছাৰীয়ে সৈতে লেলপেলকৈ যুঁজি যুঁজি হিন্দুৰ ৰাজত্ব ৰক্ষা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল; কিন্তু কালৰ গতিত জোঙালবলহু ঘৈণীয়েকৰ চক্ৰান্তত পৰি কিদৰে কছাৰীৰ হাতত মৰিছিল, এই কথা বুৰঞ্জী জনা মানুহ মাত্ৰেই জানে। এতিয়াও জোঙালবলহুৰ গীত দুই চাৰিজন গাঁৱলীয়া অসমীয়াই জানিব পায়। কিদৰে পিতৃশাপত জোঙালবলহুৱে কছাৰীৰ খেদাত নৈত পৰিছিল, কি দৰে সাঁতুৰি সাঁতুৰি ৰহাত ক্ষন্তেক পৰ ৰৈছিল; জাগীত অলপ পৰ জাগিছিল অৰ্থাৎ পানীৰ তলৰ পৰা ওলাই জিৰাইছিল, আৰু কি দৰে কপিলীমুখত কছাৰীয়ে তেওঁক হানিখুচি মাৰিছিল, এইবিলাক বৰ্ণাই গোৱা গীত তাহানি সৰুকালিতে দুই এটি শুনিছিলোঁ।

ইয়াৰ পিচত প্ৰভু শঙ্কৰদেৱৰ যুগৰ আগথিনিতে, এই নগাও জিলাৰ ভিতৰতে পূৰ্ব্ব কবি মাধৱকন্দলিদেৱে জন্ম গ্ৰহণ কৰি কৃষ্ণকথা ৰচনা কৰিছিল, এই কথা আমি বুৰঞ্জী আৰু শঙ্কৰদেৱৰ লিখাৰ পৰা জানো।

"পূৰ্ব্ব কবি অপ্ৰমাদি মাধৱকন্দলি আদি
তেঁহে বিৰচিল কৃষ্ণ-কথা"।

এই নগাও জিলাৰ বটদ্ৰৱা গ্ৰামতেই অসমৰ ধৰ্ম্মগুৰু, অসমীয়া জাতি গঢ়োঁতা, অসমৰ ভাষা, সাহিত্য গীত-পদৰ গঢ় লগাওঁতা, প্ৰভু কৃষ্ণদেৱ শঙ্কৰ স্বৰূপে অৱতাৰ হৈছিল। এই নগাৱৰ বটদ্ৰৱা গ্ৰামৰ দক্ষিণে, ওচৰতে, প্ৰভু কৃষ্ণৰ দ্বিতীয় অংশ প্ৰভু দামোদৰদেৱো অৱতাৰ হৈছিল। বিষ্ণুৰ তৃতীয় অংশ মহাপুৰুষ গুৰু যদিও নাৰায়ণপুৰত অৱতাৰ হৈছিল, তথাপি তেওঁৰ পূৰ্ব্বপুৰুষ-সকল, আন কি তেওঁৰ পিতৃদেৱেও, এডোখৰ কাল এই বৰদোৱা অঞ্চলত কটাইছিল। প্ৰভু শঙ্কৰদেৱৰ পুৰোহিত ৰামৰাম গুৰু, শিক্ষক কলাপকেশৰী, এইসকলো এই ঠাইতে জন্মিছিল। গাঙ্‌মৌলৈ নোযোৱা কাললৈকে প্ৰভুৱে শৈশৱ, বাল্য, কৈশোৰ, আৰু প্ৰথম বিবাহিত জীৱনৰো এছোৱা কাল ইয়াতে কটাইছিল। সমস্ত কাৰণে এই নগাও জিলা প্ৰত্যেক অসমীয়াৰ পক্ষে, সাহিত্যৰ আদি ঠাই হোৱাৰ কাৰণে পৱিত্ৰ। অসমীয়া হিন্দুৰ পক্ষে ই পুণ্যভূমি আৰু তীৰ্থক্ষেত্ৰ।

আজিকালি বৰদোৱা ব্ৰহ্মপুত্ৰৰ পৰা ভালেমান আঁতৰত। কিন্তু সেই কালত ব্ৰহ্মপুত্ৰ বৰদোৱাৰ সন্নিকটত থকা দেখা যায়। এই বৰদোৱাত প্ৰভু শঙ্কৰদেৱে কিৰূপে পৌগণ্ড কাল কটাইছিল, তাৰ অলপ বিৱৰণ দ্বিজ ৰামানন্দ-কৃত চৰিত্ৰৰ পৰা তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।

"পৌগণ্ড কালত কৈলা যত যত
কহোঁ শঙ্কৰৰ লীলা।
নাৰীগণে বেঢ়ি বজায়ে চাপৰি
নচা কতো আনন্দত।
পাছে মাতৃ আসি চিৰঞ্জীৱ বুলি
চুম্বন দেন্ত মুখত॥

সঙ্গে শিশুগণ কৰন্ত ভ্ৰমণ
পিন্ধি বস্ত্ৰ অলঙ্কাৰ।
অদ্ভুত ৰূপক দেখি বালকৰ
আনন্দৰ নাহি পাৰ॥"

আৰো চাওক, এই কালত প্ৰভুৱে এই বটদ্ৰৱাত কি দৰে উমলি ফুৰিছিল :—

"সমে সমে বাছি কতো বেলি কাচি
যুদ্ধ কৰা বিপৰীত।
কতো লৰৰন্ত কৌতুকে ফুৰন্ত
বৃক্ষত গৈয়া উঠন্ত॥
বুঢ়ীআই থেদি যাইবাক দেখিলে
বনমধ্যে লুকাৱন্ত।
কৰি মাতামাতি কতো সভা পাতি
বালকক ভুঞ্জাৱন্ত॥

ৰামৰাম গুৰু শিশুগণ সমে
লোহিত কূলে চলন্ত।
কোমল বালিক কোঞ্চায়া আনিয়া
দোলক কতো বান্ধন্ত॥
কুণ্ডিলা কাষ্ঠৰ প্ৰতিমা সাজিয়া
তুলি দোল ওপৰত।
নলৰ ফুলক চামৰ কৰিয়া
ফুৰা কতো আনন্দত॥"

প্ৰভু দেৱদামোদৰৰ জন্ম বিষয়ে গুৰুলীলা পুথিত এইদৰে আছে :—

"সেহি বেলা যাই নলচা গ্ৰামত
সদানন্দ ৰহিলন্ত।
বৰদোৱা নাম গ্ৰাম অনুপাম
শঙ্কৰ তথা আছন্ত॥

তাহান দক্ষিণে আছয় নিকটে
নলচা গ্ৰামত ৰঙ্গে।
সদানন্দ দ্বিজে তথাতে ৰহিলা
পুত্ৰগণ সবে সঙ্গে॥"

এইবিলাক চৰিত্ৰ আৰু আন আন পুথিৰ পৰাও জনা যায় যে এই নগাঁও অতীজৰ পৰা বিদ্বান আৰু পণ্ডিত ব্ৰাহ্মণ কায়স্থসকলৰ বাসস্থান আছিল আৰু ধৰ্ম্ম চৰ্চ্চাৰ এটি কেন্দ্ৰস্থান আছিল।

শঙ্কৰীযুগৰ পিচতো আমি যেতিয়া স্কুল কলেজত পঢ়োঁ, আজি ৪০ বছৰমানৰ আগেয়ে এই নগাৱক অসমীয়া ভাষাৰ ব্ৰিটিছ যুগৰ দ্বিতীয় গুৰু ৺ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে বিদ্যা, বুদ্ধি, অসমীয়া ভাষা, সাহিত্য, বুৰঞ্জী ইত্যাদিৰ চৰ্চ্চাৰে সুশোভিত কৰিছিল। তেওঁৰে আৰ্হি লৈ আৰু তেওঁকে আগত লৈ এই নগাৱত ৺পদ্মহাস গোস্বামী, ৺ৰত্নেশ্বৰ মহন্ত, ৺নৱনাথ মহন্ত, বলদেৱ মহন্ত এইসকলেও মাতৃভাষাত গদ্য, পদ্য পুথি প্ৰবন্ধ লিখি, অসমীয়া সাহিত্যক চহকী কৰিছিল। এই নগাৱত বাইবেল গ্ৰন্থৰ অসমীয়া ভাঙনি পাদুৰী চাহাবসকলে ৺আত্মাৰাম শৰ্ম্মাৰ সহায় লৈ কৰিছিল। এই নগাৱৰ পুৰণিগুদাম অঞ্চলত স্বনামধন্য ৺ফটিকচন্দ্ৰ বৰুৱা,

৺মাণিকচন্দ্ৰ বৰুৱা আৰু ভাৰতবৰ্ষৰ ভিতৰত বিখ্যাত হোৱা ধনী, মানী, দানী সাউদ ৺ভোলানাথ বৰুৱাই জন্মগ্ৰহণ কৰিছিল।

স্বাস্থ্য সম্পৰ্কেও নগাঁও একালত অসমৰ Sanitorium অৰ্থাৎ অতি স্বাস্থ্যকৰ ঠাই বুলি প্ৰসিদ্ধ আছিল। কিন্তু কালৰ কুটিল গতিত কালা-আজাৰে এই নগাৰতে বেছিকৈ উপদ্ৰৱ কৰিলে। কিন্তু ঈশ্বৰৰ কৃপাত এতিয়া কালা-আজাৰৰ ভাল চিকিৎসা আমাৰ গবৰ্ণমেণ্টে উলিয়াইছে। এই ৰোগত ভোগাসকলে গবৰ্ণমেণ্টৰ বিধানমতে, ডাক্তৰসকলৰ আদেশমতে, যথা সময়লৈকে বেজী লোৱা চিকিৎসাটো কৰাই থাকিলে অচিৰাৎ নগাঁওৰ পৰা, আন কি গোটেই অসমৰে পৰা, এই মহাৰোগ আঁতৰ হব। কিন্তু দুখৰ বিষয় অনেক স্থলত ৰোগীসকলে হেনো দুই চাৰিবাৰ বেজী দিয়াৰ পিচতে, গাৰ পৰা জ্বৰটো এৰা যেন পালেই, বেজী দিয়াবলৈ এৰে। তাৰ ফলত ৰোগ আকৌ উক্ দি ৰোগীৰ অৱস্থা এনেকুৱা বেয়া কৰে হেনো যে পিচত চিকিৎসাও কঠিন হয় আৰু অনেক স্থলত ফলদায়কো নহয়। অলপতে সিদিনাখন গবৰ্ণমেণ্টে বেজাৰ প্ৰকাশ কৰি এই কথা কৈছে—"জ্বৰ এৰাৰ পিচতো ডাক্তৰে নকয়মানে বেজী দিয়াবলৈ এৰিব নালাগে"—এইদৰে ৰোগীসকলক বৰাই বুজাই চিকিৎসা কৰোৱাটো ৰাইজৰ উচিত। গবৰ্ণমেণ্টে আমাক যিদৰে এই বিষয়ে সহায় কৰিছে, আমিও সেইদৰে গবৰ্ণমেণ্টক সহায় কৰিলেহে ঈশ্বৰে আমাৰ মাজৰ পৰা এই মহামাৰিটো আঁতৰাই নি আমাক স্বাস্থ্য সম্পদ দি দীৰ্ঘায়ু কৰিব। স্বাস্থ্য, সম্পদ, দীৰ্ঘায়ু, জাতীয় উন্নতি, এই সমস্ত সাহিত্যৰ উন্নতিৰ উপকৰণ; সেই বাবেহে এই কেইষাৰ কথা তৰিলোঁ—আশা কৰোঁ অচিৰাৎ এই ৰোগ আঁতৰিব, নগাঁও আকৌ আগৰ দৰে এখান স্বাস্থ্যকৰ ঠাই হব।

এই বছৰটোৰ ভিতৰত বঙ্গ দেশৰ চাৰিজন মহাপুৰুষৰ তিৰোভাব হ'ল। ছাৰ আশুতোষ মুখাৰ্জি, ছাৰ আশুতোষ চৌধুৰী, দেশবন্ধু চিত্তৰঞ্জন দাশ আৰু ছাৰ সুৰেন্দ্ৰনাথ বানাৰ্জি। এই চাৰিওজন মহাপুৰুষেই জগদ্বিখ্যাত। এইসকলৰ তিৰোভাবত অকল বঙ্গ দেশৰে যে পূৰাব নোৱাৰা ক্ষতি হ'ল তেনেকুৱা নহয়, এইসকলৰ বিয়োগত গোটেই ভাৰতবৰ্ষৰে ক্ষতি হল। এই চাৰিজনৰ প্ৰত্যেকজনেই আন আন মহৎ গুণেৰে বিভুষিত হোৱাৰ লগে লগে, প্ৰধান প্ৰধান সাহিত্যিকো আছিল। ছাৰ আশুতোষ মুখাৰ্জ্জীয়ে কলিকতা বিশ্ববিদ্যালয়ৰ কিমান যে উন্নতি সাধিলে তাক সকলোৱে জানে। বিশেষকৈ এই মহাপুৰুষজনায়ে অসমৰ প্ৰধান সাহিত্যৰথী শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ই, এ, চি আৰু আন আন কেইজনমানৰো অনুৰোধত অসমীয়া ভাষাক এম-এ মহলা পৰ্য্যন্তলৈকে ঠাই দিলে। আজি তিনি বছৰ হল, এই অভাজনেও শ্ৰীযুত গোস্বামী প্ৰভুৰ লগতে এই মহাপুৰুষক তেওঁৰ ঘৰত গৈ দেখা কৰিবলৈ সৌভাগ্য লভিছিলোঁ। ইমান বিদ্বান, মানী, হাইকোৰ্টৰ জজ পদত অভিষিক্ত মহাপুৰুষজনে আমাক যে কি সুন্দৰকৈ অভ্যৰ্থনা কৰি আশ্বাস কৰিলে, কেনে মন খুলি আমাৰ লগত অসমীয়া সাহিত্যক বিশ্ববিদ্যালয়ৰ সকলো মহলাতে ঠাই দিয়া বিষয়ে ৺ভোলানাথ বৰুৱাই দিব খোজা টকাৰ বিষয়ে আলাপ কৰিছিল, সেইবিলাক কথা এতিয়াও এই অভাগাৰ হৃদয়-তন্ত্ৰীত বাজি আছে। ছাৰ সুৰেন্দ্ৰনাথ বানাৰ্জি ভাৰতৰ অকল যে প্ৰধান ৰাজনৈতিক পুৰুষ আছিল, আন কি ভাৰতবাসীক ৰাজনীতি শিক্ষা দিয়াৰ আদিগুৰু আছিল এনেকুৱা নহয়, তেওঁ প্ৰধান সাহিত্যিকো আছিল। ৰাজনীতি চলোৱাৰ

লগে লগে তেওঁ দেশত, তেওঁৰ মৰমৰ বঙ্গ দেশত, ৰিপন কলেজ স্থাপন কৰি, 'বেঙ্গলী' কাকত সম্পাদন কৰি, শিক্ষাবিস্তাৰো কৰিছিল। চিত্তৰঞ্জন দাশো এজন প্ৰতিভাশালী সাহিত্যিক আছিল। তেওঁ তেওঁৰ বঙালী ভাষাত সুন্দৰ কবিতা-পুথি এৰি গৈছে। ছাৰ আশুতোষ চৌধুৰী এজন সাহিত্যিক পুৰুষ আছিল। এই কেউজন মহাপুৰুষৰ বিয়োগত আমি অসমীয়া জাতিয়েও দুখ পাইছোঁ। আমি কায়মনোবাক্যে এই মহাপুৰুষসকলৰ বৈকুণ্ঠত বাস হবলৈ ভগৱন্ত পুৰুষক খাটোঁ আৰু আমাৰ সমবেদনা এওঁসকলৰ সন্তপ্ত পৰিয়াললৈ জনালো!

আমাৰ অসমতো এই বছৰৰ ভিতৰত (১) ৰায় বাহাদুৰ বেথাৰাম শৰ্ম্মা (২) গোপাল ভূঞা (৩) সিংহদত্ত দেৱ অধিকাৰী (৪) গোপালকৃষ্ণ দে এই চাৰিজন লেখৰ মানুহ ঢুকাল। গোপাল ভূঞা সুন্দৰ মৌলিক কবিতা লিখিব পৰা সাহিত্যিক আছিল। সিংহদত্ত দেৱ অধিকাৰীও এজন ভাল সাহিত্যিক আছিল আৰু অৰ্থা কাকত ভালকৈ চলাবলৈ চেষ্টাত আছিল। গোপালকৃষ্ণ দেৰ পিতৃ যদিও আগৰ শ্ৰীহট্টৰ কায়স্থ মানুহ তথাপি গোপালকৃষ্ণ দে গুৱাহাটীতে উপজিছিল, গুৱাহাটীতে ডাঙৰ হৈছিল আৰু মোৰ সহপাঠী আছিল। তেওঁ অসমীয়া ভাষাক সৰুৰে পৰা নিজৰ ভাষা বুলি লৈছিল। কলিকতাৰ পৰা পঢ়িশুনি যেতিয়া আহি আমি প্ৰথমতে গুৱাহাটীত ভ্ৰমৰঙ্গৰ অভিনয় পাতোঁ—আজি ৩৬ বছৰৰ কথা—গোপালকৃষ্ণই থিয়েটাৰত কলিমন এজনৰ ভাও লৈ মানুহক কেনেকুৱা যে মোহিত কৰিছিল তাক এতিয়াও পাহৰিব নোৱাৰোঁ। তাৰ পিচত যেতিয়া আমি নাটৰ অভাবত মূল মহাভাৰতৰ পৰা ঘটনা লৈ নাট লিখিবলগীয়া হওঁ, তেতিয়া ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা বি এল, বৰ্ত্তমান ডিৰেক্টৰ অব এগ্ৰিকালচাৰ, গোপালকৃষ্ণ দে আৰু এই অভাজন তিনিউ মিলি, অঙ্ক গৰ্ভাঙ্কবিলাক একেলগে এদিন বহি আলোচনা কৰি লৈ, পিচত আমি তিনিউ গাইপতি ভগাই লৈ সাবিত্ৰী-সত্যবান নাট সাত দিনত লিখিছিলোঁ আৰু আন আনসকলৰ লগত অভিনয়ো কৰিছিলোঁ। গোপালকৃষ্ণ দেই ভোজনানন্দৰ ভাওটো লৈ মানুহক হঁহুৱাই পেটৰ নাড়ী ছিগাইছিল। এই তিনিজন সাহিত্যিকৰ বিয়োগত আৰু ৰায়বাহাদুৰ বেথাৰাম শৰ্ম্মাৰ বিয়োগত আমি সভাই শোক প্ৰকাশ কৰিলোঁ আৰু এখেতসকলৰ আত্মাই যাতে সদ্গতি লভে তাৰ বাবে ঈশ্বৰত প্ৰাৰ্থনা জনালো আৰু আমাৰ সমবেদনা তেওঁবিলাকৰ সন্তপ্ত পৰিয়ালবৰ্গলৈ আগবঢ়ালোঁ।

আমাৰ আজিৰ এই সম্মিলনখন হৈছে অসম সাহিত্য-সভাৰ। আমি ইয়াত সাহিত্যৰ বিষয়ে চৰ্চ্চা কৰিবলৈ নানা ঠাইৰ পৰা আহি গোট খাইছোঁ। সাহিত্য চৰ্চ্চা কৰিবলৈ গলে পোনপ্ৰথমে ভাষা বস্তুটো কি তাক জানিব লাগিব। ভাষা বোলা বস্তুটো হৈছে কোনো এক দেশৰ বা জাতিৰ এজন মানুহে আন এজনক নিজৰ মনৰ ভাব বাক্যৰ দ্বাৰা জনোৱা বা প্ৰকাশ কৰা। এই মনৰ ভাব কথাৰে বা মাতেৰে শুনায়ো প্ৰকাশ কৰা হয় আৰু আখৰেৰে কাকত, গছৰ পাত, গছৰ বাকলি, ফলি, চিলঠ, শিল, কাঠ এইবিলাকত লিখিও প্ৰকাশ কৰা হয়। কেৱল মাতেৰে ইটোৱে সিটোক মনৰ ভাবটো, মনৰ কথাটো, প্ৰকাশ কৰি থব পৰা মাতক দোৱান বোলে। মাতেৰেও বুজোৱা আৰু তাৰ লগতে লিখাৰ দ্বাৰায়ো বুজাব পৰা বা প্ৰকাশ কৰিব পৰা বাক্যবিনাসক ভাষা বোলে। যি ভাষা ব্যাকৰণৰ দ্বাৰাই নিয়ন্ত্ৰিত, আৰু যি লিখিত ভাষা সুশ্ৰাব্য, চিত্তাকৰ্ষক, আনন্দদায়ক

আৰু পঢ়োতাৰ মনত যি বিষয় লিখা যায় সেই বিষয়ৰ ওথ জ্ঞান, ওথ কল্পনা, ওথ ভাব, ওথ আহিদায়ক, সেই ভাষাই সাহিত্যিক ভাষা।

সাহিত্য নানা বিধৰ, নানা বিষয়ৰ হব পাৰে ; যেনে—ধৰ্ম্ম সাহিত্য, পদ্য সাহিত্য, সঙ্গীত সাহিত্য ইত্যাদি। সহিত শব্দৰ লগত ষ্ণ্য প্ৰত্যয় কৰি হৈছে সাহিত্য। সহিত মানে একেলগে। মাৰোৱাৰী ভাষাত কিন্তু সহিত মানে হেনো মউ। দৰাচলতে এই সাহিত্যৰূপী ফলটো মধুৰবো সুমধুৰ, মৌৰ দৰে মিঠা। সাহিত্যই মনত আনন্দ জন্মাব পাৰে। দুঃখময় জীৱনকো সুখী কৰিব পাৰে। শুকান মৰুভূমিতো ফলে-ফুলে সুশোভিত গছ জন্মাব পাৰে। শূন্য মনতো প্ৰকৃতিৰ মনোহৰ সৌন্দৰ্য্যৰাশি পেলাই দি মনক ভাৱময়, কল্পনাময় কৰি তুলিব পাৰে। ভক্তিহীন মনক ঈশ্বৰলৈ প্ৰগাঢ় ভক্তিযুক্ত কৰিব পাৰে। সাহিত্যই আন্ধাৰত লুকাই থকা বহুমূলীয়া তথ্যবিলাকক পোহৰলৈ আনি আমাৰ জ্ঞান বৃদ্ধি কৰিব পাৰে। কৰ্ত্তব্য নিষ্ঠাৰ আহি দেখুৱাই সাহিত্যই আমাৰ জীৱনকো কৰ্ম্মময় কৰিব পাৰে। মুঠতে সাহিত্যই কৰ্ম্ম, ভক্তি, জ্ঞান, এই সমস্ত আমাক দি আমাৰ জীৱনক সৌন্দৰ্য্যময় কৰি তুলিব পাৰে। এই সাহিত্যৰ গুণ মোৰ নিচিনা অভাজনৰ বৰ্ণাই এটাবৰ সাধ্য নাই। সাহিত্য নানা বিধৰ, নানা বিষয়ক। সেই দেখি কোনো এক জীৱনত সকলো বিষয়ৰ সাহিত্য সেৱা কৰি ওৰ কৰিব নোৱাৰি। জাতীয় চৰিত্ৰ, জাতীয় উন্নতি, জাতীয় আহি এই সমস্তৰে ওপৰত সেই জাতিৰ সাহিত্য নিৰ্ভৰ কৰে। যি জাতি যিমান উন্নত, সেই জাতিৰ ভাষা আৰু সাহিত্যও সিমান উন্নত। যি জাতিৰ ভাষা কেৱল দোৱানৰ অৱস্থাতে থাকে, যি জাতিয়ে নিজৰ মাতটো লিখি থব নাজানে, সেই জাতি সিমান তলত, সিমান অজ্ঞান আন্ধাৰত। সুখৰ বিষয় আমাৰ এই অসমীয়া ভাষাটো হেৰ সিদিনাখনৰ ভাষা নহয়। ইয়াৰ গুৰিডাল বৰ শকত লো বা নাহৰৰ সাৰৰ দৰে। ইয়াৰ ভেটিটো আৰ্য্যসকলৰ সংস্কৃত ভাষাৰ ওপৰত স্থিত। ই আগৰে পৰা অন্ততঃ খৃষ্টীয় ষষ্ঠ সপ্তম শতিকাৰে পৰা সাহিত্যিক ভাষা। ভেটি শকত নোহোৱা হলে—এই ক্ষুদ্ৰ অসমত কত যে ৰাজবিপ্লব সমাজবিপ্লব হ'ল, তথাপি এই ভাষা আজিলৈকে জীয়াই আছে।

এই দেশত, বুৰঞ্জীৰ আদিৰে পৰা যতবিলাক জাতিয়ে ৰাজত্ব কৰিছিল আৰু যতবিলাক ভিন ভিন জাতি আহি এই দেশত বাস কৰি এই দেশৰ আচাৰ-নীতি লৈছিল, সেই সকলোবোৰৰে প্ৰভাৱ এই অসমীয়া ভাষাত অলপ নহয় অলপ ৰৈ গৈছে ; কিয়নো ভাষা বস্তুটোৱেই হৈছে "এক দেশৰ মানুহে ব্যৱহাৰ কৰা মাত"। বুৰঞ্জীৰ আদিৰে পৰা আমাৰ এই অসম প্ৰদেশখানো প্ৰথমতে দ্ৰাবিড়ী জাতিৰ বাসস্থান আছিল বুলি প্ৰত্নতাত্ত্বিকসকলে কয়। মহাভাৰতৰ আগৰ কালচোথৰত ইয়াত নিবাতকবচ দানব ইত্যাদি নামৰ দ্ৰাবিড়ীসকলে ৰাজত্ব কৰিছিল। আৰ্য্য জাতিটো আমাৰ ভাৰতৰ দুয়ো মূৰেদি সোমাইছিল। সেই কালত ভাৰতবৰ্ষৰ আন আন ঠাইত আৰ্য্যৰে আৰু দ্ৰাবিড়ীৰে যেনেকুৱা সংঘৰ্ষ হৈছিল, অসমতো সেইদৰে আৰ্য্য-দেৱে সৈতে দ্ৰাবিড়ী-অসুৰৰ যুদ্ধ বিগ্ৰহ হৈছিল। আৰ্য্যসকলে দ্ৰাবিড়ীসকলক যুঁজত ঘটুৱাই সিঁহতক পৰ্ব্বতে-অৰণ্যে খেদি দিছিল। দ্ৰাবিড়ীসকলেও সেইদৰে ছেগ চাই চাই সুবিধা লই আৰ্য্যৰ বৈদিক ক্ৰিয়া যাগ-যজ্ঞাদি মাজে মাজে নষ্ট কৰিছিল। শেহত আৰ্য্যসকলে এই পৰাজিত

দ্ৰাবিড়ীসকলৰ অনেককে নিজৰ ধৰ্ম্ম আৰু সভ্যতা দান কৰি আৰ্য্য সমাজত ভুক্ত কৰিও লৈছিল ; কিয়নো সেই কালত আৰ্য্যৰ জাতীয়তা, হিন্দুৰ ধৰম ইমান সঙ্কীৰ্ণ নাছিল। আজিকালি অনেক প্ৰত্নতাত্বিকে কয় যে সেই কালৰ কৱচ বোলা জাতিটোৱেই আজি-কালিৰ আমাৰ কোচ জাতিটো। বেদৰ কালত দ্ৰাবিড়ীবিলাকেই যেনো পানী নামে আখ্যাত আছিল। প্ৰত্নতাত্বিক সকলে ইয়াকো কয় যে এই পানী জাতিটোৱেই বৰ্ত্তমান কোচসকলৰ উপৰিপুৰুষ আছিল। য়ুৰোপীয় বুৰঞ্জীবিলাকত উল্লিখিত আগৰ সেই ফিনিচিয়ান্ জাতিটো—যি ফিনিচিয়ানে একালত পালৰ জাহাজেৰে সমুদ্ৰত যাতায়াত কৰি য়ুৰোপ, আফ্ৰিকা, এছিয়া এই তিনিওখান মহাদেশতে বেপাৰ-বণিজ কৰি ফুৰাৰ লগে লগে মাজে মাজে আন জাতিসকলেৰে সৈতে যুঁজ-বিগ্ৰহো কৰি ফুৰিছিল—সেই ফিনিছিয়ান্‌বিলাকেই বেদৰ কালৰ পানী জাতি।

নিবাত, কৱচ, দানব এই জাতীয় ৰজাসকলৰ পিচত, আমি অসমত অসুৰ বংশীয় ৰজাসকলে ৰাজত্ব কৰা কথা পাওঁ। এই অসুৰ বংশীয় ৰজাসকলৰ কেৱে কেৱে আৰ্য্য আৰু দ্ৰাবিড়ীৰ সংযোগৰ পৰা উদ্ভব হৈছিল আৰু কেৱে কেৱে পূৱ আৰু উত্তৰ ফালৰ পৰা আহি অসমত সোমোৱা মঙ্গলীয়ানো আছিল। এই আৰ্য্য আৰু অসুৰ বংশীয় মানুহ-সকল অসমলৈ দুয়ো মূৰেদি অৰ্থাৎ পচিমফালৰ পৰা আৰু পৰশুৰাম কুণ্ড পাট্‌কাই ইত্যাদি পূৱ ফালৰ পৰাও অসম সোমাইছিল। আমাৰ বন্ধু ৰায় বাহাদুৰ পুলিচ চুপাৰিন্‌টেণ্ডেণ্ট শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালাদেৱে বঢ়িয়াকৈ দেখুৱাইছে যে অসমলৈ আৰ্য্য পূৱ মূৰেদিও সোমাইছিল। মই এই কথা বিশ্বাস কৰোঁ। মই অসমৰ প্ৰত্যেকখান নগৰ আৰু মহকুমাতে কাম কৰিছিলোঁ আৰু মই প্ৰত্যেকখান নগৰ আৰু মহকুমাকে দেখিছো। যিবা শদিয়াখন বাকী আছিল, তাকো পেন্সন্ লবৰে পৰা মাজে মাজে দেখি আছোঁ আৰু তীৰ্থ কৰিবলৈ বুলি গৈ পৰশুৰাম কুণ্ডলৈকে এই ঠাইডোখৰো দেখিছোঁ। উত্তৰ লক্ষীমপুৰ খণ্ডৰ ঢকুৱাখানাৰে পৰা শদিয়া অঞ্চলৰ পৰশুৰামকুণ্ডলৈকে উত্তৰ খণ্ডত কাঠনিবিলাকৰ মাজে মাজে ইমান পুৰণি ধ্বংসাৱশেষ—যেনে পুখুৰী, ইটাৰ গড়, ৰাজগড় আলি, তামৰ মন্দিৰ আছে যে সেই-বিলাক দেখিলে কেৱে নকৈ নোৱাৰিব যে এইবিলাক আৰ্য্যসকলৰ পুৰণি কীৰ্ত্তি। আহোম ৰজাসকলে শদিয়া অঞ্চলতো দুই চাইটা পুখুৰী খনাইছিল হয়, কিন্তু ৰাজগড় আলি, ৰুক্মিণী নগৰৰ ধ্বংসাবশেষ, তাম্ৰেশ্বৰীৰ মন্দিৰ, অনেক পুখুৰী, আহোমৰ ৰাজত্বৰ, আন কি চুতীয়া ৰাজত্বৰো আগৰে পৰা থকা কথাটো সকলোৱে জানে। এইবিলাক কৰ পৰা হ'ল ? মিচ্‌মি, আবৰ, মিৰি, এইসকলৰ ওচৰত আৰ্য্য জাতিৰ ধ্বংসাৱশেষ কেনেকৈ হ'ল, যদি একালত এইবোৰ ঠাইত প্ৰবল পৰাক্ৰমী আৰ্য্য বা অসুৰবংশীয় ৰজা নেথাকিলহেতেন ? বেদজ্ঞ ব্ৰাহ্মণ এইবিলাক ঠাইত নথকা হলে, ৰুক্মিণী আইদেৱেনো দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ ওচৰলৈ বাতৰি পঠাবলৈ বেদনিধিক কৰ পৰা পালেহেতেন ?

অসুৰবংশীয় ৰজাসকলৰ ভিতৰত নৰক দুৰ্ঘোৰ অত্যাচাৰী হৈ, ১৬০০০ যোল হাজাৰ আৰ্য্য ৰমণীক বন্দিনী কৰি ৰখাৰ বাবে আৰু আন কি কামাখ্যা দেৱীকো বিবাহ কৰিব খোজা অহঙ্কাৰত, সাধুৰ পৰিত্ৰাণকৰ্ত্তা, দুষ্কৰ্ম্মকাৰীসকলক বিনাশ কৰোঁতা ধৰ্ম্মসংস্থাপক প্ৰভু শ্ৰীকৃষ্ণে লগত গুজৰাটী, মহাৰাষ্ট্ৰী, হিন্দুস্থানী মানুহ লৈ আহি, নৰকে সৈতে যুঁজি, নৰকক নিধন কৰি,

বন্দিনী কন্যাসকলৰ উদ্ধাৰ কৰি নিয়াৰ লগে লগে নৰকৰ পুত্ৰ ভগদত্তক আমাৰ এই প্ৰাগ্‌জ্যোতিষপুৰত ৰজা পাতি থৈ যায় আৰু সম্ভবতঃ তাৰ লগে লগে অসমত আৰ্য্য বসতিকো দৃঢ়তৰ কৰি থৈ গল। তেওঁৰ লগৰ গুজৰাটী, মহাৰাষ্ট্ৰী হিন্দুস্থানী বণুৱাৰ ভিতৰত কেতিথিনি সম্ভবতঃ ৰৈ গল। পৰশুৰামেও মাতৃহত্যা পাপ স্খলন কৰিবলৈ, মোৰ বোধেৰে অকলৈ অসমলৈ অহা নাছিল। লগত ক্ষত্ৰিয়, ব্ৰাহ্মণ, ইত্যাদি যুঁজাৰুও আনিছিল। মই পৰশুৰাম কুণ্ডলৈ যাওঁতে মিচ্‌মিবিলাকক এইখান তীৰ্থৰ পাণ্ডা যেন পাই আৰু সিহঁতৰ টনটনীয়া নাক আৰু মুখৰ গঢ় দেখি মনতে এটা অনুমান কৰিছিলোঁ। যে মিচ্‌মিহঁত অনেকেই কিজানি সেই পৰশুৰামৰ লগত অহা মিশ্ৰ বামুণ আৰু মিশ্ৰ ক্ষত্ৰিয় আছিল; পিচত কালক্ৰমে হিন্দুৰ সংসৰ্গৰ পৰা আঁতৰি আৰু ওচৰৰ পৰ্ব্বতীয়া জাতিৰ লগত মিহলি হৈ, সিহঁতৰ ছোৱালী বিয়া কৰাই, নিজৰ সভ্যতা পাহৰি, আজিকালি এইলেখীয়া হৈ পৰিছে। মই এনেকুৱা কথা এটা আজি তিনি বছৰৰ আগেয়ে মনতে অনুমানহে কৰিছিলোঁ কিন্তু কি আচৰিত আজি বছৰেক হল, এজন নামজ্বলা বঙালী প্ৰত্নতাত্ত্বিকৰ ইংৰাজী ভাষাত লিখা Ancient Social History of Kamrup অৰ্থাৎ কামৰূপৰ পুৰণি সামাজিক বুৰঞ্জী বোলা পুথিখান পঢ়ি পালোঁ যে মোৰ অনুমান ভুল নহয়। মিচমিবিলাক হেনো আগৰ বামুণ আৰু ক্ষত্ৰিয় জাতিহে। এতিয়াও হেনো দিগাৰু খেল মিচমিৰ ভিতৰত কৃষ্ণসাৰ পহুৰ চামৰাৰে উত্তৰী পিন্ধি মিচ্‌মিৰ ভিতৰতে পুৰোহিতালি কৰা মিচমি কেঘৰমান আছে। মোৰ তাহানিথন সহপাঠী বন্ধু শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতি ডাঙৰীয়াই তেওঁৰ "পুৰণি অসমত ভুমুকি", এই নামৰ পুথিখানত বঢ়িয়াকৈ প্ৰমাণ আৰু যুক্তিৰ দ্বাৰাই দেখুৱাইছে যে আমাৰ অসমেই পুৰাণৰ কালৰ সেই স্বৰ্গপুৰী। সকলো অসমীয়ায়ে বিশেষকৈ সাহিত্যিকসকলে তেওঁৰ এই পুথিখান মন দি পঢ়া উচিত। নৰকৰ শ্ৰীকৃষ্ণৰ হাতত নিধন হবৰে পৰা আৰু ইফালে বাণ ৰজাৰ পিচৰে পৰা মধ্য আৰু ভাটী অসমত অণ্ডত আৰ্য্য হিন্দু ৰজাৰ শাসন দেখিবলৈ পোৱা যায়।

ক্ষত্ৰিয় জিতাৰি আৰু পাল বংশৰ অধঃপতনৰ পিছত অসমত তিব্বত-বৰ্ম্মণ জাতিৰ, অৰ্থাৎ উজনিত চুতীয়াৰ, মাজ অসমত কছাৰীৰ, আৰু ভাটী অসমত কোচ মেচ, এইসকলৰ ৰাজত্ব হৈছিল। ইয়াৰ পিচত খৃষ্টীয় একাদশ শতিকাত আহোমসকলে আহি অসমত সোমায় আৰু চুতীয়া, কছাৰী এই দুই জাতিয়ে সৈতে প্ৰায় ৩০০ তিনিশ বছৰ কাল লেলপেলকৈ যুঁজি শেহত উজনি আৰু মধ্য অসম এই দুই জাতিৰ পৰা কাঢ়ি লয়। কোচে সৈতেও আহোমসকলে যুঁজিছিল; কিন্তু কোচক একেবাৰে পৰাস্ত কৰিব নোৱাৰিলেও, কোচ ৰাজ্যৰ এক অংশ, অৰ্থাৎ বৰ্ত্তমান কামৰূপ আৰু গুৱালপাৰাৰ কিছু অংশ, তেওঁলোকৰ শাসনৰ তলতীয়া কৰিছিল। আহোম শাসনৰ শেহ ডোখৰত, ঈশ্বৰৰ ইচ্ছামত আহোম ৰাজত্বৰ কাল উঠিবলগীয়া হোৱাত, আমাৰ এই অসমত মোৱামৰীয়া বিদ্ৰোহ, দন্দুৱা দ্ৰোহ, কলিতা ফুকনৰ বিদ্ৰোহ, মানৰ তিনিবাৰ অসম আক্ৰমণ হয়। এইবিলাক বিপ্লৱত পৰি অসম প্ৰায় ধ্বংসপ্ৰাপ্ত হৈছিল। আহোম ৰাজত্বৰ কালত ভাটীৰ ফালৰ পৰা মছলমানেও ১৮ ওঠৰবাৰ অসম আক্ৰমণ কৰিছিল।

এইদৰে ইমানবিলাক জাতিৰ উত্থান, পতন আৰু আক্ৰমণে অসমীয়া ভাষা আৰু সাহিত্যৰো ওপৰত যথেষ্ট সাঁচ পেলাই গৈছে। অসমীয়া জাতিৰ যি সময়ত যেনেকুৱা অৱস্থা

হৈছিল, অসমীয়া ভাষা আৰু সাহিত্যবো তেনেকুৱা গঢ় আৰু অৱস্থা হৈছিল। আগৰে পৰা নহলেও, মহাভাৰতৰ কালত শ্ৰীকৃষ্ণৰ লগত হিন্দুস্থান, গুজৰাট, মহাৰাষ্ট্ৰ আদি দেশৰ পৰা আৰ্য্য আহি অসমত বসতি কৰাৰ কাৰণেই আৰু তাৰ পিচৰ কালতো পচিম ভাৰতৰ পৰা কনৌজীয়া, পঞ্জাবী, নেপালী, বঙালী, উড়িয়া এইবিলাক জাতৰ মানুহ সময়ে সময়ে এই অসমলৈ আহি বসতি কৰি, শেহত অসমীয়া মানুহে সৈতে আদান-প্ৰদান বিবাহাদি কৰি অসমীয়া হোৱাৰ বাবেও, এইসকলৰ নিজা ভাষাবো সাঁচ অসমীয়া ভাষাত সোমাইছিল। এইবিলাক কাৰণতে খৃষ্টীয় সপ্তম শতিকাত চীন পৰিব্ৰাজক মহাত্মা হিয়েন চাঙে আহি অসমীয়া ভাষাক মধ্যভাৰতৰ আৰ্য্য ভাষাৰে সৈতে প্ৰায় মিল পাইছিল আৰু এই কাৰণেই অলপতে আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্যই "আসাম-হিতৈষী" বোলা পোন্ধৰ-দিনীয়া কাকতখনত লিখামতে অসমীয়া ভাষাৰ অনেক শব্দ আৰু বাক্যবিন্যাস মহাৰাষ্ট্ৰী ভাষাৰ লগত যে মিলেই, আনকি অসমীয়া মানুহৰ স্বভাব আৰু প্ৰকৃতিও মহাৰাষ্ট্ৰীসকলৰ দৰেই আৰু হেনো আমাৰ কলিতা জাতটো কিজানি ক্ষত্ৰিয় মহাৰাষ্ট্ৰী কলতা জাতৰে পৰা উদ্ভৱ। মহাত্মা হিয়েন চাঙে সেই কালৰ কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মা আৰু কামৰূপী প্ৰজাকো যে বিদ্যোৎসাহী স্মৃতিশক্তি-বিশিষ্ট পাইছিল, সেইটো একো আচৰিত নহয়। সেই কালত অসমীয়া মানুহ যেনেকুৱা হৃষ্টপুষ্ট আৰু বলিষ্ঠ আছিল সেইদৰে বিদ্বান, পণ্ডিত আৰু ধাৰ্ম্মিকো আছিল। সেই কালত কামৰূপ বিদ্যাচৰ্চ্চাৰ প্ৰধান কেন্দ্ৰস্থান আছিল; দৰ্শন, বিজ্ঞান, বেদ, বেদান্ত, সংহিতা, পুৰাণ এই সমস্তৰে আলোচনাৰ ঠাই আছিল; তন্ত্ৰ সাধনৰ, যোগ অভ্যাসৰ, তপস্যা আচৰণৰ কেন্দ্ৰস্থল আছিল। কামৰূপৰ কামাখ্যা দেৱীক সেৱা কৰিবলৈ হাজো, বশিষ্ঠ, বিশ্বনাথ, পৰশুৰাম কুণ্ড এইবিলাক তীৰ্থ দৰ্শন কৰিবলৈ, সেই কালতো পচিম ভাৰতৰ পৰা বিদ্বান, জ্ঞানী, পণ্ডিত, পুণ্যাত্মা মানুহসকল, হাত-ভৰি ভাঙি খোজ কাঢ়িয়েই বৰ্ত্তমান ৰাজগড় আলিয়ে অহা-যোৱা কৰিছিল। নীলকণ্ঠ কৃত দেৱদামোদৰ চৰিত্ৰত আছে—কেশৰী নামেৰে এজন ভাটীৰ পণ্ডিতে তীৰ্থ কৰিবলৈ লগত সাত গাড়ী পুথিয়ে সৈতে আহি তীৰ্থাদি কৰি শেহত নলচা গ্ৰামতে টোল পাতি ব্ৰাহ্মণ আৰু কায়স্থ ছাত্ৰসকলক সংস্কৃত শিক্ষা দিছিল। এইবিলাক কাৰণতে অসমীয়া ভাষাটো সেই কালতে এটা উন্নত সাহিত্যিক ভাষা আছিল আৰু অসমীয়া জাতিটো উন্নতিশীল জাতি আছিল। এতিয়াৰ দৰে কাণীয়া নাছিল। কাণি এটা কি বস্তু সেই কালত অসমীয়া মানুহে নাজানিছিল।

ৰেভাৰেণ্ড ব্ৰাউন চাহাবে তেওঁৰ ব্যাকৰণত লিখিছে যে অসমীয়া ভাষাটোত শতকৰা অকা ভাষাৰ ৭টা, বৰ্মিজ ভাষাৰ ৫টা, খামতিৰ ১টা, আবৰৰ ১টা, মিচমিৰ ১৩টা শব্দ আছে। বাকী ৭৩টা শব্দ সংস্কৃত-মূলক। মোৰ বোধেৰে এই বাকী ৭৩টাৰ ভিতৰত আহোমৰ অতি কমেও ৫টা, ফাৰ্চি, আৰবী, উৰ্দ্দুৰ ৫টা, কছাৰীৰ ৮টা শব্দ আছে। থাকিবৰে কথা। অসমত এই সমস্ত জাতিয়েই কালে কালে অলপ অচৰপ প্ৰভাৱ পেলাই আহিছে। পচিম ভাৰতৰ পৰা আৰ্য্য জাতিৰ হিন্দুস্থানী, গুজৰাটী, কনৌজীয়া, উড়িয়া, মহাৰাষ্ট্ৰী মানুহ আহি যেনেকৈ অসমীয়া হৈছিল, সেইদৰে অসমৰ ই তিনি ফালৰ পৰাও আমাৰ আহোম ভ্ৰাতৃসকল, তিব্বত-বৰ্ম্মন জাতিসকল, আন কি অনেক চিংফৌ, খামতি,

মৰাণ, মিৰি, মিচ্‌মি, মিকিৰ, ডফলা, নাগা, গাৰো ইত্যাদি জাতৰ মানুহেও হিন্দু ধৰ্ম্ম লৈ, অসমীয়া ভাষা লৈ, অসমীয়া হৈ গৈছে। আজি-কালিও আমাৰ ওচৰ-চুবুৰীয়া মিৰি-সকল, খামতিসকল, ভৈয়ামত আহি বসতি কৰা কিছুমান নগা, ডফলা, গাৰো, মিচ্‌মি এই সমস্তই আমাৰ বুকৰ বান্ধ অসমীয়াহে।

আগৰ পৰা নহলেও মহাত্মা হিয়েনচাঙৰ দিনৰে পৰা যে আমাৰ এই অসমীয়া ভাষাটো এটা সাহিত্যিক ভাষা আছিল ইয়াৰ প্ৰমাণ ডাকৰ বচন, দীপিকাছন্দ এই দুই পুথিত পোৱা যায়। মধ্য অসমত কছাৰী ৰজাৰ ৰাজত্ব কালত, খৃষ্টীয় পঞ্চদশ শতিকাত বৰাহী মহামাণিক্য ৰজাৰ অনুৰোধত মাধৱকন্দলিয়ে সাতোকাণ্ড ৰামায়ণ মূল সংস্কৃতৰ পৰা অসমীয়া ভাষালৈ ভাঙিছিল। মাধৱকন্দলিয়ে ৰামায়ণৰ শেষ কাণ্ডত এই কথা এইদৰে লিখিছে :—

কবিৰাজ কন্দলি যে— আমাকেসে বুলিকয়
কহিলোঁহো সৰ্ব্বজন বোধে
ৰামায়ণ সুপয়াৰ— শ্ৰীমহামাণিকে যে
বৰাহ ৰজাৰ অনুৰোধে
সাতকাণ্ড ৰামায়ণ— পদে বন্ধে নিবন্ধিলোঁ।
লম্ভা পৰিহৰি সাৰোদ্ধৃতে।

ইয়াৰ পিচত দিগ্বিজয়ী আহোমসকলে অসম এফালৰ পৰা দখল কৰিছিল। আহোম-সকলৰ নিজা কথিত আৰু লিখিত ভাষা আছিল। কিন্তু ৰাজকাৰ্য্য সুচাৰুৰূপে চলাবলৈ প্ৰজাবৃন্দে যি ভাষা ব্যৱহাৰ কৰে তাকেহে নিজা কৰি লৈছিল। দেশ-বিদেশলৈ আহোম ৰজাসকলে অসমীয়া ভাষাত চিঠিপত্ৰ পঠাইছিল। বুৰঞ্জীবিলাক অসমীয়া ভাষাৰে লিখাইছিল। এইদৰে আহোম ৰজাসকলে অসমীয়া ভাষাৰ নথৈ উপকাৰ আৰু উন্নতি সাধিছিল।

ইয়াৰ পিচত ষোড়শ খৃষ্টাব্দত প্ৰভু শঙ্কৰদেৱ তেওঁৰ পাৰিষদবৰ্গৰে সৈতে অসমত অৱতাৰ হৈ পৰম পৱিত্ৰ, প্ৰেমময়, ভক্তিময়, জ্ঞানময়, কৰ্ম্মময় বৈষ্ণৱ ধৰ্ম্মৰ সোঁত অসমত বোৱাইছিল। প্ৰভুৱে বেদ, বেদান্ত, গীতা, ভাগৱত ইত্যাদি শাস্ত্ৰ অধ্যয়ন কৰি, তীৰ্থাদি ভ্ৰমণ কৰি, ৰাজ্যভোগ সুখক অৰ্থাৎ নিজৰ ভূঞালি বিষয়কো জলাঞ্জলি দি, এক কৃষ্ণ প্ৰেমত মগ্ন হল। কৃষ্ণপ্ৰেমৰূপ অমৃতৰ নদীতে তেওঁ অৱগাহন কৰি, কৃষ্ণপ্ৰেম ৰস সুধা পান কৰি নিজে আপ্লুত হৈ প্ৰভুৱে বুজিছিল যে এই প্ৰেমসুধা, তান্ত্ৰিকসকলৰ সুধাৰ দৰে গুপুতে ৰাখি নিজে আপোনপেটীয়া হৈ ভুঞ্জাতকৈ গোটেইখান জগতকে বিলাই দিব লাগে, কিয়নো হৰিভক্তিৰূপ প্ৰেমসুধা অক্ষয়, অব্যয়। ই বিতৰণত বাঢ়েহে, নুটুটে। জগতবাসীয়ে থাব পৰাকৈ প্ৰভুৱে বৈকুণ্ঠৰ এই প্ৰেম-নদীৰ পাৰ ভাঙি দিলে। মহাপুৰুষ মাধৱদেৱে এই বিষয়ে কেনে সুন্দৰকৈ বৰ্ণাইছে চাওক :—

হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
প্ৰেম-অমৃতৰ নদী। বহে ব্ৰহ্মাণ্ডক ভেদি॥

গোৱিন্দৰ প্ৰেম অমৃতৰ নদী
বহে বৈকুণ্ঠৰ পৰা।
চাৰি পুৰুষাৰ্থ তাহাৰ নিজৰা
হৰিনাম মুলধাৰা॥

হৰি ভক্তি দান দিয়া জগতক
তাৰিলা সংসাৰ সিন্ধু।
হেনয় কৃপালু শঙ্কৰ বিনাই
নাহি নাহি আৰ বন্ধু॥

প্ৰভু শঙ্কৰদেৱে হৰিভক্তিৰূপ অমৃতৰ নৈখানি সেই কালৰে পৰা এতিয়ালৈকে অসমীয়া ভাষা স্বৰূপ ধাৰাটোৰেদিহে বোৱাইছে। প্ৰভুৱে আৰু মহাপুৰুষসকলে বঢ়িয়াকৈ বুজিছিল যে ৰাইজৰ মাজত, সৰ্ব্বসাধাৰণৰ মাজত, গোৱিন্দৰ প্ৰেম ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ হলে কঠিন সংস্কৃত ভাষাত লিখা ভাগৱত, গীতা, ৰামায়ণ, মহাভাৰত এই সমস্ত শাস্ত্ৰকে সহজ অসমীয়া ভাষালৈ গদ্যে-পদ্যে ভাঙিব লাগিব; গীত, বাগ, পদ গাই বজাই মানুহক কৃষ্ণপ্ৰেমত মুগ্ধ কৰিব লাগিব। প্ৰভু শ্ৰীকৃষ্ণৰ লীলাবিলাক অঙ্কীয়া নাটেৰে অভিনয় কৰি মানুহক দেখুৱাব লাগিব। যেই প্ৰভুৰ মনত এই বিচাৰ ধাৰণা হল, সেই প্ৰভুৱে নিজেও আৰু তেওঁৰ লগৰ মহাপুৰুষ আৰু বৈষ্ণৱ কবিসকলেও সহজ অসমীয়া ভাষাত পদ্যেৰে পুথি ৰচনা কৰাত, মুল সংস্কৃতৰ পৰা সহজ অসমীয়ালৈ পুথি ভাঙি উলিওৱা কাৰ্য্যত, অঙ্কীয়া নাট লিখাত লাগি গল। এইদৰে ষোড়শ শতিকাত অসমত বৈষ্ণৱ ধৰ্ম্ম সংস্থাপিত হোৱাৰ লগে লগে অসমীয়া ভাষাত গীতা, ভাগৱত, মহাভাৰত, বৰগীত, হেজাৰী ঘোষা বা নামঘোষা, নাট এই সকলোবোৰ ৰচিত হল। ৰাইজে লগ লাগি তাল বজাই হাতেৰে চাপৰি বজাই হৰিৰ নাম গাবলৈ শিকিলে। তিথিয়ে পৰ্ব্বে অসমত ভাৱনাৰ উৎসৱ হবলৈ ধৰিলে। কোন জনাই কি কি পুথি ৰচিছিল আৰু বৰ্ত্তমানৰ অসমীয়া সাহিত্যিকসকলৰ আৰু তেওঁলোকৰ সাহিত্যৰ কামৰ এটা তালিকা পৰিশিষ্টত দিয়া হল। এই তালিকা যে সম্পূৰ্ণ আৰু নিৰ্ভুল আৰু তাত যে দুই চাৰিজন সাহিত্যিকৰ নাম বৈ যোৱা নাই, এই কথা এই অভাজনে ডাঠি কব নোৱাৰে। ভুল-ভ্ৰান্তি থাকিলে ৰাইজে শুধৰাই লব। এই অভাজনে চমুকৈ ইমানকে কব পাৰে যে প্ৰভু শঙ্কৰদেৱে কীৰ্ত্তন, দশম এই দুখনত বাজেও সোতৰ ওঠৰখান পদ পুথি, বাৰখান অঙ্কীয়া নাট লিখি গৈছে। মহাপুৰুষ গুৰুৱে হেজাৰী ঘোষা, বৰগীতৰ কিছুমান, এঘাৰখান আন আন পদপুথি আৰু ছয়খান অঙ্কীয়া নাট আমালৈ থৈ গৈছে। এই অনুক্ৰমে ৰামসৰস্বতী, অনন্তকন্দলি, শ্ৰীধৰকন্দলি, চন্দ্ৰভাৰতী, পুৰুষোত্তম আৰু আন আন কবিসকলেও বিস্তৰ পুথি লিখি থৈ গৈছে। এই শঙ্কৰী যুগত অসমীয়া গদ্য সাহিত্যবো সৃষ্টি হৈছিল। এফালে আহোম ৰজাসকলে গদ্যত অন্য অন্য ৰাজ্যলৈ কটকীৰ মাৰফতে চিঠি পত্ৰাদি দিছিল, গদ্যত বুৰঞ্জী লিখাইছিল, আন ফালে দামোদৰৰ প্ৰধান মহন্ত ভট্টদেৱে কথা-ভাগৱত ৰচি অপূৰ্ব্ব গদ্য সাহিত্য আমাক দি গৈছে। প্ৰভু শঙ্কৰদেৱ, মহাপুৰুষ মাধৱদেৱ, প্ৰভু দামোদৰদেৱ, প্ৰভু হৰিদেৱ এইসকলৰ তিৰোভাৱৰ পিচতো অসমীয়া সাহিত্যিকসকলে চাৰিওজন অৱতাৰী পুৰুষৰ আৰু গোপাল আতা, শ্ৰীৰাম আতা, এইসকলৰো চৰিত্ৰ পুথি পদত ৰচনা কৰি গল। আহোম ৰজাৰ আদেশত সাগৰখৰিয়ে অশ্বনিদান, আন এজনে হস্তীবিদ্যাৰ্ণৱ, বকুল কায়স্থই লীলাৱতী অঙ্কৰ পুথি, মধুসুদন মিশ্ৰই মাৰ্কণ্ডেয় চণ্ডী, ব্ৰজনাথে কালিকা পুৰাণ ইত্যাদি পুথি লিখিছিল। পৰিশিষ্টত এই অভাজনে দিয়া তালিকাত বাজেও

আৰু যে কত পুথি আছিল তাক কেনেকৈ কম! মান মৰাণৰ উৎপাতত অনেক পুথি যে হেৰোৱা নাই তাকে বা কোনে ডাঠি কব পাৰে? এইদৰে অন্ততঃ পঞ্চদশ শতিকাৰে পৰা অষ্টাদশ শতিকাৰ মোৱামৰীয়াৰ বিদ্ৰোহৰ সময়লৈকে অসমীয়াৰ জয়জয় ময়ময় অৱস্থাৰ লগে লগে অসমীয়া সাহিত্যৰো এনেকুৱা উন্নতি হৈছিল আৰু অসমীয়া মাত্ৰৰে নিজ ভাষা সাহিত্য আৰু বৈষ্ণৱ ধৰ্মত এনেকুৱা ৰাপ হৈছিল যে ৰজা, জমিদাৰ, সন্ত, মহন্ত প্ৰায় সকলোৱেই যেয়ে পাৰিছিল, যাৰে একেবাও কবিত্ব শক্তি আছিল, সেয়ে অসমীয়া পদত ধৰ্ম্ম পুথি, নাট আদি লিখি থৈ গৈছে। গুৱালপাৰাৰ দুই এঘৰ জমিদাৰৰ পূৰ্ব্বপুৰুষ দুই এজনেও লিখা অসমীয়া পুথি হেনো এতিয়াও কোচবিহাৰৰ ৰাজ পুথিৰ ভঁড়ালত আছে। অসমীয়া ভাষা আৰু সাহিত্য, কোচ ৰজাসকলৰ ওচৰতো কম ধৰুৱা নহয়। নৰনাৰায়ণ ৰজাই আমাৰ অসমৰ মহাপুৰুষসকলক, প্ৰভুসকলক আশ্ৰয় নিদিয়া হলে বৈষ্ণৱ ধৰ্ম্মেও ইমান গা কৰিব নোৱাৰিলেহেঁতেন আৰু অসমীয়া সাহিত্যৰো ইমান উন্নতি কিজানি নহলহেঁতেন। কোচবিহাৰৰ মহাৰাজা নৰনাৰায়ণ এজন আদৰ্শ পুৰুষ, আদৰ্শ ৰজা, আদৰ্শ পণ্ডিত আছিল। তেখেতেই আদেশ কৰি ৰামসৰস্বতীৰ হতুৱাই মূল সংস্কৃতৰ পৰা অসমীয়ালৈ অষ্টাদশ পৰ্ব্ব মহাভাৰত ভঙোৱায় আৰু তেওঁৰ উৎসাহ আৰু সহায়তেই অসমৰ অমূল্য ৰত্ন, ৰত্নমালা ব্যাকৰণো ৰচিত হয়। এই কালৰ অসমীয়াৰ অৱস্থাৰ বিষয়ে কাপ্তান ৱেল্‌স্ চাহাবে এইদৰে লিখি গৈছে :—

"Towards the latter end of 1700 A. D., Assam under the beneficient rule of the Ahom Rajahs, was a rich and prosperous valley with a happy contented people Great works of public utility were constructed, flourishing towns and villages existed, high embankments for roads and other purposes, magnificient tanks and plantations of various kinds were made and the entire country, especially Lakhimpur and Sibsagar, were designated "The garden of India" * * * It must have required an immense population to construct the gigantic works we still see. It is natural to suppose that during ages of peace, the population of a fertile valley like Assam would increase to an immense extent."

"১৭০০ খৃষ্টাব্দৰ শেহভোখৰত আহোম ৰজাসকলৰ সুশাসনৰ গুণত অসম উপত্যকাখান ধনী আৰু সকলো প্ৰকাৰে সন্তুষ্ট আৰু সুখী প্ৰজাৰে ভৰপূৰ আছিল। ৰজাঘৰে যাতে ৰাইজৰ সুবিধা হয়, সুচল হয়, এনেকুৱা কামবোৰ কৰিছিল। নগৰ আৰু গাঁওবোৰ উন্নতিশীল আছিল আৰু তাত সুখ-স্বচ্ছন্দতাই বিৰাজ কৰিছিল। আলিপদূলি, নৈৰ ধল বিলাকৰ পৰা ৰক্ষা কৰিবলৈ, আৰু আন আন উদ্দেশ্যকো আগত লৈ ঠায়ে ঠায়ে ওখ ওখ মঠাউৰিবিলাক নিৰ্ম্মিত হৈছিল। সুন্দৰ সুন্দৰ অথচ বৃহৎ পুখুৰীবিলাক খনা হৈছিল। নানা তৰহৰ গছ-গছনি ৰোপিত হৈছিল আৰু গোটেইখান দেশ, বিশেষকৈ বৰ্ত্তমানৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলা এই দুখান ঠাই সেই কালত ভাৰতবৰ্ষৰ উদ্যান নামেৰেহে প্ৰসিদ্ধ আছিল। ডাঙৰ ডাঙৰ পুখুৰী খানিবলৈ, মঠাউৰি বান্ধিবলৈ নিশ্চয় বিৰাট সংখ্যক প্ৰজাৰ আৱশ্যক হৈছিল। শান্তিৰ যুগত, শান্তিৰ ৰাজ্যত বাস কৰি, অসমৰ নিচিনা উৰ্ব্বৰা ঠাইত

যে জন সংখ্যা অতিপাতকৈ বৃদ্ধি হৈছিল এই কথা সহজে অনুমান কৰিব পাৰি।" এই কালত অসমীয়া বনুৱাৰে সংখ্যা ২,৮০,০০০ আছিল।

দেশৰ এনেকুৱা শ্ৰীবৃদ্ধিৰ লগে লগে অসমীয়া শিল্পৰো যথেষ্ট উন্নতি হৈছিল। যেনেকৈ এফালে বৈষ্ণৱ ধৰ্ম্ম সংস্থাপনৰ লগে লগে ঠায়ে ঠায়ে সত্ৰাদি নিৰ্ম্মাণ কৰিবলগীয়া হোৱাত, নামঘৰ, কীৰ্ত্তন ঘৰবিলাক ফুলাম চৌতি আৰু ফুলাম বেৰাৰে সাজিবলগীয়া হোৱাত, সূতাৰ, বাটৈ, ঘৰামি, মঠ-মন্দিৰ সাজিবলৈ ৰাজমিস্ত্ৰি, খনিকৰৰ দল সৃজিত হৈছিল, সেইদৰে আনফালে ৰাইজৰ মঙ্গল চিন্তোতা আহোম ৰজাসকলৰ ডৰিত অসমীয়া মানুহ প্ৰায় সকলো বিদ্যাতে সেই কালত সুনিপুণ আছিল। মুছলমানৰ ফটিয়া ইব্ৰায়া পুথিত আছে—

"The people were very skileful in the weaving of embroidered silk cloths. They made their boxes, trays, stools and chairs by carving them out of a single block of wood.

Their weapons were cannons, matchlocks, short swords, lances, bows and arrows. The matchlocks and cannons were well cast. The gunpowder was of various kinds. The war sloops or Bacharis, though slower, resembled the Bengal Kochas or rowing boats used for rowing the heavier vessels on which cannons were mounted."

"মানুহবিলাক পাৰি লগাই ৰেচমী কাপোৰ বোৱাত বৰ সুনিপুণ আছিল। সিহঁতে সিহঁতৰ পেৰা, পেটেৰা, পীৰা, চকী সমস্তকে একো একোডোখৰ কাঠ খুলি কৰিছিল। সিহঁতৰ যুঁজৰ সজুলি আছিল বৰটোপ, পাথৰ কলাই হিলৈ, চুটি তৰোৱাল, যাঠি, কাড়, ধনু। বৰটোপ আৰু হিলৈবিলাক ঢলা লোৰেৰে সুন্দৰকৈ নিৰ্ম্মিত হৈছিল। বন্দুকৰ খাৰ নানা বিধৰ আছিল। বছাৰীবিলাকৰ গতি যদিও ধীৰ, তথাপি বঙালী কোচাৰ সদৃশ আছিল। কামানেৰে সুসজ্জিত কেতবিলাক বণতৰীও আছিল।"

এইবিলাক যুঁজৰ সঁজুলি তৈয়াৰ কৰিবলৈ, কমাৰ, খনিকৰ, মিস্ত্ৰি, ধনুচোচা, লাঠিকৈয়া, এনেকুৱা বিধৰ শিল্পী আছিল। আন আন লাগতিয়াল বস্তু তৈয়াৰ কৰিবলৈ কঁহাৰ, কুমাৰ, জাপিসজীয়া, শিলাকুটীয়া ইত্যাদি নানাতৰহৰ শিল্পীৰে ভৰপূৰ আছিল। এই অসম মোৰ সোণৰ অসম। এইবিলাক পাৰ্থিৱ উন্নতিৰ লগে লগে সেই কালত অসমীয়াৰ আধ্যাত্মিক উন্নতিও যথেষ্ট হৈছিল। সুন্দৰ পৱিত্ৰ প্ৰেমময় বৈষ্ণৱ ধৰ্ম্মৰ ভাববিলাকে মানুহক আধ্যাত্মিক শিক্ষা দি ঈশ্বৰমুখী কৰিছিল।

ভাষা আৰু সাহিত্য ক্ষেত্ৰতো, সেই কালৰ ৰীতি, নীতি, ধৰ্ম্মভাব, আধ্যাত্মিকতা অনুসৰি যথেষ্ট উন্নতি হৈছিল। ধৰ্ম্ম সাহিত্য, নাট্য সাহিত্য, সঙ্গীত সাহিত্য এই সকলোবিলাকৰ অনুপম উৎকৰ্ষ সাধিত হৈছিল। প্ৰভু শঙ্কৰদেৱকে আদি কৰি সেই কালৰ মহাপুৰুষ আৰু বৈষ্ণৱ কবিসকলৰ প্ৰত্যেক জনেই বেদ, বেদান্ত, গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত, পুৰাণ, শ্ৰুতি, স্মৃতি ইত্যাদি সমস্ত শাস্ত্ৰতে এনেকুৱা প্ৰগাঢ় পণ্ডিত আছিল যে এতিয়া আমি অসমীয়াই সেইসকলৰ সতিসন্তান বোলাবলৈ লাজ লগা হৈছে। প্ৰভু শঙ্কৰদেৱৰ ৰচনাৰ গাম্ভীৰ্য্য, ছন্দৰ লালিত্য, কবিতাৰ ঝঙ্কাৰ, বৰ্ণনাৰ ওজস্বিতা আৰু প্ৰাঞ্জলতা, কবিত্বৰ মন-প্ৰাণ মোহা সৌন্দৰ্য্য, মহাপুৰুষ গুৰুৰ মৌসনা ভক্তি-ৰসউদ্দীপক পদ—সেই পদবিলাকত ভাষাৰ সৰলতা,

বৰ্ণনাৰ প্ৰাঞ্জলতা, ছন্দৰ লালিত্যৰ লগে লগে গধুৰ দাৰ্শনিক ভাব আৰু শ্ৰীধৰকন্দলি, মাধৱকন্দলি এইসকলৰ ৰচনাৰ নিপুণতা, সৌন্দৰ্য্য, পদৰ লালিত্য, ভট্টদেৱ গুৰুৰ গদ্যত জ্ঞান ভক্তি আৰু পাণ্ডিত্যৰ বিকাশ, মোৰ নিচিনা অভাজন এজনে বৰ্ণাই ওৰ কৰিব নোৱাৰোঁ। প্ৰভু শঙ্কৰদেৱৰ লিখাৰ ওজস্বিতা, প্ৰাঞ্জলতা, কবিত্বৰ বিকাশ দেখুৱাই গল বেলিৰ সভাপতি শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই যথেষ্ট পদ উদ্ধাৰ কৰি দেখুৱাইছে—সেই দেখি বাহুল্যক ভয়ে মই আৰু প্ৰভুৰ লিখাৰ পৰা একো উদ্ধাৰ কৰি আপোনালোকৰ আগত ডাঙি ধৰাৰ আৱশ্যক নেদেখোঁ। প্ৰভুৰ লিখা যতে পঢ়িব ততেই তাৰ সৌন্দৰ্য্য পাব। এই অভাজনে এই বেলি মহাপুৰুষ গুৰুৰ পদ কেনে ভক্তিৰস, পাণ্ডিত্য আৰু তীব্ৰ বৈৰাগ্যৰ ভাবেৰে ভৰপূৰ তাকে এফেৰা আপোনাসকলৰ সমুখলৈ আগবঢ়ালোঁ। ধৰক, আপোনাৰ পাপৰাশিৰ ক্ষমা বিচাৰিছে, তেন্তে মহাপুৰুষগুৰুৰ এই শৰণ ছন্দটো পঢ়ক—মন প্ৰাণ লগাই পঢ়ক, পাপৰাশি দূৰ হব।

"মই দুৰাচাৰ কেৱল তোমাৰ
অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি লৈয়ো দাস কৰি
পশিলো হেৰা শৰণ॥
হে কৃষ্ণ স্বামী তযু পাৱে আমি
কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেবেসে পাপ এড়াওঁ॥
হে যদুপতি মই মূঢ়মতি
নাজানো সেৱা তোমাৰ।
কেৱল তোমাৰ চৰণ পঙ্কজে
শৰণ কৰিলোঁ সাৰ॥
পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তযু পাদপদ্ম মকৰন্দ আশে
শৰণ পশিলোঁ আমি॥"

আপোনাৰ পৰমব্ৰহ্ম, পৰম পুৰুষক, মহান ঈশ্বৰক নিষ্কাম ভাবেৰে প্ৰাৰ্থনা কৰিবলৈ ইচ্ছা হৈছে, আপুনি নিজে নিজে সেই প্ৰাৰ্থনা কৰিবলৈ শব্দ আৰু ভাষা পোৱা নাই। তেন্তে আশ্ৰয় কৰক মহাপুৰুষৰ এই প্ৰাৰ্থনাটো :—

"তুমি চিত্তবৃত্তি মোৰ প্ৰবৰ্ত্তক নাৰায়ণ
তুমি নাথ, মই নাথৱন্ত।
চৰণ ছত্ৰৰ ছায়াঁ দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত॥
তুমি মোৰ অন্তৰ্য্যামী তযু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষিকেশ।
দন্তে তৃণ তুলি লওঁ যিমতে সেৱাত ৰওঁ
দিয়া মোক সেহি উপদেশ॥
তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু
তুমি বিনে নাহি মোৰ আৰ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি
দিয়া মোক সেৱা ৰস সাৰ॥
তুমি হৰি কৃপাময় বাহিৰত গুৰু ৰূপে
অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্য্যামী গুৰু ৰূপে তাকে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হোক॥
হে কৃষ্ণ হে বাসুদেৱ দৈৱকী নন্দন হৰি
নমো নন্দ গোপৰ কুমাৰ।
কৃপাময় শ্ৰীগোৱিন্দ তযু পদ অৰবিন্দ
কৰোঁ মই লক্ষ নমস্কাৰ॥
পদ্ম সম নাভি যাৰ প্ৰণামোহো বাৰম্বাৰ
নমো দিব্য পদ্মমালাধাৰী।
নমো পদ্ম সম নেত্ৰ পদ যাৰ শতপত্ৰ
নমো ভকতৰ ভয়হাৰী॥"

বসুদেব সুত কৃষ্ণ তুমি ভকতৰ ইষ্ট
কংস চানুৰাদি-বিমৰ্দ্দন।
ই জানি গোবিন্দ মোক যেন জুৱাই কৰিয়োক
তুৱা পদে কৰোহোঁ গোহাৰি॥
দৈৱকী হৃদয়ানন্দ জগতৰ গুৰুকৃষ্ণ
তযু পাৱে কৰোঁহো বন্দন॥
সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি
কৰোঁ মই মহা মূঢ় জন।
মোৰ সম পাপী লোক নাহিকে এ তিনি লোক
তুমি সম নাহি পাপহাৰী।
আমি প্ৰভু তযু দাস আকে মানি জগবাস
ক্ষমিয়োক শ্ৰীমধুসূদন॥"

চাওক, সংস্কৃত শ্লোকৰ কেনে সহজ আৰু সুৱলা পদ! আকৌ চাওক, গীতাৰ "জানামি ধৰ্ম্মং ন চ মে প্ৰবৃত্তিঃ" এই শ্লোকৰ কেনেকুৱা ভাঙনি হৈছে, কেনেকুৱা বিতোপন অসমীয়া পদ হৈছে:—

"ধৰ্ম্মক জানোহোঁ মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিবৃত্তি নোহয়।
হৃদি স্থিত হুয়া তুমি যেন কৰাবাহাঁ স্বামী
হৃষিকেশ কৰিবোঁ তেনয়।"

আকৌ চাওক, সচৰাচৰ ব্ৰাহ্মণসকলে, গুৰুসকলে গোৱা "আৱাহনং ন জানামি ন জানামি বিসৰ্জ্জনং" এই প্ৰাৰ্থনাৰ কেনে পদ হৈছে:—

"নাজানোহো আৱাহন নাজানোহো বিসৰ্জ্জন
পূজা মন্ত্ৰ নাজানোঁ কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলোঁ চৰণৰ
মোৰ গতি সাধিবে উচিত॥"

কবিত্ব হিচাপত শঙ্কৰ, মাধব, ৰামসৰস্বতী, শ্ৰীধৰকন্দলি এইসকলৰ আসন জগতৰ অতি প্ৰতিভাশালী কবিসকলৰ শাৰীৰ ওপৰত নহলেও তলত নহয়। আজিকালিৰ এই দুখুনী অসমেই সেই কালত এইসকল মহাপুৰুষ আৰু কবিসকলক জন্ম দিছিল। একালত অসমীয়া সাহিত্য এনেকুৱা উচ্চ গৌৰৱান্বিত আসনত আছিল।

যেনেকৈ কোনো এঘৰ মানুহৰ উঠন-পতন দেখা যায়, সেই দৰে এটা জাতিৰো উঠন-পতন আছে। উঠিলে নামিব লাগে, এনেকুৱা এটা নিয়ম ভগৱন্ত পুৰুষে কৰি থৈছে যেন লাগে। আমাৰ এই আৰ্থিক আৰু সাহিত্যিক অৱস্থা নৱল। অসমীয়া ৰজা প্ৰজা উভয়কে কিজানি কোনোবা ঋষিৰ মহাপুৰুষৰ বা দেৱতাৰ শাপে চুলে। ১৭৬৮ খৃষ্টাব্দৰে পৰা অসমীয়াৰ সুখৰ দিনৰ ওৰ পৰিল। এই খৃষ্টাব্দত পোনপ্ৰথমতে শিৱসিংহ ৰজাৰ ৰাণী ফুলেশ্বৰী মাদৈৰ শাক্ত ধৰ্ম্মত প্ৰবল পৰায়ণতাই বৈষ্ণৱ ধৰ্ম্মত আশ্ৰয় কৰা মোৱামৰীয়া মহন্তক যি দিনাই বলেৰে নি গোঁসানী সেৱা কৰাই কপালত বলি মহৰ তেজেৰে ফোট দিয়ালে সেই দিনাই অসমৰ ভাগ্যৰ বিপৰ্য্যয় ঘটিল। মহন্তক অপমান কৰা থওত আৰু তাৰ লগতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই নাহৰখোৱা মৰাণক দন্দ-বন্ধ কৰাৰ বেজাৰত, মহন্তৰ মোৱামৰীয়া শিষ্যসকলে তলে তলে গোট খাই, শিৱসিংহ ৰজাৰ ভ্ৰাতৃ অসন্তুষ্ট চিত্তৰ মোহনমালা গোঁহাইদেৱক লগত পাই, ৰজাৰ বিপক্ষে বিদ্ৰোহ আৰম্ভ কৰিলে। সেই বিদ্ৰোহত উজনি অসম লণ্ড-ভণ্ড হল। প্ৰায় তেনেকুৱা সময়তে ভাটী অসমতো বদন বৰফুকনৰ অত্যাচাৰে, বিশেষকৈ তেওঁৰ পুত্ৰ দুটিৰ পৈশাচিক ব্যৱহাৰে, দন্দুৱা-দ্ৰোহ সৃজন কৰিলে। দৰঙৰ কোচ ৰজাইও "পূৰ্ব্ব শত্ৰু হেন জানি" আহোম ৰজাৰ বিৰুদ্ধে উঠিল। এইবিলাক বিদ্ৰোহত

অসমৰ কেনেকুৱা অৱস্থা হৈছিল তাক আমি নিজে নকৈ মহাত্মা গেইট চাহাবৰ বৃবঞ্জীৰে পৰা তুলি দিলোঁ।

"Where the Moamorias held sway, whole villages were destroyed and the inhabitants robbed of all their possessions, were forced to flee the country, or to eke out a precarious existence by eating wild fruits and roots and the flesh of unclean animals. The country between Dergoan and Rongpur, once so highly cultivated, was found desolate by Captain Welsh and many large villages had been entirely deserted by their inhabitants. In Lower Assam, the Bengal mercenaries and gangs of marauding Banditti, who, flocked into the Province, caused, though less, widespread havoc."

"যত মোৱামৰীয়াসকলে ৰাজত্ব কৰিছিল, তত গাঁওকে গাঁও ধ্বংস হৈছিল আৰু সেই গাঁওবোৰৰ প্ৰজাবিলাকে তেওঁলোকৰ সকলো ধন-বস্তু হেৰুৱাই, ঘৰ- দুৱাৰ এৰি দেশ দেশান্তৰলৈ পলাবলৈ বাধ্য হৈছিল। কেৱে কেৱে হাবিৰ মাজত লুকাই থাকি বনৰীয়া ফল-মূল আৰু আগেয়ে নোখোৱা অপৱিত্ৰ জন্তুৰ মঙহ খাই জীৱন ধাৰণ কৰিছিল। কাপ্তান ৱেলছে (বিদ্ৰোহ দমন কৰিবলৈ আহি) দেৰগাঁও আৰু ৰংপুৰৰ মাজৰ যিডোখৰ আগৰ জনাকীৰ্ণ, শস্যে-মৎস্যে ভৰপুৰ ঠাই আছিল, সেইডোখৰকে শ্মশান বা মৰুভূমিৰ দৰে পাইছিল। ডাঙৰ ডাঙৰ গাঁওবিলাক জনপ্ৰাণী এটাও নোহোৱা হৈ শূন্য হৈ আছিল। ভাটী অসমতো বঙ্গদেশ বা বিদেশৰ পৰা দৰমহা দি অনা চিপাহীবিলাকে ডকাইতবিলাকে (এই-বিলাক হৰদত্ত বীৰদত্তে অনা হিন্দুস্থানী আৰু পঞ্জাৱী মানুহ) প্ৰজাৰ ওপৰত কম অত্যাচাৰ কৰা নাছিল।"

বন্ধুসকল! এই অভাজনে চাকৰিৰ আদি আৰু মাজ ভাগত এই মোৱামৰীয়া বিদ্ৰোহ আৰু তাৰ পিচত মান ভাওনিত ভাগি যোৱা অসমীয়া মানুহৰ গাঁও প্ৰায় আঠ দহখান জৈন্তিয়া আৰু কাছাৰ এই দুয়ো ঠাইতে পাইছিলোঁ। সেই মানুহসকলে এতিয়াও অসমীয়া কথা নিজৰ ভিতৰত কয়। গাঁওত নামঘৰ ৰাখিছে আৰু এৰি পুহিছে। এই অভাজনে জৈন্তিয়া গাঁও এখানত গৈ এনিশা আছিলোঁ—"আমাৰ অসম দেশৰ এজন ডাঙৰীয়া আহিছে," এই বুলি সেই গাঁওৰ লৰা-তিৰুতা বুঢ়া-বুঢ়ী সকলোবিলাকে লৰি লৰি আহি বেঢ়ি ধৰি যি সাদৰসম্ভাষণ কৰিছিল, নিশা সকলোৰে মিলি যি লগ-ভাত খাইছিলোঁ, সেই কথা এতিয়াও এই বৃদ্ধে পাহৰিব পৰা নাই।

কেইবছৰমান দুখ-দুৰ্দ্দশাৰ পিচত, কাপ্তান ৱেলছ চাহাবৰ সহায়ত মোৱামৰীয়া বিদ্ৰোহ, দৰঙী ৰজাৰ বিদ্ৰোহ, দন্দুৱাদ্ৰোহ ইত্যাদি সকলোবিলাক অন্ত পৰিল। কিন্তু অসমীয়া জাতিৰ আৰু আহোম ৰজাৰ পতন অৱশ্যম্ভাবী হোৱাৰ কাৰণেই প্ৰথমতে সেই সময়ৰ দুৰ্ব্বল, কম-বয়সীয়া চন্দ্ৰকান্তসিংহ ৰজাৰ অপৰিণামদৰ্শিতাৰ ফলত, সতাই নৰকী, গুৱাহাটীৰ বদন বৰফুকনৰ পাষণ্ডতা, আন আন বিষয়াসকলৰ স্বাৰ্থপূৰ্ণ কুটিলতা, আত্ম-কলহ, বাদ-বিসম্বাদৰ ফলত, মানৰূপী প্ৰবল ধুমুহা এটা অসমলৈ পূব মুৰৰ পৰা আহিল। প্ৰথম বাৰ সেই মানে উজনি অসমত বুঢ়াগোঁহাইৰ দলক যুঁজত ঘটুৱাই বদন বৰফুকনকে সৰ্ব্বে-সৰ্ব্বা পাতি, ৰজা চন্দ্ৰকান্তক সিংহাসনত থাপি, অসমৰ ধন সোণ, অসমীয়া জীয়াৰী হেমো

আইদেউক আৰু আন আন কেতথিনি গাভৰুক লৈ উলটি গল। ইমানতে ওৰ পৰা হলেও আমাৰ ৰক্ষা আছিল কিন্তু সিটি নহল। মান গুচি যোৱাৰ পিচতে বুঢ়াগোঁহাইৰ পক্ষপাতিনী চন্দ্ৰকান্তসিংহৰ মাতৃ ৰাজমাও দেউতাই ৰূপসিং নামেৰে হিন্দুস্থানী চিপাহী এটাৰ হতুৱাই যেতিয়াই বদন বৰফুকনক বধ কৰালে, তেতিয়াই বৰফুকনৰ সেই অত্যাচাৰী জন্মি পিয়লী নামৰ পুতেকহঁত বৰ্মালৈ গৈ দ্বিতীয়বাৰ মানক আনি অসম ধ্বংস কৰোৱালে। ইয়াৰ বছৰেক কি দুবছৰৰ পিচত আগৰ দুবাৰত অসমীয়াক লুটি-পুটি নি নতা লাগি থকা মানহত আকৌ তৃতীয়বাৰ আহি যি অত্যাচাৰ কৰিলে সি মোৱামৰীয়া বিদ্ৰোহতকৈও শতগুণে বেছি। এই শেষবাৰৰ আক্ৰমণত মানে উজনিৰ পৰা ভাটীলৈ তিনি জাক হৈ গৈছিল। সিহঁতে যি পিনেদিয়েই গৈছিল সেই পিনেই মানুহ উজাৰ খাই ঘৰ-দুৱাৰ এৰি পলাইছিল। সিহঁতে যাকে যতে পালে তাৰে ততে প্ৰাণ ললে। লৰা-ছোৱালী, তিৰোতা-গাভৰু, বুঢ়া-বুঢ়ী কাকো কতো নেৰিলে। মাকৰ কোচৰ পৰা কেচুৱা লৰা কাঢ়ি নি মাকৰ চকুৰ আগতে ওপৰলৈ দোপৰ দৰে মাৰি তলত তৰোৱাল পাতি মাৰিছিল। গিৰিয়েকৰ আগত ঘৈণীয়েকৰ বলেৰে সতীত্ব নাশ কৰি পাশৱিক অত্যাচাৰ কৰিছিল। ঠায়ে ঠায়ে মতা-মাইকী, বুঢ়া-বুঢ়ী, লৰা-ছোৱালী সকলোকে একোটা ঘৰৰ ভিতৰত সুমুৱাই বন্দী কৰি সেই ঘৰত জুই লগাই দি পুৰি মাৰিছিল। হেজাৰ হেজাৰ মানুহ নিতৌ সিহঁতৰ হাতত মৰিছিল। সিহঁতে ৩০।৪০ হেজাৰ অসমীয়া মতা মাইকী মানুহক বন্দী কৰি নিজ দেশলৈ লৈও গৈছিল। এইবিলাক পৈশাচিক কহিনীৰ কথা এই অভাজনে সৰু কালতে পিতৃদেৱৰ মুখে শুনিছিলোঁ, তাৰ পিচত বুৰঞ্জী পঢ়িও জানিছো। পিতৃদেৱৰ মুখে ইয়াকো শুনিছিলোঁ যে পিতামহৰ ককায়েক গৰাকীক মানে সবংশে কাটি বংশ লোপ কৰি থৈ গৈছে। পিতামহ তেতিয়া অবিবাহিত অৱস্থাত থকা বাবে পলাই নদীয়া-শান্তিপুৰত গৈ দহ বাৰ বছৰ আছিল। এইবিলাক বিপ্লৱত আৰু তাৰ পিচৰ ৰোগ আকাল মহামাৰী ইত্যাদিতো অসমীয়া প্ৰজা ঢুকাই অন্ত পৰাৰ দৰে হৈছিল। ধনে-জনে ভৰপূৰ এই সোণৰ অসম সেই কালত শ্মশানত পৰিণত হৈছিল আৰু তাৰ লগে লগে নানা ৰোগৰ বাহ হৈ উঠিছিল। Mills ৰ ৰিপৰ্টত এই বিষয়ে এইদৰে আছে :—

"When therefore we assumed the charge of Assam nothing could possibly be more unpromising than the state of the country. The small remnant of the people had been so harassed and oppressed by the long civil and internal wars that had followed the accession of Raja Gaurinath Singha in 1780 down to 1826, that they had almost given up cultivation and lived on jungle roots and plants ; and famine and pestilence carried off thousands that had escaped the sword and captivity."

"যেতিয়া আমি অসম লওঁ তেতিয়া এই দেশৰ অৱস্থা এনেকুৱা বেয়া আছিল যে তাৰ তুলনা দিবৰ ঠাই নাই। গৌৰীনাথ সিংহ ৰজাই ১৭৮০ খৃষ্টাব্দত অসমৰ সিংহাসনত উঠিবৰে পৰা ১৮২৬ খৃষ্টাব্দলৈকে মোৱামৰীয়া বিদ্ৰোহত নমৰি যি কেইটা অসমীয়া মানুহ বাকী আছিল সেইসকল আত্মকলহ, বিদ্ৰোহ, যুদ্ধ-বাগৰ ইত্যাদিত ইমান জুৰুলা হৈছিল

যে সিইঁতে খেতি-বাতি এৰি গছৰ শিপা, পাত-ছোত খাই কোনো ৰকমে জীৱন ধাৰণ কৰিছিল। মান মৰাণৰ দাব কোবৰ পৰা অথবা ধৃত হৈ হৈ বন্দী হোৱাৰ পৰা যিবিলাক অসমীয়া মানুহ সাৰিছিল, সেইসকল পিচত আকৌ দুৰ্ভিক্ষ আৰু মাৰিমৰকত মৰি ঢুকাইছিল।" অসমীয়া মানুহৰ এনেকুৱা দুৰ্দ্দশা হোৱাৰ লগে লগে এই কালটোত কিমান যে অসমীয়া সাঁচিপতীয়া পুথি হেৰাল বা পোৰা গল তাৰ কি অন্ত আছে! ইয়াৰ উপৰিও কীৰ্ত্তিচন্দ্ৰৰ বুৰঞ্জী ধ্বংস কৰা কীৰ্ত্তিয়ে যে কিমান বুৰঞ্জী আৰু তাৰ লগে লগে আন বিষয়ৰো পুথি পুৰি ছাই কৰিলে তাৰেই বা কি অন্ত আছে। এনেকুৱাবিলাক প্ৰতিকুল অৱস্থাতো যে প্ৰভু শঙ্কৰদেৱ, মহাপুৰুষ মাধৱদেৱ, প্ৰভু ভট্টদেৱ, ৰামসৰস্বতী, অনন্তকন্দলি, শ্ৰীধৰকন্দলি এই সকলে লিখা অসমীয়া ধৰ্ম্মপুথি কিছুমান ৰক্ষা পৰিল, এয়ে আমাৰ সৌভাগ্য আৰু এই কথাটোৱেই প্ৰমাণ কৰে অসমীয়া জাতিটো কেনেকুৱা সাহিত্যপ্ৰিয় আছিল। অসমীয়া মানুহে নিজৰ জীৱনতকৈয়ো ধৰ্ম্মগুৰুসকলে লিখি থৈ যোৱা, পিতৃ-পিতামহসকলে লিখা আৰু নকল কৰা পুথিবিলাকক বেছি আদৰ কৰিছিল।

প্ৰায় দুকুৰি পাঁচ বছৰমান দুখ ভোগ কৰাৰ পিচত ঈশ্বৰৰ ইচ্ছাত ১৮২৬ খৃষ্টাব্দত ব্ৰিটিছ গৱৰ্ণমেণ্টে মানক খেদি আমাৰ শাসন ভাৰ লয়। ব্ৰিটিছ সিংহই যদিও অসমৰ শাসন ভাৰ লৈ শান্তি থাপিলে, তথাপি অসমীয়াৰ পাপ কটা নোযোৱাৰ বাবেই হওক, বা বিধাতাৰ নিৰ্ব্বন্ধ অনুসৰিয়েই হওক, অসমীয়াৰ দুখ-দুৰ্গতিৰ ওৰ নপৰিল। এটা খণ্ডিল হয় অৰ্থাৎ মানৰ দাব কোবৰ পৰা আৰু অত্যাচাৰৰ পৰা ৰক্ষা পৰিল হয়, কিন্তু আন তিনি চাৰিটা মৃদুগতি অৰ্থাৎ লাহে লাহে ধ্বংস কৰা দুখে আহি অসমক ধৰিলে। প্ৰথম দুখ অসমীয়াৰ কপালত আৰম্ভ হল, যি দিনাই অসমীয়াই গুৱাহাটীৰ বেলতলা অঞ্চলত ব্ৰিটিছৰ লগত অহা হিন্দুস্থানী চিপাহীয়ে দিয়া আফুগুটি লৈ আফু খেতি কৰি সেই আফু ঢোপৰ গলধনত ৰেপ্ দি কাণি বৰবিহ কৰি খাবলৈ শিকিলে। এই বৰবিহে দুখুনী অসমক এতিয়াও জলা-কলা কৰিবই লাগিছে। দ্বিতীয় দুখ হল, সেই কালতে মাৰোৱাৰী আৰু হিন্দুস্থানী ককাইসকলে আহি অসমৰ সমস্ত দোকান বজাৰ নিজৰ হাতত এদনীয়া কৰিলে। তৃতীয় দুখ হল, অসমীয়াৰ ভিতৰত সেই কালত নতুন ধৰণৰ শিক্ষিত অৰ্থাৎ ইংৰাজ ৰজাৰ কাম চলাব পৰা অসমীয়া মানুহ নথকাত চাকৰিবিলাকত সেই কালৰে পৰা আমাৰ বঙালী ভ্ৰাতৃসকল সোমাল। ব্ৰিটিছে মানক খেদি অসম লোৱাৰে পৰা কেইবা বছৰলৈকে আমাৰ অসম দেশখন বঙ্গদেশৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰৰ অধীনত থকাৰ কাৰণে আৰু ৰজাঘৰীয়া বিষয়বোৰত আমাৰ বঙালী ভ্ৰাতৃসকলৰ আধিপত্য হোৱাত, আমাৰ আদালতবিলাকত, স্কুলবিলাকত, বঙালী ভাষা প্ৰচলন হৈ একালত অৰ্থাৎ ১৮২৬ খৃষ্টাব্দৰে পৰা ভালেমান বছৰলৈকে অসমীয়া ভাষাক বঙালী ভাষাই মাৰিবই ধৰিছিল। কিন্তু অসমীয়াৰ অৱতাৰী পুৰুষসকলৰ পুণ্যৰ বলতেই হওক বা অসমীয়া সাহিত্যৰ ভাগ্যৰ গুণেই হওক অসমীয়া ভাষাৰ ভাগ্য আমেৰিকান্ বেপ্‌টিষ্ট মিছনেৰীসকল অসমলৈ খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰিবলৈ অহাৰ লগে লগে উলটিল। মিছনেৰীসকলৰ ভিতৰত পূৰ্ব্বাপৰ ৰীতিয়েই হৈছিল যে যি জাতি মানুহৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিব সেই জাতীয় মানুহৰ ভাষাত তেওঁলোকৰ বাইবেল গ্ৰন্থ ভঙাব, গীত পদ ৰচিব আৰু ধৰ্ম্মবিষয়ক পুথি লিখি মানুহৰ মাজত

বিলাই দিব। এই প্ৰথা অনুসৰি ১৮৩১ খৃষ্টাব্দত এমেৰিকান্ বেপ্‌টিষ্ট মিছনৰ পাদ্ৰী চাহাবসকলে এই নগাওতে ৬আত্মাৰাম শৰ্ম্মাৰ সহায় লৈ বাইবেল গ্ৰন্থ অসমীয়া ভাষালৈ ভঙায়। মিছনেৰীসকলে চৰকাৰৰ পক্ষৰ শাসনকৰ্ত্তাসকলক বুজালে যে অসমীয়া ভাষাটো এটা স্বকীয়া ভাষা। মিছনেৰীসকলৰ লগতে এই কালত প্ৰাতঃস্মৰণীয় পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকনেও অসমীয়া ভাষাৰ হকে মাতি উঠে। ১৮৩৯ খৃষ্টাব্দত যদুৰাম বৰুৱাই অসমীয়া আৰু বঙালী ভাষাত এখান অভিধান লিখে। বেভাৰেণ্ড ৰবিন্‌চন্ চাহাবে ১৮৪০ খৃষ্টাব্দত অসমীয়া ভাষাৰে এখান ব্যাকৰণ ৰচে। ১৮৪৪ খৃষ্টাব্দত ৬ৰাধানাথ বৰবৰুৱা আৰু ৬কাশীনাথ তামুলী ফুকনে অসমৰ বুৰঞ্জী লিখে। ১৮৪৯ খৃষ্টাব্দত ৬আনন্দৰাম ঢেকিয়াল ফুকনে "নবামিত্ৰ" লিখে। ১৮৬৮ খৃষ্টাব্দত যদুৰাম বৰুৱাৰ অভিধানকে আশ্ৰয় কৰি ৰেভাৰেণ্ড ব্ৰন্‌চন্ চাহাবে তেওঁৰ অভিধান উলিয়ায়। পাদ্ৰী চাহাবসকলে "অৰুণোদয়" বাতৰিকাকত উলিয়ায়। এইবিলাকৰ ফলত আৰু ১৮৭১ শকত অসম যেতিয়া বঙ্গদেশৰ শাসনকৰ্ত্তাৰ তলৰ পৰা ওলাই অসমৰ স্বকীয়া শাসনকৰ্ত্তা চীফ-কমিছনাৰৰ অধীনত হল, প্ৰায় তেতিয়াৰে পৰা আদালতবিলাকৰ পৰা বঙালী ভাষা উঠি তাত অসমীয়া ভাষা স্থাপিত হল। ইয়াৰ পিচত গুৱাহাটীত হেমচন্দ্ৰ বৰুৱা আৰু এই নগাৱত ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ এই দুজনা মহাত্মাই অসমীয়া ভাষাত অভিধান ব্যাকৰণ বুৰঞ্জী লিখি অসমীয়া ভাষাক টনকিয়াল কৰিলে। এই দুজনাই অভিধান ব্যাকৰণ আৰু বুৰঞ্জীত বাজেও আন আন পুথিও ৰচিলে। সেইসকলৰ বিৱৰণ পৰিশিষ্টত পাব। মহাত্মা হেমচন্দ্ৰ বৰুৱাই অৰুণোদয়ৰ পিচতে "আসাম নিউচ" নামেৰে সাদিনীয়া বাতৰিকাকত আৰু মহাত্মা ৰায় বাহাদুৰ বৰুৱাই "আসাম বন্ধু"নামৰ মাহেকীয়া কাকত এখান উলিয়াইছিল। সেই কাকত এই অভাজনে গুৱাহাটীৰ হাই স্কুলত আৰু তাৰ পিচত কলিকতাৰ কলেজত পঢ়িছিল। ১৮৮৪-৮৫ খৃষ্টাব্দত গ্ৰাহকৰ আওকাণতে হওক বা এনেয়ে হওক দুয়োখন কাকতেই মৰিল। ইয়াৰ পিচত আউনীআটী সত্ৰৰ পৰা শ্ৰীধৰ ওজাৰ চেষ্টাত "আসাম বিলাসিনী" নামৰ সাদিনীয়া বাতৰি কাকত এখান ওলাইছিল। ব্ৰিটিছ যুগত আমাৰ এই অসমীয়া ভাষাটো হেমচন্দ্ৰ বৰুৱা আৰু ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ ওচৰত যেনেকৈ ঋণী, সেইদৰে কিছু পৰিমাণে আমাৰ সহপাঠী শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা দেৱৰ পিতৃপুৰুষ ৬হৰিবিলাস আগৰৱালাৰ ওচৰতো ধৰুৱা। প্ৰভু শঙ্কৰদেৱে, মহাপুৰুষ মাধৱদেৱে লিখা দশম, কীৰ্ত্তন, নামঘোষা সাঁচিপাতত সত্ৰে সত্ৰে আৰু কাচিৎ দুই এজন অসমীয়া মানুহৰ হাতত আছিল যদিও, সৰ্ব্বসাধাৰণে এইবিলাক অমূল্য ৰত্ন সহজে পাব নোৱাৰিছিল। হৰিবিলাস আগৰৱালাদেৱেই পোনপ্ৰথমে অশেষ কষ্ট কৰি নিজৰ দুখেৰে অৰ্জ্জা ধন ভগন কৰি কীৰ্ত্তন দশম ছপাই উলিয়ায়। তেওঁ ছপাই উলিয়াবৰ পৰাহে অসমীয়া মানুহৰ ঘৰে ঘৰে কীৰ্ত্তন, দশম, নামঘোষা, বৰগীত এইবিলাক পুথি হৈছে আৰু ধৰ্ম্মগুৰুসকলে থৈ যোৱা ধৰ্ম্মৰ ভাববিলাক, অসমীয়া ভাষা আৰু সাহিত্য, সৰ্ব্বসাধাৰণৰ মাজত বহুল ভাবে প্ৰচাৰ হৈছে।

ইয়াৰ পিচত ১৮৮৮ খৃষ্টাব্দত যেতিয়া ৬১ নং ষ্ট্ৰীটত থাকোঁ, তেতিয়া "আসাম বন্ধু" লোপ হৈছিল। পোনপ্ৰথমতে কাৰ উত্থাপনমতে সঠিককৈ মনত নাই—বোধহয় শ্ৰদ্ধাস্পদ

শ্ৰীযুত ৰমাকান্ত বৰকাকতী বি, এল হাইকোৰ্টৰ পেন্‌চন্‌-প্ৰাপ্ত ট্ৰেন্‌শ্লেটৰৰ উত্থাপনমতে —আমাৰ অসমীয়া ছাত্ৰৰ মাজত এখন সকস্থুৰা চাহখোৱা মেল হয় আৰু সেই মেলত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্ম হয়। এই সভা জন্মাৰ লগে লগে সকলোৰে মুখে মুখে কথা হৈছিল যে "আমাক এখান ভাল মাহেকীয়া কাকত লাগে।" পিছত এদিন মই নিজৰ খোঁটালীত বহি আছোঁ, এনেতে আমাৰ বন্ধুবৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাদেৱে, আগেয়ে হেনো বন্ধুবৰ শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই সৈতে আলচি, ঠিকঠাক কৰি কোৱা মনত পৰে তেওঁ এখান কাকত উলিয়াব। এই অভাজনে এই প্ৰস্তাৱত ৰং পাই বৰ উৎসাহ দেখুৱাইছিলোঁ। ইয়াৰ দহ বাৰ দিনৰ মূৰতে পিতৃ পুৰুষৰ আঁহি লৈ শ্ৰীযুত আগৰৱালাদেৱে "জোনাকী" কাকত উলিয়াই আমাৰ সকলোৰে হাতে হাতে দিয়ে। প্ৰথম বছৰত আগৰৱালাদেৱেই কাকত সম্পাদন কৰিছিল। দ্বিতীয় বছৰত আমাৰ বন্ধু শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই সম্পাদন কৰে। তাৰ পিচত শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীয়ে, তাৰ পিচত ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱাই সম্পাদন কৰে। এই কাকতত ছাত্ৰসকলে যেয়ে যিহকে পাৰে তাকে লিখিছিল। এই অভাজনেও শৰীৰতত্ব নামেৰে কেতখিনি প্ৰবন্ধ লিখি তেতিয়াৰে পৰা মাতৃভাষা আৰু অসমীয়া সাহিত্যক সেৱিবলৈ আৰম্ভ কৰে। সেই কালত আমি ছাত্ৰসকলে ভৱিষ্যত অসমৰ উন্নতিৰ বিষয়ে কত কথাই যে পাতিছিলো, কত কথা যে কোৱাকুই কৰিছিলোঁ, তাক জনাই আপোনালোকক আৰু আমনি লগাব নোখোজোঁ; মাত্ৰ এটি কথা জনাও। এদিন মোৰ বন্ধু শ্ৰীযুত ৰমাকান্ত বৰ-কাকতী ডাঙৰীয়াই এই অভাজনক সুধিছিল—"তুমিনো পঢ়িশুনি অসমলৈ গৈ মাতৃভাষাৰ হকে কি কৰিবা?" এই নিঃকিনে তদুত্তৰে কোৱা মনত পৰে "মই অসমলৈ গৈ ছাৰ ৱালটাৰ স্কটৰ দৰে এশাৰী অসমীয়া উপন্যাস লিখি অসমত এটা পঢ়ুৱৈ সমাজ গঢ়িম।" বন্ধুবৰে কৈছিল—"চাবা ভাইটি, উপন্যাস লিখি যেন অসমীয়া ডেকাবিলাকক বেয়াৰ বাটলৈ নিনিয়া।" এই অভাজনে কৈছিলোঁ,—"উপন্যাসেৰে মোৰ দেশৰ ভাতৃসকলৰ ঈশ্বৰলৈ মন আকৰ্ষণ কৰিম।" বন্ধুসকল! সৰু মুখত ইমান ডাঙৰ কথা ওলাইছিল! কিন্তু কলে কি হব। অভাজনে কথামতে সম্পূৰ্ণে কাম কৰিব নোৱাৰিলোঁ। সুখৰ বিষয় সেই কালৰ বন্ধুসকলৰ ভিতৰত শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই, পূজ্যপাদ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীয়ে, বন্ধুবৰ ৰায় চাহাব শ্ৰীযুত পদ্মনাথ গোঁহাঞিবৰুৱাই আৰু শ্ৰীযুত বেণুধৰ ৰাজখোৱা ই, এ, চি, ডাঙৰীয়াই সেই কালৰে পৰা এতিয়ালৈকে অসমীয়া সাহিত্য সেৱিয়েই আছে। মুছলমান ভাতৃসকলৰ ভিতৰত মোৰ বন্ধু মৌলবী মফিজুদ্দিন আহমদ হাজৰিকায়ো সাহিত্যৰ সেৱা কৰি আছে। পিতৃপুৰুষৰ আঁহি আগত লৈ বন্ধুবৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰ-ৱালাদেৱে এতিয়ালৈকে সেই কালৰে পৰা অসমীয়া ভাষাত পদ্য যে লিখিছেই, তাৰ লগে লগে "বাঁহী" আৰু "অসমীয়া" বাতৰি-কাকতৰ পৃষ্ঠপোষকতা কৰিব লাগিছে। বন্ধুবৰ শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াই গদ্য, পদ্য, প্ৰত্নতত্ব, হাঁহি-ধেমালি নাট লিখি অসমীয়া ভাষাক এটা সুন্দৰ গঢ় দিছে—তেজোময় কৰি তুলিছে। বৰ্ত্তমান কালত অসমীয়া ভাষা আৰু সাহিত্য বেজবৰুৱা ডাঙৰীয়াৰ ওচৰত কম ধৰুৱা নহয়। শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী প্ৰভুৱে এই বুঢ়া

বয়সলৈকে অশেষ হাড়-ভঙা ৰজাঘৰীয়া চাকৰি কৰি থকা স্বত্বেও সাহিত্যসেৱা কৰিব লাগিছে, প্রত্নতত্ত্ব আলোচনা কৰি আছে। হেমচন্দ্র বৰুৱাই লিখি থৈ যোৱা অভিধান-খনি অশেষ যত্ন কৰি গবর্ণমেণ্টৰ হতুৱাই কটন চাহাবৰ দিনত কর্ণেল গর্ডন চাহাবে সৈতে লগ লাগি সম্পাদকৰ কাম কৰি ছপোৱাই উলিয়ালে। কথা গীতা, পুৰণি বুৰঞ্জী সম্পাদন কৰি ছপাইছে। অসমৰ শিলৰ ফলি আৰু ফলিবিলাকৰ পাঠ উদ্ধাৰ কৰি অসম বুৰঞ্জীৰ তথ্য উলিয়াব লাগিছে। কথা-গীতা ছপোৱাই সেই কথা-গীতা আচাৰ্য্য প্রফুল্লচন্দ্র ৰায়ক, মহাত্মা গান্ধীক দেখুৱাই অসমীয়া গদ্য যে কিমান পুৰণি এই ৰাইজক দেখুৱাইছে। বিশ্ববিদ্যালয়ৰ ভাইছ চেঞ্চেলাৰ পুৰুষ-ব্যাঘ্র ৺ছাৰ আশুতোষ মুখাৰ্জীৰ লগত চিনাপৰিচয় হৈ, বন্ধুত্ব স্থাপন কৰি, অসমীয়া ভাষাক এম, এ, মহলা পর্য্যন্ত ঠাই দিয়াই অসমীয়া ভাষা আৰু সাহিত্যক গৌৰৱান্বিত কৰিছে। আৰু এতিয়াও ভোলানাথ বৰুৱাই দি যোৱা টকাৰে ইন্টাৰমিডিয়েট, বি, এ, এম, এ, এইবিলাক মহলাৰ পাঠ্য অসমীয়া পুথি যুগুত কৰাত লাগিয়ে আছে। আমাৰ সুযোগ্য বন্ধু শ্রীযুত বেণুধৰ ৰাজখোৱা বি-এ, ই, এ, চি, ডাঙৰীয়াই নিজ দুখেৰে অর্জা গাঁঠিৰ ধন ভগন কৰি, লাভলৈ আন কি মূললৈকো একো আশা নাৰাখি, কিতাপৰ পিচত কিতাপ ইংৰাজী আৰু অসমীয়া ভাষাত ছপা কৰিবই লাগিছে। তেওঁ পুথি ছপোৱাত যিমান অর্থ খৰচ কৰিছে, তেওঁৰ দৰে সিমান আন কোনোবাজনে কৰিছে বুলি মই কব নোৱাৰোঁ। তেওঁৰ নামঘোষাৰ আৰু কাণ-খোৱাৰ ইংৰাজী তৰ্জ্জমাই, "ডিমলজি' অর্থাৎ প্রেতাত্মাসকলৰ বিষয়ে লিখা ইংৰাজী মৌলিক পুথিখনে অসমীয়াৰ ধৰ্ম্ম আৰু আধ্যাত্মিকতা এক কালত নহয় এক কালত জগতক দেখুৱাব। তেওঁৰ খণ্ডবাক্যকোষখন মোৰ মনেৰে অতুলনীয়। ৰায় বাহাদুৰ শ্রীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই অসমীয়া ভাষা আৰু সাহিত্যৰ অর্থে কি যে মহৎ দান কৰিছে তাক আপোনালোকে সকলোৱে জানে। শ্রীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াৱো সেই কালৰে পৰা এতিয়ালৈকে অসমীয়া ভাষা আৰু সাহিত্য চৰ্চ্চা কৰিবই লাগিছে আৰু এতিয়া এই বৃদ্ধ বয়সতো কলিকতাৰ পৰা "অসম হিতৈষী" নামেৰে পযেকীয়া কাকত এথান সম্পাদন কৰিব লাগিছে। গভীৰ গৱেষণাপূৰ্ণ সামাজিক আৰু দার্শনিক বিষয়ৰ মৌলিক প্রবন্ধেৰে আমাৰ ভাষা আৰু সাহিত্যৰ সম্পদ বঢ়াইছে। আমাৰ পিচৰ থাপৰো স্বদেশপ্রেমিক, সাহিত্যানুৰাগী, উচ্চশিক্ষিত ডেকা কেইজনমানেও অসমীয়া ভাষাত পুথি লিখি আছে। সেইসকলৰ ভিতৰত শ্রীযুত দুর্গেশ্বৰ শৰ্ম্মা বি, এল, ই, এ, চি, শ্রীযুত শৰৎচন্দ্র গোস্বামী প্রভু (আমাৰ বর্ত্তমান প্রধান সম্পাদক), শ্রীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়া, শ্রীযুত অম্বিকা-গিৰি ৰায়চৌধুৰী এইসকলৰ নাম নলৈ নোৱাৰোঁ। এই প্রত্যেকজনেই প্রতিভাশালী সাহিত্যিক। বর্ত্তমান কালত বিশ্ববিদ্যালয়ৰ অতি ওখ থাপৰ মহলা পাছ কৰা উচ্চশিক্ষিত ডেকা বন্ধু কেইজনমানে নানা বাধা-বিঘিনিৰ মাজত থাকিও অসমীয়া সাহিত্য চৰ্চ্চা কৰিছে। এইসকল প্রতিভাশালী ডেকাৰ ভিতৰত শ্রীযুত সূর্য্যকুমাৰ ভূঞা এম, এ, বি, এল, শ্রীযুত পদ্মধৰ চলিহা এম, এ, বি, এল, শ্রীযুত বাণীকান্ত কাকতি এম, এ, শ্রীযুত ডিম্বেশ্বৰ নেওগ বি, এচ-চি, শ্রীযুত জ্ঞাননাথ বৰা বি, এল, এই সকলৰ নাম উল্লেখযোগ্য। এইসকল আৰু আন আন সকলৰ পৰাও অসমীয়া ভাষা আৰু সাহিত্যই আগলৈ বহুল উন্নতিৰ আশা কৰে।

এইসকলত বাজেও আৰু অনেক অসমীয়া সাহিত্যিক বৰ্ত্তমান কালত হৈছে। অসম ছাত্ৰ সম্মিলনৰ পৰাও বৰ্ত্তমান সময়ত সাহিত্যৰ উন্নতি হব ধৰিছে। আমাৰ মনত এটা থকুৰি আছিল যে আজি ছবছৰমানৰ আগলৈকে অকল আমাৰ মৌলবী মফিজুদ্দিন আহমদ হাজৰিকাত বাজে আমাৰ আন আন শিক্ষিত মুছলমান ভাতৃসকল অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি উদাসীন আছিল। কিন্তু সুখৰ বিষয় আজি ছবছৰমানৰ পৰা যোৰহাটৰ নাটক লিখক পজিৰুদ্দিন আহ্মদকে আদি কৰি, আমাৰ দুই চাৰিজন মচ্‌লেম্ ভাতৃয়েও, অসমীয়া ভাষা আৰু সাহিত্য সেৱাত লাগি গৈছে। বৰ্ত্তমানত আমাৰ মচ্‌লেম্ ভাতৃসকলে "সাধনা" আৰু "ইছলামী আখবৰ" নামৰ দুখান মাহেকীয়া কাকত উলিয়াই আমাক মচ্‌লেম্ জগতৰ জ্ঞানৰাশি দেখুৱাই আৰু মচ্‌লেম্ ধৰ্ম্ম আৰু নীতি সম্পৰ্কে অনেক তথ্য জানিবলৈ দি, এই যুগ পৰিবৰ্ত্তনৰ সময়ত ধৰ্ম্ম আৰু নীতিৰ তত্ত্ববিলাক প্ৰকাশ কৰি দেখুৱাব লাগিছে যে মূলত সকলো ধৰ্ম্ম একে, মানব মাত্ৰেই পৰস্পৰ ভাতৃ, আৰু পৰম পিতা পৰমেশ্বৰ যদিও জাতিয়ে জাতিয়ে নামত বেলেগ হৈছে, তথাপি একেজনেই—যি জনে এই স্থাৱৰ, জঙ্গম, কীট, পতঙ্গ, হিন্দু, মুছলমান, খৃষ্টিয়ান, ইহুদী, বৌদ্ধ, জৈন সকলোকে সৃজন কৰিছে। বৰ্ত্তমান জাগৰণৰ কালত, মোৰ বিশ্বাস অসমীয়া সাহিত্যিকসকলৰ কেৱে বহি থকা নাই। যেয়ে পাৰিছে সেয়ে পুথি লিখি লাভৰ মুখলৈ নাচায়ো দুখেৰে অৰ্জ্জা ধনৰ পৰালি পাৰি অৰ্থাৎ লোকচান্ ভৰিও পুথি ছপাব লাগিছে। বৰ্ত্তমানে অসমত সাদিনীয়া বাতৰি কাকত "অসমীয়া," মাহেকীয়া কাকত "বাঁহী, চেতনা, প্ৰভাতী, জননী, খেতিয়ক, পশু পালন," পযেকীয়া কাকত "আসাম হিতৈষী," শিশুসকলৰ কাৰণে মাহেকীয়া "অৰুণ", তিনিমহীয়া কাকত "মিলন, সাধনা, প্ৰভাত, জেউতি", এইবিলাক কাকত চলিছে।

মোৰ বন্ধুসকল! এইবিলাককৈলে চাই আমাৰ অসমীয়া ভাষা আৰু সাহিত্যৰ যে আৰু উন্নতি হব, অসমীয়া সাহিত্যৰূপী গছজোপা যে ফুলে ফলে আৰু জকমকীয়া হৈ উঠিব, এইটো পোনপতিয়েৰে হলে সহজে আশা কৰিব পাৰি। কিন্তু এই অভাজনে এইটোও নজনাই নোৱাৰো—যে বৰ্ত্তমানে আমাৰ সাহিত্য কেইবা বিষয়তো পাছ পৰি আছে আৰু আমাৰ ভাষা আৰু সাহিত্যৰ সমুখত, আন কি অসমীয়াৰ জাতীয়তাৰ সমুখতো, ঘোৰ বিপদৰ ডাৱৰেও দেখা দিছে। বিপদৰ ডাৱৰটোনো কি তাক জনোৱাৰ আগেয়ে আমাৰনো বৰ্ত্তমান অভাৱ কি কি তাক জনা উচিত। কিন্তু সুখৰ বিষয় যে এই অভাৱবিলাকৰ কথা মোৰ পূৰ্ব্বানুবৰ্ত্তী সভাপতিসকলে বছৰি কৈ আহিছে। তদুপৰি গল বে'লৰ সপ্তম অধিবেশনত মোৰ সুযোগ্য বন্ধু শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম, এ, বি, এল, দেৱে "বৰ্ত্তমান অসমীয়া সাহিত্য" নামেৰে যি প্ৰবন্ধটি পঢ়িছিল আৰু এতিয়া প্ৰবন্ধটি পঞ্চদশ বছৰৰ ষষ্ঠ আৰু সপ্তম সংখ্যা বাঁহীত প্ৰকাশ হৈছে, তাতেই আমাৰ সমস্ত অভাৱৰ পৰিপাটীকৈ উল্লেখ আছে। সেইদেখি মই এতিয়া আকৌ সেইবিলাকক দোহাৰি কৈ আপোনালোকৰ ধৈৰ্য্য হেৰুৱাব নোখোজোঁ। কিন্তু ভূঞাদেৱে উল্লেখ নকৰা এটা নে দুটা বিষয় আৰু তাৰ লগে লগে ভূঞাদেৱৰ লগত মোৰ মত নিমিলা এটা বিষয়ৰ কথা, ভূঞাদেৱে কি কি লাগে বুলি কৈছিল, তাৰ এটা অতি সংক্ষেপ বিবৰণ নিদি নোৱাৰিলোঁ। আশা কৰোঁ আপোনাসকলে এই বৃদ্ধৰ এইফেৰা আবদাৰ গ্ৰহণ কৰিব।

প্ৰথমতে ধৰক, আমাৰ অসমীয়া সঙ্গীত সাহিত্যটোৰ বিষয়কে। বোধ কৰোঁ মই নকলেও হয় যে সঙ্গীতৰ নিচিনা উপাদেয়, চিত্ত আকৰ্ষক বস্তু আৰু নাই। সঙ্গীতে মানুহৰ মনক গোৰা বিষয়টোত যেনেকৈ আকৰ্ষণ কৰিব, আন একোৱে সেই দৰে নোৱাৰে। সঙ্গীতে মানুহৰ হৃদয়ত মিঠা, মধুৰ, গধুৰ ভাববিলাকৰ উদ্বোধন কৰি স্বৰ্গৰ ফাললৈও নিব পাৰে আৰু সেই দৰে বেয়া বিধৰ সঙ্গীতে মানুহক অধোগামীও কৰিব পাৰে। কি য়ুৰোপত, কি এছিয়াত সকলো ঠাইতে দেখা গৈছে যে প্ৰায় ধৰ্মপ্ৰচাৰকসকলে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সঙ্গীতৰ সহায় লয়। খ্ৰীষ্টিয়ান গিৰ্জ্জালৈ যাওক, দেখিব প্ৰাৰ্থনা আৰু বক্তৃতাৰ আগথিনিতে সঙ্গীত। ব্ৰাহ্মসমাজতো সেয়ে। হিন্দুৰো স্তব স্তুতি কৰাৰ আগেয়ে সন্ধ্যা আৰতিৰ খোল, তাল, মৃদঙ্গ ইত্যাদি বাদ্য যন্ত্ৰৰ সহায়েৰে নাম গায়। ৺শঙ্কৰ ৺মাধৱে আমি অসমীয়াক গাবলৈ ছয় ৰাগযুক্ত বৰগীত দি গৈছে। তাৰ লগে লগে আমাক খোল, তাল, মঞ্জুৰী, খুটীতাল, বীণ, চেৰেন্দা, টোকাৰি ইত্যাদি বাদ্যযন্ত্ৰও দি গৈছে। কিন্তু দুখৰ বিষয় আজিকালি আমি শিক্ষিতসকলে যে বৰগীত গাব নেজানোৱেই, আন কি গাঁও আৰু সত্ৰবিলাকতো আজিকালি বৰগীতৰ পৰিবৰ্ত্তে বঙালী গান চলন্তি হব ধৰিছে। অসমীয়া মানুহে বঙালী ভাষাত গীত গালে সেই গীততো সুৱলা নহয়েই বৰং যে হাস্যাস্পদহে হয়, সেইটো কথালৈ অনেকেই মন নকৰে। আমাৰ অসমীয়া জাতিটোৰ হেনো স্ত্ৰীভাবতকৈয়ো পুৰুষ ভাব বেছি। সেই কাৰণেই অসমীয়াৰ ৰাপ আৰু উৎকৰ্ষ বৰগীতত। বঙালীৰ ৰাপ আৰু উৎকৰ্ষ ধপকীৰ্ত্তনত, ৰামপ্ৰসাদী সুৰৰ গীতত আৰু ব্ৰাহ্মসঙ্গীতত। সেইদেখি বৰ্ত্তমানত আমাৰ শিক্ষিতসকলৰ কৰ্ত্তব্য হৈছে, এই বৰগীত আৰু আমাৰ পুৰণি নাম, পদ, ঘোষা এইবিলাক শিক্ষা কৰা আৰু আমাৰ মাজত বহুল প্ৰচাৰ কৰা। অৱশ্যে মই এইটো নকওঁ যে শুদ্ধ অসমীয়া ভাষাত ৰাগিনীযুক্ত মৌলিক গীত ৰচনা কৰি গালে হানি হব। কিন্তু প্ৰতিভা নথকা, মৌলিক গীত ৰচিব নোৱাৰা মানুহে যদি বঙালী গীতবিলাক চাই চাই শব্দৰ সলনি শব্দ দি ৰাগিনীযুক্ত গীত ৰচে অথবা তৰ্জ্জমা কৰে, তেন্তে আমাৰ অকল যে হানি হব সেইটো নহয়, আমি হাস্যাস্পদো হম। সুখৰ বিষয় আমাৰ মাজত বৰ্ত্তমান কালত ৰাগিনীযুক্ত মৌলিক গীত ৰচিব পৰা শ্ৰীযুত পদ্মধৰ চলিহা এম, এ, বি, এল-ৰ দৰে মানুহ আছে। মই কওঁ, নতুন মৌলিক ৰাগিনীযুক্ত গীত সোমাওক তাত হানি নাই কিন্তু আমি সাৱধান হব লাগিব যে আমাৰ নিজা বস্তু, আমাৰ মাজৰ পৰা যেন কালক্ৰমে উঠি নাযায়। আমাৰ শিক্ষিতসকলে, আগলৈ উঠি অহা ডেকাসকলে, এতিয়াৰে পৰা বৰগীত, ঘোষা, নাম, পদ এইবিলাকো গাবলৈ শিকে আৰু বাদ্যযন্ত্ৰেৰে সৈতে মিলাই এইবিলাকৰ যেন উৎকৰ্ষ সাধন কৰে। এই অভাজনে এই বিষয়ে সঙ্গীত সংঘৰ মন আকৰ্ষণ কৰোঁ।

পদ্য—প্ৰকৃতিৰ কাম্যকানন এই অসমত ওখ ভাবৰ কবিতা লিখিবৰ ইমান সঁজুলি আছে যে তাক এই অভাজনে কি কম! আমাৰ এই সোণৰ অসমথান প্ৰাকৃতিক সৌন্দৰ্য্য আৰু তাৰ লগে লগে গাম্ভীৰ্য্যেৰে পৰিপূৰিত। মাজৰ সমথলেদি বিশাল ব্ৰহ্মপুত্ৰ নদ বৈ গৈছে। দুয়োপাৰে অনেক দূৰলৈকে ক'তো সমান ঠাই, ক'তো আকৌ নদৰ পাৰত পাহাড়। উত্তৰ দক্ষিণ দুয়োফালে বিশাল হিমালয় আৰু তাৰে ঠালঠেঙুলীয়ে দেশখন কেনে সুশোভিত কৰি থৈছে। বুৰঞ্জীতো সেই মহাভাৰতৰ কালৰে পৰা ইমানবিলাক ঘটনা আছে যে আমি

অসমীয়াই কবিতা লিখিবলৈ, কাব্য লিখিবলৈ, উপন্যাস লিখিবলৈ আন কোনো ঠাইলৈকে হাত মেলিব নালাগে। জয়মতীৰ সতীত্ব, মূলাগাভৰুৰ বীৰত্ব, হৰদত্ত বীৰদত্তৰ দেশহিতৈষিতা, ৰাধা-ৰুক্মিণীৰ ৰণ, আবিষত্ত আৰু জোঙাল বলহুৰ শোকলগা কাহিনী, ৰুক্মিণী সতীৰ আখ্যান, উষা অনিৰুদ্ধৰ প্ৰণয় কাহিনী, এনেকুৱাবিলাক অলেখ ঘটনা পৰি আছে। যেই সেই ঘটনা অৱলম্বন কৰি, বা প্ৰাকৃতিক সৌন্দৰ্য্যকে আশ্ৰয় কৰি, কবিতা লিখিবৰ বা উপন্যাস লিখিবৰ সঁজুলি ঢেৰ আছে। কিন্তু নাই কি? নাই কবি প্ৰতিভাশালী মানুহ, নাই ইয়াত ছাৰ ৱালটাৰ স্কট। যি দুই চাৰিজনে ছাত্ৰ জীৱনত দুই চাৰিফাকি ভাল সুৱলা কবিতা লিখি কবিত্ব শক্তিৰ বিকাশ অলপ-অচৰপ দেখুৱাই মনত এটা আশাৰ সঞ্চাৰ কৰিছিল, সেই কেউজনেই সংসাৰত সোমাই পেটৰ ভাত, গাৰ কাপোৰৰ অৰ্থে জীৱন যুদ্ধত পৰি কবিত্ব শক্তি হেৰুৱালে। বৰ্ত্তমান কালত এই অভাজনৰ হিচাপত এজন নে দুজন ডেকাই আকৌ বৰ্ত্তমান সময়ৰ উপযোগী কবিত্বৰ বিকাশ একেৱা দেখুৱাইছে। কিন্তু শেহত সংসাৰত প্ৰবেশ কৰিলে তেওঁলোকৰ গতি কি হয়গৈ সেইটো বিধতাইহে জানে। কেৱে চেষ্টা কৰি কবি হব অৱশ্যে নোৱাৰে। কবি জন্মিব লাগে। ওথ ভাবৰ, আহিঁৰ কবিতা নহলে সচৰাচৰ বজৰুৱা কবিতা, ডেকা গাভৰুৰ সাংসাৰিক প্ৰেমৰ, অথবা আগলৈ উঠি অহা ডেকাৰ ৰূপজ প্ৰেমৰ কবিতা হোৱাতকৈ, এই অভাজনৰ বোধেৰে কবিতা নোহোৱাই ভাল। আমাক ভগৱৎ প্ৰেম, স্বদেশপ্ৰেম, বিশ্বজনীন প্ৰেমৰহে কবিতা লাগে।

নাট্য সাহিত্য—আমাৰ অৱতাৰী পুৰুষসকলৰ কৃপাত আমাৰ পুৰণি অঙ্কীয়া নাট ভালেমান আছে। আগেয়ে আমাৰ ৰাজহুৱা নামঘৰবিলাকত বছৰি তিথিয়ে-উৎসৱে অঙ্কীয়া নাটবিলাকেৰে ভাৱনা হৈছিল। কিন্তু দুখৰ বিষয় আজিকালি এই ভাৱনা বোলা বস্তুটো উঠি যাব ধৰিছে। ইয়াৰ কাৰণ মই যিমান দূৰ বুজিছোঁ, ৰাইজৰ খোৱা-পিন্ধাৰ আকাল আৰু তদুপৰি আমি শিক্ষিতসকলে আজিকালি আগৰ মানুহৰ দৰে ধৰ্ম্মত প্ৰগাঢ় বিশ্বাস এৰিলোঁ—আমি বঙালী যাত্ৰা, আৰু থিয়েটাৰ দেখি ভাৱনালৈ অৱহেলা কৰাত পৰিলোঁ আৰু আমাৰ এইবিলাক আচৰণত, দেখাক দেখি, অৰ্থাৎ শিক্ষিত আৰু ডাঙৰসকল যি বাটেদি যায় অশিক্ষিত আৰু সৰুসকলেও সেই বাটকে ধৰি, গাঁৱলীয়া সমাজবিলাকেও ভাৱনা বোলা বস্তুটো এৰি আধা বঙলুৱা মাতেৰেই কৰা যাত্ৰা, থিয়েটাৰ চাবলৈ ভালপোৱাত পৰিছে। আন কি সত্ৰবিলাকতো আজিকালি ভাৱনা প্ৰায় উঠি যাব ধৰিছে।

আগৰ অঙ্কীয়া নাটবিলাকত প্ৰত্যেকজন ভাৱৰীয়াই নাচি নাচি অহাৰ বাবে আৰু চো-বিলাক কুৰ্ধচ, কিমাকাৰ হোৱাৰ বাবেহে যদি অঙ্কীয়া নাটলৈ আমাৰ অৱহেলা হৈছে, তেন্তে শিক্ষিত সকলে আৰু সত্ৰত থকা ওজা, গায়ন, বায়ন এই সকলে অঙ্কীয়া নাটবিলাককো বৰ্ত্তমান কালৰ ৰুচিৰ উপযুক্ত কৰি অলপ-অচৰপ সাল-সলনি কৰি লৈও ৰক্ষা কৰা উচিত। পৌৰাণিক বৃত্তান্তৰ বা আহোম আৰু তাৰ উপৰি ৰজাসকলৰ কালৰ বিশেষ ঘটনা অৱলম্বন কৰি, বৰ্ত্তমান সমাজৰ আচাৰ-ব্যৱহাৰ, অভাৱ ইত্যাদি লৈ, বৰ্ত্তমান সময়ৰ ভাব আৰু যত যেনেকুৱা দৃশ্য লাগে তেনেকুৱা দৃশ্য দি, ৰাগ-ৰাগিনীযুক্ত সুৱলা সুৱলা মৌলিক গীত দি নাট যুগুত কৰি, যদি আমাৰ ৰঙ্গমঞ্চবিলাকত তোলা হয়, তেনেহলে মোৰ বোধেৰে আমাৰ অসমীয়া নাটবিলাক অতি উপাদেয় হব। দুখৰ বিষয় এইটো নকৰি, অনেক ঠাইতে কেৱে কেৱে হেনো কলিকতাত অভিনীত হোৱা কোনো কোনো নাটকৰ শব্দৰ সলনি শব্দ বহুৱাই নকল কৰি আমাৰ ৰঙ্গমঞ্চবিলাকত তোলো। এইটো

ভাল হোৱা নাই। গল বেলি এই বিষয় লৈ শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ লৈতে মোৰ ভালেমান কথা হৈছিল। তেওঁ আৰু আগৰ আমি পুৰণি বৃদ্ধসকলে এনেকুৱা নাট হোৱাটো বাঞ্ছনীয় নেদেখোঁ। একালত এই অভাজন বৃদ্ধয়ো থিয়েটাৰত উঠি অভিনয় কৰিছিলোঁ। আজি ৩৫ বছৰ হল, গুৱাহাটীত যেতিয়া প্ৰথম থিয়েটাৰ কৰিবলৈ ওলাওঁ, তেতিয়া নাটৰ অভাৱত আমাৰ দলৰ দুই এজনে বঙালী নাট তৰ্জ্জমা কৰি থিয়েটাৰ কৰিবলৈ ওলাইছিল কিন্তু সেই দলত এই অভাজন আৰু বৰ্ত্তমান ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা থকাৰ কাৰণে সেইটো হবলৈ নাপালে। তেওঁ, মই আৰু ৺গোপালকৃষ্ণ দে এই তিনিওজনে মিলি মহাভাৰতৰ পৰা কেৱল ঘটনাটো লৈ সাবিত্ৰী-সত্যবান নাট ৰচনা তাত কৰিছিলো! ৰায় বাহাদুৰ বৰুৱাই "জয় জয় কৃষ্ণ গোলোক বিহাৰী" এনেকুৱা ওখ ধৰণৰ মৌলিক গীত লিখিছিল। আজিকালি অসমত যথেষ্ট শিক্ষা বিস্তাৰ হৈছে। যথেষ্ট বি-এ, এম-এ, প্ৰতিভাশালী সাহিত্যিক আছে। নাটো দেখোন ঢেৰ ৰচিত হৈছে। এনেস্থলত পৰৰ অনুকৰণ কৰা ব্যাধিটো হোৱা উচিত নহয়। মৌলিক নাট ৰচিবলৈ অৱশ্যে বিশেষ প্ৰতিভাৰ আৰু শিল্প-নিপুণতাৰ আৱশ্যক। তদুপৰি নাট লিখকজন অসমীয়া গীত, ৰাগ, পদত সম্পূৰ্ণ ওস্তাদ হব নোৱাৰিলেও সঙ্গীতত এফেৰা অভিজ্ঞতা থকা বিধেয়ো হব লাগে। নাটবিলাক ওখ ভাবৰ, ওখ আৰ্হিৰ হব লাগিব। তেহে নাটে জাতিটোক উন্নত কৰিব। নাটৰ আৰ্হি যদি বেয়া হয়, তেন্তে অসমীয়া সমাজ আৰু তললৈ যাব।

উপন্যাস—যদিও উপন্যাস বোলা বস্তুটো পচিম জগতৰ পৰা অৰ্থাৎ য়ুৰোপৰ পৰা আমদানি হোৱা বস্তু, তথাপি বৰ্ত্তমান সভ্যতাৰ যুগত ই সকলোৰে দৰকাৰী হৈ পৰিছে। ভাল উপন্যাসে যেনেকৈ এখন পঢ়ুৱৈৰ সমাজ গঢ়িব পাৰে, আজিকালি আন সাহিত্যই সিমান নোৱাৰে। পুৰুষভাব থকাৰ কাৰণে যে অসমীয়াই উপন্যাস ভাল নাপায় মোৰ বোধেৰে সেইটো নহয়। দুই এজনে —যি সদায় গধুৰ ভাব লৈ থাকে, অথবা দৰ্শন, বিজ্ঞান, প্ৰত্নতত্ত্ব, ইত্যাদিৰ আলোচনাত লাগি থাকে, সেইসকলে—অৱশ্যে উপন্যাস পঢ়িবলৈ ভাল নাপাব পাৰে, সময়ো নাপায়, সেইসকলে এইবিলাক গধুৰ বিষয়ত বুৰি থাকে। কিন্তু সেইসকলত বাজে সচৰাচৰ, সৰ্ব্বসাধাৰণ অসমীয়া মানুহকো উপন্যাস লাগে—অন্ততঃ আজৰি সময়ফেৰা কটাবলৈ উপন্যাসৰ আশ্ৰয় লাগে। অথবা ৰেলে জাহাজে যাওঁতে সময় কটাবলৈকো আজিকালি উপন্যাস লাগে—যদি সেই উপন্যাস ভাল হয়, মনমোহা সৌন্দৰ্য্যেৰে, ওখ ধৰ্ম্ম আৰু নীতিৰ ভাবেৰে পৰিপূৰিত হয়। যদি অসমীয়াই উপন্যাস ভালকে নাপায়, তেন্তে অনেকেই সোপা-সোপে বঙালী, ইংৰাজী উপন্যাস কিনি পঢ়ে কেলেই? অৱশ্যে অসমীয়াৰ মাজত এতিয়াও স্কটৰ দৰে, বঙ্কিমৰ দৰে, ভিক্টৰ হিউগ'ৰ দৰে, আলেকজেণ্ডাৰ ডুমাচ, ডিকেন্চ, থেকাৰে, মেৰি কৰিয়েলীৰ দৰে ঔপন্যাসিক জন্মা নাই আৰু অসমীয়া জাতিৰ সমাজো ইংৰাজ ফ্ৰান্সৰ দৰে নহয়। এইবিলাক কাৰণে অসমত ঔপন্যাসিক সাহিত্যই গা কৰিব পৰা নাই। কিন্তু এই অভাজনে আগলৈ হব খোজা ঔপন্যাসিকসকলক সতৰ্ক কৰি থওঁ, অসমীয়া উপন্যাস যেন অসমীয়াৰ চৰিত্ৰৰ, অসমীয়াৰ সমাজৰ, কাম্যকানন অসমৰ ফটফটীয়া দাপোণ হয় আৰু উপন্যাসৰ সিদ্ধান্তই যেন পাঠকক ঈশ্বৰমুখী কৰি উন্নতিৰ বাটলৈ নিয়ে। ফচহ বজৰুৱা উপন্যাস যেন অসমীয়াই নিলিখে। বৰং উপন্যাস নোহোৱাই ভাল, তথাচ বেয়া কথাৰ, বেয়া আৰ্হিৰ যেন উপন্যাস সৃষ্টি নহয়। এই অভাজন বৰ্ত্তমানে বৃদ্ধ

অৱস্থাত পৰিলোঁ, এতিয়া হয়তো এই অভাজনে আৰু লিখিব নোৱাৰিম কিন্তু আশা কৰোঁ যেন আগলৈ উঠি অহা দুই এজন শিক্ষিত ডেকাই এই বিষয়টো হাতত লয়।

বুৰঞ্জী—আমাক দৰাচলতে অকল ৰজাসকলৰ শাসন বিষয়ৰ নহয়, অসমীয়া জাতিটোৰ আদিৰে পৰা উত্থান-পতন এই সমস্ত পৰিষ্কাৰৰূপে থকা এখান ডাঙৰ বুৰঞ্জী লাগে। কিন্তু এনেকুৱা বুৰঞ্জী লিখা কামটো বৰ টান। প্ৰত্নতত্ত্ব, পুৰণি বুৰঞ্জীত আধিপত্য থকা এজন সাহিত্যিকে ললেহে এই কাম হব। যেই সেই লিখকৰ দ্বাৰা নহব। আমাৰ ভাষাৰ, সাহিত্যৰ, সত্ৰবিলাকৰ বুৰঞ্জী যে লাগে এইটো মই ডাঠি কব পাৰোঁ। আগেয়ে ছপা হৈ যোৱা, বৰ্ত্তমানত পাবলৈ নাইকিয়া হোৱা অনেক পুথি'আৰু ইংৰাজী অসমীয়া প্ৰবন্ধ যে নতুনকৈ ছপাব লাগে, সেইটোতো মোৰ সম্মতি আছে। তাম্ৰলিপি, শিলালিপি এইবিলাকৰো এখান সংগ্ৰহ-লিপি হলে বৰ ভাল হয়। প্ৰত্নতত্ত্বৰ আলোচনাও আমাক লাগে। বেজবৰুৱাদেৱে কবৰ দৰে অসমৰ ঠায়ে ঠায়ে ইমান পুৰণি ভগ্নাৱশেষ আছে যে সেইবিলাক চাই অনুসন্ধান কৰি ফুৰিলে পুৰণি কালৰ আৰু অনেক তথ্য ওলাব পাৰে। ভূঞাদেৱে লিখা এই সমস্ত বিষয় কাৰ্য্যত পৰিণত কৰিব পাৰিলে আমাৰ সাহিত্যৰ যে বহুল উন্নতি হব ই ধ্ৰুব নিশ্চয়। কিন্তু ভাষাটো ঠিক ৰাখিবলৈ, ইয়াৰ হ্ৰস্ব, দীৰ্ঘ, ষত্ব, ণত্ব, শব্দ, বাক্যবিন্যাস, সংযুক্ত অক্ষৰ প্ৰয়োগ, অপ্ৰয়োগ এইবিলাকৰ গুৰি এটা ধৰিবলৈ, এজন 'ডিক্‌টেটৰ' বা অট'ক্ৰেট লাগে বোলা প্ৰস্তাৱটোত মান্তি হব নোৱাৰিলোঁ। আজিকালিৰ যুগটো হৈছে প্ৰজাতন্ত্ৰৰ, সেইদেখি আমাৰ ভাষা আৰু সাহিত্যৰ গুৰি বঠাখন ধৰিবলৈ লাগে আমাক এখান পাঁচ ছয়জনমান উজনি, ভাটী আৰু মধ্য অসমৰ প্ৰবীণ আৰু নবীন সাহিত্যিকেৰে গঠিত কমিটী বা সমাজ। এই কমিটী বা সমাজেহে ভাষাটো ঠিক ৰাখিব পাৰিব।

এই সাহিত্য সন্মিলনখান হবৰে পৰা প্ৰায় বছৰি প্ৰত্যেকজন সভাপতিয়েই কৈ আহিছে, আমাক এই সন্মিলনীৰ এখান মুখপত্ৰ, ওথ থাপৰ, বঙ্গ দেশৰ বঙ্গদৰ্শন বা সাহিত্য-পৰিষদৰ দৰে এখান মাহেকীয়া কাকত লাগে। কিন্তু এইটো এতিয়ালৈকে কাৰ্য্যত পৰিণত হোৱা নাই। ইয়াৰ কাৰণ, কেৱে গা লাগি এই কামটোত এতিয়ালৈকে ধৰিব পৰা নাই আৰু এজনে গা লাগি নধৰিলে এই কামটো হৈ উঠাও টান। এই কাম হোৱাৰ আগেয়ে আমাক দৰাচলতে এখান ভাল পৰিষ্কাৰ পৰিচ্ছন্নকৈ ছাপিব পৰা ভাল ধুনীয়াকৈ বন্ধাব পৰা ছপাখানা লাগে। পুথি ছপোৱা প্ৰত্যেক সাহিত্যিকেই এই বিষয়ৰ অভাৱ এটা পাই আছে। বৰ্ত্তমান কালত অসমৰ প্ৰত্যেক নগৰতেই দুই এখানকৈ ছপাখানা আছে। কিন্তু হলে কি হব? কোনোখান ছপাখানাতেই আমাৰ অসমীয়া কম্পজিটৰৰ দোষতেই বা অমনোযোগিতা অথবা ছপাখানাৰ গৰাকীয়ে সস্তা দৰত পুৰণি ভগা আখৰ আনি ব্যৱহাৰ কৰা বাবেই আৰু ভাল দপ্তৰী নথকাৰ কাৰণেই, অসমত ছপা কৰা পুথিবিলাকৰ ছাপ অস্পষ্ট, পুথি দেখিবলৈকো এলাগী হয়। কলিকতাত ছপোৱালে ছপা ভাল হয় কিন্তু তাত অসমীয়া শব্দই বঙালী আকাৰ ধৰে। সাহিত্য সমিতিৰ পৰা নতুনকৈ প্ৰেছ কিনি কাকত ছপাবলৈ চেষ্টা কৰাটো ভুল হব। সাহিত্য সন্মিলনীয়ে কোনো ব্যৱসায় বা কাৰবাৰলৈ যাব নালাগে কিন্তু বৰ্ত্তমানে যিবিলাক ছপাখানা আছে তাৰে এখানে সৈতে এটা ভাল বন্দৱস্ত কৰি ললেই সকলো কাম সুবিধাকৈ হব পাৰে আৰু আমি অসমীয়া গ্ৰন্থকৰ্ত্তাসকলেও দুই চাৰিখান পুথি ভালকৈ ছপোৱাব পাৰোঁ।

মন্ত্ৰ-তন্ত্ৰ-সাহিত্য—৪ৰ্থ অধিবেশনত পূজ্যপাদ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী প্ৰভুৱে এই দুই বিধ সাহিত্যৰ পুথি ছপা কৰা ভাল বুলি কোৱা মনত পৰে। এই অভাজনে জনাও যে মন্ত্ৰ-তন্ত্ৰ বোলা বস্তু কেইটা গুপুত। সেইদেখি এইবিলাক বিষয়ৰ পুথি ছপাই ধন খৰচ কৰা ভাল নেদেখোঁ। মন্ত্ৰ ছপা কৰি উলিয়ালে হেনো মন্ত্ৰৰ বলেই কমি যায়, সেইদেখিও সাহিত্যিক-সকলে এই বিষয়ে ঘাটিব নালাগে। যাৰ মন্ত্ৰ-তন্ত্ৰত ৰাপ আছে সেইসকলে গুৰুৰ মুখৰ পৰা শিকি লব পাৰে। ছপা পুথি চাই তন্ত্ৰ-মন্ত্ৰ শিকাটো অকল যে নিষ্ফলেই এনেকুৱা নহয়, বিপজ্জনকো হব পাৰে।

বিজ্ঞান বিষয়ক সাহিত্য—অসমীয়া জাতিটোৱেই এমুঠিৰ। এই এমুঠি মানুহ এতিয়াও একপ্ৰকাৰ কেচুৱা অৱস্থাতে। সেইদেখি ওখ বিজ্ঞানৰ বহুল প্ৰচাৰ সম্প্ৰতে আশা কৰিব নোৱাৰি। কিন্তু সহজ বিজ্ঞানবিলাকৰ মূলকথাবিলাক, আমাৰ দুই চাৰিজন বি-এচ-ছি, এম-এচ-ছিয়ে, স্বাস্থ্যবিজ্ঞান দুই এজন এল-এম-এছ, এম-বি ডাক্তৰে, সহজ ভাষাত লিখি ছপোৱাই বিতৰণ কৰিব পাৰে অথবা চেষ্টা কৰি পাঠ্যস্বৰূপে প্ৰাইমাৰী স্কুলবিলাকত চলোৱাব পাৰে। গাঁওবিলাকৰ স্বাস্থ্য উন্নতি কৰা, বেমাৰ হবলৈ নিদিয়া উপায়বিলাক গাঁৱলীয়া মানুহক যেই সেই প্ৰকাৰে শিক্ষা দিব পাৰিলে আৰু সেইদৰে গাঁৱে গাঁৱে শিক্ষিত সকলে সোমাই গাঁৱলীয়াসকলৰ লগত লগ লাগি আমাৰ অসমৰ গাঁওবোৰৰ স্বাস্থ্যৰ উন্নতি কৰি দেশৰ অশেষ মঙ্গল সাধিব পাৰে। এই কাম কৰিবলৈ বঙ্গদেশৰ দৰে আমাৰ অসমতো এদল ভলন্টিয়াৰৰ আৱশ্যক হৈছে যেন পাওঁ। কিন্তু কোনে ধন ভগন কৰি, গাত দুখ দি এই কামলৈ আগবাঢ়িব এইটোৱে হৈছে ডাঙৰ সমস্যা।

শিল্প, ব্যৱসায় আৰু বাণিজ্য বিষয়ক সাহিত্য—এইবিলাকৰ বিষয়ে কবলৈ গলে দুখ লাগে। এইবিলাক বিষয় ভাবিবলৈ গলেই আমাৰ মনলৈ অসমীয়াৰ ভৱিষ্যৎ উন্নতিৰ বিষয়ে এটা নৈৰাশ ভাব আহে। আগেয়ে আমাৰ সকলো বিধ লাগতিয়াল শিল্প আছিল। কিন্তু পৰাধীন জাতিৰ কপালত কতো সুখ নাই। এতিয়া আমাৰ অসমীয়াৰ মাজত এইবিলাক শিল্পৰ কথাটো দুৰন্তাং, আন কি ঘৰ-বন্ধা ঘৰামী কামতো ঠায়ে ঠায়ে বিদেশীহে হল। ঠায়ে ঠায়ে দুই চাৰিটা তাঁতী আৰু কঁহাৰত বাজে অসমীয়াৰ আনবিলাক শিল্পী নোহোৱাই হল। সেইদেখি শিৰ বা সূৰ নোহোৱাৰ সূৰৰ বিষ বোলাটো যেনেকুৱা অযুগুত সেইদৰে শিল্প, সাহিত্য, বাণিজ্য বিষয়ক সাহিত্যৰ নাম নোলোৱাটোৱেই ভাল। দোকান বজাৰ, ব্যৱসায় আমি আমাৰ হিন্দুস্থানী আৰু মাৰোৱাৰী ককাইহঁতৰ গতত সপি দি আমি নিশ্চিন্ত মনেৰে বেছ সুখেৰে আছোঁ। এই বিষয়ে আমাৰ উঠি অহা ডেকা সাহিত্যিক শ্ৰীযুত জ্ঞাননাথ বৰা বি-এল, দেৱে লিখা "অসমত বিদেশী" নামৰ পুথিখানি সকলোৱে পঢ়া উচিত। ভাটীৰ ফালৰ দুই এজন বামদিয়ালী গুৱালকুছীয়া আৰু বৰপেটীয়া বেপাৰীত বাজে আমাৰ আৰু বেপাৰ বাণিজ্য কৰা মানুহ নাই। আমাৰ দেশত বৰ্ত্তমান ঘাই ব্যৱসায় হৈছে চাহ খেতি। কিন্তু এই খেতি কৰি ধন ঘটিবলৈ হলে আৰম্ভণতে ভালেমান ধন লাগে। দহজনে মিলি যৌথ কাৰবাৰ কৰিবলৈ আমাৰ অসমীয়াই এতিয়াও শিকা নাই। পৰস্পৰৰ ভিতৰত বিশ্বাসৰ অভাৱ। আমাৰ যৌথ কাৰবাৰৰ কেনেকুৱা পৰিণাম হয় তাৰ নমুনা তাহানিখনৰ গুৱাহাটীৰ ভদ্ৰলোকৰ তেল কোম্পানী আৰু

কেইষাৰ কথা কবলৈ বাধ্য হলোঁ। মই আপোনাসকলক এটা নিৰাশাৰ বাণী শুনাই নৈৰাশ ভাবত পেলাব খোজা নাই কিন্তু কৰ্ত্তব্যৰ অনুৰোধত যি বিপদটো দেখিছোঁ সেইটোৰ হাত যাতে এৰাব পৰা যায়, তাৰ প্ৰতিকাৰ এতিয়াৰ পৰা কৰিব পৰা যায়, তাৰ চেষ্টা কৰিবলৈহে প্ৰকৃত ঘটনা আপোনাসকলক জনাইছোঁ। বন্ধুসকল! আমি অসমীয়া জাতিটো এতিয়া ঘোৰ সন্ধি-স্থলত। যদি আমি বিদেশীসকলক দেখিও কানি এৰি উদ্যোগী হবলৈ নিশিকোঁ তেন্তে আমাৰ ধ্বংস অনিবাৰ্য্য।

আমাৰ অসমীয়াই পোনপ্ৰথমতে ভাং কানি এই দুয়োটা বিহ আৰু তাৰ লগতে মদ আৰু চিগাৰেট্ বোলা নতুন বিহটোকো এৰিব লাগিব। গাঁৱলীয়া প্ৰজাৰ বলেইহে শিক্ষিত সকলৰ বল—সেইদেখি প্ৰত্যেক শিক্ষিত অসমীয়ায়ে কানি, ভাং, চিগাৰেট্, মদ, আমাৰ মানুহৰ মুখৰ পৰা বঢ়াই বুজাই কাবৌ মিনতি কৰি এৰুৱাব লাগিব। তেহে অসমীয়াক লক্ষ্মীয়ে কৃপা কৰিব। এই চাৰিটা ৰাগীয়াল বস্তু এৰাব নোৱাৰিলে অসমীয়া জাতিৰ উন্নতি হোৱাও মিছা আৰু তাৰ লগে লগে ভাষা বা সাহিত্যৰো উন্নতি আশা কৰাটোও আকাশত চাং পতাৰ দৰে হব। বন্ধুসকল! সাহিত্যানুৰাগী ডেকাসকল! বৰ্ত্তমানে আমাৰ দয়ালু গবৰ্ণমেণ্টে আফিঙৰ পাছ লোৱাৰ নিয়ম প্ৰবৰ্ত্তিত কৰিছে, আমাৰ উপকাৰ কৰিবলৈ আগবাঢ়িছে। কিন্তু এই কামত আমাৰ অসমীয়া শিক্ষিতসকলে, সন্ত মহন্তসকলে, বিশেষকৈ পাছ দিওৱাৰ ক্ষমতা যাৰ হাতত আছে সেই মৌজাদাৰ, মণ্ডল, গাঁওবুঢ়াসকলে চৰকাৰক অকপট চিত্তে সহায় কৰক। দেশৰ মঙ্গল চিন্তি, অসমীয়া জাতিটোক ৰক্ষা কৰিবৰ উপায় চিন্তি, উচিতমতে, বিশেষকৈ তাকৰৰ ফালেহে ঢাল লৈ যেন পাছত আফিঙৰ পৰিমাণ লিখায়। নজনা হোজা অসমীয়াইতো বিহ খাই আত্মহত্যা কৰি আছে আৰু কৰিবও। কিন্তু যিসকল জ্ঞানী, মানী, দেশহিতৈষী, সন্ত, মহন্ত, সাধু সেইসকলে এই আত্মহত্যা পাপ নিবাৰণ কৰিবলৈ চেষ্টা কৰাটো জানো উচিত নহয়?

কানিয়ে এই জাতিটোৰ জীৱনীশক্তি (vitality) মাৰি থৈছে, তাৰ লগতে দৈন্য দশাও আনি দিছে। আমাৰ পাপৰ ফলত মাৰিমৰক কলা-আজাৰেও আমাক নাশ কৰিব লাগিছে। অসমীয়া বাঢ়ে কেনেকৈ? জাতিটো ৰবলৈ হলে আমাক ধন-বল, জন-বল দুয়োটা লাগে। কিন্তু আমি দুয়ো বিষয়তে দুখীয়া। কানি, ভাং, চিগাৰেট অসমীয়াই এৰক। দেখিব তেতিয়া হলে অসমীয়াৰ শৰীৰলৈ এটা নতুন জীৱনী-শক্তি আহিব। জীৱনী-শক্তি আহিলেই কানীয়া অসমীয়াৰ ঘৰ-দুৱাৰ আৰু চোতালৰ আগৰ পৰা জাবৰ জোঠৰ গুচিব। জাবৰ জোঠৰ গুচিলেই সেইবিলাক ঠাইত ৰদ পৰি ৰোগৰ বীজাণুবিলাক আঁতৰ হব—অসমীয়া তেতিয়া সুস্থ আৰু সবল হব। সুস্থ আৰু সবল হলেই তেতিয়া অসমীয়াই এলাহ নিহালি থৈ জুহালৰ গুৰিত নেথাকি খেতি-বাতিত লাগিব—দেখাক দেখি বেহা-বেপাৰত লাগিব আৰু তেনেকুৱা হলেই অসমীয়াক লক্ষ্মী সৰস্বতী উভয়ে সমানে কৃপা কৰিব। কানি, মদ, ভাং এই তিনটা বিহ এৰাৰ লগে লগে প্ৰত্যেক অসমীয়ায়ে কি মতা কি মাইকী উভয়ে শিক্ষিত হব লাগিব। শিক্ষা যিমানেই বিস্তাৰ হব সিমানেই দেশৰ পৰা কানি, মদ, ভাঙো আঁতৰিব। শিক্ষিত হলে মানুহে কানি, ভাং খাবলৈ লাজ পাব আৰু তাৰ লগে লগে বৰ্ত্তমানৰ বৃদ্ধ কানীয়া কেইজন বৈকুণ্ঠী হলে নতুন তৰপে

এইবিলাক বিহক আৰু ঠাই নিদিব বুলি আশা কৰিব পাৰি। তিৰোতা জাতিটো শিক্ষিত হলে আগলৈ জন্ম লোৱা সন্তানবিলাকো শিক্ষিত হব। কিয়নো সন্তানে পোনপ্ৰথমে মাকৰ পৰাহে শিক্ষা পায়। মোৰ বিবেচনাৰে প্ৰাথমিক শিক্ষাটো বাধ্যতামূলক হব লাগে। উচ্চ শিক্ষাটোৰ ভেটি ধৰ্ম্ম আৰু নীতিৰ ওপৰত স্থাপিত হৈ এনেকুৱা হব লাগে যেন সেই বিদ্যাৰে অকল চাকৰিলৈ আশা কৰি টোপ পেলাই বহি নাথাকি যেন সেই এটা কৰ্ম্ম, ব্যৱসায় বা বাণিজ্য কৰি খাব পৰা বিধৰ হয়।

শিক্ষা বিস্তাৰৰ লগে লগে আমাৰ আৰু এটা উচিত হব যে আমি অসমীয়াই পোন প্ৰথমে আমাৰ ভাষা, সাহিত্য, আচাৰ ব্যৱহাৰ, ধৰ্ম্ম এই সমস্তকে ৰক্ষা কৰিও "বসুধৈব কুটুম্বকং" এই মহামন্ত্ৰত দীক্ষিত হব লাগিব। চাহ বাগিচাৰ যিবিলাক বনুৱা ওলাই বস্তিত ফাল্টু হৈ বহিছে, সেইসকলকো আমি অসমীয়া ভাষা দি, পাৰিলে গোঁসাইসকলে উদাৰ ভাবৰ হিন্দু ধৰম দি অসমীয়া কৰি লব লাগিব আৰু ভাটীৰ পৰা অহা মৈমনচিঙীয়া আৰু ঢাকায়া মুছলমানসকলক আমাৰ অসমীয়া মুছলমানসকলে অসমীয়া কৰি লব লাগিব। যদি এই ভাটীৰ ফালৰ মুছলমান সকল এবছৰ বা দুবছৰলৈ মাথোন নহয় চিৰকালৰ নিমিত্তে ইয়াত বসতি কৰি থাকিবলৈ আহিছে তেনেহলে আমি আশা কৰিব পাৰোঁ যে এইসকলো কালক্ৰমত অসমীয়াৰ সংসৰ্গত পৰি অসমৰ হাৱা পানী খাই শেহত অসমীয়াই হবগৈ। কিন্তু আমি হাত সাৱটি বহি থাকিলে নহব। আমি এইসকলক আপোন কৰি লবলৈ চেষ্টা কৰিব লাগিব। আমাৰ উচিত আমাৰ দেশলৈ অহা ভাৰতবৰ্ষৰ সকলো ঠাইৰ মানুহৰ লগত আমাৰ নিজা অসমীয়া ভাষাত কথা কোৱা। আমি সিবিলাকৰ ভাষাতে সিবিলাকৰ লগত কথা কলে আমাৰ ভাষাৰ উন্নতি নহব।

বন্ধুসকল! আপোনালোকক ভালেমান কথা কৈ হয়তো আমনি লগালোঁ। কিন্তু মই জানো আপোনালোকে এই বৃদ্ধৰ সকলো দোষ সকলো ত্ৰুটী নিজ গুণে ক্ষমা কৰিব। সামৰণিত অভাজনে আপোনাসকলক জনাও যে কি জাতীয় বল, কি সাহিত্যিক বল, কি কবিত্ব শক্তি সমস্তই সেই জাতিৰ ধৰ্ম্মৰ ওপৰতেহে ঘাইকৈ নিৰ্ভৰ কৰে। ধৰ্ম্ম বলৰ সমান বল নাই। শুদ্ধ, সত্ব, পবিত্ৰ অথচ উদাৰ ধৰ্ম্মে মানুহক আধ্যাত্মিক বল দি তাৰ লগে লগে পাৰ্থিব বলো বঢ়াব। ভাবি চাওক য়ুৰোপীয় বৰ্ত্তমান সভ্যতা আৰু উন্নতিৰ মূলতে মহাত্মা যীশুখৃষ্টৰ ধৰ্ম্ম। প্ৰথম যুগৰ খৃষ্ট ধৰ্ম্মৰ আতাসকলে ধৰ্ম্মৰ অৰ্থে, নিজৰ বিশ্বাসৰ বল দেখুৱাই ঠায়ে ঠায়ে অকাতৰে প্ৰাণ দিও য়ুৰোপত খৃষ্টীয় ধৰ্ম্ম থাপি গল। তাৰ ফলত বৰ্ত্তমানে আমাৰ অসমত যেনেকৈ ঠায়ে ঠায়ে সত্ৰাদি আছে য়ুৰোপতো সেইদৰে খৃষ্ট ধৰ্ম্মৰ সত্ৰবিলাক স্থাপিত হৈছিল। এই সত্ৰবিলাক নিৰ্ম্মাণ কৰিবলৈ এদলে কমাৰ, বাঢ়ৈ, মিস্ত্ৰি, সূতাৰ ইত্যাদিৰ কাম শিকিলে। ধৰ্ম্মক মনমোহা কৰিবলৈ আন এদলে বাদ্য যন্ত্ৰাদি উদ্ভাৱন কৰিলে। আন এদলে গীত, পদ, ৰাগ গাবলৈ শিকিলে। আন এদলে হিব্ৰু আৰু লেটিন ভাষাত থকা বাইবেলক নিজ নিজ ভাষালৈ ভাঙি উলিওৱাৰ লগে লগে অভিধান, ব্যাকৰণ, সাহিত্য ৰচনা কৰাত লাগিল। নিজৰ নগ্নতা ঢাকিবলৈ কিছুমানে কাপোৰ তৈয়াৰ কৰিবলৈ শিকিলে। আৰু এইদৰেই য়ুৰোপৰ এই সত্ৰবিলাকৰ পৰাই প্ৰথমতে য়ুৰোপীয় উন্নতি আৰু সভ্যতাৰ সূত্ৰপাত হয়। য়ুৰোপতো সেই কালত ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে প্ৰভু

খৃষ্ট আৰু তেওঁৰ পিচৰ আতাসকলৰ লীলা বৰ্ণাই অঙ্কীয়া নাটৰ miracle আৰু religious playৰ অভিনয়াদি হৈছিল। মুছলমান ধৰ্ম্মলৈ চাওক—যি মুহূৰ্ত্তেই মহাপুৰুষ মহম্মদে "আল্লাহ আকবৰ—হে ঈশ্বৰ তুমি মহান্" এই বাণী আৰবৰ মৰুভূমিবাসীসকলৰ মাজত প্ৰচাৰ কৰিলে, সেই মুহূৰ্ত্তৰে পৰা আৰববাসীক বিজ্ঞান, শিল্প, সাহিত্য, সাহ, তেজ, বল এই সমস্ত সম্পদে লগ দিলে। মচলেম্ সভ্যতাই একালত জগত গোটেইখনকে ব্যাপি পেলাইছিল। ভাৰতবৰ্ষত বুদ্ধদেৱে যি মুহূৰ্ত্ততে ৰাজসিংহাসনকো এৰি জগতৰ দুখ আঁতৰাবলৈ ঘৰৰ বাহিৰ হৈছিল সেই মুহূৰ্ত্তৰে পৰা ভাৰতৰ সভ্যতাই গোটেইখান এছিয়া, চীন, জাপান, সুদূৰ ছাইবেৰিয়া, আমেৰিকা, চিৰিয়া সমস্ত দেশকে ব্যাপিছিল। বৌদ্ধ ধৰ্ম্ম প্ৰচাৰকসকলে "অহিংসা পৰমো ধৰ্ম্ম" এই মূলমন্ত্ৰ লৈ দেশে বিদেশে বৌদ্ধ ধৰ্ম্ম আৰু তাৰ আনুসঙ্গিক সভ্যতা বিতৰণ কৰি ফুৰিছিল। বঙ্গদেশত চৈতন্য মহাপ্ৰভুৱে যিদিনাই মাতৃ, পত্নী এই দুজনকো ত্যাগ কৰি ঘৰৰ বাহিৰ হল সেই দিনাৰে পৰা বঙালী ভাতৃসকলৰ ভাষা, শিল্প, সাহিত্য, বিজ্ঞান এই সকলোৰে উদ্ভৱ হৈ বঙালী জাতি টনকিয়াল হল। এতিয়াও যিদিন ধৰি মহাত্মা ৰাজা ৰামমোহন ৰায়ে পবিত্ৰ ব্ৰাহ্ম ধৰ্ম্ম উলিয়াই প্ৰচাৰ কৰিলে সেই দিনৰে পৰা বঙালীৰ ভিতৰত ওখ ভাব, ওখ সঙ্গীত, ওখ সাহিত্যৰ সৃষ্টি হল। মোৰ বিশ্বাস পূজ্যপাদ শ্ৰীযুত ৰবীন্দ্ৰনাথ ঠাকুৰ যদি ব্ৰাহ্ম ধৰ্ম্মত দীক্ষিত নহলহেঁতেন আৰু ধৰ্ম্ম-প্ৰাণ মহাপুৰুষ এজন নহলহেতেন, তেনেহলে তেখেতৰ হাজাৰ প্ৰতিভা থকা স্বত্বেও এনেকুৱা জগদ্বিখ্যাত নবেল প্ৰাইজ পোৱা মহাকবি কিজানি হব নোৱাৰিলেহেতেন। বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত নোহোৱা হলে কিজানি ৺বঙ্কিমচন্দ্ৰও বঙ্কিম হৈ নোলালহেতেন। আমাৰ অসমতো যিদিনাই প্ৰভু শঙ্কৰদেৱে 'কৃষ্ণ এক দেৱ দুঃখহাৰী" এনেকুৱা মূলমন্ত্ৰৰ বৈষ্ণৱ ধৰ্ম্ম উলিয়ালে সেই দিনৰে পৰা অসমীয়াৰ সাহিত্য, সঙ্গীত, শিল্প এই সমস্তই উদ্ভৱ হল। অসমীয়া জাতি ধনে জনে, বিদ্যাই বুদ্ধিয়ে ভৰপূৰ হল। অসমীয়া মানুহক সেই কালত লক্ষ্মী সৰস্বতী উভয়ে লগ দি কৃপা কৰিলে। কিন্তু যেতিয়াৰে পৰা অসমীয়াই শঙ্কৰ মাধৱ দামোদৰ হৰিদেৱ এই চাৰিজনা অৱতাৰী পুৰুষৰ আচল ধৰ্ম্ম পাহৰি কপটতা, কুটিলতা, খিয়লা-খিয়লি, হিংসা-দ্বেষ ইত্যাদিত ধৰিলে আৰু "মই বৰ, তই সৰু, মই শুচি, তই অশুচি তেহেলৈ যা মোক নুচুবি" এনেকুৱা ভাবৰ ধৰ্ম্মত ধৰিলে, তেতিয়াৰে পৰাই মোৰ বিশ্বাস আমাৰ অসমীয়া জাতিটো শাপগ্ৰস্ত হল। আৰু এই শাপগ্ৰস্ত হোৱাৰ বাবেই মান মৰাণৰ হাতত থেকেচা খাই জুৰুলা জুপুৰা হল আৰু কিজানি সেই শাপমুক্ত নোহোৱাৰ বাবেই এতিয়াও অসমীয়াই কানি ভাং চিগাৰেট খাই, কলা-আজাৰত, মাৰি-মৰকত মৰি অন্ত হব লাগিছে। অসমীয়াৰ মুখৰ ভাত পৰে সকলো প্ৰকাৰে কাঢ়ি খাইছে। প্ৰবাদ আছে যে একালত এটলান্টিক সাগৰৰে পৰা আমেৰিকালৈকে এট্‌লান্টিছ্ নামেৰে এখান মহাদেশ আছিল। একালত সেই মহাদেশৰ মানুহবিলাক উন্নতিৰ চৰম সীমাত উঠি বৰ বলী হৈ ঈশ্বৰ-বিমুখ নাস্তিক হল, ঘোৰ অত্যাচাৰী হল, পৰস্পৰ খিয়লা-খিয়লি, হিংসা-দ্বেষেৰে ভৰপূৰ হৈ জগৎখান ধ্বংস কৰিবলৈ উদ্যত হল। তাৰ ফলতে হেনো ঈশ্বৰে এই মহাদেশখানক সাগৰৰ গৰ্ভত লীন কৰি এট্‌লান্টিছ সভ্যতা ধ্বংস কৰিলে। বেবিলনতো সেইদৰে মহাপাপ হোৱাৰ

নিমিত্তে বেবিলন নাশ পালে। বাইবেলত আছে অস্বাভাবিক পাপৰ কাৰণেই হেনো চদম আৰু গমুৰা নামে দুখান দেশ নষ্ট হৈছিল। আমাৰ ভাটীৰ অসমীয়াৰ মাজতো প্ৰবাদ যে দৈবই আৰু শাহান নামেৰে দুখান দেশ পাপত ধ্বংস হৈ বিলত পৰিণত হৈছিল আৰু তাৰ মানুহবিলাক হেনো সাপ, বেঙ, কাছ, কেকোৰা ইত্যাদিত পৰিণত হৈছিল। এতিয়াও আমাৰ অসমীয়াৰ মাজত অলপ অচৰপ হিংসা-হিংসি, খিয়লা-খিয়লি, পৰশ্ৰী-কাতৰতা, নিজে ডাঙৰ হলে আনক ডাঙৰ হবলৈ নিদিয়া, পৰক আপোন বোলা, আপোনাক পৰ বোলা পাপ আছে। এইবিলাক পাপ আৰু বিশেষকৈ কানি খাই একপ্ৰকাৰ আত্মহত্যা কৰিবলৈ ওলোৱা পাপ আমাৰ মাজৰ পৰা নাতৰিলে আমাৰ জাতিৰ, ভাষাৰ, সাহিত্যৰ একোৰে উন্নতি আশা কৰিব নোৱাৰি। শিক্ষাই স্বদেশপ্ৰেমে ধৰ্ম্মপ্ৰাণতাইহে এইবিলাক আঁতৰাব পাৰিব। সেইদেখি বন্ধুসকল! আহক আমি প্ৰত্যেকটো অসমীয়াই নিজ নিজ ধৰ্ম্ম আৰু অনুষ্ঠানৰ মাজেদি জ্ঞান ভক্তি আৰু কৰ্ম্মত আশ্ৰয় লৈ এই জগতৰ আদি কাৰণ, সচ্চিদানন্দময়, অনন্ত নিৰ্গুণ-গুণনিয়ন্তা, সৰ্ব্বশক্তিমান মহান্ বিভুৰ চৰণত আশ্ৰয় লওঁ। তেওঁৰ চৰণত আশ্ৰয় নললে আমাৰ উদ্ধাৰ নাই। দেহে, মনে, প্ৰাণে আমি প্ৰভুত আশ্ৰয় মাগোঁ, তেহে আমি ৰক্ষা পৰিম—তেহে আমি সৰ্ব্ব প্ৰকাৰে উন্নতি লভিব পাৰিম—তেহে আমাৰ মাজত ওখ ভাব, ওখ আৰ্হি হব। আৰু এই ওখ ভাব, ওখ আৰ্হি হলেই ওখ নীতি হব। ওখ ভাবৰ কবিত্ব, দাৰ্শনিকতা, বৈজ্ঞানিকতা এই সমস্ত সম্পদে লাগ দিব—তেহে আমাৰ ভাষা, সাহিত্য আৰু জাতিটো উন্নত হব।

ওঁ শান্তি! শান্তি!! শান্তি!!! কৃষ্ণাৰ্পণমস্তু।

# পৰিশিষ্ট

অসমীয়া লিখক আৰু পুথি প্ৰবন্ধাদিৰ তালিকা (প্ৰকাশিত অপ্ৰকাশিত উভয় বিধ)

**প্ৰাক বৈষ্ণৱ যুগ ঃ**—১। ডাক … ডাক ভণিতা পুৰুষোত্তম গজপতি .. ২। দীপিকা ছন্দ ৺ৰায় বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ দ্বাৰা সম্পাদিত। ৩। মাধৱকন্দলি—সপ্তকাণ্ড ৰামায়ণ ৺ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ দ্বাৰা সম্পাদিত।

**শঙ্কৰী বা বৈষ্ণৱ যুগ ঃ**—(১) শঙ্কৰদেৱে লিখা পদ পুথি ঃ—১। কীৰ্ত্তন ২। দশম ৩। ৰুক্মিণী হৰণ ৪। গুণমালা ৫। ভটিমা ৬। বৰগীত ৭। ৰামায়ণ ১ম কাণ্ড ৮। অনাদি পাতন ৯। অঙ্কৰ গীত ১০। উৎকল খণ্ড ১১। চপয় টোটয় ১২। নিমি-নৱসিদ্ধ সংবাদ ১৩। বৈষ্ণৱ অমৃত ১৪। ভক্তিপ্ৰদীপ ১৫। ৰত্নাকৰ ১৬। লীলামালা ১৭। ভাগৱত। অঙ্কীয়া নাট ঃ— ১৮। হৰিশ্চন্দ্ৰ ১৯। ৰুক্মিণী-হৰণ ২০। সীতা-স্বয়ম্বৰ

২১। পাৰিজাত হৰণ ২২। উদ্ধৱ সংবাদ ২৩। কালীয় দমন ২৪। কুৰুক্ষেত্ৰ ২৫। গোৱালীপাৰা ২৬। কোটোৰা খেলা ২৭। সিন্ধু যাত্ৰা ২৮। ৰাজ ঝুমুৰ ২৯। পত্নীপ্ৰসাদ ৩০। তাঁতিৰ ঝুনা। (২) মহাপুৰুষ ৺মাধৱদেৱে লিখা পদ পুথি :—১। হাজাৰী ঘোষা (নামঘোষা) ২। ৰামায়ণ (শেষকাণ্ড) ৩। বৰগীত কেতবিলাক ৪। কুলুপীয়া ঘোষা ৫। বৈষ্ণৱ কীৰ্ত্তন ৬। ৰত্নাকৰ টীকা ৭। নাম মালিকা ৮। ভক্তি ৰত্নাৱলী ৯। দেহ বিচাৰ ১০। জন্ম ৰহস্য ১১। অমূল্য ৰত্ন ১২। ৰাজসূয়। অঙ্কীয়া নাট :—১৩। চোৰ ধৰা ১৪। পিপৰা গুচুৱা ১৫। ভূমি লোটোৱা ১৬। ভূষণ হেৰোৱা ১৭। ভোজন ব্যৱহাৰ। (৩) ৰাম সৰস্বতীৰ পদ পুথি :—১। মহাভাৰত ১৫০০০ শ্লোক ২। কুলাচল বধ ৩। জটাসুৰ বধ ৪। বৰাসুৰ বধ ৫। মণিচন্দ্ৰ ঘোষ ৬। দুৰ্ব্বাসাৰ দৰ্পচূৰ্ণ ৭। হংস পুৰাণ ৮। জামাল সংহিতা ৯। শিৱ ৰহস্য ১০। ধৰ্ম্ম সংবাদ ১১। ব্যাধ চৰিত ১২। ব্যাস আশ্ৰম ১৩। ভীম চৰিত ১৪। সাবিত্ৰীৰ উপাখ্যান ১৫। সিন্ধু যাত্ৰা ১৬। সিন্ধুৰা পৰ্ব্ব ১৭। ৰামায়ণ ১৮। গীতা। (৪) ৺অনন্ত কন্দলিৰ পদপুথি :—১। অনন্ত-ৰামায়ণ (ৰামকীৰ্ত্তন) ২। বৈষ্ণৱ অমৃত ৩। কিৰাত যুদ্ধ ৪। কীচক বধ ৫। খটাসুৰ বধ ৬। বঘাসুৰ বধ ৭। গীতগোবিন্দ ৮। জীৱস্তুতি ৯। ধৰ্ম্মপুৰাণ ১০। গীতা ১১। শেষ দশম অঙ্কীয়া নাট ১২। সীতাৰ পাতাল প্ৰবেশ। (৫) শ্ৰীধৰকন্দলি পদ পুথি :—১। অশ্বমেধ পৰ্ব্ব ২। ঘুনুচা ৩। কাণখোৱা। (৬) চন্দ্ৰভাৰতী পদ পুথি :—১। কুমাৰ হৰণ ২। বৃত্ৰাসুৰ বধ। (৭) ৺নাৰায়ণ দেৱ পদ পুথি :—পদ্ম-পুৰাণ। (৮) ভট্টদেৱ বা কবিৰত্ন গদ্যপুথি :—১। কথা গীতা ২। কথা ভাগৱত। (১০) ৺পুৰুষোত্তম পদপুথি :—১। ভক্তিপ্ৰেমাবলী ২। দেৱজিৎ ৩। নৱঘোষা (গদ্যপুথি) ৪। কথা ঘোষা। (১১) ৰামচৰণ ঠাকুৰ পদ্যপুথি :—১। ৺শঙ্কৰদেৱৰ জীৱনী ২। বৰ চৰিত্ৰ। (১২) ৺দৈত্যাৰি ঠাকুৰ পদপুথি :—১। ৺শঙ্কৰ মাধৱৰ চৰিত্ৰ নাট ২। নৃসিংহ যাত্ৰা। (১৩) ৺ৰামানন্দ দ্বিজ পদ :—৺শঙ্কৰদেৱৰ চৰিত্ৰ। (১৪) দ্বিজভূষণ পদ :—শঙ্কৰদেৱৰ চৰিত্ৰ। (১৫) নীলকণ্ঠ পদ পুথি :—দেৱদামোদৰ চৰিত। (১৬) ৰামৰায় দ্বিজ পদ পুথি :—শুকলীলা। (১৭) দিবাকৰ দ্বিজ পদ পুথি :—হৰিদেৱ চৰিত। (১৮) গোপাল মিশ্ৰ কবিৰত্ন পদ :—ঘোষা ৰত্ন। (১৯) ভবানন্দ পদ :—হৰিবংশ। (২০) নৰোত্তম দাস পদ :—ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ। (২১) দেৱ গোস্বামী পদ :—ক্ৰিয়া যোগসাৰ। (২২) যশোৱৰ পদ :—ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ। (২৩) সাৰ্ব্বভৌম ভট্টাচাৰ্য্য পদ :—১। ভবিষ্যৎ পুৰাণ ২। ভাগৱত ৩। স্বৰ্গখণ্ড। (২৪) ৰামগোবিন্দ পদ :—১। ব্ৰহ্মাণ্ড পুৰাণ ২। বিষ্ণুপুৰাণ। (২৫) ব্ৰজনাথ পদ :—কালিকা পুৰাণ। (২৬) বকুল কায়স্থ পদ :—১। অঙ্কৰ পুথি ২। ভূমি পৰিমাণ ৩। লীলাৱতী। (২৭) হৰিৰায় পদ :—১। অজামিল উপাখ্যান। (২৮) সাগৰখৰি পদ :—অশ্বনিদান। (২৯) অজ্ঞাত—হস্তিবিদ্যাৰ্ণৱ। (৩০)। ৰামানন্দ পদপুথি :—মণ্ডসাৰ (৩১) কবিচন্দ্ৰ পদপুথি :—সন্তচৰিত। (৩২) গোপাল আতা নাট :—জন্মযাত্ৰা (৩৩) গোপাল চৰণ নাট :—জৰাসন্ধ বধ। (৩৪) নৰোত্তম ঠাকুৰ পদ :—ভক্তি প্ৰেমাৱলী। (৩৫) মধুসূদন মিশ্ৰ পদ :—মাৰ্কেণ্ডেয় চণ্ডী। (৩৬) ৰামানন্দ দেৱ পদ :—ভক্তি ৰত্ন সিন্ধু।

**ব্ৰিটিছ যুগ :**—( শিৱসাগৰৰ পাদ্ৰীসকলৰ ৺আত্মাৰাম শৰ্ম্মাৰ সহায়ত ১৮৩৩ খৃষ্টাব্দত ) ১। বাইবেল। ২। যাত্ৰিকৰ যাত্ৰা। ৩। অৰুণোদয় বাতৰি কাকত ( এতিয়া নাই )। ( ২ ) ৺ৰবিন্চন্ চাহাবৰ ১৮৫০ খৃষ্টাব্দত অসমীয়া ব্যাকৰণ। ( ৩ ) ৰেভাৰেণ্ড ব্ৰাউন, ১৮৪৮ খৃষ্টাব্দত ১। অসমীয়া ভাষাৰ ব্যাকৰণ বিষয়ে ( ইংৰাজীত ) ২। প্ৰথম গণনা ৩। ২য় গণনা। ( ৪ ) ব্ৰন্চন্ চাহাবৰ ১৮৬৮ খৃঃত ইংৰাজী অসমীয়া অভিধান। ( ৫ ) ৺কাশীনাথ তামুলী ফুকন আৰু ৺ৰাধানাথ বৰবৰুৱা যুটীয়াকৈ, অসম বুৰঞ্জী। ( ৬ ) আনন্দৰাম ঢেকিয়াল ফুকন ১৮৪৯ খৃঃত ১। অসমীয়া লৰাৰ মিত্ৰ। ( ৭ ) যদুৰাম বৰুৱাৰ ১৮৩৯ খৃঃত, অসমীয়া অভিধান। ( ৮ ) ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা ১। অসম বুৰঞ্জী ২। লৰাপুথি ৩। ৰামনৱমী নাটক ৪। আসাম বন্ধু ( মাহেকীয়া কাকত, ( এতিয়া নাই,) ৫। ভূগোল ৬। আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত ৭। পদাৰ্থ বিদ্যা ৮। কঠিন শব্দৰ ৰহস্য ব্যাখ্যা। ( ৯ ) হেমচন্দ্ৰ বৰুৱাৰ ১। হেমকোষ অভিধান ২। অসমীয়া ব্যাকৰণ ৩। কানীয়া কীৰ্ত্তন ৪। বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী ৫। আসাম নিউচ ( সাদিনীয়া বাতৰি কাকত, এতিয়া নাই ) ৬। আদি পাঠ ১ম, ২য়, ৩য় ৭। স্বাস্থ্যবিধি ৮। পাঠমালা। ( ১০ ) আউনীআটী সত্ৰৰ শ্ৰীধৰ ওজা ১। আসাম বিলাসিনী ( সাদিনীয়া বাতৰি কাকত, এতিয়া নাই ) ২। তৰা ( ঐ )। ( ১১ ) পদ্মহাস গোস্বামী ১। পদ্মমালা ২। লৰামিত্ৰ। ( ১২ ) লম্বোদৰ বৰা ১। শকুন্তলাৰ ভাঙনি। ২। লৰাবোধ ৩। জ্ঞানোদয়। ( ১৩ ) পানীন্দ্ৰনাথ গগৈ ১। ভূগোল ২। বৰ্ণ-পৰিচয় ৩। লৰা-শিক্ষা। ( ১৪ ) কলিকতীয়া ছাত্ৰসকল ১। জোনাকী ( মাহেকীয়া কাকত, এতিয়া নাই )। ( ১৫ ) কৃষ্ণপ্ৰসাদ দুৱৰা, ৰায় চাহাব পদ্মনাথ গোঁহাঞি বৰুৱা, শ্ৰীযুক্ত বেণুধৰ ৰাজখোৱা, বিজুলী ( মাহেকীয়া কাকত, এতিয়া নাই )। ( ১৬ ) শ্ৰীযুত বলীনাৰায়ণ বৰা ১। মৌ ( মাহেকীয়া কাকত, এতিয়া নাই ) ২। ভাৰত বুৰঞ্জী। ( ১৭ ) ৺ৰত্নেশ্বৰ মহন্ত ১। হৰিশ্চন্দ্ৰ নাটক ২। জ্ঞানাঙ্কুৰ ৩। কবিতা পুথি ৪। জোনাকীত প্ৰবন্ধাদি। ( ১৮ ) ৺ৰমাকান্ত চৌধুৰী ১। সীতা-হৰণ ( নাট ) ২। ইন্দ্ৰজিত বধ ( নাট ) ৩। অভিমন্যু বধ ( কাব্য )। ( ১৯ ) সত্যনাথ বৰা ১। সাহিত্য বিচাৰ ২। গীত পুথি ৩। আকাশ ৰহস্য ৪। সাৰথি। ( ২০ ) কালীৰাম বৰুৱা ১। কাৰ্য্য শিক্ষা ২। দ্বিতীয় শিক্ষা ৩। তৃতীয় শিক্ষা। ( ২১ ) কালীৰাম বৰুৱা আৰু অনাৰেবল মাণিকচন্দ্ৰ বৰুৱা যুটীয়াকৈ ৪। আসাম ( সাদিনীয়া বাতৰি কাকত, এতিয়া নাই )। ( ২২ ) শ্ৰীযুত ভোলানাথ দাস ১। কবিতামালা ২। চিন্তা-তৰঙ্গিনী ৩। জৰিপ পৰিমিতি ৪। সীতা হৰণ কাব্য। ( ২৩ ) শ্ৰীযুত ৰমাকান্ত বৰকাকতী, শ্ৰীযুত গুঞ্জানন বৰুৱা, ঘনশ্যাম বৰুৱা, ৰত্নধৰ বৰুৱা যুটীয়াকৈ ভ্ৰমৰঙ্গ নাট। ( ২৪ ) শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ১। প্ৰাকৃত বিজ্ঞান ২। মূলাগাভৰু ( নাট ) ( ২৫ ) শ্ৰীযুত পদ্মনাথ গোঁহাঞি বৰুৱা আৰু পানীন্দ্ৰনাথ গগৈ যুটীয়াকৈ, সাহিত্য-সংগ্ৰহ ( প্ৰবেশিকা পৰীক্ষাৰ পাঠ )। ( ২৬ ) শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ১। পদুম-কুঁৱৰী ২। সাধুকথাৰ কুকী ৩। লিটিকাই ৪। কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা ৫। কৃপাবৰ বৰুৱাৰ ওভতনি ৬। কামত কৃতিত্ব লভিবৰ সঙ্কেত ৭। ককাদেউতা আৰু নাতি-লৰা ৮। জয়মতী কুঁৱৰী ( নাট )

৯। বেলিমাৰ ( নাট ) ১০। বাথৰ ১১। জুনুকা ১২। চক্ৰধ্বজ সিংহ ( নাট ) ১৩। বুঢ়ী-আইৰ সাধু ১৪। ভাৰত বুৰঞ্জী ১৫। কদমকলি ( কবিতা ) ১৬। পাচনি ( ধেমেলীয়া নাট ) ১৭। নোমল ( ধেমেলীয়া নাট ) ১৮। চিকৰপতি নিকৰপতি ( নাট ) ১৯। ভগৱৎ কথা ২০। বাঁহী ( মাহেকীয়া কাকত )। ( ২৭ ) শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ১। ফুলৰ চাকি ( কবিতা ) ২। মাহেকীয়া কাকতবিলাকত প্ৰত্নতত্ব বিষয়ক প্ৰবন্ধ ৩। কথা-গীতা ( সম্পাদন ) ৪। পুৰণি অসম বুৰঞ্জী ( সম্পাদন )। ৫। কথাভাগৱত ( সম্পাদন ) ৬। নীলকণ্ঠ কৃত ৺দেৱদামোদৰ চৰিত্ৰ ( সম্পাদন ) ৭। হেমকোষ অভিধান ( সম্পাদন )। ( ২৮ ) শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ১। জ্ঞানসোপান ২। মিৰি জীয়ৰী ৩। মনোমতী ৪। ৰঙিলী ৫। দন্দুৱা দ্ৰোহ ৬। নিৰ্ম্মল ভকত ৭। হিন্দুধৰ্ম্ম আৰু দেৱদামোদৰ ৮। মনোবিজ্ঞান ৯। শৰীৰ-তত্ব ১০। ভোলাই শৰ্ম্মা ১১। প্ৰদীপিকা ( মাহেকীয়া কাকত, এতিয়া নাই ) ১২। পুৰী ভ্ৰমণ। ( ২৯ ) শ্ৰীযুত কনকলাল বৰুৱা ১। ভূগোল ২। জোনাকীত আৰু আন আন মাহেকীয়া কাকতত প্ৰবন্ধাদি। ( ৩০ ) শ্ৰীযুত কনকলাল বৰুৱা, শ্ৰীযুত ৰজনীকান্ত বৰদলৈ, ৺গোপালকৃষ্ণ দে ধুটীয়াকৈ, সাবিত্ৰী সত্যবান ( নাট )। ( ৩১ ) ৺ ৰায় বাহাদুৰ ফণীধৰ চলিহা ই, এ, চি, আৰ্হি চৰিত্ৰ। ( ৩২ ) শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ১। চিন্তানল ২। আসাম হিতৈষী ( পষেকীয়া কাকত ) ৩। মাহেকীয়া আৰু পষেকীয়া কাকতত সামাজিক আৰু দাৰ্শনিক বিষয়াদিৰ মৌলিক প্ৰবন্ধাদি। ( ৩৩ ) শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ১। কোমল কবিতা ২। বীণ বৰাগী ( কবিতা ) ৩। অসমীয়া বাতৰি কাকত আৰু বাঁহীৰ পৃষ্ঠপোষকতা। ( ৩৪ ) শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা, চৰিতাৱলী ( ৩৫ ) শ্ৰীযুত পদ্মনাথ গোঁহাঞি বৰুৱা ১। লাহৰী ( উপন্যাস ) ২। ভানুমতী ( উপন্যাস ) ৩। গাঁওবুঢ়া ( নাট ) ৪। জয়মতী ( নাট ) ৫। গদাধৰ ( নাট ) ৬। লীলা ( কাব্য ) ৭। জুৰণি ( কবিতা ) ৮। মহাৰাণী ( গদ্য ) ৯। দেশী কছৰৎ ( স্কুলীয়া পুথি ) ১০। নীতি-শিক্ষা ( স্কুলীয়া পুথি ) ১১। লাচিৎ বৰফুকন ( নাট ) ১২। জীৱনী সংগ্ৰহ ১৩। সাধনী ( নাট ) ১৪। টেটোন তামুলী ( নাট ) ১৫। অসম বুৰঞ্জী ১৬। উষা ( মাহেকীয়া কাকত, এতিয়া নাই ) ১৭। অসম-বন্তি ( পষেকীয়া বাতৰি কাকত )। ( ৩৬ ) শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ১। তিৰোতাৰ আত্মদান ( কাব্য ) ২। কমতাপুৰ ধ্বংস ( কাব্য ) ৩। বিৰহিণী বিলাপ ( কাব্য ) ৪। যুদ্ধক্ষেত্ৰত আহোম ৰমণী ৫। ডেছ্‌দিমনা ( কাব্য ) ৬। আভাস ( কাব্য ) ৭। চকুলো ( কাব্য ) ৮। মালচ ( চনেট ) ৯। মালিতা ( উপন্যাস )। ( ৩৭ ) শ্ৰীযুত বেণুধৰ ৰাজখোৱা ১। পঞ্চ কবিতা ২। দশ গীত ৩। সেউতী কিৰণ ( নাট ) ৪। খণ্ড বাক্যকোষ ৫। বিহু ৬। ডেকা গাভৰু ৭। দুৰ্য্যোধনৰ উৰুভঙ্গ ( নাট ) ৮। লখিমী তিৰুতা ৯। সৰু লৰাৰ গান ১০। কলিযুগ ১১। অশিক্ষিতা বৈণী ১২। অসমীয়া ভাই ( কবিতা ) ১৩। কুৰিশতিকাৰ সভ্যতা ১৪। দক্ষযজ্ঞ ( নাট ) ১৫। দৰবাৰ ( নাট ) ১৬। বাঁহী ( গানৰ কিতাপ ) ১৭। লৰা পুথি ১৮। সাহিত্য প্ৰৱেশ ১৯। নীতি পাঠ। ( ৩৮ ) শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ১। কোমল কবিতা ২। জিলিকনি ৩। মাহেকীয়া কাকতত প্ৰবন্ধ। ( ৩৯ ) মৌলবী মফিজুদ্দিন আহমদ হাজৰিকা, জ্ঞানমালিনী। ( ৪০ ) ৺লক্ষ্মীৰাম বৰুৱা ১। সঙ্গীত সাধনা ২। সঙ্গীত কোষ। ( ৪১ ) শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ১। ভাগ্য পৰীক্ষা ( নাট ) ২। মেঘনাদ বধ ( নাট )। ( ৪২ ) নীলকুমুদ

বৰুৱা, জীবনাদৰ্শ। (৪৩) শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী ১। গল্পাঞ্জলি ২। ময়না ৩। মহাসমৰ ৪। শিক্ষা বিচাৰ ৫। পৰীক্ষা (নাট)। (৪৪) শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী, চৈতন্য চৰিত। (৪৫) শ্ৰীযুত ভৰতচন্দ্ৰ দাস বি এ, ই এ চি ১। খেতি ২। আদি চৰিত ৩। অভিমন্যু বধ (নাট)। (৪৬) শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা বি এল, ই এ চি ১। অঞ্জলি (কবিতা) ২। নিবেদন (কবিতা) ৩। পাৰ্থ পৰাজয় (নাট) ৪। বালীবধ (নাট) ৫। চন্দ্ৰাৱলী (নাট) ৬। পদ্মাৱতী (নাট)। (৪৭) শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী ১। তুমি (কবিতা) ২। বেণু ৩। বীণা ৪। চেতনা (মাহেকীয়া কাকত)। (৪৮) শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা ১। পঞ্চৰত্ন ২। ভেনিচৰ সাউদ (ছেক্স্‌পিয়ৰৰ ভাঙনি)। (৪৯) শ্ৰীযুত তৰুণৰাম ফুকন ১। স্তুতিমালা (পদ্য) ২। অৰ্ধাত কবিতাদি। (৫০) শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ ১। গৃহলক্ষ্মী (নাটক) ২। মাহেকীয়া কাকতত প্ৰবন্ধাদি। (৫১) শ্ৰীযুত দেৱানন্দ ভড়ালী ১। ভীমদৰ্প (নাট) ২। অসমীয়া ভাষাৰ মৌলিক বিচাৰ। (৫২) শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা ১। উজু কবিতা ২। লৰা কবিতা ৩। ফুল ৪। ফলা ৫। গুৰু দক্ষিণা ৬। নিগ্ৰো (নাট) ৭। বৃষকেতু ৮। মহৰী (নাট) ৯। সহজ চিকিৎসা ১০। কলিযুগ (যুটীয়াকৈ) (৫৩) পদ্মনাথ শৰ্ম্মা ১। ন বোৱাৰী (নাট)। (৫৪) শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ১। আনন্দৰাম বৰুৱা (জীৱনী) ২। নিৰ্ম্মালি ৩। আহোমৰ দিন ৪। জয়মতী উপাখ্যান ৫। গোপালকৃষ্ণ গোখেল ৬। কবি ৰবীন্দ্ৰনাথ ৭। ৰত্নাৱলী ৮। চানেকী ৯। বৰফুকনৰ গীত। (৫৫) শ্ৰীযুত পদ্মধৰ চলিহা ১। কেনে মজা ২। গীতিলহৰী ৩। অমৰ-লীলা ৪। নিমন্ত্ৰণ ৫। ফুলনি ৬। অৰ্ঘ্য (মাহেকীয়া কাকত, এতিয়া নাই) ৭। সাহিত্য প্ৰসঙ্গ। (৫৬) শ্ৰীযুত কুমুদেশ্বৰ বৰঠাকুৰ বি, এ, বি, টি, ১। ওৰণী ২। মেঘদূত ৩। ঢোৰোক পণ্ডিত ৪। সতী ৫। সাধুৰ ভঁড়াল ৬। জয়মতী কাহিনী ৭। প্ৰসন্নকুমাৰ ঘোষৰ জীৱনী ৮। সাহিত্য বিচাৰৰ সাৰ ৯। জ্ঞানমালিনী সাৰ। (৫৭) মৌলবী চেথাৰত আলি মাষ্টৰ, পৰমাৰ্থ দৰ্পণ। (৫৮) সিংহদত্ত দেৱ অধিকাৰী ১। সাধু চৰিত ২। বেণু ৩। কবিতা-লহৰী ৪। সাৱিত্ৰী ৫। অৰ্ঘ্য (মাহেকীয়া কাকত যুটীয়াকৈ, এতিয়া নাই) ৬। আদৰ্শ পাঠ। (৫৯) শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা ১। চোৰাংচোৰাৰ চৰা ২। বাৰভূঞা ৩। বহাগী ৪। অস্তাচল (নাট)। (৬০) কেশৱকান্ত বৰুৱা ১। লাচিত ফুকন ২। চুপহী ৩। বনীয়া কাকতীৰ বংশাৱলী। (৬২) শ্ৰীযুত ডিম্বেশ্বৰ নেওগ ১। মালিতা ২। আকুল পথিক ৩। থুপিতৰা ৪। মিলন (৩ মহীয়া কাকত)। (৬৩) শ্ৰীযুত সোণাপতি দেৱশৰ্ম্মা বি এ, ১। ৰচনা-প্ৰণালী ২। বেউলা ৩। সাহিত্যৰ সাজ ৪। সমাজ-চিত্ৰ (উপন্যাস) ৫। স্মৃতি-মালিকা ৬। কণ্টি। (৬৪) শ্ৰীযুত ৰত্নকান্ত বৰকাকতী ১। আলাপ ২। বিলাপ ৩। বাণী ৪। ধ্বনি ৫। সাহিত্য ৬। স্বৰাজ। (৬৫) শ্ৰীযুত দণ্ডিনাথ কলিতা ১। ৰহঘৰা ২। ফুল ৩। ৰগৰ ৪। প্ৰদীপ ৫। ৺চন্দ্ৰনাথ শৰ্ম্মাৰ জীৱন চৰিত্ৰ ৬। চিলাৰায় (নাট)। (৬৬) শ্ৰীযুত মহাদেৱ শৰ্ম্মা ১। সাৱিত্ৰী ২। কথা-ৰামায়ণ ৩। শকুন্তলা ৪। বুদ্ধদেৱ ৫। অৰুণ (মাহেকীয়া কাকত)। (৬৭) পূৰ্ণকান্ত শৰ্ম্মা ১। হিতকথা ২। জ্ঞানাঙ্কুৰ ৩। হৰিশ্চন্দ্ৰ (নাটক) ৪। হৰধনুৰ্ভঙ্গ (নাটক)। (৬৮) শ্ৰীযুত

শুকদেৱ গোস্বামী ১। কোঁহ ১ম ২। কোঁহ ২য় ৩। পৰিণাম ৪। পুলি তামোল। (৬৮) শ্রীযুত কনকচন্দ্র শর্ম্মা ১। স্বাস্থ্যবিধি ২। পশুপালন ৩। আমাৰ খেতি। (৬৯) শ্রীযুত দণ্ডিধৰ শর্ম্মা ১। ধৰ্ম্মতত্ব ১ম ২। ধৰ্ম্মতত্ব ২য় ৩। সুকন্যা উপাখ্যান। (৭০) শ্রীৰঘুনাথ চৌধাৰী ১। সাদৰী (পদ্য) ২। কেতেকী (পদ্য) ৩। কাৰবালা ৪। ময়না (মাহেকীয়া কাকত, এতিয়া নাই)। (৭১) শ্রীযুত দৈবচন্দ্র তালুকদাৰ ১। ৰাধাৰুক্মিণী (নাট) ২। ধুৰ্বলিকুৰলী (উপন্যাস) ৩। প্রেমপট। (৭২) শ্রীযুত ভ্রমৰ চন্দ্র শইকীয়া ১। শব্দমালা ২। চুতীয়া জাতি। (৭৩) শ্রীযুত মিত্রদেৱ মহন্ত ১। কুকুৰি কণাৰ আঠমঙলা ২। ধ্রুব ৩। বিয়াৰ বিপৰ্য্যয় (নাট) ৪। অম্বা (নাট)। (৭৪) শ্রীযুত প্রমোদচন্দ্র বৰঠাকুৰ ১। কবিতা-কুসুম ২। লৰাপুথি। (৭৫) শ্রীযুত হৰিদয়াল পাঠক ১। অৰ্চ্চণা ২। ফুলৰ মালা। (৭৬) ডাক্তৰ শ্রীযুত হৰেকৃষ্ণ দাস ১। কলেৰা চিকিৎসা ২। আসাম বান্ধব (মাহেকীয়া কাকত, এতিয়া নাই)। (৭৭) শ্রীযুত ধনীৰাম দত্ত ১। উদ্ভিদ বিৱৰণ ২। উৰ্ব্বশী উদ্ধাৰ। (৭৮) শ্রীযুত ৰূপেশ্বৰ স্মৃতিতীৰ্থ ১। গো চিকিৎসা ২। শিশু-চিকিৎসা। (৭৯) শ্রীযুত নবীনচন্দ্র ভট্টাচাৰ্য্য, চন্দ্রপ্রভা (উপন্যাস)। (৮০) শ্রীযুত ৰতিকান্ত বৰা ১। এৰি মুগা শিক্ষা ২। চিয়াৰ সঙ্কেত। (৮১) শ্রীযুত সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী ১। মুকলী (পদ্য) ২। তত্ত্ব আৰু তথ্য। (৮২) চন্দ্রনাথ শৰ্ম্মা বি,এল ১। বিদ্যাসাগৰ ২। বছাফুল। (৮৩) শ্রীযুত দণ্ডিধৰ বৰঠাকুৰ ১। শ্লোকমালা ২। শ্লোক পুষ্পাঞ্জলি। (৮৪) শ্রীযুত গুণাভিৰাম শৰ্ম্মা, ১। ছাৰ শ্রীল শ্রীযুত প্রফুল্লচন্দ্র ৰায় জীৱন চৰিত ২। ৰহস্য কাহিনী। (৮৫) শ্রীযুত মুন্সি পজিৰুদ্দিন আহমদ ১। গুলেনাৰ (নাটক) ২। সৌ-সিতা। (৮৬) শ্রীযুত কীৰ্ত্তিনাথ দাস ১। প্রভাতী (মাহেকীয়া কাকত) ২। প্রতাপসিংহ। (৮৭) গণেশচন্দ্র হাজৰিকা ১। বিহু আৰু তাৰ প্রাকৃতিক চিত্র ২। ফুলৰ ৰেণু। (৮৮) ইন্দ্রধৰ ৰাজখোৱা, হিতোপদেশ। (৮৯) চাৰুচন্দ্র ঠাকুৰ, শ্রীবৎসচিন্তা। (৯০) বাচাৰাম খাওন্দ, দত্তদেৱ চৰিত। (৯১) শ্রীযুত মহেশ্বৰ বৰুৱা, মিত্রলাভ। (৯২) শ্রীযুত বুধীন্দ্রনাথ ভট্টাচাৰ্য্য, ৰমণী গাভৰু (নাট)। (৯৩) শ্রীযুত শৈলধৰ ৰাজখোৱা, বিদ্যাৱতী (নাট)। (৯৪) শ্রীযুত মৌলবী আবদুল ৰহমান বেগ, ইচলাম জেউতি। (৯৫) শ্রীযুত বলৰাম পাঠক, লৱকুশ (নাট)। (৯৬) শ্রীযুত মহানন্দ বৰুৱা, দোহাবলী। (৯৭) শ্রীযুত ৰোমেশ্বৰ শৰ্ম্মা ১। ঈছপৰ সাধুকথা ২। ভোগ। (৯৮) শ্রীযুত সুৰেন্দ্রনাথ দত্ত, পৰাচিত (নাট)। (৯৯) শ্রীযুত কালিপ্রসন্ন দাস, ফুলৰ কলি। (১০০) শ্রীযুত মহীচন্দ্র বৰা, শান্তিশতক। (১০১) শ্রীযুত ৰামেশ্বৰ বৰুৱা, মুখেন মাৰিতং জগৎ। (১০২) শ্রীযুত বৃন্দাবন চন্দ্র গোস্বামী, ঠাহু পুৰাত (নাট)। (১০৩) শ্রীযুত মাধৱচন্দ্র শৰ্ম্মা, মুকুল। (১০৪) শ্রীযুত লক্ষ্মীনাথ শৰ্ম্মা, নীতি শ্লোক। (১০৫) শ্রীযুত অমৃতভূষণ দেৱ অধিকাৰী, সটীক নাম-ঘোষা (সম্পাদক)। (১০৬) শ্রীযুত আনন্দৰাম ঢুলীয়া বৰুৱা, বৰবৈণী। (১০৭) শ্রীযুত গোলোক চন্দ্র কাব্যতীৰ্থ, চাণক্যৰ ভাঙনি। (১০৮) গঙ্গাৰাম তহচিলদাৰ, দ্রব্যনাম শিক্ষা। (১৯০) শ্রীযুত মৌলবী মহম্মদ চোলেমান খাঁ, কবিতা পুথি। (১১০) গোপালকৃষ্ণ দে ১। নৈবেদ্য ২। মাহেকীয়া কাকতত বিবিধ প্রবন্ধ। (১১১) শ্রীযুত নন্দেশ্বৰ দাস বি এচ চি, সাৱিত্রী।

(১১২) শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতি, পুৰণি অসমত ভূমুকি। (১১৩) মৌলবী শ্ৰীযুত মহম্মদ চালেহ, সাধনা (মাহেকীয়া কাকত)। (১১৪) শ্ৰীযুত বেণুধৰ শৰ্ম্মা আৰু শ্ৰীযুত গিৰীন্দ্ৰ নাথ যুটীয়াকৈ, ৰবিন্‌চন্ ক্ৰুশ'। (১১৫) শ্ৰীযুত কেশবানন্দ শৰ্ম্মা পাঠক, মহাত্মা গান্ধীৰ জীৱনী। (১১৬) শ্ৰীযুত জ্ঞাননাথ বৰা বি এল, অসমত বিদেশী। (১১৭) শ্ৰীযুত কাশীনাথ দাস, কৃষ্ণ চৈতন্য। (১১৮) শ্ৰীযুত নবীনচন্দ্ৰ দাস, বুৰঞ্জী কল্পতৰু। (১১৯) শ্ৰীযুত দুৰ্গেশ্বৰ বৰা, ফুল। (১২০) শ্ৰীযুত প্ৰাণেশ্বৰ দাস, পুৰী ভ্ৰমণ। (১২১) শ্ৰীযুত ধাৰেশ্বৰ ভট্টাচাৰ্য্য, হাঁহি ধেমালি। (১২২) শ্ৰীযুত দণ্ডীধৰ সোণোৱাল। ১। চপলা (উপন্যাস)। ২। যুগল মূৰ্ত্তি (উপন্যাস)। (১২৪) শ্ৰীযুত ৰণজিৎ সিং নেওগ, অসমীয়া নিদান। (১২৫) শ্ৰীযুত প্ৰসন্ন নাৰায়ণ চৌধুৰী। ১। কায়স্থ ভাস্কৰ ২। নীলাম্বৰ (নাট)। (১২৬) শ্ৰীযুত ৰাধিকানন্দ চৌধুৰী। ১। আৰ্য্য জাতীয়তা ২। গীতা। (১২৭) প্ৰেমধৰ চলিহা, মাহেকীয়া কাকতত বিবিধ প্ৰবন্ধ। (১২৮) ৺দেৱনাথ বৰদলৈ ১। হেমপ্ৰভা (নাট) ২। বৈদেহী বিচ্ছেদ (নাট)। (১২৯) শ্ৰীযুত সোণাৰাম চৌধুৰী। প্ৰত্নতত্ব বিষয়ক মূল্যবান প্ৰবন্ধাদি মাহেকীয়া কাকতত। (১৩০) শ্ৰীযুত দেৱেশ্বৰ চলিহা ১। অন্ন-বস্ত্ৰ ২। মাহেকীয়া কাকতত প্ৰবন্ধাদি। (১৩১) শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালা, শোণিত কুঁৱৰী (নাট)। (১৩২) কাশীনাথ হাজৰিকা, কাৰ্য্য শিক্ষা। (১৩৩) শ্ৰীযুত কালিৰাম মেধি, প্ৰহ্লাদ চৰিত্ৰ। (১৩৪) শ্ৰীযুত বসন্ত কুমাৰ বৰুৱা ১। ভাৰতবৰ্ষৰ বুৰঞ্জী ২। ৰেগ্‌নাৰৰ সাধু। (১৩৫) শ্ৰীযুত চিন্তাহৰণ পাটগিৰি, সংসাৰ চিত্ৰ (উপন্যাস)। (১৩৬) শ্ৰীযুত লক্ষ্মীনাথ ফুকন, মালা (কবিতা)। (১৩৭) শ্ৰীযুত জ্ঞানানন্দ জগতি ১। সাধুকথাৰ জোলোঙা ২। দৈৱী-পৰীক্ষা ৩। বিবিধ প্ৰবন্ধ। (১৩৮) শ্ৰীযুত বিষয়চন্দ্ৰ বিশ্বাসী। ১। পদ্যাবলী ২। দুৰ্গাবৰী। (১৩৯) গুৱাহাটী মচ্‌লেম্ সমূহৰ ইচলামী আখবৰ (মাহেকীয়া কাকত)। (১৪০) ছাত্ৰ সম্মিলনৰ ১। সম্মিলন প্ৰবন্ধাবলী ১—৬ষ্ঠ ভাগ ২। ৰহস্য কাহিনী ৩। ৰেগনাৰৰ সাধু। (১৪১) শ্ৰীযুত সোণাপতি দেৱশৰ্ম্মা, শ্ৰীযুত মহীচন্দ্ৰ বৰা, শ্ৰীযুত কুমুদচন্দ্ৰ বৰঠাকুৰ যুটীয়াকৈ, মাণিকচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত। (১৪২) শ্ৰীযুত বাণীকান্ত কাকতি এম এ ১। চোৰধৰা নাট (সম্পাদন) ২। পিপৰা গুচুৱা নাট (সম্পাদন)। (১৪৩) মৌলবী শ্ৰীযুত মোছলেহুদ্দিন আহমদ ১। মজাৰ গল্প ২। মাহেকীয়া কাকতত প্ৰবন্ধাদি। (১৪৪) শ্ৰীযুত কুশকান্ত বৰকাকতি, প্ৰসূতি। (১৪৫) শ্ৰীযুত তাৰিণীচৰণ দাস, অশ্ৰু (কবিতা)। (১৪৬) শ্ৰীযুত হৰমোহন দাস, মহাপুৰুষ (জীৱনী)। (১৪৭) শ্ৰীযুত সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী ১। মুৰলী (কবিতা) ২। তত্ব আৰু তথ্য (আলোচনা)। (১৪৮) মৌলবী মহম্মদ উদ্দিন হুচেন। ১। জননী (মাহেকীয়া কাকত) ২। মাহেকীয়া কাকতত প্ৰবন্ধাদি। (১৪৯) শ্ৰীযুত হৰকান্ত দুৱৰা, স্বাস্থ্যবিধান। (১৫০) শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা ১। সাহিত্য পাঠ ২। মাহেকীয়া কাকতত প্ৰবন্ধাদি। (১৫১) শ্ৰীযুত ধনেশচন্দ্ৰ ঘোষাল, স্কুল সঙ্গীত। (১৫২) ৰোহিতাশ্ব শইকীয়া ১। অসমীয়া সাহিত্য ২। কবিতা লতা (তিনিমহীয়া কাকত, শ্ৰীযুত নীলকণ্ঠ বৰুৱাৰে সৈতে যুটীয়াকৈ)। (১৫৩) শ্ৰীযুত নাৰায়ণচন্দ্ৰ বৰুৱা ১। অসমীয়া কৃষি তত্ব ২। অসমীয়া কৃষি বচন ৩। খেতিয়ক (মাহেকীয়া কাকত)। (১৫৪) শ্ৰীযুত প্ৰাণনাথ বুজৰ বৰুৱা বি, এছ, ছি, ৰামকৃষ্ণ পৰমহংসৰ

জীৱনী। (১৫৫) কমলদেৱ গোস্বামী আউনীআটী সত্ৰৰ অধিকাৰ পুৰুষ, যুগল বিলাস (নাট)। (১৫৬) শ্ৰীযুত উৎসবানন্দ গোস্বামী প্ৰভু, বত্ৰিশ সিংহাসন। (১৫৭) যোৰহাট নৰ্ম্মাল স্কুলৰ পৰা প্ৰভাত (তিনিমহীয়া কাকত)। (১৫৮) যোৰহাট হাই স্কুলৰ, জেউতি (তিনি মহীয়া কাকত)। (১৫৯) শ্ৰীযুতা পদ্মাৱতী ফুকননী আই, সুধৰ্ম্মাৰ উপাখ্যান। (১৬০) শ্ৰীযুতা হেমপ্ৰভা দাস, জ্ঞানমালা। (১৬১) শ্ৰীযুতা স্বৰ্ণলতা ৰায়ৰ আহি তিৰোতা। (১৬২) ৺যমুনেশ্বৰী খাটনিয়াৰ ১। অৰুণ (পত্ত) ২। মাহেকীয়া কাকত বিলাকত সুন্দৰ সুন্দৰ পত্ত। (১৬৩) শ্ৰীযুত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ বিবিধ প্ৰবন্ধ। (১৬৪) শ্ৰীযুতা ভুবনেশ্বৰী বৰা, বিয়াৰ নাম।

---

টোকা :—ওপৰৰ পৰিশিষ্ট নিৰ্ভুল আৰু সম্পূৰ্ণ নহলেও সেই ভাবেই ৰখা হল।

সম্পাদক

# নৱম অধিৱেশন

ধুবুৰী—১৯২৬ চন

**সভাপতি—বেণুধৰ ৰাজখোৱা**

মাননীয় আদৰণি সভাৰ সভাপতি ডাঙৰীয়া! শাখা সাহিত্য-সভাবিলাকৰ প্ৰতিনিধি সম্প্ৰদায়! সদাশয় সমজুৱামণ্ডলী! স্বদেশ-হিতৈষী বন্ধুবৰ্গ! নৱমৰ ছাত্ৰবৃন্দ আৰু আইদেউ সকল! যিজনে নিয়তিৰ অধিপতি স্বৰূপে, সত্য ত্ৰেতা দ্বাপৰ কলি চাৰিও যুগত যুগ-লীলাৰ মাহাত্ম্য বিস্তাৰ কৰিছে, কল্পান্তত পুনৰ কল্পাৰম্ভ কৰি অসীম অনন্ত শকতিৰ বিকাশ কৰিছে, যিজনে আবহমান কাল কালৰ চকৰিৰ পৰিচালক স্বৰূপে সৃষ্টিৰক্ষা কৰিছে, যিজনে কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰী হৈও বালিচাঁহী এটালৈকো পাহৰি নাথাকে, যাৰ সু-বহল ৰাজ্যত মানুহে ক্ষুদ্ৰাদপি ক্ষুদ্ৰ হৈও, অহং ভাৱত মতলীয়া হৈ নিজকে এজন ভব্য পুৰুষ বুলি ভাবি ইতৰক গণিতা নকৰে আৰু যাৰ সুবিস্তীৰ্ণ ৰাজ্যত ক্ষুদ্ৰ প্ৰাণীয়েও সংসাৰৰ পৰা গতা থাই বাগৰি নপৰি এচুকত ঠাই পাইছে, যিজনে পতিত জাতিকো কৃপা-কণিকা সিঞ্চন কৰি মুক্তি-দান দিছে, সেই পতিত-পাৱন পৰমপিতা পৰমেশ্বৰৰ চৰণত শতকোটি সেৱা জনাইছোঁহঁক। একান্তমনে তেওঁৰ চৰণত প্ৰাৰ্থনা কৰোঁ, যেন নিঃকিন অসমীয়া জাতিৰ এই ক্ষুদ্ৰ অনুষ্ঠান নিৰ্ব্বিঘ্নে সম্পাদন কৰে। অধঃপতিত জাতিৰ কাতৰ বিননি অথলে নাযাওক। আমাৰ আজিৰ কাৰ্য্যাৱলী যেন শুভ হওক।

ত্বমাদিদেবঃ পুৰুষঃ পুৰাণ
স্তমস্য বিশ্বস্য পৰং নিধানম্।
বেত্তাসি বেদ্যঞ্চ পৰঞ্চ ধাম
ত্বয়া ততং বিশ্বমনন্তৰূপ॥
বায়ুৰ্যমোঽগ্নিৰ্বৰুণঃ শশাঙ্কঃ
প্ৰজাপতিস্ত্বং প্ৰপিতামহশ্চ।
নমো নমস্তেঽস্তু সহস্ৰকৃত্বঃ
পুনশ্চ ভূয়োঽপি নমো নমস্তে॥

নমঃ পুৰস্তাদথ পৃষ্ঠতস্তে
নমোঽস্তু সৰ্ব্বত এব সৰ্ব্ব।
অনন্তবীৰ্য্যমিতবিক্ৰমস্ত্বং
সৰ্ব্বং সমাপ্নোষি ততোঽসি সৰ্ব্বঃ॥
জয় গুৰু শঙ্কৰ, সৰ্ব্ব গুণাকৰ,
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণে ৰেণু শতকোটি
বাৰেক কৰোঁহো প্ৰণাম॥

অসমত ইমানবিলাক বিশিষ্ট বিদ্যোৎসাহী পুৰুষ থাকোঁতেও আপোনালোকে এচুকত পৰি থকা এই অভাজনক বিচাৰি উলিয়াই আজি এই আসনখনি আগবঢ়োৱাত দৰাচলতে মই বৰ লাজ পাইছোঁ। এনে সন্মানৰ বাবে মোৰ হক নাই। যদি কিবা হক আছে তেনেহলে এয়ে যে মাতৃভাষা আৰু সাহিত্যৰ উন্নতিৰ নিমিত্তে মোৰ ওৰেও জীৱনৰ ধাউতি। বিদ্যা আৰু বুদ্ধি উভয় চুটি হোৱা বাবে আজিলৈকে আপোনালোকৰ গুৰিত একো কাম দেখুৱাব পৰা নাই। তথাপি আপোনালোকে যে মোক সভাপতি পদৰ নিমিত্তে বৰণ কৰিছে, ই কেৱল আপোনালোকৰ মহানুভৱতাৰ চিনাকি মাথোন। স্কুলত পঢ়া কালৰে পৰা মই অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে উদ্বাউল। হনুমন্তৰ হিয়া-ফলিত যেনেকৈ ৰাম নাম

লিখা আছিল, মোৰো হিয়া-ফলিত সেইদৰে অসমীয়া ভাষা আৰু সাহিত্য এই কথা লিখা আছে। দুখৰ বিষয়, হনুমন্তৰ দৰে মই আপোনালোকৰ আগত নথেৰে বুকু চিৰি মোৰ কথাৰ সত্যতা দেখুৱাব নোৱাৰোঁ। যোৱা আগষ্ট মাহৰ ৬ তাৰিখে মোৰ অতি মৰমৰ ১৬ বছৰীয়া কন্যা এটীয়ে অনন্তৰ কোলাত আশ্ৰয় ললে। শোক আৰু তাপত জৰ্জ্জৰিত অৱস্থাতে আপোনালোকৰ সাদৰ-আহ্বান পালেঁ।। খন্তেকৰ নিমিত্তে ৰ লাগি থাকি, এই বাব গ্ৰহণ কৰিব পাৰিম নে নোৱাৰিম, গুণি-গাথি চালেঁ।। তাৰ পিচতে স্থিৰ কৰিলেঁ। যে মোৰ নিজৰ যিমানেই কি ধকুৱা বিলাই-বিপত্তি নহওক, ৰাইজৰ সেৱা কৰিবলৈ য'ত ধনিষ্ঠামানো সুযোগ পোৱা যায়, তালৈ পিঠি দিব নোৱাৰি। তাকে ভাবি এই গধুৰ ভাৰখনি কান্ধত লবলৈ মান্তি হলেঁ।। ফলাফল বিচাৰৰ ভাৰ সুধীবৃন্দৰ হাতত। এই কাৰ্য্যত মোৰ যি হীন-দেঢ়ি ঘটে (আৰু হীন-দেঢ়ি হে অলেখ ঘটিব তাত সন্দেহ নাই) আপোনালোকে নিজ গুণে যেন মৰষিব।

ধুবুৰীৰ এচমকা ঠাইৰ এমুঠি মানুহে সদৌ অসমৰ সাহিত্য সন্মিলনৰ বছেৰেকীয়া অধিবেশন আহ্বান কৰাটো দৰাচলতে আচৰিত মানিবলগীয়া। যেতিয়া শ্ৰীযুত ভুবনচন্দ্ৰ দত্ত ডাঙৰীয়াই যোৱা বছৰৰ নগাওঁৰ অধিবেশনৰ মণ্ডপত আমাক নিমন্ত্ৰণ কৰিলে, তেতিয়া পোনতে সঁচাকৈ আমি ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলোঁ। কিন্তু যেতিয়া তেওঁ শ্ৰদ্ধাস্পদ ৰায় বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াৰ বিজুলী-বাতৰিটি আমাৰ হাতত পেলালে, আমাৰ বিস্ময় বিজুলী সঞ্চাৰে আঁতৰি গ'ল। বুজিলোঁ, দত্ত ডাঙৰীয়াই ৰায় বাহাদুৰৰ গাত ভেজনি লৈ আমাক আহ্বান কৰিছে। উশাহ লবলৈ নৌ পাওঁতেই আকৌ ভাবিলোঁ, ৰায় বাহাদুৰে নো এনে মহাযজ্ঞ পাতিবৰ নিমিত্তে কাৰ সৈতে আওৱান হ'ল? তেখেতে কাৰ গাত ভেজনি ললে? তেখেতে ভেজনি ললে এইসকলৰ গাত—(১) অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সভ্যসকল, (২) গুৱালপাৰা জিলাৰ সুশিক্ষিত ভদ্ৰমণ্ডলী; (৩) সদৌ অসমৰ গৌৰৱৰ স্থল বিদ্যোৎসাহী জমিদাৰসকল, (৪) গুৱালপাৰা জিলাৰ সৰ্ব্বসাধাৰণ প্ৰজাবৃন্দ। সকলো সমাজতে প্ৰজা-শক্তিতকৈ ডাঙৰ শক্তি নাই। যি কাৰ্য্যত প্ৰজাৰ বল নাই, সেই কাৰ্য্য কেতিয়াও নিয়াৰি হব নোৱাৰে। যি কাৰ্য্যত প্ৰজাৰ বল থাকে, সেই কাৰ্য্যৰ সিদ্ধি অনিবাৰ্য্য। এতিয়া ফট্‌ফটীয়াকৈ বুজা নহল নে যে গুৱালপাৰা জিলাৰ খিলঞ্জীয়া অধিবাসীসকলৰ মাতৃ-ভাষাৰ প্ৰতি অকৃত্ৰিম প্ৰেম? তেওঁবিলাকৰ সেই মৰম-বেথা পাইহে আজি এই বিশাল ৰভাৰ তলত মাতৃভাষানুৰাগী সকলৰ অপূৰ্ব্ব সমাবেশ। যি কামৰূপ ৰাজ্যত ভগৱতী সাক্ষাৎ বিৰাজ-মান, যজ্ঞৰ গৰাকী দেৱাদিদেৱ শিৱই সেই কামৰূপ ৰাজ্যৰ এই সুমহান্ যজ্ঞৰ নিশ্চয় মঙ্গল-বিধান কৰিব।

ধুবুৰী গুৱালপাৰা জিলাৰ সদৰ। পূৰ্ব্বে গুৱালপাৰাতহে সদৰ আছিল। মিঃ এ, চি, কেম্বেল চাহাবৰ দিনত ১৮৭৩ চনত সদৰ ধুবুৰীলৈ তুলি অনা হয়। ধুবুৰী এখনি বৰ শুৱনি ঠাই। ইয়াৰ উত্তৰে গদাধৰ নৈ, দক্ষিণে আৰু পূবে ব্ৰহ্মপুত্ৰ নৈ—তিনিপিনে পানী, এপিনে মাটি। বাৰিষা এই নগৰখনি দূৰৰ পৰা দেখিলে এনে অনুমান হয় যেন ই পানীৰ ওপৰতহে ওপঙি আছে। দক্ষিণ পাৰে গাৰো পৰ্ব্বত-শাৰী। উত্তৰ-পচিমে শাল-গছেৰে

সুশোভিত পৰ্ব্বতজোৱাৰ পৰ্ব্বত। ব্ৰহ্মপুত্ৰৰ সিপাৰেই ভৈৰবৰ চূড়া আৰু চান্দো ডিঙা পৰ্ব্বত। ঠায়ে ঠায়ে লুইতৰ বগা বালি—কোনো পিনে আকৌ বৰটানি কঁহুৱানি চাপৰি। উত্তৰ ফালে চাই পঠিয়ালে কাঞ্চন-শৃঙ্গ আৰু তাৰ নাম-নাচত ধৱল-গিৰি টিং দেখিবলৈ পোৱা যায়। এই হেন বিতোপন পুৰীলৈ মাতৃভাষাৰ সেৱা কৰিবৰ নিমিত্তে সদৌ অসমৰ সাহিত্যৰথীসকলক নিমন্ত্ৰণ কৰি অনা বাবে সকলোৱে আজি তেওঁবিলাকৰ নথৈ শলাগ লৈছোঁহঁক।

বৈদিক যুগত অসমৰ নাম প্ৰাগ্‌জ্যোতিষপুৰ আছিল। তান্ত্ৰিক যুগত কামৰূপ আছিল, আহোমৰ দিনৰ পৰাই ইয়াৰ নাম অসম হ'ল। কোন যুগৰ পৰা এই দেশত সভ্যতাৰ বিস্তাৰ হৈছিল, তাৰ নিশ্চয়তা এতিয়াও হোৱা নাই। আমি ডাঠি কব পাৰোঁ যে যিমান দকৈ অনুসন্ধান চলিব, সিমান দূৰলৈ এই দেশৰ প্ৰাচীনত্ব প্ৰতিপন্ন হব। আজি আমি ৰণত পৰি কলীয়া হৈছোঁ সঁচা, কিন্তু বাৰেওটি কাল এনে লেহেৰা চেপেটা নাছিলোঁ। মানুহ যেনেকৈ বুঢ়া হৈ মৰে, দেশো সেইমতে বুঢ়া হৈ মৰে। মান-মৰাণৰ দিনতে আমাৰ দেশ মৰিল। তাৰ আগেয়ে কেইবাৰ মৰি কেইবাৰ উপজিল, তাক এতিয়াও কব পৰা নৌ হওঁ। সি যি নহওক, য়ান্দাবুৰ সন্ধিতেই অসমৰ বৰ্ত্তমান জন্মৰ আৰম্ভ হয়। কাজেই আমি এতিয়া পানী-কেঁচুৱা হৈয়েই আছোঁ। আনকি, আমাৰ আইকে এতিয়াও চিনিব পৰা জ্ঞান নৌ হয়।

নগা, মিকিৰ, আবৰ, চিংফৌ, অঁকা, ডফলা আদি অনেক পৰ্ব্বতীয়া জাতিয়ে অসমৰ দাঁতি-কাষৰীয়া পৰ্ব্বতত বাস কৰিছে। পৃথিবীৰ জন্ম হোৱা কত যুগ অতীত হৈ গ'ল। মানুহৰ জন্ম হোৱাই বা কত যুগ হৈ গল, তাৰ ঠিকনা নাই। পৰ্ব্বতীয়া জাতিবিলাক এই ঠাইলৈ কোন যুগত আহিছিল, তাকো কবৰ কাৰো সাধ্য নাই। ইমান দিনে মানুহ আদি অৱস্থাত থাকিব পাৰে নে? কোনো ভুল নাই, এই জাতিবিলাক কোনো এক যুগত সুসভ্য জাতি আছিল। ঐতিহাসিক অনুসন্ধান কৰিলে অসমৰ অনেক নতুন তথ্য আবিষ্কৃত হব। নগাবিলাকে পৌৰাণিক নাগজাতিৰ বংশধৰ বুলি কয়। অঁকাবিলাকে প্ৰসিদ্ধ বাণাসুৰৰ বংশজ বুলি চিনাকি দিয়ে। মহাবীৰ অৰ্জ্জুনে নাগৰাজ কৌৰব্যৰ কন্যা উলূপীক বিয়া কৰাইছিল বুলি মহাভাৰতত পোৱা যায়।

অসমৰ প্ৰত্যেক ঠাইতে এতিয়াও প্ৰাচীন কীৰ্ত্তিৰ ভগ্নাৱশেষ আছে। সেইবিলাকেই অসমৰ প্ৰাচীনত্ব চিঞৰি চিঞৰি ঘোষণা কৰিছে। দুৰ্ভাগ্যবশতঃ সেইবিলাকৰ বিবৰণ এতিয়াও ভালকৈ সংগৃহীত হোৱা নাই। প্ৰবাদ আছে, গুৱালপাৰাৰ টুক্‌ৰেশ্বৰী পৰ্ব্বতত সতীৰ উৰুদেশ পৰিছিল। ধুবুৰী নামটোৱেই নেতাই ধুবুনীৰ পৰা ওলাইছে বুলি জনা যায়। কামৰূপ পূৰ্ব্বকালত অতি সমৃদ্ধিশালী ৰাজ্য আছিল। বেহা-বেপাৰত কামৰূপৰ অধিবাসীসকল বৰ পাকৈত আছিল। এতিয়াও বৰপেটা, গুৱালকুচি, পলাশবাৰী আদি ঠাই বেপাৰৰ নিমিত্তে বিখ্যাত। গুৱাহাটীৰ ছয়গাঁও মৌজাত চান্দোৰ ওপজা ঠাই আছিল। বেপাৰীসকলৰ সাধাৰণ নাম মুদৈ। কোনো মুদৈ নামজলা হলে সদাগৰ বা সাউদ উপাধিৰে ভূষিত হৈছিল। বেপাৰৰ নাওবিলাকক ডিঙা বুলিছিল। চান্দো অৱশ্যে হিন্দু আছিল আৰু ধৰ্ম্মত বৈষ্ণৱ। মনসা পূজা নকৰা বাবে বিষহৰিৰ তেওঁৰ ওপৰত কোপ হয়। বিয়াৰ ৰাতিয়েই চান্দোৰ পুতেক লখীন্দাৰক সাপে ডাকিব বুলি সমাজিক দেখিছিল। বহু যত্নেৰে বেহুলা নামেৰে এটী কন্যা বন্দবস্ত কৰি

বিয়া পতা হ'ল। এটা শিলৰ মেৰঘৰ সজাই, লখীন্দাৰ আৰু বেহুলাক বাহী-বিয়াৰ ৰাতি তাতে থোৱা হল। দৈবৰ লিখন খণ্ডন নাযায়। ৰাতি এটি সৰু ফুটাইদি সাপ সোমাই লখীন্দাৰক খালে। বেহুলা মহাসতী আছিল। মৰা শটো ভুৰত তুলি বেহুলাই ব্ৰহ্মপুত্ৰই-টোপনিতে ডাকিলে। কেৱাদিনৰো পিচত নেতাই ধুবুনীৰ ঘাটত ভুৰ ঠেকা লাগিলগৈ। দি ভটিয়াই লৈ গল। নেতাই ধুবুনীয়ে স্বয়ং মহাদেৱৰ কাপোৰ ধোৱে। মহাদেৱৰ কৃপাত নেতাই ধুবুনীৰ সাহায্যৰ দ্বাৰা লখীন্দাৰে আকৌ প্ৰাণ পালে। ইয়াৰ বিবৰণ পদ্ম পুৰাণত সবিশেষ পোৱা যায়। এই পদ্ম-পুৰাণখনি বঙ্গবাসীসকলে তেওঁবিলাকৰ সম্পত্তি বুলি লৈছে আৰু উপাখ্যানটিকো বঙ্গদেশৰ উপাখ্যান বুলি সামৰিছে। তেওঁবিলাকৰ এই ধাৰণা নিতান্ত ভ্ৰান্তিমূলক। চান্দো সদাগৰ যে কামৰূপবাসী আছিল, তাৰ অকাট্য প্ৰমাণ আছে। বঙ্গবাসীসকলে পৰৰ ধনেৰে চহকী হবৰ নিমিত্তে সদায় হেলাই-হেপাই ফুৰে। কিন্তু এইটো থিৱাং যে পৰস্বাপহৰণৰ দ্বাৰা কোনো জাতিৰ যুগমীয়া মঙ্গল নহয়। ধুবুৰীৰ চান্দো ডিঙা পৰ্ব্বতে এতিয়াও থিয় হৈ সত্য ঘোষণা কৰিছে। হাবড়া ঘাট পৰগণাত 'শ্ৰীসূৰ্য্যৰ পাহাড়' নামে এটি প্ৰসিদ্ধ পৰ্ব্বত আছে। তাৰ নামনিতে এডোখৰ চক্ৰাকাৰ শিল আছে। ঘড়ীৰ ৰেখাৰ দৰে তাত কিছুমান ৰেখা আছে। সেই ঠাইত নাক্ষত্ৰিক গণনাৰ মান-মন্দিৰ আছিল, তাক সহজে অনুমান কৰিব পাৰি। ধুবুৰীৰ ১২ মাইল উত্তৰত ৰঙামাটি নামৰে এখন প্ৰসিদ্ধ নগৰৰ ভগ্নাৱশেষ আছে। তাৰ ঘাই আমোলাজনক ৰঙামাটীয়া বৰুৱা বোলা হৈছিল। ঠাইখনৰ পিচত অৱনতি হোৱাত, তাৰ পৰা নগৰ তুলি নি গৌৰীপুৰত নতুন নগৰ পতা হল। যোগীঘোপা এখনি মনমোহা ৰূপহ ঠাই। তাতে পূৰ্ব্বে যোগী ঋষিসকলে তপস্যা কৰিছিল। গৌৰীপুৰৰ অলপ দূৰতে মোগল ৰজাসকলৰ এটি মজিদ আছে। এই ধুবুৰীতেই "পাঁচ পীৰৰ দৰগা" নামেৰে মুছলমানৰ এখনি থান আছে। দৰং জিলাত অশেষ পুৰণি কীৰ্ত্তি চিন আৰু ভগ্নাৱশেষ সিঁচৰতি হৈ পৰি আছে। তেজপুৰেই পূৰ্ব্ব কালৰ শোণিতপুৰ। ই মহাপ্ৰতাপী বাণ ৰজাৰ নগৰ আছিল। শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক বাণৰ জীয়ৰী উষাই হৰি অনাইছিল। উষা-অনিৰুদ্ধৰ উপাখ্যানটি এতিয়াও তেজপুৰত জীৱন্ত মূৰ্ত্তি ধৰি অসমৰ প্ৰাচীনত্ব প্ৰমাণ কৰিছে। হাজাৰিপুখুৰী বাণ ৰজাৰ পুখুৰী আছিল। বালিপাৰা মৌজাত ভালুকপুং দুৰ্গৰ অৱশিষ্ট এতিয়াও দেখিবলৈ পোৱা যায়। শিঙৰি পৰ্ব্বতত গোপেশ্বৰ দুৰ্গৰ অৱশেষ আছে। নাগশঙ্কৰ ৰজাই বিশ্বনাথৰ মন্দিৰ সজালে। ই এতিয়াও বৰ্ত্তমান। সেই ঠাইতে প্ৰতাপগড় দুৰ্গৰ ভগ্না-ৱশেষ আছে। এই প্ৰতাপে ৩য় আৰু ৭ম শতাব্দীৰ ভিতৰত ৰাজত্ব কৰিছিল। তেওঁৰ ঘৈণীয়েক আৰিমত্ত ৰজাৰ মাক আছিল। মঙলদৈ মহকুমাৰ ওডালগুৰিৰ পৰা ৩ মাইল উত্তৰে এটি সুন্দৰ জলপ্ৰপাত আছে, তাৰ নাম ভৈৰৱকুণ্ড। কি মনোৰম ঠাই, বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। এই কুণ্ডৰ দাঁতিতে চিলাৰায়ে চণ্ডিকাবিহাৰ নামেৰে হেনো এখন নগৰ পাতিছিল। নগা পৰ্ব্বতৰ অন্তৰ্গত ডিমাপুৰৰ কছাৰী ৰজাৰ প্ৰকাণ্ড কীৰ্ত্তি চিন দেখিলে চকু ৰৈ যায়। শিৱসাগৰত অকল আহোম ৰজাসকলৰ কীৰ্ত্তি দেখিলে, দেখোঁতাৰ মনত তন্ময়তা ওপজে। গড়গাঁওৰ কাৰেংঘৰৰ যি বৰ্ণনা মুছলমান বুৰঞ্জীত পোৱা যায়, তাক পঢ়িলে কোন্ অসমীয়াই নিজৰ জাতীয় গৌৰৱ সুঁৱৰি বিমোহিত নহৈ পাৰে! বিশাল তলাতলি ঘৰৰ কাৰুকাৰ্য্য

দেখিলে মৰা মানুহৰো হৃদয়ত স্পন্দন হয়। শিৱসাগৰৰ পুখুৰীৰ নিচিনা পুখুৰী ভাৰতত ক'ত
আছে? জয়সাগৰ, গৌৰীসাগৰ, অঠাইসাগৰ আদি পুখুৰীৰ লেখ কিমান কৰিম? সতী
জয়মতীৰ জয়দোল আজি অসমীয়াৰ এটি অপূৰ্ব্ব কীৰ্ত্তিচিন। গোলাঘাটৰ পৰা ১২ মাইল দূৰত
এটি পুখুৰী আছে, তাৰ পানী আগেয়ে উতলি আছিল। আজিকালিও সেই পানী গৰম,
আৰু সেই বাবেই পুখুৰীৰ নাম গৰমপানী। তাৰ ৩ মাইল দূৰত এটা প্ৰকাণ্ড শিল ফালি
এটি সুন্দৰ জলপ্ৰপাত ওলাইছে, তাৰ নাম 'ফটাশিল'। অসম সঁচাকৈ প্ৰকৃতিৰ কাম্যকানন।
ঋষিসকলে এনেবিলাক ঠাইত আশ্ৰম নাপাতি ক'ত পাতিব? নগাও জিলাতো অনেক পুৰণি
কীৰ্ত্তি-চিন আছে। চঁপানলা পৰ্ব্বতত শিলৰ মন্দিৰ, প্ৰাচীৰ আদিৰ ভগ্নাৱশেষ বিস্তৰ আছে।
এই ঠাই মহাভাৰতত লিখা হংসধ্বজ ৰজাৰ নগৰ বুলি আজিলৈকে মানুহে কয়। জোঙাল
বলহুৱে চহৰি মৌজাত এখন নগৰ পাতিছিল। তাৰ চিন ঠায়ে ঠায়ে এতিয়াও আছে।
শিলঘাটত দুজন মুনিয়ে তপস্যা কৰিছিল। শিলা হৈ তেওঁবিলাকে এতিয়াও জাহাজ
ঘাটতে বিদ্যমান।

গুৱাহাটীৰ প্ৰাচীনত্বৰ বিষয়ে কবলৈ আমাৰ কাপ অক্ষম। ইয়াত ইমানবিলাক
পুৰণি কীৰ্ত্তিৰ ধ্বংসাৱশেষ আছে যে আটাইবিলাক এতিয়াও সম্পূৰ্ণৰূপে উদ্‌ঘাটিত হোৱা
নাই। ই প্ৰাচীন কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল; ইয়াতে মহামায়া কামাখ্যা দেৱীৰ
পীঠ আছে। ইয়েই নৰক আৰু ভগদত্তৰ ৰাজধানী আছিল। নৰকাসুৰ ইমান প্ৰতাপী
আছিল যে তেওঁক বধিবলৈ স্বয়ং বিষ্ণু অৱতাৰ হবলগীয়া হৈছিল। তেওঁ ১৬০০০ কন্যা
হৰণ কৰি আনি আৱদ্ধ কৰি থৈছিল। ভগদত্তৰ জীয়েক ভানুমতীক কৌৰৱৰ অধিপতি
দুৰ্য্যোধনে বিয়া কৰিছিল। ভগদত্তই কুৰুক্ষেত্ৰত অসীম সাহেৰে মহাবীৰ অৰ্জ্জুনেৰে সৈতে
৮ দিন ৰণ কৰিছিল। ভগদত্তই দুৰ্য্যোধনক বহুবাৰ মহাপৰাক্ৰমী ভীমসেনৰ হাতৰ পৰা ৰক্ষা
কৰিছিল। ভগদত্তৰ লগত অসংখ্য সেনা আৰু ৰণুৱা হাতী আছিল। গুৱাহাটীৰ ওচৰত
হাতীমূৰা বুলি এটা পৰ্ব্বত আছে। পৰ্ব্বতটো দেখিবলৈ হাতীৰ মূৰটোৰ নিচিনা। এনে
প্ৰবাদ আছে, মহাবীৰ ভীমসেনে ভগদত্তৰ লগতে ৰণ কৰি এটা হাতী মাৰিলে। সেই
হাতী শিলা হল আৰু তাৰ মূৰটোৱেই হেনো এই হাতীমূৰা পৰ্ব্বত। ভগদত্তৰ লগত ১
অক্ষৌহিণী কিৰাত আৰু চীন সৈন্য আছিল। পদাতি ১০৯৩৫০, অশ্বাৰোহী ৬৫,৬১০ ৰথী
২১৮৭০ আৰু হাতী ২১৮৭০ এইখিনি গোট খাই এক অক্ষৌহিণী সৈন্য হয়। এতিয়া
সহজে বুজিব পাৰি, কামৰূপ ৰাজ্য কেনে পৰাক্ৰমী আৰু সমৃদ্ধিশালী আছিল। ভগদত্তই
চীন সৈন্য ক'ৰ পৰা পালে? অনুসন্ধান কৰিলে অসমৰ বিষয়ে কিমান যে লুকাই থকা
তথ্য ওলাই পৰিব, তাৰ ঠিক নাই। কুৰুক্ষেত্ৰ-ৰণৰ পিচতো ভগদত্তৰ পুতেক বজ্ৰদত্তই
যুধিষ্ঠিৰৰ অশ্বমেধৰ ঘোঁৰা ধৰিলত অৰ্জ্জুনেৰে সৈতে তেওঁৰ তয়ামগ্না যুদ্ধ হৈছিল। ৰঘুবংশত
লিখা আছে, কামৰূপৰ এজন ৰজাই দিলীপলৈ কিছুমান হাতী ভেঁটী পঠিয়াইছিল। ৰঘুবংশৰ
৪ৰ্থ সৰ্গৰ ৮১, ৮২, ৮৩, ৮৪ সংখ্যক শ্লোকত; মহাভাৰতৰ সভাপৰ্ব্বৰ ২৬শ অধ্যায়ত, উদ্যোগ
পৰ্ব্বৰ ১৮শ অধ্যায়ত, দ্ৰোণপৰ্ব্বৰ ২৬—৩০শ অধ্যায়ত আৰু ভীষ্ম-পৰ্ব্বত কামৰূপ ৰাজ্যৰ
ঐশ্বৰ্য্য আৰু ভগদত্তৰ বীৰত্বৰ বিষয়ে বিস্তাৰিত বিবৰণ লিখা আছে। নৰকাসুৰৰ জীৱনী

কালিকা পুৰাণত ৩৬—৪২শ অধ্যায়ত পোৱা যায়। মণিকূট পৰ্ব্বতত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ এতিয়াও বিৰাজমান। ভূটীয়াবিলাকে ক্ৰমে ক্ৰমে আহি সদায় এই দেৱালয়ত সেৱা-সৎকাৰ কৰেহি। ভূটীয়াবিলাক বৌদ্ধ-ধৰ্ম্মাৱলম্বী। সিহঁতে কিয় হিন্দুৰ মন্দিৰত পূজা দিয়েহি, ইয়াৰ তত্ত্ব কোনোৱাই অনুসন্ধান কৰিব নে? হয়গ্ৰীৱ মাধৱৰ ওচৰত কেদাৰ শিৱমন্দিৰ। হাজো মৌজাতে 'পোৱা মক্কা' নামেৰে মুছলমানসকলৰ এখনি থান আছে। কামৰূপ জিলাত উমানন্দ, ভুবনেশ্বৰী, শুক্ৰেশ্বৰ আৰু কত কত মন্দিৰ আছে, তাৰ বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। বশিষ্ঠৰ নিচিনা মুনিৰ আশ্ৰম এই গুৱাহাটীৰ ওচৰতে আছে। পঞ্চপাণ্ডৱে বনত ফুৰোঁতে গুৱাহাটীৰ কিনাৰতে দেৱতা স্থাপন কৰিছিল, সেয়ে পাণ্ডুনাথ মন্দিৰ।

লক্ষীমপুৰ জিলাৰ দিহিং নৈয়ে উজাই গলে জয়পুৰৰ অলপ ওচৰতে এখনি মনোৰম শিলনি পোৱা যায়। সেই ঠাইখনকে 'সীতাৰ তাঁত-শাল' বোলে। তাৰ উজনিত চক্ৰাকাৰ শিলাময় টিলা এটি আছে। তাকে 'কানাই বৰশী বোৱা' বোলে। খাচ জয়পুৰতে পতাল বৰবৰুৱাৰ নগৰৰ সুবিস্তীৰ্ণ ধ্বংসাৱশেষ আমি নিজ চকুৰে দেখিবলৈ পাইছিলোঁ; চিচিত যোগোৱা জানৰ কিনাৰত তিনটা দুৰ্গৰ ভগ্নাৱশেষ পোৱা গৈছে। এইবিলাক ঠাইৰ ঐতিহাসিক তথ্য কি আছে, তাক এতিয়ালৈকে অনুসন্ধান কৰা নাই। শদিয়াৰ কথা সম্পূৰ্ণ পৃথক। এই ঠাইখনি পূৰ্ব্বকালত যেনে জেউতীয়া আছিল, তাক অনুমান কৰিবলৈকে টান পাওঁহঁক। ইয়াতে ভীষ্মক ৰজাৰ কুণ্ডিল নগৰ আছিল। ভীষ্মকৰ জীয়ৰী ৰুক্মিণীক শ্ৰীকৃষ্ণই ইয়াৰে পৰা হৰি নিছিল। শ্ৰীকৃষ্ণৰ অষ্ট মহিষীৰ ভিতৰত ৰুক্মিণীয়েই ঘাই মহিষী আছিল। তাৰ পূবে শিশুপালৰ গড়। প্ৰকাণ্ড অট্টালিকাৰ ভগ্নাৱশেষ তাত আজিও দেখিবলৈ পোৱা যায়। তাতে চাৰিটা দুৰ্জ্জয় পুখুৰী আছে; তাৰে এটা হেনো শিৱসাগৰ পুখুৰীৰ সমান। মেজৰ হেনে চাহাবে দিপাং আৰু দিক্ৰং নৈৰ মাজত 'পৃথিবী নগৰ' নামেৰে এখন নগৰৰ ধ্বংসাৱশেষ পাইছিল, তাৰ নাম বিষ্ণু নগৰ। মায়াপুৰ নামে এখন নগৰৰ ধ্বংসাৱশেষো দেখিবলৈ পোৱা যায়। বিষ্ণু নগৰৰ কিছু দূৰত পাৰ্চিবাটৰ ওপৰে জনক-মুখ নামেৰে এখন মনোৰম ঠাই আছে। তাৰ উত্তৰে নিমি বা নিমা ৰজাৰ দেশ বুলিও এখন ঠাই আছে। তিব্বতীয়া ভাষাত সূৰ্য্যক নিমা বোলে। শদিয়াৰ পৰা ১০ মাইল দূৰৈত দেওপানী নৈৰ পাৰত এটি পুৰণি দেৱালয়ৰ ভগ্নাৱশেষ আছে। দেৱালয়ত শিলৰ ছ-চুকীয়া যজ্ঞবেদী এতিয়াও আছে। এই ঠাইতে কত শত ঋষি মুনিয়ে যজ্ঞ কৰিছিল, তাক কোনে কব। আমি বুঢ়ালোকৰ মুখে শুনিছোঁ, যে শদিয়াৰ পৰা পূব পোনেদি এমাহ মানৰ বাট গলে এখন 'কলিতা ৰাজ্য' পোৱা যায়। ভাৰতৰ পূব অঞ্চল এতিয়াও আৱিষ্কৃত হোৱা নাই। সমুদায় আৱিষ্কৃত হলে অসম বুৰঞ্জীৰ অনেক লুপ্ত অংশৰ উদ্ধাৰ হব, সন্দেহ নাই।

Col. Shakespeare এ History of Upper Assam নামৰ পুস্তিকাত লিখিছে :— "The Bhura Bhoori temple Hannay and party found their way to, which lies 10 miles from Sadiya, the last 4 miles being up the bed of the Dikrang river till a small stream, the Deopani, was reached. Here they came on what is generally stated to be the most ancient as well as the most sacred spot in Assam."

শদিয়াৰ পূব ফালেদি দলপানী নামেৰে এখনি সক নৈৰ পাৰত বিখ্যাত তাম্রেশ্বৰী দেৱালয়ৰ ভগ্নাৱশেষ এতিয়াও আছে। এই দেৱালয়তে নৰবলি দিছিল। শদিয়াৰ হাবিৰ মাজে মাজে ইমানবিলাক পুৰণি কীৰ্ত্তি-চিন আছে যে ভালকৈ অনুসন্ধান কৰিলে নিশ্চয় অসমৰ পুৰণি ইতিহাসৰ অমূল্য অধ্যায় কেইটিমান ওলাব, তাৰ কোনো ভুল নাই। কালিকা পুৰাণত প্ৰাগ্‌জোতিষৰ বিষয়ে এইদৰে লিখিছে :—

"কৰতোয়া সত্যগঙ্গা পূৰ্ব্বভাগাবধিশ্ৰিতা।
যাবল্ললিতকান্তাস্তি তাৱদ্দেশং পুৰং তদা॥
তত্ৰ দেৱী মহামায়া যোগনিদ্ৰা জগৎপ্ৰসূঃ।
কামাখ্যাৰূপমাদায় সদা তিষ্ঠতি শোভনা॥
অত্ৰাস্তি নদৰাজোহয়ং লৌহিত্যো ব্ৰহ্মণঃ সুতঃ।
অত্ৰৈৱ দশদিক্‌পালাঃ স্বে স্বে পীঠে ব্যৱস্থিতাঃ॥
অত্ৰ স্বয়ং মহাদেৱো ব্ৰহ্মা ৱাংঞ্চ সৰ্ব্বদা।
চন্দ্ৰঃ সূৰ্য্যশ্চ সততং বসতেঽত্ৰৈৱ পুত্ৰক॥
সৰ্ব্বে ক্ৰীড়াৰ্থমায়াতা ৰহস্যদেশমুত্তমম্।
অত্ৰ শ্ৰীঃ সৰ্ব্বতো ভদ্ৰা ভোগ্যমত্ৰ সদা বহু॥
অত্ৰৈৱ হি স্থিতো ব্ৰহ্মা প্ৰাঙ্‌নক্ষত্ৰং সসর্জ্জ হ।
ততঃ প্ৰাগ্‌জ্যোতিষাখ্যেয়ং পুৰী শক্ৰপুৰী সমা।"

এই দেশত কৰতোৱা আৰু সত্যগঙ্গা। ইয়াতে কামাখ্যা দেবীৰ নিত্য বসতি। ইয়াতে লুইত। ইয়াতে চন্দ্ৰ, সূৰ্য্য, দশ দিক্‌পাল। ইয়াৰ তিৰোতা সৰ্ব্বপ্ৰকাৰে ভদ্ৰা। ইয়াতে ব্ৰহ্মাই নক্ষত্ৰৰ সৃষ্টি কৰিছিল। এয়ে ইন্দ্ৰপুৰীৰ সমান প্ৰাগ্‌জ্যোতিষপুৰ। যমদগ্নি ঋষিৰ পুতেক পৰশুৰাম (যাক হিন্দু শাস্ত্ৰমতে দশ অৱতাৰৰ ভিতৰৰ এক অৱতাৰ বুলি ধৰা হৈছে) ত্ৰেতা যুগত পিতৃ-আজ্ঞা অনুসৰি মাতৃ ৰেণুকাক বধ কৰিলত কুঠাৰ হাতৰ পৰা নেৰোৱা হয়। সেই অস্ত্ৰ হাতৰ পৰা খহাবৰ নিমিত্তে পৰশুৰামে ভাৰতৰ সকলো তীৰ্থ পৰ্য্যটন কৰিলে। কিন্তু ক'তো কুঠাৰ নখহিল। পৰশুৰামে পিতৃৰ ওচৰত আহি উপদেশ সোধাত, তেওঁ ব্ৰহ্মকুণ্ডলৈ যাবলৈ কলে। পৰশুৰামে ব্ৰহ্মকুণ্ডত স্নান কৰিলত কুঠাৰ খহি পৰিল। তেতিয়া তেওঁ কুঠাৰেৰে গুহাত দুটা ৰেখা টানিলে। সেই ৰেখাইদি গুহাত আৱদ্ধ কুণ্ডৰ পৰা তললৈ পানী বাগৰিবলৈ ধৰিলে। এই নামনিৰ কুণ্ডটিৰ নাম পৰশুৰাম কুণ্ড হল। তাৰে পৰা ব্ৰহ্মপুত্ৰ নামি আহি প্ৰাগ্‌জ্যোতিষ ৰাজ্য উত্তৰে আৰু দক্ষিণে দুফাল কৰিলে। দুই পাৰে মানুহৰ বসতি হবলৈ ধৰিলে। তেনেহলে বুজা হল, গোন-প্ৰথমে আৰ্য্য-সভ্যতাৰ সোঁত পূব ফালৰ পৰা আহিছিল। ব্ৰহ্মপুত্ৰ নৈখন পৰশুৰামেহে বোৱালে। কাজেই তাৰ আগেয়ে আৰ্য্যৰ সোঁত অসমৰ পূবৰ চুকত সোমাবলৈ সিমান সুবিধা কেতিয়াও নাছিল। বুজিব লাগে, তেওঁবিলাকে মানস সৰোবৰৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আহি অসমৰ পূবৰ চুকত সোমায়। ব্ৰহ্মপুত্ৰৰ ওপৰছোৱা নিচেই ঠেক, আৰু তাৰ সোঁত ইমান প্ৰবল যে তাত স্নান কৰাটো অসম্ভৱ। ব্ৰহ্মকুণ্ডতে ব্ৰহ্মপুত্ৰৰ বেগ কমিল, আৰু তাতেই পৰশুৰামে স্নান কৰিবলৈ সুবিধা পালে। শদিয়াতেই মুনি ঋষিবিলাকে ঠাই ললে আৰু ইয়াতে আৰ্য্যৰ উপনিবেশ হল। ওপৰ শদিয়াৰ চুণপোৰা নামটি বোধকৰোঁ স্বৰ্ণপুৰৰ অপভ্ৰংশ।

আগৰ দিনত নতুন ঠাই আৱিষ্কাৰ কৰিবলৈ হলে, যেই সেই এথন নৈৰ গতি ধৰি গৈ থাকে। যেতিয়া আৰ্য্যবিলাকে শদিয়া অঞ্চলত উপনিবেশ পাতিলে, তাৰ পিচত আৰ্য্যৰ দ্বিতীয় সোঁত এটি কাশ্মীৰৰ পৰা হিমালয়ৰ পৰ্ব্বতৰ চালিৰ নামে নামে গৈ শদিয়া পালে। তেতিয়া তেওঁবিলাকে সেই ঠাইৰ নামো কাশ্মীৰ থলে। আমেৰিকাৰ মানুহবিলাকে অনেক ঠাইৰ নাম ইংলণ্ডৰ ঠাইৰ নাম অনুযায়ী ৰাখিলে, যেনে York—New York ইত্যাদি। সেইদৰে বোধকৰোঁ আমাৰ দেশৰ পূৰ্ব্বাঞ্চলৰ নাম নতুন কাশ্মীৰ থলে। কালক্ৰমত কাশ্মীৰ নাম বিকৃত হৈ আশ্মীৰ বা আশ্মী নাম পালে। এই শব্দৰ পৰা অসম নামৰ উৎপত্তি বুলি কোনো কোনোৱে কয়। এই মতৰ সপক্ষে আৰু এটি প্ৰমাণ পোৱা যায়, কাশ্মীৰৰ আৰু অসমৰ ভাষাত। পণ্ডিতপ্ৰবৰ গ্ৰিয়াৰ্চন চাহাবে Linguistic Survey of India পুথিত লিখিছে :—

"It is a noteworthy coincidence that the country of India which is famous for its historical works—Kashmir—possesses a language which to the philologist present many points of linguistic affinity with Assamese. The extreme east of India here meets with the extreme west."

ব্ৰহ্মপুত্ৰ বৰ বহল আৰু দ নৈ। বাৰিষা পানী ভৰপূৰ হয় আৰু পাৰেদি বাগৰি যায়। সেই বাবে অসমৰ মাটি পুৰণিকলীয়া বুলিও অতি সাৰুৱা। ইয়াত স্নান কৰাটো সঙ্কটজনক ব্যাপাৰ। চ'ত মাহত যেতিয়া পানী নিচেই শুকায়, কেৱল তেতিয়াহে ইয়াত স্নান কৰিবৰ বিধি আছে। ব্ৰহ্মপুত্ৰৰ কেনে মাহাত্ম্য, স্নানৰ মন্ত্ৰটিৰ পৰাই বুজিব পৰা যায়।

"পৃথিব্যাং যানি তীৰ্থানি সৰিতঃ সাগৰাদয়ঃ।
সৰ্ব্বে লৌহিত্যমায়ান্তি চৈত্ৰে মাসি সীতাষ্টমীম্॥
ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন।
আমোঘাগৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥"

ব্ৰহ্মপুত্ৰ সাধাৰণ নৈ হোৱা হলে ইমান দিনে ভাৰতৰ অন্যান্য নৈবিলাকৰ দৰে ইও হীনবীৰ্য্য হলহেঁতেন। ইয়াৰ প্ৰকোপ ইমান বেছি যে গঙ্গা, যমুনা, কাবেৰী, গোদাবৰী, সিন্ধু, নৰ্ম্মদা এইবিলাকৰ লগত চামিল কৰিবলৈ শাস্ত্ৰকাৰসকলে সঙ্কোচ বোধ কৰিলে। সঙ্কোচ নকৰিবই বা কিয়; যি পৰশুৰামে পৃথিবী ২১ বাৰ নিক্ষত্ৰিয় কৰিলে, সেই পৰশুৰামৰ এই নৈ। ইয়াৰ পাৰত যিবিলাক আৰ্য্যৰ বসতি আছিল, তেওঁবিলাকেও সেই পৰশুৰামৰ তেজেৰেই তেজীয়ান আছিল। এতিয়াও অসমীয়াৰ শৰীৰত সেই তেজ আছে। যেতিয়ালৈকে অসমত ব্ৰহ্মপুত্ৰ নৈ থাকিব, তেতিয়ালৈকে অসমীয়াৰ ভয় নাই।

আমাৰ দেশখনি স্বয়ং ভগৱতীক যৌতুকত দিয়া হৈছিল বুলি কয়। 'তন্ত্ৰচূড়ামণি'ত কামৰূপৰ মাহাত্ম্যৰ বৰ্ণনা এবাৰ শুনি লওক :—

"যোনিপীঠ কামগিৰৌ কামাখ্যা তত্ৰ দেৱতা॥
যত্ৰাস্তে দ্বিগুণাতীতো ৰক্তপাষাণৰূপিণী।
যত্ৰাস্তে মাধবঃ সাক্ষাদুমানন্দোঽথ ভৈৰবঃ॥
সৰ্ব্বদা বিহৰেদ্দেবী তত্ৰ মুক্তিৰ্ন সংশয়ঃ।
তত্ৰ শ্ৰীভৈৰবী দেবী তত্ৰ নক্ষত্ৰ দেৱতা॥

প্ৰচণ্ড চণ্ডিকা তত্ৰ মাতঙ্গী ত্ৰিপুৰাম্বিকা।
বগলা কমলা তত্ৰ ভুবনেশী সুধূমিনী॥
এতানি বৰপিঠানি সংসন্তি বৰভৈৰব।
এবং তা দেৱতাঃ সৰ্ব্বা এবন্তে দশভৈৰবাঃ॥
সৰ্ব্বদা বিৰলা চাহং কামৰূপে গৃহে গৃহে।
গৌৰীশিখৰমাৰুহ্য পুনৰ্জন্ম ন বিদ্যতে॥
কৰতোয়াং সমাসাদ্য যাবদ্দিকৰবাসিনীম্।
শতযোজনবিস্তীৰ্ণং ত্ৰিকোণং সৰ্ব্বসিদ্ধিদম্॥
দেৱা মৰণমিচ্ছন্তি কিং পুনৰ্মানৱাদয়ঃ।
ভূতধাত্ৰী মহামায়া ভৈৰবঃ ক্ষীৰখণ্ডকঃ॥

কামৰূপ ৰাজ্য ভগৱতীৰ বিশেষ অনুগৃহীতা। এই ঠায়েই তান্ত্ৰিক ধৰ্ম্মৰ কেন্দ্ৰ আছিল। তন্ত্ৰ হৈছে হিন্দুধৰ্ম্মৰ চৰম অৱস্থা। তেনেহলে বুজা গল, হিন্দু সভ্যতাই চৰম সীমা এই কামৰূপ ৰাজ্যতে পাইছিল। ইয়াৰ মানুহবিলাক ইমান পাৰ্গত হৈছিল যে আন ঠাইৰ মানুহে কামৰূপক মায়াপুৰী বুলি ভাবিছিল। নগাৱত এতিয়াও এখন ঠাইৰ নাম মায়ং। তাৰ মানুহবিলাক মন্ত্ৰ বিদ্যাত সিদ্ধ বুলি আজিও অনেকে বিশ্বাস কৰে। মায়ং শব্দ মায়া শব্দৰ বিকৃতি মাথোন। শদিয়াৰ মায়াপুৰ নগৰৰ ভগ্নাৱশেষৰ কথা ওপৰতে কৈ অহা হৈছে।

অসম কিমান উন্নত আছিল, সেই কথা যেয়ে অলপ অনুসন্ধান কৰিছে, সেয়ে বুজিব পাৰিছে। প্ৰকাণ্ড অট্টালিকা, আলি, পুখুৰী এইবিলাকৰ ধ্বংসাৱশেষ কত ঠাইত যে আছে, তাৰ সীমা নাই। মন্দিৰবিলাকৰ গাতে নানা প্ৰকাৰৰ ছবি অঙ্কিত কৰা থাকে। আশে-পাশে এটা এটা বা কেতিয়াবা ততোধিক পুখুৰী থাকে। অসংখ্য বৰ বৰ আলি বন্ধোৱা হৈছিল। গোঁহাইকমলা আলি, কমতাপুৰ ঘোঁৰাঘাট আলি, পৰ্ব্বতীয়া আলি, ভোমোৰাগুৰি আলি, ধোদৰ আলি, ধাই আলি, শলগুৰি আলি—এনেবিলাক আলি আজিকালি তৈয়াৰ কৰিব নোৱাৰে বুলিলেও বঢ়াই কোৱা নহয়। হাজোৰ শিলৰ সাঁকো, দিজৈৰ শিলৰ সাঁকো, নামদাঙৰ শিলৰ সাঁকো—এইবিলাক দেখিলে চকু থিয় দিয়ে। অগ্নিগড়, লাহদৈগড়, হুমলীগড় এইবিলাক প্ৰকাণ্ড গড় সজোৱা হৈছিল। স্মৃতিচিন স্বৰূপে ঠায়ে ঠায়ে দৌল পুখুৰী সজাইছিল; যেনে ৰুদ্ৰেশ্বৰ দেৱালয়, ৰাজমাও দ'ল, জয়সাগৰ দ'ল, জেঠী পুখুৰী, নাহৰ পুখুৰী ইত্যাদি। শুনিলে আচৰিত হব লাগে, কলীয়াভোমোৰা বৰফুকনে তেজপুৰৰ পূবে ভোমোৰাগুৰি পৰ্ব্বতৰ পৰা শিলবাটলৈ পোনাই ব্ৰহ্মপুত্ৰৰ ওপৰেদি সাঁকো এখন বন্ধাবলৈ যো-জা কৰিছিল। এনেতে তেওঁৰ মৰণ ঘটিল আৰু সেই মহৎ কাৰ্য্য হৈ নুঠিল। কত শত পুৰণি কীৰ্ত্তি-চিন যে কালৰ সোঁতত উটি গল, কোনে কব। ৰত্নপালৰ দুৰ্জ্জয় নগৰ ব্ৰহ্মপুত্ৰৰ গৰ্ভত লীন হল। ইংৰাজ লিখকে লিখিছে :—

"The ruins which still survive represent only an inconsiderable fragment of the buildings that were in existence, but more will doubtless come to light when the jungle which now covers so vast an area in Assam comes to be removed to make way for the extension of cultivation."

অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্য এনে বিতোপন যে দেৱতাসকল এই ঠাইত সততে ঘূৰি ফুৰিছিল। এদিন হেনো ইন্দ্ৰই অপেচৰীসকলৰে সৈতে বশিষ্ঠ পৰ্ব্বতত ক্ৰীড়া কৰিছিল।

মুনিয়ে দেখা পাই ইন্দ্ৰক মৰ্ত্ত্যজা স্ত্ৰীত পতিত হবৰ নিমিত্তে অভিশাপ দিলে। ইয়াৰ ফলতে ইন্দ্ৰ মৰ্ত্ত্যলৈ আহিল, আৰু এয়ে আহোম ৰজাসকল ইন্দ্ৰবংশজাত বুলি কোৱাৰ মূল হেতু। বশিষ্ঠাশ্ৰমৰ শোভা কেনে বিতোপন! ওপৰৰ পৰা সন্ধ্যা, ললিতা, কান্তা তিনি ধাৰা পানী বৈ কুণ্ডত পৰিছেহি; দেখিলে কোন্ দেৱতা এনে ঠাইলৈ বিহাৰ কৰিবলৈ নাহি পাৰে? বশিষ্ঠ পৰ্ব্বতৰ নিচিনা ঠাইত ঋষিয়ে আশ্ৰম নাপাতি ক'ত পাতিব? কি বশিষ্ঠ কুণ্ড, কি ভৈৰব কুণ্ড, কি পৰশুৰাম কুণ্ড—কোন্ পিনে চাই পঠিয়াম? যলৈকে চোৱা যায়, তাতে চকু বৈ যায়। এই দেশলৈকে স্বয়ং ব্ৰহ্মা আহি, শান্তনু মুনিৰ স্ত্ৰী আমোঘাৰ গৰ্ভত জলবিম্ব সঞ্চাৰ কৰে। পৰ্ব্বতৰ গুহাত সেই জলবিম্ব পেলাই দিয়া হয়। সেয়ে ব্ৰহ্মকুণ্ড। এই দেশেই সাংখ্য শাস্ত্ৰ প্ৰণেতা কপিল মুনি, হস্ত্যায়ুৰ্ব্বেদকাৰ পালকাব্য মুনি, বশিষ্ঠ, গোকৰ্ণ, গালৱ, চৰক প্ৰভৃতি ঋষি মুনি শাস্ত্ৰকাৰসকলৰ লীলাভূমি আছিল। এই দেশ যদিও স্বৰ্গপুৰী নাছিল, তথাপি নিঃসন্দেহে কব পৰা যায়, ইয়াক মৰ্ত্ত্যধামৰ ওপৰত গণ্য কৰা হৈছিল। যিদিনা অসমৰ ঐতিহাসিক অনুসন্ধান সম্পূৰ্ণ হব, সেই দিনা ভাৰতৰ প্ৰাচীন ইতিহাসৰ মানচিত্ৰ নতুনকৈ আঁকিব লাগিব।

. Lieut Col. J. Johnstone চাহাবে Capt. Welsh's Expedition to Assam পুথিত লিখিছে :—"Long before the 13th century of the Christian era, the whole valley was occupied by a Hindu population far advanced in civilization."

বাবু বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ে লিখিছে (প্ৰবন্ধ পুস্তক ২য় ভাগ, বাঙ্গালাৰ ইতিহাসেৰ ভগ্নাংশ):—"যথায় এখন কামৰূপ, তথায় অতি প্ৰাচীন কালে এক আৰ্য্য ৰাজ্য ছিল। তাহাকে প্ৰাগ্‌জ্যোতিষ বলিত। বোধহয় এই ৰাজ্য পূৰ্ব্বকালেৰ অনাৰ্য্য ভূমি মধ্যে একা আৰ্য্যজাতিৰ প্ৰভাব বিস্তাৰ কৰিত বলিয়া উহাৰ এই নাম। মহাভাৰতেৰ যুদ্ধে প্ৰাগ্‌জ্যোতিষেৰ ভগদত্ত দুৰ্য্যোধনেৰ সাহায্যে গিয়াছিলেন। বাঙ্গালাৰ অধিবাসী তাম্ৰলিপ্ত, পৌণ্ড্ৰ, মৎস্য প্ৰভৃতি সেই যুদ্ধে উপস্থিত ছিল। তাহাৰা অনাৰ্য্য মধ্যে গণ্য হইয়াছে।" 'শ্ৰীহট্টেৰ ইতিবৃত্ত' (২য় ভাগ) পুথিত লিখিছে:—মহাভাৰতে পুণ্ড্ৰ ভূমিকে অনাৰ্য্য ভূমি বলা হইয়াছে। অনাৰ্য্য অধ্যুষিত বলিয়াই তখন এই সকল দেশ ঘৃণ্য বলিয়া শাস্ত্ৰেও কথিত হইয়াছে, এবং তীৰ্থযাত্ৰা ব্যতিৰেকে তত্তৎ দেশে গমনে পাতিত্য জন্মিত। "অঙ্গ, বঙ্গ, কলিঙ্গেষু সৌৰাষ্ট্ৰ মগধেষুচ। তীৰ্থযাত্ৰাং বিনা গচ্ছন্ পুনঃ সংস্কাৰমৰ্হতি। ইতি শুদ্ধিতত্ত্ব"। সেই পুথিতে আকৌ লিখিছে:—"ৰামায়ণ বৰ্ণিত সময়ে বঙ্গদেশকে বাসেৰ উপযুক্ত বলিয়া মনে কৰেন নাই। ৰামায়ণে উত্তৰ বঙ্গ পুণ্ড্ৰ ভূমিৰ নাম পাওয়া যায়, কিন্তু তাহাতেও আৰ্য্যবাসেৰ প্ৰসঙ্গ নাই; তৎপ্ৰতিকূলে বৰং বৰ্ণিত আছে যে বিশ্বামিত্ৰেৰ পুত্ৰগণ পিতৃশাপে অনাৰ্য্যত্ব (কুক্কুৰমাংসভোজী মুষ্টিক জাতিত্ব, প্ৰাপ্ত হইয়া পুণ্ড্ৰ ভূমিতে বাস কৰেণ। ৰামায়ণেও বৰ্ণিত আছে যে চন্দ্ৰ বংশীয় ৰাজা অমূৰ্ত্ত ৰাজা পুণ্ড্ৰ ভূমি অতিক্ৰম কৰতঃ কামৰূপে ধৰ্ম্মাৰণ্য সমীপে প্ৰাগ্‌জ্যোতিষ নামে এক আৰ্য্য ৰাজ্য স্থাপন কৰেন। তাহাৰ পৰে মহাভাৰতেৰ সময়েও প্ৰায় তদ্ৰূপ।"

অসমৰ প্ৰাচীন সভ্যতা সৰ্ব্ববাদীসম্মত। এতিয়া অসমৰ প্ৰাচীনতা আৰু বঙ্গদেশৰ প্ৰাচীনতা দুইবো তুলনা কৰি চোৱা যাওক। ভূতত্ত্বৰপৰা কি প্ৰমাণ পোৱা যায়? বঙ্গদেশ

যে সাগৰৰ গৰ্ভত লুকাই আছিল, তাত সন্দেহ আছে নে? 'শ্ৰীহট্টৰ ইতিবৃত্ত'ত লিখিছে:—"ৰামায়ণেৰ কাল হইতে সাগৰ বহু দূৰে চলিয়া গিয়াছিল এবং দেশেৰ ভূভাগও অপেক্ষাকৃত দৃঢ়তা প্ৰাপ্ত হইয়াছিল।" বাবু পৰেশচন্দ্ৰ বন্দ্যোপাধ্যায় এম-এ, বি-এল, মহাশয়ে 'বাঙ্গালাৰ পুৰাবৃত্ত' (১ম ভাগ) পুথিত লিখিছে:—"চব্বিশ পৰগণা, খুলনা, যশোহৰ, নদীয়া, ফৰিদপুৰ, বাখৰগঞ্জ এবং ঢাকা, নোয়াখালি, ত্ৰিপুৰাৰ কিয়দংশ যে পূৰ্ব্বে সমুদ্ৰ গৰ্ভে নিহিত ছিল সে বিষয়ে কিছুমাত্ৰ সন্দেহ নাই। * * পূৰ্ণিয়া, দিনাজপুৰ, মালদহ, ৰাজসাহী, পাবনা, ৰঙ্গপুৰ প্ৰভৃতি জেলাও এক সময়ে সমুদ্ৰ গৰ্ভে নিহিত ছিল কিন্তু সে ঐতিহাসিক যুগেৰ পূৰ্ব্বেৰ কথা। পূৰ্ব্বোক্ত জেলাগুলিৰ মৃত্তিকা পৰীক্ষা কৰিয়া দেখিলেই সহজে বুঝা যাইবে যে, এক সময়ে ঐ সকল স্থান জলগৰ্ভে নিহিত ছিল। প্ৰাচীন গ্ৰন্থাদি পাঠে অবগত হওয়া যায় যে আৰ্য্যাবৰ্ত্তেৰ পূৰ্ব্ব সীমা সমুদ্ৰ পৰ্য্যন্ত বিস্তৃত ছিল।

আসমুদ্ৰত্তু বৈ পূৰ্ব্বাদাসমুদ্ৰাত্তু পশ্চিমাৎ।
তয়োৰেবান্তৰং গিৰ্য্যোৰাৰ্য্যাবৰ্ত্তঃ বিধুৰ্বুধাঃ॥ মনু

সুৎঙ্গ, আসাম, ত্ৰিপুৰা ও চট্টগ্ৰামেৰ পৰ্ব্বত সমূহ উপকূলে ছিল বলিয়া বোধ হয়।" Babu S. N. Bhadra M.A. মহাশয়ে History of North Eastern India. পুথিত লিখিছে:—"ৰামায়ণ ও মহাভাৰতেৰ যুগে পূৰ্ব্ব ভাগ আৰ্য্যদেশে পৰিণত হইয়াছিল। কিন্তু বাঙ্গালাৰ অনেক স্থান তাহাৰ পৰবৰ্ত্তী কাল পৰ্য্যন্তও সমুদ্ৰ গৰ্ভে মগ্ন ছিল। খৃষ্টিয় ৬ষ্ঠ শতাব্দীতেও হিমালয়েৰ উভয় প্ৰান্ত সমুদ্ৰ জলে অবগাহন কৰিত।" আৰু এঠাইত লিখিছে:—"বৰ্ত্তমান বাঙ্গালাৰ দক্ষিণ দিকেৰ অধিকাংশ স্থান সমুদ্ৰ গৰ্ভে ছিল।" আকৌ লিখিছে:—"তন্ত্ৰেৰ কালে ব্ৰহ্মপুত্ৰ ও গঙ্গাৰ মোহনাস্থিত নবগঠিত স্থান গুলিৰ সৃষ্টি হয় নাই।" অসমৰ বহুকালৰ পিচতেহে যে বঙ্গদেশৰ সৃষ্টি হৈছে, এই বিষয়ে ভূৰি ভূৰি প্ৰমাণ আছে। ঠাইৰ নাটনিত এই স্থলত সেইবিলাকৰ বিবৰণ দিব পৰা নগল। অসমীয়া সভ্যতা যে অতি প্ৰাচীন, সেইটো সকলোৱেই স্বীকাৰ কৰে। কিন্তু কোনোৱে কোনোৱে অসমীয়া সাহিত্যৰ প্ৰাচীনত্ব স্বীকাৰ কৰিবলৈ দুখ পায়। সাহিত্যৰ আশ্ৰয় নাপালে সভ্যতানো কেনেকৈ ওখ খাপত উঠিব পাৰে, সেই কথা ভাবি চাবলৈও তেওঁবিলাকে আওকাণ কৰে। কোনো জাতি সাহিত্যৰ মাজেদি নবগালে উধাব নোৱাৰে। উন্নতি ওখ-তৰপীয়া কৰিবৰ নিমিত্তে সাহিত্যইহে বাট দেখুৱায়। এইখিনিতে অসমীয়া পুৰণি সাহিত্যৰ বিষয়ে দুই চাৰি আষাৰ নকলে গা নেথায়। যথাৰ্থতে দুই চাৰিখন পুৰণি পুথি আমি আঙুলিয়াই দেখুৱাব পাৰিব লাগে। আমাৰ পুৰণি পুথিবিলাক কালৰ গৰ্ভত লুপ্ত হল ব্ৰহ্মপুত্ৰই খহাই নিলে বুলিলেই গা নবয়।

অসমীয়া সাহিত্যৰ কথা কবলৈ গলে প্ৰথমেই মহাপুৰুষীয়া ধৰ্ম্ম-প্ৰৱৰ্ত্তকসকলৰ নাম সুঁৱৰিব লাগিব। এই ধৰ্ম্ম ইং ১৫শ শতিকাত প্ৰৱৰ্ত্তিত হৈছিল। শঙ্কৰদেৱ, মাধৱদেৱ, ৰাম-সৰস্বতী, অনন্তকন্দলি, শ্ৰীধৰকন্দলি, মাধৱকন্দলি, চন্দ্ৰভাৰতী আদি অনেক বিখ্যাত গ্ৰন্থকাৰে ধৰ্ম্মপুথি লিখি অসমীয়া সাহিত্যৰ অঙ্গ পৰিপুষ্ট কৰিলে। শঙ্কৰদেৱে ৰচিত ২৯ খন পুথিৰ নাম পোৱা হৈছে। তাৰ ভিতৰত কীৰ্ত্তন আৰু দশমেই ঘাই। মাধৱদেৱৰ ১৬ খন পুথিৰ নাম পোৱা হৈছে। তাৰ ভিতৰত নামঘোষা আৰু ৰত্নাৱলীয়েই প্ৰধান। ৰামসৰস্বতীয়ে সম্পূৰ্ণ

মহাভাৰতখনি অসমীয়ালৈ পদ কৰে। ৰামায়ণো এই সময়তেই অনুবাদ কৰা হয়। এই যুগত ইমানবিলাক কবিয়ে ইমানবিলাক পুথি লিখি থৈ গৈছে যে সেইবিলাকৰ নাম কবলৈ গলে ৰাতি পুৱাই যাব। একো একোখনি পুথি এনে চমৎকাৰ যে পঢ়িবলৈ ধৰিলে গ্ৰন্থকাৰক ঈশ্বৰ-প্ৰণোদিত বুলিবলৈ হিয়াখনিয়ে কাও-বাও কৰে। অসমীয়া পুৰণি সাহিত্যত কোন্ বিষয়ে পুথি নাই? স্তুতি, প্ৰাৰ্থনা, কাব্য, উপাখ্যান, নাট সকলো বিষয়ৰ পুথি বিস্তৰ আছে। ভাগৱত, ৰামায়ণ, মহাভাৰত ইত্যাদিৰ উপাখ্যান লৈ সৰু সৰু পুথি যে কিমান ৰচিত হৈছিল, তাৰ লেখ নাই। শঙ্কৰ, মাধৱ আৰু অন্যান্য মহাপুৰুষসকলৰ জীৱনচৰিতো পোৱা যায়। আনকি, ব্ৰহ্মবৈবৰ্ত্তপুৰাণৰ ভাঙনিও অসমীয়া ভাষাত আছে। কবি যশোবৰে এই পুৰাণ ভাঙিছিল। সাৰ্ব্বভৌম ভট্টাচাৰ্য্যে ভৱিষ্যৎ পুৰাণ অসমীয়ালৈ ভাঙিছিল। এওঁৰে আৰু দুখনি পুথি আছে, এখনি ভাগৱত আৰু আনখনি স্বৰ্গখণ্ড। ৰামগোবিন্দে ব্ৰহ্মানন্দ পুৰাণ আৰু বিষ্ণুপুৰাণ ভাঙিছিল। ব্ৰজনাথে কালিকা-পুৰাণ ভাঙিছিল। বকুল কায়স্থই পদ্যত 'অঙ্কৰ পুথি' ৰচিছিল। তেওঁৰে আন এখনি পুথিৰ নাম 'ভূমি পৰিমাণ'। এইখনি পৰিমিতি বিষয়ৰ পুথি। আৰু এখনি পুথি এইজন গ্ৰন্থকাৰে ৰচিছিল, তাৰ নাম 'লীলাৱতী'। এই পুথি ভাস্কৰাচাৰ্য্যৰ লীলাৱতীৰ অসমীয়া অনুবাদ। জগৎবিখ্যাত 'গীতা'ৰ অসমীয়াত গোবিন্দ মিশ্ৰই ১৫শ শতিকাতে পদ্য ভাঙনি কৰে। তদুপৰি আমাৰ গৌৰৱৰ কথা এয়ে যে সেই সময়তে আনকি গীতাৰ গদ্য ভাঙনিও কৰিছিল। অসমীয়া জ্যোতিষ শাস্ত্ৰ আছে, চৰক সুশ্ৰুতৰ ভাঙনি আছে, ঘৰে ঘৰে বুৰঞ্জী আছে। এনেকুৱা এজন ব্ৰাহ্মণ পণ্ডিত বা সম্ভ্ৰান্ত ভদ্ৰলোক নাই, যাৰ ঘৰত বিচাৰিলে অন্ততঃ ১০ খন বুৰঞ্জী পোৱা নাযায়। Report on the Progress of Historical Research in India পুথিত হৰগৌৰী বিলাস নামৰ পুথি এখনিৰ বিষয়ে এইদৰে লিখিছে :—

"This book is in the Assamese language, and purports to have been written in 1265 B. E. by Lalitram Sinha, Raja of Rani, from extracts from the Padma Purana, the Bhagavat Purana & the Mahabharata. It was published in 1271 B. E. The book treats of the marriage of Hara with Gauri."

দুৰ্গাবৰ কায়স্থই পদ্ম-পুৰাণান্তৰ্গত বেহুলা লখিন্দাৰৰ উপাখ্যান এটি গীতি কাব্যৰ আকাৰেৰে এখনি পুথি ৰচিছিল। তাৰে এখনি হাজো নিবাসী শ্ৰীযুত বিষয়চন্দ্ৰ বিশ্বাসীৰ হাতত হাতে-লিখা অৱস্থাত এতিয়াও আছে। দুৰ্গাবৰৰ বাসস্থান হাজো। দুৰ্গাবৰী গীত আজিও গুৱাহটীয়া মানুহে সততে গোৱা শুনিবলৈ পোৱা যায়। ডাক-চৰিতখনি অসমীয়া পুথি। বঙালীয়ে তাকো আত্মসাৎ কৰিছে। ডাকৰ জন্ম বৰপেটাৰ অন্তৰ্গত লেহি-ডঙৰা গাঁও। হাজোৰ পৰা পিচত তেওঁ যোৰহাটলৈ আহি ৰংদৈ নামেৰে ঠাইত বাস কৰে। ৰংদৈত এতিয়াও ডাক বামুণৰ ঘৰ বুলি এঘৰ মানুহ আছে। ইংৰাজী পঞ্চম কি ষষ্ঠ শতিকাত ডাকচৰিত লিখা হৈছিল। পুৰুষোত্তম বিদ্যাবাগীশে ভাৰতৰ তৃতীয় ব্যাকৰণ ৰত্নমালা সংগ্ৰহ কৰে। লীলাৱতী পুথি ১৩৯০ শঁকতে অসমীয়ালৈ ভঙা হয়। অসমত তন্ত্ৰ মন্ত্ৰ আদি গাৰুড়ী বিদ্যাৰ কিমান পুথি আছে, তাৰ লেখ-জোখ নাই। হাতী, ঘোঁৰা, গৰু আদিৰ চিকিৎসাৰ পুথিৰো

অভাৱ নাই। সঙ্গীত বিস্থাৰ ৰাগ ৰাগিনী ইত্যাদিৰ নাম আৰু নিয়মৰ বিষয়ে অসমীয়া ভাষাত লিখা পুথি আছে। সেইবিলাকৰ সুৰ চলিত হিন্দী বা বঙলা সুৰৰ নিচিনা অবিকল নহয়। অসমীয়া ভাষাত বৈত্ত শাস্ত্ৰও যথেষ্ট আছে।

মহামতি গ্ৰীয়াৰ্সন চাহাবে Linguistic Survey of India গ্ৰন্থিত লিখিছে, "The Mahabharata and the Ramayana were translated into Assamese language nearly four centuries ago. Not only that, but many other works on history were then written. Poetry, medicine and religion were also translated into the Assamese vernacular, which could besides boast of a very pretty indigenous literature of its own."

আজিলৈকে পুৰণি অসমীয়া পুথি সমুদায় প্ৰকাশিত হোৱা নাই। যেতিয়া সমুদায় পুথি পোহৰলৈ আহিব আৰু যেতিয়া প্ৰত্যেক পুথিৰে সূক্ষ্ম সমালোচনা ওলাব, তেতিয়া অসমীয়া পুৰণি সাহিত্য কেনে বিৰাট ব্যাপক আছিল, বৰ্ত্তমান সভ্যজগতে বুজিব পাৰিব। শঙ্কৰদেৱৰ 'কীৰ্ত্তন'ৰ দৰে উজু প্ৰাঞ্জল ভাষাৰ ধৰ্ম্মপুথি আন ভাষাত আছে নে নাই, কব নোৱাৰোঁ। সৰ্ব্বসাধাৰণে এই পুথিৰ ভাবাত মোহিত হয় আৰু এনে ঘৰুৱা অথচ গহীন পবিত্ৰ শব্দাৱলীৰ সমাবেশ দেখিলেই, অসমীয়া ভাষা সেই কালতে কিমান চহকী আছিল, বুজিবলৈ কাৰো বাকী নাথাকে। 'নামঘোষা' ধৰ্ম্মৰ অদ্বিতীয় পুথি। ইয়াৰ ভাষা আৰু ভাব অতি গহীন। এই দুখনি পুথিৰ পৰা দুই চাৰিটা পদ তুলি নিদিলে আমাৰ কবলগীয়া অসম্পূৰ্ণ হৈ থাকিব। কিন্তু কোনটো ধৰিম, কোনটো এৰিম, সেইটো ঠিক কৰা দুঃসাধ্য। কীৰ্ত্তন :—

পাছে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান।
ফল ফুল ধৰি জকমক কৰি
আছে যত বৃক্ষমান।
শিৰীষ সেউতী তমাল মালতী
লবঙ্গ বাগী গুলাল।
কৰবীৰ বক কাঞ্চন চম্পক
ফল ভৰি ভাঙে ডাল॥
শেৱালী নেৱালী পলাশ পাৰলী
পাৰিজাত জুতি জাই।
বকুল বন্দুলী আছে ফুলি ফুলি,
তাৰো সীমা সংখ্যা নাই॥
কনোৰ কনাৰী কদম্ব বাবৰী
নাগেশ্বৰ সিংহচম্পা।
অশোক অপাৰ দেৱাঙ্গ মঁদাৰ
মণিৰাজ ৰাজচম্পা॥
কুন্দ কুৰুবক কেতকী তগৰ
গন্ধে মোহে বহু দূৰ।
গুটিমালী ভেন্টি ৰঙ্গীন বেৰতী
মৰুৱা মধাই ধুস্তুৰ॥

চন্দন অগৰু দিব্য কল্পতৰু
দেৱদাৰু পদ্মবাসি।
প্ৰতি গাছে গাছে ভিণ্ডা বান্ধি আছে
সুবৰ্ণ মাণিকে খচি॥
মণি মৰকত স্থলী নানামত
দীপ্তি কৰে তাৰ কাছে।
মহা মনোহৰ দীঘি সৰোবৰ,
তাৰ মাজে মাজে আছে॥
চাৰিও কাষৰে পোৱাল বাখৰে
বান্ধিলা বিচিত্ৰ কৰি।
বৈদুৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মৰকত খাট খৰি॥
সুবৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঞ্জি।
শোভে চক্ৰবাক ৰাজহংস জাক
মৃণাল ভুঞ্জে উভঞ্জি॥
কোণ্ডা কুৰুবক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয় ভাৱ।
অমৃত সমান জল কৰি পান
ত্যজে সুললিত ৰাৱ॥

চাৰিও পাৰত দিব্য পুষ্প যত
গন্ধে দশো দিশ বাসে।
যত দিব্য পক্ষী ফল ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
অনেক ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে
মধুপান অভিলাষে॥
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বাৱ॥

আহা! কি স্বৰ্গীয় ভাষা, কি অনুপম ছন্দ-লালিত্য, কি অপাৰ্থিব ভাবৰ কাহিনী! কেনে নেদেখা নুশুনা ৰাজ্যলৈ লৈ যোৱা স্বভাৱ-বৰ্ণনা! শঙ্কৰদেৱৰ পুথিৰ প্ৰকৃত সমালোচনা কৰিবলৈ হলে, সমালোচনাৰ পুথিখনি আচল পুথিতকৈ আকাৰত অন্ততঃ দুগুণ ডাঙৰ হব। নাম-ঘোষা :—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি॥
অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবো তাঙ্ক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥
হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি॥

কৃষ্ণ এক দেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ॥
ক্ষুদ্ৰ আশে বহু আশা কৰি ভৱ কুপে জীৱ আছে পৰি
কাল সৰ্পে দংশি হৰিল চেতন তাৰ।
মোক্ষৰূপ তযু বাক্যামৃত কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিয়ো মোক উদ্ধাৰ॥
একেখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকী নন্দনে কৈলা যাক
দেৱো একমাত্ৰ দৈৱকী দেবীৰ সুত।
দৈৱকী পুত্ৰৰ পদসেৱা কৰ্ম্মো এক এহিমানে মাত্ৰ
মন্ত্ৰো এক তান নাম মাত্ৰ অদভুত।

কেনে গভীৰ ধৰ্ম্মভাব! কেনে সুন্দৰ ছন্দ-বান্ধনি! কোনোবাই ইংৰাজক তেওঁবিলাকৰ ডাঙৰ কবি কোন্ সুধিলে একে আষাৰে উত্তৰ দিব—মিল্টন আৰু ছেক্সপিয়াৰ। আমাক কোনোবাই এনে প্ৰশ্ন কৰিলে একে আষাৰে উত্তৰ দিম—শঙ্কৰদেৱ আৰু মাধৱদেৱ। ইংৰাজক তেওঁবিলাকৰ দীঘলীয়া লিপিকৰ ( voluminous writer ) কোন্ বুলিলে একে আষাৰে উত্তৰ দিব—চাৰ ৱাল্টাৰ স্কট। আমাক কোনোবাই এনে প্ৰশ্ন কৰিলে উত্তৰ দিম—ৰামসৰস্বতী। ৰামসৰস্বতীয়ে মহাভাৰতৰ ১৫০০০ শ্লোক অসমীয়ালৈ ভাঙে। ইংৰাজক তেওঁবিলাকৰ ধৰ্ম্মপুথি কি সুধিলে কব—বাইবেল। আমাক আমাৰ ধৰ্ম্মপুথিৰ বিষয়ে সুধিলে কম—নামঘোষা। ইংৰাজৰ দৰে আমাৰ নামঘোষাও একে থোপতে ধৰ্ম্মপুথি আৰু শিৰফুটা সাহিত্য। পঞ্চদশ শতিকাৰ লিখকসকলে যি সৰবৰহী ভাষাত পুথি ৰচিছিল, সেই ভাষা আৰু সাহিত্যৰ জন্ম তাৰ কিমান দিনৰ পূৰ্ব্বে হৈছিল? অতি কমেও ৫০০ বছৰৰ পূৰ্ব্বে তাৰ জন্ম

হৈছিল বুলি বুকু ডাঠি কব পাৰি। কিন্তু অসমীয়া ডাক-চৰিত পুথিখনি খ্ৰীঃ পঞ্চম কি ষষ্ঠ শতিকাতে ৰচিত হৈছিল বুলি জনা-বুজাসকলে ধৰিছে। সেই হিচাপেৰে চালে পঞ্চদশ শতিকাৰ পৰা ৫০০ বছৰ নধৰি ১০০০ বছৰ পূৰ্ব্বে অসমীয়া সাহিত্যৰ জন্ম বুলিব লাগে। এই গল সাহিত্যৰ কথা—কিন্তু অসমীয়া ভাষা যে কিমান পুৰণি, তাক ঠিক কৰিব নোৱাৰি। প্ৰথম আৰ্য্যবিলাকে বহু দিনলৈকে অৱশ্যে সংস্কৃত ভাষাকে প্ৰাকৃত অৱস্থাত ব্যৱহাৰ কৰিছিল। কালত সেই প্ৰাকৃত ভাষাই প্ৰাচীন অসমীয়া সাহিত্যৰ ভাষাৰ আকাৰ ধৰিলেগৈ। তাৰ লগতে অন্যান্য ভাষাৰ শব্দাৱলী অলপঅচৰপ সোমাই গল। কিন্তু ভাষাৰ মূল সংস্কৃতেই থাকিল। এই অসমীয়া ভাষা আহোম জাতিৰ ভাষা নহয়। ই অসমৰ আদিবাসীবিলাকৰ ভাষা। ই কছাৰী, বামুণ, কলিতা, আহোম, কায়স্থ, মৰাণ, চুটীয়া, শূদিৰ সকলোৰে ভাষা। ই দাঁতি-কাষৰীয়াসকলোৰো ভাষা। এই দাঁতি-কাষৰীয়াবিলাক পূৰ্ব্বে অসমৰ সম-থলতে বাস কৰিছিল। পিচত, কিবা-স্বৰূপে ফাঁটি গৈ পৰ্ব্বতত আশ্ৰয় ললে।

আমি ওপৰত পুৰণি অসমৰ বিষয়ে কৈ আহিছোঁ। পুৰণি অসম বুলিলে আজিকালিৰ অসমক নুবুজায়। পুৰণি অসম বা কামৰূপ ৰাজ্যৰ সীমা বহু দূৰলৈকে বিস্তৃত আছিল। আজিকালি অসমৰ ঠাইতে মুখ, ঠাইতে চকু হল—পূৰ্ব্বে ইয়াৰ বিৰাট মূৰ্ত্তি আছিল। কোচ ৰজাই পচিমে ৰাজত্ব কৰিছিল—পূবে মৰাণ আৰু বৰাহীৰ সৰু সৰু ৰাজ্য আছিল। এনে সময়তে আহোমসকলৰ আৱিৰ্ভাব হল। এইসকলে আৰু আন আন অসমত থকা জাতিবিলাকে নিজা নিজা ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰিলে। অসমীয়া ভাষা প্ৰাচীন আৰু চহকী আছিল আৰু অসমীয়া মানুহৰ সংখ্যা তেতিয়া বহুত বেছি আছিল, সেই কাৰণেই অসমীয়া ভাষাৰ প্ৰতিপত্তি হৈছিল। চীনপৰ্য্যটক বিখ্যাত হিৱেনচাঙে খ্ৰীঃ ৭ম শতাব্দীত ভাৰত পৰিভ্ৰমণ কৰিছিল। তেওঁ কামৰূপ ৰাজ্যৰ দৈৰ্ঘ্য ১০০০ লি ( অৰ্থাৎ ১৬৭৫ মাইল ) আৰু বিস্তৃতি ৩০ লি ( অৰ্থাৎ ৬ মাইল ) বুলি লিখি গৈছে।

Report on the Progress of Historical Research in India পুথিত লিখিছে :—
"The book (Hara Gauri Bilas) contains a passage which says that Kamarupa comprising Ratnapitha, Bhadrapitha, Saumarapitha and Kampitha, bounded by the Digaru on the east, the Karatoya on the west, the Kanda hills on the north, and Navaloya on the south, was given away to Durga as a part of her dowry." History of Eastern India (by S. N. Bhadra,) পুথিত লিখিছে :—

"মহাভাৰতেৰ সময়ে বাঙ্গালা দেশে বঙ্গ ( পাবনা, ফৰিদপুৰ ), পুণ্ড্ৰ ( বগুৰা, ৰঙ্গপুৰ ও ময়মনসিংহেৰ কতক অংশ ), সুহ্ম ( বৰ্দ্ধমান, বীৰভূম প্ৰভৃতি ), কৌশিকী কচ্ছ (হুগলি) ও তাম্ৰলিপ্ত (তমলুক) প্ৰভৃতি স্বতন্ত্ৰ ৰাজ্য ছিল। বৰ্ত্তমান বাঙ্গলাৰ উত্তৰ পূৰ্ব্ব ভাগ তখন কামৰূপ ৰাজ্যেৰ অন্তৰ্গত ছিল।" জন পিটাৰ ৱেদে ( Dr. J. P. Wada ) এখন অসমৰ বুৰঞ্জী লিখিছিল। দুৰ্ভাগ্যবশতঃ সি হাতেলিখা অৱস্থাতে থাকিল। সেই পুথি বিলাতৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত পোৱা গৈছে। শ্ৰীযুক্ত বেণুধৰ শৰ্ম্মাদেৱে বহু যত্ন কৰি সেই পুথি অনাইছে। পুথিখনিৰ বিবৰণ 'মিলন' কাকতত ( ৩য় বছৰৰ ২য় সংখ্যা ) প্ৰকাশিত হৈছে।

জন পিটাৰ ৱেদে কাপ্টান ৱেলচ্‌ৰ লগত এডিচ্ৰেন্ট, চাৰ্জ্জন হৈ অসমলৈ আহিছিল। তেওঁ নিজ হাতে লিখি গৈছে—"অসম ৰজাৰ অতি পুৰণি কালতে চাৰি শ হেজাৰ সৈন্য পঠিয়াব পৰা শক্তি আছিল। অসমৰ ৰজাসকলে ভোটান আৰু নেপাল ৰাজ্য জয় কৰিছিল। এওঁবিলাকে গৌড়, ত্ৰিপুৰা আৰু কোচবিহাৰ জয় কৰি গঙ্গা নৈৰ পাৰলৈকে ৰাজ্য বঢ়াইছিল আৰু কৰতোৱা নৈৰ পুবফালে থকা দেশবিলাকো এওঁলোকৰ ৰাজত্বৰ ভিতৰত আছিল।"

মাননীয় গেইট চাহাবে History of Assam ত লিখিছে :—"In the Kalika Puran it is said that the temple of Kamakhya near Gauhati was in the centre of Kamarupa, and in the Vishnu Puran it is added that the country extended around this temple in all directions for 100 Yojans or about 450 miles. Allowing for exaggeration, this may be held to embrace the whole of the new province of Eastern Bengal & Assam & Bhutan."

কামৰূপ ৰাজ্যৰ সীমা পূৰ্ব্বে এইদৰে আছিল—কামপীঠ—কৰতোৱাৰ পৰা স্বৰ্ণকোষলৈ। ৰত্নপীঠ—স্বৰ্ণকোষৰ পৰা কামৰূপ জিলাৰ ৰূপহী নদীলৈ। সুবৰ্ণ পীঠ—ৰূপহীৰ পৰা তেজপুৰৰ ভৰলীলৈ। সৌমাৰ পীঠ—ভৰলীৰ পৰা শদিয়াৰ দিক্ৰঙলৈ। এইটি কালিকা পুৰাণৰ কথা। কিন্তু এসময়ত কামৰূপৰ সীমা সাগৰ চুইছিলগৈ আৰু পিচতো পূৰ্ব্ব আৰু উত্তৰ বঙ্গৰ অনেক ঠাই সামৰিছিল। সেই বিষয়ে ভূৰি ভূৰি প্ৰমাণ আছে। এতিয়া গুৱালপাৰা জিলাৰ ভাষা লৈ বঙালী ককায়ে আমাৰে সৈতে হতাহতি কৰিব খুজিছে। গুৱালপাৰাৰ বিষয়ে আমাৰ কবলগীয়া পিচত কম। সম্প্ৰতি আমি ইয়াকে কওঁ যে ৰংপুৰ আৰু কোচবিহাৰো প্ৰকৃততে অসমীয়া ঠাই আৰু সেই দুই জিলাৰ ভাষাও অসমীয়া। ৰংপুৰ জিলাত কলিতা মানুহৰ বসতি আছিল।

Dalton's Ethnology পুথিত লিখিছে (৭ পিঠি) "The Kalitas once had great sway in Rangpur; and many of those remaining have assumed the title of Kaists." ১৯১২ চনৰ ৭ ডিচেম্বৰৰ Times of Assam কাকতত লিখিছে :—"That Rangpur & Cooch Behar are mainly peopled by Rajbangshis, whose mother-tongue is still the Kamrupee or Assamese though corrupted with Bengali, none can deny & how a race or nation is degraded by the forced adoption of a foreign tongue is simply illustrated by the present degraded condition of these people of Rangpur & Cooch Behar."

বাবু দুৰ্গাচৰণ ভূতি মহাশয়ে 'নব্য ভাৰতত' 'কামৰূপ' নামৰ প্ৰবন্ধত লিখিছে (ষড়বিংশ খণ্ড, ১০ম সংখ্যা):—"যোগিনী তন্ত্ৰে প্ৰকাৰান্তৰে ইহাদিগকে (কোচদিগকে) ম্লেচ্ছ বলা হইয়াছে। বাঙ্গালাৰ এই জাতীয় ৰাজা ও ত্ৰিপুৰাধিপ স্বাধীন নৃপতিৰূপে আমাদেৰ গৌৰব বৃদ্ধি কৰিতেছেন, কোচ ৰাজবংশেৰ সহিত এখনকাৰ বেলতলাৰাজ সংশ্লিষ্ট, কোচ বংশ কামৰূপে দুই শত বৰ্ষ ৰাজ্য কৰিয়াছিলেন। আহোমদিগেৰ সহিত তাহাদিগেৰ যুদ্ধে লিপ্ত হইতে হইয়াছিল। কছাৰী লালুঙ, মিকিৰ ও অন্যান্য জাতি হিন্দু হইবাৰ পূৰ্ব্বে কোচ হইয়া পড়ে; অন্যদিকে উত্তৰ বঙ্গে সামাজিক হিসাবে কোচ জাতি হীনতা লাভ কৰায় ৰাজবংশী নাম গ্ৰহণ কৰিয়াছে। কোচদিগেৰ পূৰ্ব্ব ভাষা লুপ্ত হইয়াছে, যাহা অবশিষ্ট দৃষ্ট

হয়, তাহা গাৰো ভাষাৰ তুল্য। পূর্ব্বে কোচ ও মেচ জাতিতে বিবাহ হইত, প্ৰথম জাতি হিন্দু ধৰ্ম্ম গ্ৰহণ কৰায় তাহা ৰহিত হইয়াছে। * * কুচবেহাৰাধিপতিকে এক্ষণে আমাদেৰ বঙ্গাধিপ বলিয়া সম্মান কৰা কৰ্ত্তব্য।" বঙ্গ লেখকে যি মন্তব্য প্ৰকাশ কৰি কোচ-বিহাৰাধিপতিক সম্মান কৰা যুগুত বুলিছে, সেই সম্মানৰ বেচ কিমান, নকলেও হব।

ত্ৰিপুৰা ৰাজ্যৰ ৰাজপৰিয়ালত ৰাজমালা নামেৰে এখনি পুথি আছে। বাবু কৃষ্ণমোহন ধৰ মহাশয়ে "পূর্ব্ববঙ্গ ও আসাম" নামৰ পুথিত লিখিছে :—"এই গ্ৰন্থে ত্ৰিপুৰাৰাজ যযাতি ৰাজাৰ পুত্ৰ দুৰ্জ্জ বা দুৰ্জ্জয়েৰ বংশধৰ বলিয়া এবং ত্ৰিপুৰ ৰাজাগণেৰ সমসাময়িক কাছাড়, শ্ৰীহট্ট এবং আসামেৰ ৰাজাগণেৰ সহিত সম্বন্ধাদি এবং যুদ্ধাদিৰ বিবৰও যথাক্ৰমে বৰ্ণিত আছে।" উত্তৰ বঙ্গ আৰু কোচবিহাৰ আদি ঠাইত প্ৰচলিত আগৰ দিনৰ কবিতা গীত আৰু সাঁথৰ গোটাচেৰেক মাননীয় শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই ৰংপুৰ সাহিত্য পৰিষৎ পত্ৰিকাৰ পৰা ১ম বছৰৰ ৬ষ্ঠ সংখ্যা বাঁহীত তুলি দিছে। সেইবিলাকৰ ভাষা যে পুৰণি অসমীয়া ভাষা, তাক মুই কৰিবৰ কাৰো সাধ্য নাই। ঠাইৰ নাটনিত আটাইখিনি তুলি দিব নোৱাৰিলোঁ। ৰংপুৰৰ গাঁৱলীয়া গীত এটি মাথোন তলত দেখুওৱা গল :—

"উগ্ৰসেন মহাৰাজা তিনি জগতে জানি।
তাৰ ঘৰত উপজিল কন্যা নাম দৈবকিনী॥
কাৰ ঘৰে দিম বিয়া কন্যা যোগ্য নাই বৰ।
ৰূপ আছে ৰতন আছে পৰম সুন্দৰ॥
হেন কালে চলিয়া আইল নাৰদ মুনিবৰ।
মুনিক দেখিয়া ৰাজা কৰিল সম্ভাষণ॥
বসিবাৰে দিল মুনি উত্তম আসন।
পাওঁ ধোয়াৰ আনি দিল ঝাৰিতে কৰি জল॥
* * * *
ৰাজা কইল ভাল হল মুনি ঠাকুৰ ইতি আগমন।
মোৰ ঘৰে বাড়ে কন্যা নাম দৈবকিনী॥ ইত্যাদি ইত্যাদি

তলতে এটা শাৰী আছে :—

"পাইক পলায় ধনকো পেলায় কৰিয়া লোড়ালুড়ি"

এই শাৰীটো এনে হব লাগিছিল—"পাইক পলায় ধনকো পেলাই কৰিয়া লৰালৰি।" ওপৰত লিখা গীতটিৰ ভাষা অসমীয়া নহয় বুলি কোনে কব? ৰংপুৰ জিলাত ভগদত্ত ৰজাৰ ৰংঘৰ এটি আছে আৰু সেই ৰংঘৰৰ পৰাই ঠাইখনৰ নাম ৰংপুৰ হল। জলপাইগুৰিৰ জল্পেশ্বৰ দেৱালয় জীতাৰি বংশৰ ৰজা জল্পেশ্বৰে সজোৱা। কন্‌চেং বৰপাত্ৰ ডাঙৰীয়াই মুছলমানবিলাকৰ ষষ্ঠ আক্ৰমণত তেওঁবিলাকক কৰতোৱা পাৰ কৰি খেদি জয়ৰ চিন-স্বৰূপে নৈৰ পাৰত দ'ল আৰু পুখুৰী কৰাইছিল। আন নালাগে, চট্টগ্ৰামৰ ভাষাটোকেই ধৰা যাওক। আমি কওঁ, সেই ভাষাও মূলত অসমীয়া। চট্টগ্ৰামবাসীয়ে কয়—"আঁই কঁইত ন পাগ্যম।" বঙ্গবাসীয়ে কয়—আমি বলিতে পাৰিব না।" অসমীয়াই কয়—"মই কব নোৱাৰিম।" এতিয়া ভাষাবিৎ পণ্ডিতক সোধক, চট্টগ্ৰামৰ কথা অসমীয়াৰে মিল নে বঙলাৰে মিল।

Linguistic Survey of India by G. A. Grierson C.I.E., PH.D., D.LITT., I.C.S. পুথিৰ পৰা কেইখনিমান বঙ্গদেশৰ জিলাক আৰু শ্ৰীহট্ট আৰু কাছাৰৰ ভাষাৰ নমুনা তলত দিলোঁ। লগে লগে অসমীয়া তৰ্জ্জমাটিও দেখুৱালোঁ :—

(১) ৰংপুৰ জিলা (ৰাজবংশী ভাষা) "একজন মানুষেৰ দুইকণা ব্যাটা আছিল্। তাৰ ছোট কোনা উয়াৰ বাপক্ কইলে বা মোৰ পইসা কড়িৰ ভাগ মোক দেও।' (অসমীয়া এজন মানুহৰ দুটা পুতেক আছিল। তাৰ সৰুটোৱে তাৰ বাপেকক কলে, বোপাই মোৰ পয়চা কড়িৰ ভাগ মোক দে।)

(২) জলপাইগুড়ি জিলা—"এক ঝনকাৰ দুই ঝন্ বেটা আছিল। অম্হাৰ মধ্যত ছোট বেটা অৰ্ বাপক কহিল কি বোলে বা হামাৰ সম্পত্তিৰ মুই যে ভাগ পাম তা তুই মোক দে"। (অসমীয়া—এজনৰ দুজন পুতেক আছিল। সিহঁতৰ মাজত সৰু পুতেকে তাৰ বাপেকক কলে বোলে বোপাই মোৰ সম্পত্তিৰ মই যি ভাগ পাম, তাক তই মোক দে।)

(৩) কোচবিহাৰ জিলা—"একজন মান্ষিৰ দুই কোনা বেটা আছিল। তাৰ্ মদ্দে ছোটজন উয়াৰ বাপেকে কইল, বা, সম্পত্তিৰ যি হিস্যা মুঁই পাইম্ তাক মোক্ দেন।" (অসমীয়া—এজন মানুহৰ দুটা পুতেক আছিল। তাৰ মাজত সৰুটোৱে তাৰ বাপেকক কলে বোপাই সম্পত্তিৰ যি হিচাপ মই পাম তাক মোক দে)

(৪) দাৰ্জিলিং জিলা—"অ্যাক ঝনকাৰ দুইটা বেটা ছিল। তাৰহে বিচৎ ছোট বেটাটা আপ্নাৰ্ বাপক্ কোহোল্, গেঁ বা! ধন দোলৎ যেই মুই পাম ত্যা মোক্ দে।" (অসমীয়া—এজনৰ দুটা পুতেক আছিল। তাৰ ভিতৰত সৰু পুতেকে আপোনাৰ বাপেকক কলে, বোপাই ধন দৌলত যি মই পাম তাক মোক দে।)

(৫) ঢাকা জিলা—"য়্যাক জনেৰ দুইডী ছাওয়াল আছিলো। তাগো মৈদ্দে ছোটডি তাৰ বাপেৰে কৈলো, বাবা, আমাৰ ভাগে যে বিত্তি ব্যাসাদ্ পৰে তা আমাৰে স্থাও।" (অসমীয়া—এজনৰ দুই লৰা আছিল। তাৰ মাজত সৰুটিয়ে তাৰ বাপেকক কলে, বোপাই, মোৰ ভাগত যি ধন-বিত পৰে তাক মোক দে।)

(৬) ময়মনসিংহ জিলা—"এক জনেৰ দুই পুৎ আছিল্। তাৰ ছুডু পুতে বাপেৰে কইলো বাজি! মাল ব্যাসাতেৰ যে বখৰা আমি পাইবাম্ তা আমাৰে দেউখাইন্।" (অসমীয়া—এজনৰ দুই পুতেক আছিল। তাৰ সৰুটো পুতেকে বাপেকক কলে, বোপাই মাল-মাত্ৰাৰ যি ভাগ মই পাম তাক মোক দেচোন।)

(৭) ত্ৰিপুৰা জিলা—এক বেটাৰ দুই পুৎ আচিল। তাৰাৰ মাইজে হুৰুলা তাৰ বাপ্ৰে কইল্ বাবুও! মালামাল যেতান আমি পায়াম্ হেতান আমাৰে দেও।" (অসমীয়া—এটা মানুহৰ দুই পুতেক আছিল। তাহাঁতৰ মাজত সৰুটোৱে তাৰ বাপেকক কলে বোপাই মালামাল যিখিনি মই পাম সেইখিনি মোক দে।)

(৮) নোয়াখালি জিলা—"এক শকসেৰ্ দুই বেটা আছিল। তাদেৰ মধ্যে ছোট বেটা বাপেৰে কৈল, বায়াজি, মাল মাত্তা যা আমাৰ হিস্যায় পৰে তা আমাক দেন।" (অসমীয়া

—এক মাহুহৰ দুই পুতেক আছিল। তাৰ মাজত সৰু পুতেকে বাপেকক কলে, বোপাই মাল মাত্রা যি মোৰ হিচাপত পৰে তাক মোক দিয়ক।)

(৯) বাখৰগঞ্জ জিলা—"একজন মান্ষেৰ দুগ্গা পোলা আছিল। তাৰ গো মধ্যে ছোটগ্গা হেৰ বাপৰে কৈল বাবা বিত্তেৰ যে ভাগ মুই পামু তা মোৰে দেও।" (অসমীয়া—এজন মাহুহৰ দুটা পুতেক আছিল। তাৰ মাজত সৰুটোৱে তাৰ বাপেকক কলে বোপাই ধন-বিতৰ যি ভাগ মই পাম তাক মোক দে।)

(১০) খুলনা জিলা—অ্যাক জোন মান্শিৰ্ দুই ছাওয়াল ছিলো। তাৰ মধ্যে ছোট জোন তাৰ বাপৰে কলে, বাপ্ আমাৰ ভাগে যে জিনিষ পৰে, তা আমাৰে দ্যাও।" (অসমীয়া—এজন মানুহৰ দুই লৰা আছিল। তাৰ মাজত সৰুজনে তাৰ বাপেকক কলে বোপাই মোৰ ভাগত যি বস্তু পৰে, তাক মোক দে।)

(১১) যশোহৰ জিলা—এক জোনেৰ দুট ছল ছিল। তাৰ গো মোদ্দি ছোট জোন তাৰ বাপেৰে কলে বাবা! জমাজুমিৰ যে ভাগ আমি পাব তা আমাৰে দ্যাও।" (অসমীয়া—এজনৰ দুটা লৰা আছিল। তাৰ মাজত সৰু জনে তাৰ বাপেকক কলে বোপাই থাৱৰ-অথাৱৰ সম্পত্তিৰ যি ভাগ মই পাম তাক মোক দে।)

(১২) চট্টগ্রাম জিলা—এগুয়া মানস্যেৰ দুয়া পোয়া আছিল। ছোডুয়া তাৰ বায়েৰে কইল বায়াজি অঁাৰ হিচ্ছাৰ সম্পত্তি অঁায়ে দেয়।" (অসমীয়া—এজন মানুহৰ দুই পুতেক আছিল। সৰুটোৱে তাৰ বাপেকক কলে বোপাই মোৰ হিচাৰ সম্পত্তি মোক দে।)

(১৩) শ্রীহট্ট জিলা—"কোন মানুষৰ দুই পোয়া আছিল্। তাদেৰ মধ্যে ছোটটী বাপৰে কহিল, বাবা বিষয়ৰ যে অংশ আমাৰ বাটে পৰে আমাৰে দেও।" (অসমীয়া—কোনো মানুহৰ দুই পুতেক আছিল। সিহঁতৰ মাজত সৰুটিয়ে বাপেকক কলে বোপাই বিষয়ৰ যি অংশ মোৰ ভাগত পৰে মোক দে)।

(১৪) কাছাৰ জিলা—"একজন মানুষৰ দুগুয়া পুয়া আছিল। তাৰ মাঝে ছুটটায় বাপ্ৰে কৈল বাবা, আমাৰ হিস্যাত সামানৰ যে বাট পড়ে হি বাট আমাৰে দেও।" (অসমীয়া—এজন মানুহৰ দুটা পুতেক আছিল। তাৰ মাজত সৰুটোৱে বাপেকক কলে, বোপাই মোৰ হিচাত সম্বলৰ যি ভাগ পৰে সেই ভাগ মোক দে।" এতিয়া বুজিবলৈ কাৰো বাকী নাথাকিব যে বঙ্গদেশৰ বহু ঠাইৰ ভাষাৰ গুৰি অসমীয়া। সুপ্রসিদ্ধ বঙ্গনেতা ছাৰ প্রফুল্লচন্দ্র ৰায় মহোদয়ে জানিশুনিয়েই তেজপুৰৰ ছাত্র-সম্মিলনত কৈছিল :—

"If some Assamese scholars now get up and say that it is the Bengalee who has borrowed his prose from Assamese literature and enriched his own, it will be very difficult to dislodge him."

অসমীয়া ভাষাটো শ্রীহট্ট, কাছাৰ, পূৰ্ব্ববঙ্গ, উত্তৰ বঙ্গ আদি ঠাইলৈ কোনটো বাটেদি কেনেকৈ বাগৰি গৈছে, সেই কথা ঈশ্বৰে কৰিলে বিস্তাৰিতৰূপে তন্ন-তন্নকৈ ভাঙি-পাতি দেখুৱাবৰ মন থাকিল। 'Notes on the Sylhettee Dialect' পুথিত শ্রীহট্টৰ ভাষাৰ বিষয়ে বহলাই লিখা হৈছে। তাত যিবিলাক কথা ফঁহিয়াই দেখুওৱা হৈছিল,

সেইবিলাক কথা কোনোজনে খণ্ডন কৰিব নোৱাৰিলে। 'সুৰমা' পত্ৰিকাত যি অলপ সমালোচনা বুলি ওলাইছিল, Times of Assam কাকতে তাৰ যথাযোগ্য উত্তৰ দি চুঙা চাই সোপা দিলে। ডক্টৰ গ্ৰীয়াৰ্চন চাহাবে শ্ৰীহট্টৰ মাত-কথাৰ বিষয়ে লিখিছে :—

"The dialect spoken in Sylhet Town and in the North and North-East of the District is that which the Europeans call Sylhettia. Natives do not use this title. They call it Jaintiapuri, Purba Srihattiya or Ujania. The latter means the language of the upper country. It is estimated that, of the 2,033,000 speakers of Bengali in Sylhet 678000 use this dilect."

প্ৰকৃততে উজনীয়া বুলিলে অসমীয়া বুজায়। গুৱাহাটী আদি নামনি অসমৰ মানুহে ডিব্ৰুগড়, শিৱসাগৰ আদিৰ মানুহক এতিয়াও উজনীয়া বোলে। ডাক্তৰ গ্ৰীয়াৰ্চন চাহাবে আৰু লিখিছে :—

"The language spoken by the inhabitants of Eastern Sylhet is not intelligible to the natives of Central or Northern Bengal......There are some peculiarities of pronunciation which renders it unintelligible to strangers. The inflections also differ from those of regular Bengali, and in one or two instances assimilate to those of Assamese."

গোৱালপাৰা জিলাৰ খাচ্ অধিবাসী হৈছে ৰাজবংশী, ৰাভা, কছাৰী আৰু কোচ ইত্যাদি। তেওঁবিলাক যে অসমীয়া আৰু তেওঁবিলাকৰ ভাষাও যে অসমীয়া সেই কথা নকলেও হব। তেওঁবিলাকৰ পূৰ্ব্বে ভাষাৰ গঢ় সুকীয়া আছিল। অসমীয়া সাহিত্যৰ এটা কথা আছে 'সি কোনোবা ধুমুনী পালেগৈ'। ইয়াৰ অৰ্থ, সি বহু দূৰ পালেগৈ। ধুমুনী ধুবুৰীৰ অপভ্ৰংশ। ধুবুৰী অসমৰ পচিম সীমা নোহোৱা হলে, এনে বাক্য ব্যৱহৃত নহ'ল-হেঁতেন। যদি ধুবুৰী বঙ্গৰ পূব সীমা বুলি ধৰি অৰ্থ কৰিব খোজে, সেই পিনে চালেও সুবিধা নহয়, কিয়নো তেতিয়া আচল্ গোৱালপাৰা মহকুমাটিয়েই বঙ্গৰ পৰা বাদ পৰি অসমত সোমাই যাব। কছাৰী আৰু কোচ বুৰঞ্জী পঢ়ি চালেই তেওঁবিলাক বঙালী নে অসমীয়া বুজিব পৰা হব। কছাৰী ৰাজ্যৰ পূব সীমা দিখৌ নৈ আৰু পচিম সীমা কলং নৈ আছিল। ডিমাপুৰ কছাৰী ৰাজ্যৰ ৰাজধানী আছিল। ডিমাপুৰ হিড়িম্বপুৰৰ অপভ্ৰংশ, এই কথা সৰ্ব্ববাদীসম্মত। ১৫৩৬ খৃষ্টাব্দত আহোম ৰজাৰ আক্ৰমণত কছাৰী ৰাজ্য ছেদেলি ভেদেলি হোৱাত, কছাৰীবিলাকে পচিমলৈ যাবলৈ ধৰিলে আৰু কাছাৰ, গোৱালপাৰা, ৰংপুৰ আৰু অন্যান্য দেশত উপনিবেশ পাতিলে। কিন্তু তেওঁবিলাকে অনেক কাললৈকে আহোম ৰজাক কৰ-কাটল দি আছিল। তেওঁবিলাকৰ শাসন-কাৰ্য্যও আহোম ৰজাৰ দ্বাৰা নিযুক্ত আমোলাৰ দ্বাৰা চলিছিল। কছাৰীবিলাকে পোন-প্ৰথমে চীন দেশৰ য়াংচিকিয়াং আৰু হোৱাংহো নৈৰ মাজৰ ঠাইৰ পৰা জুম পাতি অসমলৈ আহিছিল বুলি জনা যায়। হিড়িম্বাৰ গৰ্ভত ভীমসেনৰ ঔৰসেৰে ঘটোৎকচৰ জন্ম হয়। এই ঘটোৎকচে কুৰুক্ষেত্ৰৰ যুদ্ধত কিমান বীৰত্বেৰে যুদ্ধ কৰি কুৰু-সেনা বধ কৰি সম্মুখ সংগ্ৰামত প্ৰাণ এৰিলে, মহাভাৰতৰ পাঠক মাত্ৰেই সেই কথা জানে। এতিয়াও কছাৰীবিলাকৰ গাত সেই তেজখোপা

আছে। য়ুৰোপৰ মহাযুদ্ধত কছাৰী সেনাই কেনে বীৰত্ব দেখুৱালে, তাক সকলোৱে জানে। মহাযুদ্ধত লিপ্ত এজন ইংৰাজ অফিচাৰে লিখিছে :—

"I am very pleased with the Jharuas. The name of one has been put up for the Order of Merit for gallantry in going out under close fire to destroy the enemy's wire and also to put up our own. They are very intelligent and excellent soldiers."

চুটীয়া ভাষা আৰু বড়ো ভাষাৰ ভিতৰত বহু সাদৃশ্য আছে। চুটীয়াবে কিছুমান আহোমৰ ভিতৰত গণ্য হৈছে। তেওঁবিলাকে নিজক আহোম চুটীয়া বুলি চিনাকি দিয়ে। কিছুমানে হিন্দু চুটীয়া নাম লৈছে। যেনে তেনে প্ৰকাৰে কছাৰীবিলাক অসমীয়া জাতিৰ মজ্জাগত। শদিয়াৰ ভীষ্মক ৰজাকো কছাৰী ৰজা বোলে। সেই ভীষ্মকৰ জীয়ৰী ৰুক্মিণীক কৃষ্ণই বিয়া কৰিছিল। শ্ৰীকৃষ্ণক ঈশ্বৰ বোলে। তেনেস্থলত স্বয়ং শ্ৰীকৃষ্ণে কছাৰী ৰজাৰে সম্বন্ধ পাতিলে—অকল সেয়ে নহয়, সম্বন্ধ পাতি সেই কছাৰী জীয়ৰীক পাটৰাণী কৰি অন্যান্য মহিষীৰ আগত আসন দিছিল। শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধে উষাক তেনে সন্মান দেখুৱাইছিল। প্ৰকৃত পক্ষে কছাৰী জাতি অসমীয়া নহয় বুলি কোনে কব? আহোমক অসমীয়া নহয় বুলি জানো কব পাৰে? কছাৰীবিলাক আহোমৰ পূৰ্ব্বে আহিছিল আৰু বহু শতাব্দী অসমত ৰাজত্ব কৰিছিল। আহোমৰ দৰে তেওঁবিলাকেও অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া জাতিৰ ভিতৰত ভুক্ত হৈ গল। তেওঁবিলাক বঙ্গদেশৰ পৰা বা তাৰো পচিমৰপৰা অহা মানুহ নহয়। তেওঁবিলাকেও আহোমৰ দৰে পাটকাই পৰ্ব্বতেদিহে সোমাইছিল। পিচত আহোমে সৌমাৰ খণ্ড অধিকাৰ কৰাত তেওঁবিলাক মধ্য অসমলৈ লৰিল। কছাৰীবিলাক অতি পুৰণি জাতি আৰু আহোমতকৈও সম্ভবতঃ অধিক কাল ৰাজত্ব কৰিছিল। দুৰ্ভাগ্যবশতঃ তেওঁবিলাকৰ কীৰ্ত্তিকলাপ আৰু বুৰঞ্জী আদি কালৰ গৰ্ভত লুপ্ত হল। এতিয়া অনুসন্ধান কৰিলে বহু লাগতিয়াল তথ্য যে আৱিষ্কৃত নহব, এনে কথা কব নোৱাৰি। কোনো কোনো ঠাই এতিয়াও কছাৰীবিলাকৰ নামেৰে সংশ্লিষ্ট আছে। অসমীৰ ভাষাত 'ঝাৰ' বা 'জাবনি' বুলিলে 'হাবি' বুজায়। এই শব্দৰ পৰা 'ঝাৰুৱা' নামৰ উৎপত্তি হৈছে। চিপাঝাৰ, হালধিবাৰী ঝাৰ ইত্যাদি ঠাই 'ঝাৰুৱা' নামেৰে সম্পৰ্ক আছে। কছাৰী ভাষাত 'দি' বুলিলে 'পানী' বুজায়। সেই 'দি' শব্দ বহুত নৈৰ নামৰ আগত সংযুক্ত আছে; যেনে—দিবং, দিক্ৰং, দিখৌ, দিহিং, দিবাং, দিফলু দিজৈ ইত্যাদি। মহামান্য গেইট চাহাবে এই বিষয়ে লিখিছে :—

"The Ahoms ruled in Assam for seven hundred years, but the word for river (Nam) occurs only in a few instances in the extreme east *i.e.* Namrup, Namtrik and Namsang. They called the Dikhu the Namchu, but the earlier Kachari name has survived in spite of them. The Ahoms of course were relatively few in numbers, but they were the dominant race; and the fact that, compared with the Bodo tribes, they have left so few marks on the topography of the country may perhaps be taken to show that the period for which the latter were supreme was far large than that for which the Ahoms are known to have ruled."

গুৱালপাৰা জিলাৰ অধিবাসীসকলে বঙালী ভদ্ৰলোকেৰে কথা পাতোঁতে বঙলা ভাষাৰে কথা পাতে স'চা, কিন্তু সেই বঙলা কেতিয়াও শুদ্ধ বঙলা নহয়। তেওঁবিলাকে কেতিয়াও ঘৰত সেই ভাষা ব্যৱহাৰ নকৰে। আৰু বঙলা শুদ্ধৰূপে কব পাৰিলেই বঙালী বুলি ঠাৱৰোৱা কথাটি নিতান্ত হাস্যাস্পদ। আমি যেতিয়া কলিকতাত পাঢ়ছিলোঁ, তেতিয়া বঙালীৰে অৱশ্যে বঙলা ভাষাত কথা পাতিছিলোঁ আৰু কলিকতাত থাকি কলিকতীয়া বঙলা কবলৈ শিকিছিলোঁ অৰ্থাৎ খেলাম, গেলাম নুবুলি খেলুম গেলুম বুলিছিলোঁ। তেতিয়া আমাৰ মনত পৰে, এজন কলিকতীয়া ল'ৰাই আমাক কৈছিল "তুমিত খাসা বাংলা বল্‌তে পাৰ, তুমি আবাৰ আসামী কি, তুমিত দেখছি আস্ত বাঙ্গালী।" এতিয়া গুৱালপাৰাবাসীক যিবিলাকে বঙালী বুলি ভাও দিয়াব খুজিছে, তেওঁবিলাকৰ বিষয়েও ওপৰত কোৱা পটন্তৰেই খাটে। কবলৈ বেয়া লাগে, বঙালী ককাইসকলৰ তৰ্ক আওপকীয়া। * * আন নালাগে, ৰায় বাহাদুৰ দীনেশ চন্দ্ৰ সেন মহাশয়েও অসমীয়া ভাষাৰ সম্পৰ্কে এনেকুৱা যুক্তিকে অৱলম্বন কৰিছে। তেওঁ অনন্তকন্দলিৰ ৰামায়ণখনি বঙলা বুলি লিখিছিল কিন্তু যেতিয়া অনন্তকন্দলি কামৰূপৰ কবি বুলি তেওঁলৈ লিখা হল, তেতিয়া তাৰ উত্তৰত তেওঁ 'বঙ্গভাষা ও সাহিত্য'ৰ তলুৱা টিপনিত এইদৰে লিখিলে:—'যে যুগেৰ ভাষা সাহিত্যেৰ ইতিহাস আমি লিখিতেছি, তখন আসামী ভাষা বাঙ্গালা হইতে পৃথক ছিল না। আজ যদি ত্ৰিপুৰায় কিংবা শ্ৰীহট্টে তদ্দেশীয় প্ৰাদেশিক ভাষাৰ আধিপত্য হয়, তবে সঞ্জয়, শ্ৰীকৰনন্দী প্ৰভৃতি লেখকগণকে আমৰা কখনই কি বঙ্গসাহিত্য হইতে বাদ দিতে পাৰি? অথচ, প্ৰাদেশিকত্ব ধৰিলে তাহাদেৰ ৰচনাও অনন্ত ৰামায়ণ হইতে কম দুৰূহ নহে। * * * আসামে অতি অল্প দিন হইল বঙ্গাক্ষৰ এবং বঙ্গ ভাষাৰ গৌৰব নষ্ট হইয়াছে। কিন্তু আসামেৰ ভাষাকে আমৰা বঙ্গভাষাৰ প্ৰাদেশিকভেদ ভিন্ন স্বতন্ত্ৰ ভাষা বলিয়া স্বীকাৰ কৰি না।" এয়ে দীনেশ বাবুৰ যুক্তি! তেওঁ সেই পুথিতে গাছোৱাত লিখিছে—( অৱশ্যে অনন্তকন্দলি অসমৰ কবি বুলি জনাৰ পূৰ্ব্বেই ):—"হিন্দী শব্দেৰ সঙ্গেও এই পুথিৰ ভাষাৰ বিলক্ষণ নৈকট্য দৃষ্ট হয়, সুতৰাং শ্ৰীহট্ট না হইয়া বঙ্গেৰ পশ্চিমোত্তৰ প্ৰান্ত হইতে এই কবিৰ উদ্ভৱ হওয়া বিচিত্ৰ হইবে না"। যি মানুহৰ মুখত এনে যুক্তিয়ে ঠাই পায়, সেই মানুহে বঙ্গসাহিত্যৰ ইতিহাস লিখিবলৈ যায়! ইয়াকে অদৃষ্টৰ উপহাস বুলিব লাগে! কিন্তু অসমীয়া ভাষাৰ যে হিন্দীৰে বেছি সাদৃশ্য আছে দীনেশ বাবুৰে স্বীকাৰ কৰিছে। হিৰেনচাং অসমলৈ আহোঁতেও অসমীয়া ভাষা বঙ্গভাষাৰ পৰা পৃথক পাইছিল আৰু অসমীয়া ভাষা অধিক হিন্দীমিহলি বুলি লিখি থৈ গৈছে। দীনেশ বাবুক অনন্তকন্দলি অসমীয়া বুলি নোকোৱা হলে, তেওঁ বঙ্গৰ 'অনন্ত বাবু' হৈ বঙ্গবাসীৰ হৃদয়ত অনন্ত আনন্দ-ধাৰা প্ৰবাহিত কৰিলেহেঁতেন! দীনেশ বাবুৰে অনন্ত ৰামায়ণৰ ভাষা বুজিবলৈ বৰ টান পাইছিল। তেওঁ লিখিছে:—"অনন্ত ৰামায়ণেৰ ভাষা জটিল ও বন্ধুৰ, শুধু কাব্যামোদী পাঠক দু এক পৃষ্ঠা পাঠান্তেই ক্লান্ত হইয়া সুললিত বটতলাৰ কৃত্তিবাসী আশ্ৰয় কৰিয়া নিশ্বাস ফেলিবাৰ অবকাশ গ্ৰহণ কৰিবেন।' তথাপি এই ৰামায়ণ বঙলা নুবুলি কেনেকৈ পাৰি! এইদৰে উড়িয়া, বিহাৰী, অসমীয়াৰ পুথিবিলাক টান পালেই যদি বঙলা নহয় বুলি এৰিবলগীয়া হয় তেন্তে বঙলা সাহিত্যৰ কি থাকিবগৈ? আৰু দীনেশ বাবুৰ বা ব্যৱসায় কেনেকৈ ৰব গৈ!

তেওঁ আন ঠাইত লিখিছে :—"একটি স্থলে শঙ্কৰ নামক কবিৰ কথাও ভণিতাৰ পূৰ্ব্বে দৃষ্ট হয় যথা :—জয় জয় শ্ৰীমন্ত শঙ্কৰ পূৰ্ণকাম। কীৰ্ত্তনেৰ ছন্দে বিৰচিল গুণ নাম।" হায়, হায় যি শঙ্কৰদেৱ কোন, সেই কথাৰ ভু নাপায়, তেওঁ যায় সাহিত্যৰ আলোচনা কৰিবলৈ! ইমানতো তেওঁৰ হুঁচ নহল নে যে অনন্ত বঙালী নহয়। যিজন মহাপুৰুষক বন্দনা কৰি কবিয়ে এখন ৰামায়ণ লিখিছে সেই মহাপুৰুষৰো নাম নাজানে। এনেকুৱা হোলোঙাৰে কাণ বিন্ধোৱা কথা কোনোবাই শুনিছে নে? আৰু উক্ত বাবুৱে লিখিছে :—সংস্কৃতেৰ বহ্বায়তনত্ব হইতে অব্যাহতি দিয়া তিনি অনুবাদটি সৰস ৰাখিয়াছেন, ইহা তাহাৰ বাহাদুৰী বটে।—অনন্ত ৰামায়ণ জটিল, দুৰূহ-শব্দবহুল, কিন্তু সংক্ষিপ্ত ও কবিত্বপূৰ্ণ। ভাষাৰ বন্ধুৰতা হেতু সে কবিত্ব সহসা আৱিষ্কৃত না হইলেও একটু ভাবিয়া পড়িলে পুঁথিখানি বেশ ভাল বোধ হইবে।" ইয়াৰ দ্বাৰা স্বীকাৰ কৰা হৈছে যে অসমীয়া ভাষা নিভাঁজ আৰু বঙলাৰ দৰে জোটা-জোটে সংস্কৃত শব্দাৱলীৰ আড়ম্বৰ নাই। অসমীয়া ভাষা অসমীয়া মানুহৰ জাতীয় ভাষা; কেৱল শিক্ষিত লোকৰ সাম্প্ৰদায়িক ভাষা নহয়। অসমীয়া ভাষা অসমৰ প্ৰচলিত ভাষা,—ই উনবিংশ শতাব্দীৰ কমাৰ-শালৰ ভাষা নহয়। পুথিখনিৰ দুই এটি পদ তুলি দিলোঁ :—

"উদবিগ্ন মনে সিতা বোলে খৰ কৰি।
তপসি নহিকো মঁক্ৰি জানিবা সুন্দৰী॥
* * *
হেনয় ৰাৱণ আসি ভৈলোঁ তবু পাষ।
ৰামক তেজিয়া বান্ধে মোতে কৰ আষ॥
* * *
নিকোঁট গোটৰ তোৰ এতমান সাষ।
ছুকৰ ডাকুলি হুঁয়া গঙ্গা স্নানে জাষ॥
ৰাঘৱৰ ভাৰ্য্যাত তোঁহোৰ ভৈল মন।
তিথাল খান্তাত জিহ্বা ঘষস দুৰ্যন॥
আনে বহুতৰ বাক্য বুলিলত আই।
সংক্ষেপ পদত ঠিক দিবেন্থ জুআই॥

দুৰ্ভাগ্যবশতঃ দীনেশ বাবুৱে ওপৰৰ পদ কেইফাকিৰ অৰ্থ নিদিলে। তেওঁৰ ব্যাখ্যাটো পোৱা হলে আমাৰ গল্পৰ ৰহঘৰাটো উলিয়াব পৰা গলহেঁতেন। পদটি অসমীয়া আৰু বাৰে-পাচি ভুল কৰি বঙলাত লিখিছে। শুদ্ধ পদটি এনকুৱা হয় :—

উদবিগ্ন মনে সীতা বোলে খৰ কৰি।
তপসি নহিকো মক্ৰি জানিবা সুন্দৰী॥
* * *
হেনয় ৰাৱণ আসি ভৈলোঁ তয়ু পাশ।
ৰামক তেজিয়া বান্ধে কৰ মোতে আশ॥
* * *
নিৰ্গত গোটৰ তোৰ এতমান সাস।
চুকৰ ভেকুলী হুয়া গঙ্গা স্নানে যাস॥
ৰাঘৱৰ ভাৰ্য্যাত তোহোৰ ভৈল মন।
তিথাৰ খান্তাত জিহ্বা ঘষস দুৰ্জ্জন॥
আনো বহুতৰ বাক্য বুলিলন্ত আই।
সংক্ষেপ পদত অধিক দিবে নুজুৱায়॥

আমাৰ বন্ধুৱৰে সঁচাকৈ "চুকৰ ডাকুলি' হৈ কলিকতালৈ গঙ্গা স্নান কৰিবলৈহে গৈছে! সমালোচক মহাশয়ে আৰু এটি সুন্দৰ কথা লিখিছে :—"অনন্ত ৰামায়ণ, পৰাগলী মহাভাৰত প্ৰভৃতি গ্ৰন্থ আমাদেৰ চক্ষে ধন্য। এই সকল কবিই বাঙ্গালা ভাষাৰ গঠন কৰিয়াছেন।" যি হওক, বঙলা ভাষা যে অনন্তকন্দলিৰ নিচিনা কামৰূপৰ মানুহে সৃষ্টি কৰিছে, এই কথা বঙ্গভাষাবিৎ মহাপণ্ডিতে দেখোন নকৈ নোৱাৰিলে। এটা কথা কবলৈ থাকিল। আন জিলাৰ নাম নলৈ শ্ৰীযুক্ত 'বাবু'ৰে শ্ৰীহট্ট আৰু ত্ৰিপুৰা জিলাৰ নাম ললে কিয়? এই

দুই জিলাৰ ভাষা প্ৰকৃততে অসমীয়া, এই বিষয় তেখেতৰ মনত একেবি গাজিছে নে কি ? "আজ যদি ত্ৰিপুৰায় কিংবা শ্ৰীহট্টে তদ্দেশীয় প্ৰাদেশিক ভাষাৰ আধিপত্য হয়"—প্ৰাদেশিক ভাষাৰ আধিপত্য কেনেকৈ হব? সেই প্ৰদেশৰ মানুহে আমাৰ ভাষা অসমীয়া বুলি কলে দীনেশ বাবুৱে তেওঁবিলাকৰ হাতত কেনেকৈ ধৰিব? যদি প্ৰকৃততে তেওঁবিলাকৰ ভাষা বঙলা, তেনেহলেনো তেওঁবিলাকে অসমীয়া বুলি কিয় কবলৈ যাব? ভাষাৰ বিশেষত্ব কি, দীনেশ বাবুৱে তাৰ কিবা বাতৰি ৰাখিছে নে? অবুজনক বুজোৱা আৰু ঢেকুৰা ঠাবি সিজোৱা সমান। সেই দেখি ইয়াতে ক্ষান্ত দিলোঁ।

গুৱালপাৰাৰ কছাৰীবিলাকে বঙলা কব পাৰে। তেওঁবিলাকৰ এইটোৱেই যে ডাঙৰ, জগৰ এনে নহয়। তেওঁবিলাকে আন আন কেইবাটাও ভাষা কব পাৰে।

E. C. Stuart Baker চাহাবে "Historical and Descriptive Accounts of Kachari Tribes" পুথিত লিখিছে :—"The Cachari is a wonderful linguist, and whilst the majority speak two or even three languages, many speak four or five and not only speak them, but speak them well."

কছাৰীবিলাকক যেনেকৈ বঙালী বুলি প্ৰতিপন্ন কৰিবলৈ বঙালী ককায়ে ভ্ৰাতৃভাব দেখুৱাইছে, উজানৰ অধিবাসীসকলকো সেইদৰে একালত তাকে কৰিছিল। তেওঁবিলাকে উজানত বঙলা ভাষা চলাই দিছিল। আদালতত বঙলা চলাই দিলে, স্কুলত বঙলা চলালে। বঙ্গ ভাষা সাধুভাষাস্বৰূপে থিয় দিলে। যেতিয়া মহানুভৱ খ্ৰীষ্টিয়ান পাদুৰীসকলে অসমীয়া ভাষাত 'অৰুণোদয়' কাকত উলিয়ালে, উজনীয়াসকলে মাতৃভাষা আদালত আৰু স্কুলত চলাবলৈ কাৰবাৰ কৰিলে, কিন্তু লিখিবলৈ গলে বাৰে-পাচি বঙলুৱা শব্দ মিহলি কৰি লিখা অভ্যাসটি বেগতে এৰিব নোৱাৰিছিল। 'অৰুণোদয়'ৰ সম্পাদকলৈ তেওঁবিলাকে অসমীয়া ভাষাৰ প্ৰচলনৰ নিমিত্তে যিখনি চিঠি লিখিছিল, সেইখনি চিঠি পঢ়িলে আমাৰ হৰ্ষ-বিষাদ উপস্থিত হয়। তথাপি সেই লিখাত অসমীয়া হাড়, মগজু আৰু তেজ আছে। তাৰ ভিতৰৰ এজন লোক আজিও জীৱিত আছে আৰু এজন মোৰ নিজৰ দদাইদেও ৺গঙ্গাৰাম দত্ত। এওঁ পিচতহে 'ৰাজখোৱা' লিখিবলৈ ধৰিলে। অসমীয়া কায়স্থসকলে পোন-প্ৰথমে 'দত্ত' লিখিছিল ; সেই দেখি এই চিঠিতো দত্ত ভাষা ব্যৱহৃত হৈছিল, এনে অনুমান হয়। নহলে চিঠিখনি বঙালী উকিলে পাই 'শুদ্ধ' কৰি দিছিল। চিঠিখনি ভাষা অৰু বানান লৰচৰ নকৰাকৈ তলত তুলি দিলোঁ :—

আসাম জাতিৰ নিমিত্তে আসাম ভাষা।

মহামহিম শ্ৰীযুক্ত অৰুণোদয় সম্পাদক মহাশয় গুণাৰ্ণবেষু।

আমাৰ তলৰ প্ৰাৰ্থনাটি অনুগ্ৰহ কৰি অপোনাৰ দেশহিতৈষী পত্ৰিকাত স্থান দিলে কৃতকাৰ্য্য লভি। আমি ক্ৰমে ২।৩ খন সম্বাদপত্ৰত অসমীয়া ভাষা প্ৰচলিত কৰাৰ বিষয় আলোচনা হৈছে বুলি দেখি, কিন্তুছোঁ কমিস্তনৰ অফিচৰ বঙ্গালী বাবু কয়কজন অসমীয়া ভাষা নাই বলিয়া একেবাৰেই উড়াইয়া দিছে। কি আশ্চৰিৎ। আসাম দেশ বলিয়া দেশ এখন আছে, কিন্তু ভাষা নাই। সকল ভাষাৰ মূল সংস্কৃত, সংস্কৃতৰ পৰাই বঙালী অসমীয়া ইত্যাদি অনেক ভাষা নাহিৰ হৈছে, তাকে অতি নিগুঢ়ৰূপে ভাবি চালে পাই

আৰু যি দেশত যি ভাষা, সেই দেশত সেই ৰকমৰ ভাষা আৰ বিদ্যালয় ৰাজকাৰ্য্য ইত্যাদিত চালালে ৰাজকীয় কাৰ্য্যকাৰক সকলেৰ আৰ পাঠশালাৰ ছাত্ৰগণেৰ কত শীঘ্ৰে উন্নতি হবে, ভাবি চালে পাৰা যায়। ভাব কৰো, এখন ৰাজকীয় কাৰ্য্যকাৰকসকলে আদালতে চলীৎ হোৱা ভাষাৰ শাল-তামামি সিমাহি ইত্যাদি অল্প লেথকে সে জানে। যি কয়েক জনে জানে তাহাৰও অন্য অন্য তলৰ ক্লাৰ্ক সকলোকে জানিব না দিয়া অতি গোপনে কৰে, ইয়াৰ কি কাৰণ আৰ নিজ মাতৃভাষা দ্বাৰা সকল বিষয় চলন কৰা হইলে সকল লোকে বুঝিবাৰ পাৰে এজনে সিজনকে সাহায্য কৰিবাৰ পাৰে। আৰ এই বিষয়ে অনেক শুনিছোঁ। যদি কোনো আদালতৰ বৰ আমোলা বেমাৰি কি ছুটিত থাকে তথন হইলে শালতামামী ইত্যাদি দিয়া বৰ কঠিন হয়, কাৰণ কাম তিনি না কৰিলে অন্য কোনেও নাজানাতে, অনেক দিন বিলম্ব হয়। সময়ত কথনও কাগজ পত্ৰ পঠাবাৰ নাপাৰে ইত্যাদি অনেক বিষয়ত হানি হৈছে; এই নিমিত্তে গতা দুই হেতু দেখাই। ১। আসাম দেশী যি সকল বালক স্কুলতে পড়িছে, শীঘ্ৰ পাৰগ হবাৰ নাপাৰাব নোৱৰাৰ না কি কাৰণ ইয়াৰ কাৰণ এই, প্ৰথমে পড়িলেই স্কুলতে বঙ্গালা কিতাপ দেয়, সেই কিতাব কেৱল ময়নাক ন্যায় পড়ে, তাৰ অৰ্থ মৰ্ম্ম একটাও নাজানে। যদি মাতৃ ভাষা অৰ্থাৎ অসমীয়া ভাষা পড়া না হইতে, নিতান্ত শীঘ্ৰে ২ বিদ্যাৎ পাৰগ হইয়া ইংৰাজি পড়িবাৰ উদ্যোগ পাইয়া অল্পকালেতে নিয়মিত পৰীক্ষা দিয়া জ্ঞান ও বিদ্যাৎ পাৰগ হইত, সেই বিষয় দেশেৰ অনেক উন্নতি হবে। ২। ৰাজকীয় কাৰ্য্যকাৰক সকলে যদি অসমীয়া ভাষাৎ সকল কাম চলাবাৰ পাৰিলে, নিজ কৰ্ম্মত শীঘ্ৰে পাৰ্গ হৈ আপোন ২ অধিকাৰক সদাই সন্তুষ্ট ৰাখি, দেশৰ আৰ নিজৰ উন্নতি কৰিবাৰ পাৰিত। ৩। উকিল মোক্তাৰ লোকে আপোন মাতৃ ভাষাৎ আইন পড়িয়া কাৰ্য্য চালাবাৰ পাৰীলে নিতান্ত দেশেৰ অনেক উন্নতি হবাৰ পাৰিবে এথন অসমীয় উকিল প্ৰায় বঙ্গলা আইনেৰ ভাব উত্তমৰূপে বুঝে না। সময়ত পৰাস্ত হয়। এই কাৰণে মাতৃভাষা না চলতে অনেক ২ বিষয় হানী হৈছে, তাকে বাহুল্য ভয়ে ইয়াতে এৰিলাম। প্ৰাৰ্থনা কৰী, যেন লেপ্টনেণ্ট্ গবৰনৰ বাহাদুৰ সাহাবে আমাৰ মামৰা দেশৰ পিতৃ মাতৃ হৈয়া এই ভাষা প্ৰচলিত কৰাইয়া দেশেৰ উন্নতি কৰেন। কাৰ আগে কান্দিব কে শুনিব, তিনি বিনে অন্য কেহ নাই, তিনি সকলেৰ মূল। এই বিষয়টি তলেতে স্বাক্ষৰ কৰা ভৃত্য সকলে একত্ৰ হইয়া এটী সভা স্থাপন কৰিয়া আলোচনাতে মাতৃ ভাষা নাহোৱাতে অনেক হানী, চলিলে অনেক উপকাৰ হবে যেন দেখি কৰযোৰে প্ৰাৰ্থনা কৰিলাম।

শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা বড়ুয়া হেড ক্লাৰ্ক
" স্বৰূপচন্দ্ৰ দেওয়ান
" বৃকোদৰ শৰ্ম্মা খাজাঞ্চি
" দীননাথ শৰ্ম্মা মহৰি
" জীৱকান্ত শৰ্ম্মা সেৰেস্তাদাৰ
" আফৰোজ আমীন
" সোণাবৰ গগৈ ক্লাৰ্ক

শ্ৰীসোমেশ্বৰ শৰ্ম্মা বড়ুয়া
" মদন মোহন ঘোষ দাওয়ান
" ধৰ্ম্মেশ্বৰ শৰ্ম্মা বড়ুয়া ক্লাৰ্ক
" কাফায়ৎ উল্লা হেড্ মহৰেৰ
" চন্দ্ৰনাথ দাস ক্লাৰ্ক
" গঙ্গাৰাম দত্ত হেড্ মহৰেৰ
" ডিম্বেশ্বৰ শৰ্ম্মা হেড্ মহৰি

নিতান্ত অনুগত ভৃত্য

নাজিৰা

তাং ৩ এপ্ৰিল শ্ৰীসোমেশ্বৰ শৰ্ম্মা বড়ুৱা

এই চিঠি লিখা চনটো মৰি গল বাবে দিব পৰা নহল, কিন্তু সেই সময়ৰ চৰকাৰী চিঠি-পত্ৰৰপৰা বুজা যায় যে, এই চিঠি ইং ১৮৭৫ চনত লিখা হৈছিল। এই চিঠিৰ ফল ধৰিল। গুৱালপাৰাবাসীয়ে ইয়াতকৈ ভাল অসমীয়া লিখিব পাৰে। আশা কৰোঁ, তেওঁবিলাকৰ চেষ্টা সৰ্ব্বতোভাৱে ফলৱতী হব।

কোচবিলাকৰ কথা কবলৈ গলে এই দুখৰ দিনতো আমাৰ হিয়া নাচি উঠে। কোচবিলাক অসমৰ শীৰ্ষস্থানীয়। এতিয়াও আমি তেওঁবিলাকক ওখ আসন দিওঁ। কোচবিহাৰাধিপতিক যদিও বঙালীয়ে গ্ৰাস কৰিলে, তথাপি আমি তেওঁক সদায় অসমীয়া বুলিয়েই ধৰিম। গোঁহাইকমলা আলি কোচবিহাৰৰ সীমাৰ পৰা আহোম ৰাজ্যৰ সীমালৈকে বিস্তৃত আছিল। এই আলিৰ চিন ঠায়ে ঠায়ে আজিও দেখিবলৈ পোৱা যায়। কোচবিহাৰৰ মানুহবিলাক আজিও অসমীয়া মানুহৰ নিচিনা। তিৰোতাবিলাকে অসমীয়া তিৰোতাৰ দৰে বুকুত মেখনি মাৰে; হাতত মুঠিখাৰু আৰু কাণত থুৰীয়া বা কৰীয়া পিন্ধে। টৰচা নৈৰ সিপাৰে এখন মহাপুৰুষীয়া থান আছে তাত কামৰূপৰ বামুণে কাম কাজ চলায়। সাৰ্ব্বভৌম ভট্টাচাৰ্য্য অসমীয়া পণ্ডিত আছিল। তেওঁক কোচবিহাৰৰ সভাপণ্ডিত নিযুক্ত কৰা হৈছিল। সুপ্ৰসিদ্ধ ৰঘুনন্দন ভট্টাচাৰ্য্যে বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ পণ্ডিত সকলক পৰাস্ত কৰি স্মাৰ্ত্তমত প্ৰবৰ্ত্তন কৰিলে। পিছত কোচবিহাৰলৈ আহি সাৰ্ব্বভৌম সভাপণ্ডিতৰ ঘৈণীয়েকৰ হাতত পৰাস্ত হৈ উলটি গল। তেওঁ কোচবিহাৰ পোৱাৰ পূৰ্ব্বতেই সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ পৰলোকপ্ৰাপ্তি হৈছিল। অসমত প্ৰাচীন মতেই প্ৰবল থাকিল। শঙ্কৰদেৱ আৰু মাধৱদেৱ অধিকাংশ কাল কোচবিহাৰত অসমীয়া পুথিৰে ধৰ্ম্মপ্ৰচাৰ কৰিছিল। কোচবিহাৰবাসী অসমীয়া নোহোৱা হলে, তেওঁবিলাকে কোচবিহাৰত ধৰ্ম্মপ্ৰচাৰ কৰিবলৈ নগলহেঁতেন আৰু গলেও অসমীয়া ভাষাৰে ধৰ্ম্মপ্ৰচাৰ নকৰিলেহেঁতেন। কোচ ৰাজবংশৰ আদি পুৰুষ কামৰূপৰ হাজোত আছিল। তেওঁৰ হীৰা আৰু জীৰা নামেৰে দুজন পুতেক আছিল। হীৰাৰ পুতেকৰ নাম বিশু আৰু জীৰাৰ পুতেকৰ নাম শিশু আছিল। পিচত পৰাক্ৰমী হৈ তেওঁবিলাকে বিশ্বসিংহ আৰু শিৱসিংহ নাম ললে। খুটাঘাট পৰগণাৰ চিকণগ্ৰামত বিশ্বসিংহৰ জন্ম হয়। তেৱেঁই বৰনদীৰপৰা দিনাজপুৰলৈকে ৰাজ্যবিস্তাৰ কৰি বিশাল কোচৰাজ্য স্থাপিত কৰে আৰু চিকণগ্ৰামৰপৰা ৰাজধানী কোচবিহাৰলৈ তুলি নিয়ে। বিশ্বসিংহৰ জ্যেষ্ঠ পুত্ৰ নৰনাৰায়ণ ৰজা। নৰনাৰায়ণৰ ভায়েক চিলাৰায়। নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণ পচিমে ৰজা হল, আৰু চিলাৰায়ৰ পুতেক ৰঘুৰায় পূবে ৰজা হল। আজি কালিৰ কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণৰ বংশ-সম্ভূত মাননীয় চুডমাৰ্স'ন চাহাবে তেওঁৰ 'অসমীয়া ভাষাৰ টোকা'ত লিখিছে :—

"The country may be defined as extending over an area which roughly includes the modern Brahmaputra Valley, Bhutan, Rangpur and Cooch Behar."

নৰনাৰায়ণ ৰজা বিদ্যোৎসাহী পুৰুষ আছিল। তেওঁ প্ৰকৃততে 'অসমৰ বিক্ৰমাদিত্য।' তেওঁৰ ৰাজসভাতেই সংস্কৃত ৰত্নমালা ব্যাকৰণৰ অসমীয়া ভাঙনি হৈছিল। তেওঁৰ আজ্ঞা-মতে ৰামসৰস্বতীয়ে মহাভাৰত অসমীয়ালৈ ভাঙে। তেওঁ এই কামৰ নিমিত্তে গৌড় দেশৰ আৰু কামৰূপৰ সকলো পণ্ডিতকে নিমন্ত্ৰণ কৰিছিল। বঙ্গ ভাষাৰ অঙ্গ পুষ্টি থকা হলে এই মহাভাৰত বঙ্গ ভাষাৰে ৰচিত হলহেঁতেন। কাশীৰাম দাসে পঞ্চদশ শতিকাৰ শেষ ভাগত তেওঁৰ মহাভাৰত লিখে। সেই মহাভাৰত অৱশ্যে বঙ্গ ভাষাত লিখিছিল। দীনেশ বাবুৱে কিজানি কব, ৰামসৰস্বতীৰ মহাভাৰতৰ ভাষা প্ৰাচীন বঙ্গভাষা। সেই কথা কলে আমাৰ তৰ্কৰ ওৰ পৰে, কিয়নো ৰামসৰস্বতীৰ মহাভাৰতৰ ভাষা 'দুৰূহ', 'জটিল', 'দুৰ্ব্বোধ্য' এনে ৰকমৰ হব; কিন্তু অসমীয়াৰ ভিতৰত অশিক্ষিত গাঁৱলীয়া এজনেও তাৰ সাৰ-মৰ্ম্ম বুজি তাৰ সোৱাদত বিভোৰ হয়। 'দুৰ্ব্বোধ্য' প্ৰাচীন বঙ্গভাষাটো হৈছে সুখ-পাঠ্য উজু, প্ৰাঞ্জল শাস্ত্ৰীয় অসমীয়া ভাষা! তেনেহলে বঙ্গ ভাষাটো অসমীয়াৰ বিকৃতি নে অসমীয়া ভাষাটো বঙ্গ ভাষাৰ বিকৃতি, দীনেশ বাবুৱে ইয়াৰ উত্তৰ দিব নে?

কামৰূপ ৰাজ্যত নৰকাসুৰ বংশৰ পিচত ক্ৰমান্বয়ে নাগশঙ্কৰ বংশ, জীতাৰি বংশ, পাল বংশ আৰু সেন বংশৰ ৰজাসকলে ৰাজত্ব কৰিছিল। জীতাৰি বংশৰ প্ৰধান ৰজা আৰিমত্তৰ বিষয়ে নজনা অসমীয়া নাই। আদিৰে পৰা কামৰূপ ৰাজ্যৰ ৰাজধানী প্ৰাগ্-জ্যোতিষপুৰতে আছিল। সেন বংশৰ ৰজা নীলধ্বজে প্ৰাগ্জ্যোতিষপুৰৰ পৰা ৰাজধানী ৰংপুৰ জিলাৰ অন্তৰ্গত কমতাপুৰলৈ তুলি নিয়ে। দুৰ্ল্লভনাৰায়ণ এই বংশৰে ৰজা আছিল। তাৰ পিচত কোচ ৰজাৰ আবিৰ্ভাৱ হল। তেওঁবিলাক সদৌ কামৰূপ ৰাজ্যৰে ৰজা আছিল আৰু বহু শতাব্দী ৰাজত্ব কৰিছিল। দৰঙৰ ৰাজবংশ, বেলতলাৰ ৰাজবংশ আৰু কোচবিহাৰৰ ৰাজবংশ একে বংশৰ পৰা ফাটি ওলাইছে। বিখ্যাত বাৰভূঞাসকল দুৰ্ল্লভনাৰায়ণৰ দিনতে (খ্ৰীষ্টাব্দ ১২২০) অসমলৈ আহে। তেওঁবিলাকক হাজো আৰু বৰনদীৰ মাজৰ ঠাইত বসতি কৰিবলৈ দিয়া হল। এতিয়া সহজে বুজিব পাৰি, কত যুগৰ পৰা গুৱালপাৰা কামৰূপৰ অন্তৰ্গত হৈ আহিছে।

চিলাৰায়ৰ পুতেক ৰঘুৰায় আৰু ৰঘুৰায়ৰ পুতেক পৰীক্ষিত। পৰীক্ষিতে নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণক ৰণত ঘটুৱালে। লক্ষ্মীনাৰায়ণে দিল্লীৰ সম্ৰাটৰ সাহায্য আনি পৰীক্ষিতক ঘটুৱালে। পৰীক্ষিত বন্দী হল। তেওঁৰ ভায়েক বলিনাৰায়ণ পলাই গৈ আহোম ৰজাৰ আশ্ৰয় ললে। স্বৰ্গনাৰায়ণে সৈন্য পঠাই মুছলমানক খেদাই কৰতোৱাৰ বাজ কৰি দিলে। কোচ ৰাজ্যৰ শেষ হল—এছোৱা আহোমৰ অধীনত পৰিল, এছোৱা দিল্লীৰ সম্ৰাটৰ অধীন হল। গুৱালপাৰা জিলাৰ গুৱালপাৰা থানা, ধুবুৰী থানা আৰু কৰৈবাৰী থানাৰ এলেকাৰ ঠাইখিনি দিল্লীৰ সম্ৰাটলৈ গল। এইখিনি ঠাই তেতিয়া ৰংপুৰৰ লগত চামিল হল। মোগল বাদশ্বাহে ১৭৬৫ চনৰ ১২ আগষ্ট তাৰিখে সেইছোৱা দেশ ইষ্ট-ইণ্ডিয়া কোম্পানীক দান কৰে। এই নিমিত্তেই গুৱালপাৰাতো চিৰস্থায়ী বন্দবস্ত হবলৈ পালে।

গৌৰীপুৰাধিপতি মাননীয় শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱা ৰজা বাহাদুৰ অসমৰ সুপুত্ৰ। তেখেত অসমৰ শিৰ্ষস্থানীয়। তেখেতৰ বলতে আজি গুৱালপাৰা জিলাৰ অধিবাসীসকলে

কঁকালত বল পাইছে। লেজিচ্লেটিভ্ কাউন্সিলৰ মেম্বৰ-স্বৰূপে, অসমৰ কানি-সম্মিলনৰ সভাপতি-স্বৰূপে আৰু অনেক প্ৰকাৰেৰে তেখেতে অসমৰ অৰ্থে বাৰেওটি কাল খাটিব লাগিছে। তেখেত অসমৰ ধুৰন্ধৰ পুৰুষ অসমীয়া, এই কথা নজনা কোনোবা আছে নে? তেখেতৰ আদি পুৰুষ কবিশেখৰ বৰুৱা অসমীয়া প্ৰসিদ্ধ কবি। কবিশেখৰ বৰুৱা দিল্লীশ্বৰৰ দেৱান আছিল। কাৰ্য্যকুশলতাৰ বটা-স্বৰূপে কবিশেখৰ বৰুৱাক গৌৰীপুৰৰ অধিপতি পাতিলে। এইখিনিতে গুৱালপাৰা জিলাৰ চিৰস্থায়ী বন্দবস্তৰ বিষয়ে একেষাৰ কলে অপ্ৰাসঙ্গিক নহব। গুৱালপাৰাৰ চিৰস্থায়ী বন্দবস্ত নহল যেনিবা গুৱালপাৰাবাসীৰ ঘৰত শনিহে সোমাল! এই বাবেই গুৱালপৰীয়াই হেনো বঙ্গদেশলৈ যাবলৈ নাপাই খীণাই-শুকাই হত হৈছে। ১৮৯২-৯৩ চনৰ গবৰ্ণমেণ্টৰ শাসন-বিভাগীয় ৰিপৰ্টত লিখিছে :—

"These mountaineers (Garo) were in the early period of our rule, a terror to the people of the plains; and the chiefs of the border country, who had to restrain their incursions, were allowed in return for this duty to hold their estates at a very light revenue. Thus it happened that when the decennial settlement of Bengal was made, the few great zamindars among whom the permanently-settled portion of Goalpara was divided were assessed at an almost nominal amount. It is somewhat doubtful whether this assessment was ever formally converted into a permanent charge, but these estates have uniformly been treated as covered by the permanent settlement of Bengal".

জমিদাৰবিলাকে আশানুৰূপ শান্তি স্থাপন কৰিব নোৱাৰিলে। ১৮২৩ চনত অসমত মানৰ উপদ্ৰৱ প্ৰবল হয়। ৰংপুৰৰ কমিশ্যনৰ মিঃ ডেভিড স্কট্ চাহাবে ২০০ চিপাহী আৰু লেপ্টেনেণ্ট ডেভিডছনক গুৱালপাৰাৰ পৰ্ব্বতত থৈ দিলে। তেতিয়া গুৱালপাৰা অসমৰ পৰা ফাটি ৰংপুৰ জিলাত চামিল হল। মহামান্য গবৰ্ণৰ জেনেৰেল বাহাদুৰে এটা "ৰেগুলেচন" পাছ কৰিলে (Regulation No X of 1822) ডেভিড স্কট চাহাবক সেই খণ্ডৰ অধিপতি পাতিলে। তেওঁৰ পদবী আছিল Special Civil Commissioner; জমিদাৰবিলাকৰ হৈ খাজনা তোলাৰ ভাৰ স্কট চাহাবে নিজৰ হাতত ললে। ১৮২৬ চনত অসম বৃটিছৰ হাতলৈ অহাত গুৱালপাৰা অসমৰ শাসনাধীন হল। ১৮৬৬ চনত ভোটানেৰে সন্ধি হৈ 'ইষ্টাৰ্ণ দুৱাৰ' বৃটিছৰ হাতলৈ আহে। 'ইষ্টাৰ্ণ দুৱাৰ' খাচ মহল। ১৮৬৭ চনত কোচবিহাৰ বিভাগত কমিশ্যনৰ পদ সৃষ্টি হয়। তেতিয়া গুৱালপাৰা কোচবিহাৰৰ লগত চামিল হয়। কিন্তু পিচৰ বছৰতে গুৱালপাৰাৰ বিচাৰ-বিভাগ অসমৰ লগত চামিল কৰা হল। কেৱল শাসন-বিভাগটো কোচবিহাৰৰ লগত চামিল থাকিল। ১৮৭৪ চনৰ ফেব্ৰুৱাৰী মাহত অসমত চিফ-কমিশ্যনৰ হয়। তেতিয়া গুৱালপাৰাক অসমৰ লগত লগ লগোৱা হয়। শাসন-বিভাগৰ ৰিপৰ্টত লিখিছে :—

"Twelve of the nineteen permanently settled estates are those of the border Chaudhuries. The remaining seven consist of lands held originally revenue-free on invalid titles which were resumed in consequence, and settled at a jama fixed in perpetuity."

থোৰতে, এয়ে গুৱালপাৰাৰ বঙ্গত্বৰ দাবি!

যিবিলাক মাহুহে গুৱালপাৰা জিলাৰ অধিবাসীসকলক বঙালীৰ মুখা পিন্ধাব খোজে, আমি তেওঁবিলাকৰ প্ৰতি দুটিমান প্ৰশ্ন কৰিব খোজোঁ। গুৱালপৰীয়া মহাপুৰুষীয়া হয় নে নেহয়? কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী আদি পুথি তেওঁবিলাৰ শাস্ত্ৰ হয় নে নহয়? শঙ্কৰদেৱ, মাধৱদেৱ তেওঁবিলাকৰ ধৰ্ম্মগুৰু হয় নে নহয়? অসমীয়া গোসাঁই মহন্তৰ তেওঁবিলাক শিচ্ হয় নে নহয়? আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, মাত-কথা সকলো বিষয়তে তেওঁবিলাক অসমীয়াতো অসমীয়া। গুৱালপাৰা জিলাত ৰামৰায়ৰ কুঠি, (ছত্ৰশাল,) দলগোমা, শ্যামৰায়, বিষ্ণুপুৰ আদি অনেক মহাপুৰুষীয়া সত্ৰ আছে। বঙ্গদেশ আৰু অন্যান্য ঠাইৰ মানুহে অসমক অনেক দিনলৈকে 'অসম গুৱালপাৰা' বুলিহে জানিছিল। কামাখ্যাৰ নামেৰে 'কামৰূপ' প্ৰসিদ্ধ। গুৱালপাৰাৰ নামেৰে 'অসম' প্ৰসিদ্ধ। কামৰূপ আৰু গুৱালপাৰা কোনো কালে পৃথক নাছিল। বুৰঞ্জীতেই বোলক, আখ্যানতেই বোলক বা প্ৰবাদতেই বোলক, গুৱালপাৰাৰ পৃথক অস্তিত্ব ক'তো দেখিবলৈ পোৱা নাযায়। ভগদত্ত আৰু ভাস্কৰবৰ্ম্মাৰ সময়ত গুৱালপাৰা আৰু কামৰূপ একেই আছিল। হিৰেনচাঙৰ আগমন কালতো এই দুই ঠাই বেলেগ নাছিল।

কোচবিহাৰ ৰাজ্য অসমীয়াৰ সদায় নমস্য। সেই ঠাইতে অধিকাংশ অসমীয়া পুৰণি পুথি ৰচিত হয়। কামাখ্যা মন্দিৰৰ গাত আজিও শুক্লধ্বজ (সাধাৰণতে যাক চিলাৰায় বোলে) আৰু নৰনাৰায়ণ ৰজাৰ প্ৰতিকৃতি অঙ্কিত কৰি থোৱা হৈছে। অসমত তিনিখনি ধৰ্ম্মৰাজ্য আছিল—উজনিত কমলাবাৰী, মধ্য-অসমত বৰপেটা আৰু নামনিত মধুপুৰ কোচবিহাৰ জিলাৰ অন্তৰ্ভুক্ত। তাতে আৰু দুখনি মহাপুৰুষীয়া সত্ৰ পতা হৈছিল, ভেলা আৰু কাকতকুটা। কোচবিহাৰতেই শঙ্কৰদেৱ আৰু মাধৱদেৱৰ তিৰোভাৱ হয়। এতেকে কোচবিহাৰক অসমীয়াৰ প্ৰধান তীৰ্থস্থান বুলি ধৰিব লাগে। মুছলমানৰ পক্ষে মক্কা যেনেকুৱা, খ্ৰীষ্টিয়ানৰ পক্ষে জেৰুজালেম যেনেকুৱা, অসমীয়া হিন্দুৰ পক্ষে কোচবিহাৰ তেনেকুৱা। কালৰ কুটিল গতিত এনে হেন তীৰ্থভূমি আমি বঙ্গদেশৰ বুকুত জাপি দিলোঁ!

এটা কথা নকৈ নোৱাৰোঁ। যি দেশৰ মানুহে নিজৰ জাতি আৰু ভাষা এৰে (যি কাৰণৰ নিমিত্তেই নহওক) সেই জাতি কোনো কালে তেজীয়ান হব নোৱাৰে। প্ৰজাপুঞ্জইহে দেশৰ মূল বল। সৰ্ব্ব-সাধাৰণে উধাব নোৱাৰিলে, সেই দেশ উধাব নোৱাৰে। কোচবিহাৰ, ৰংপুৰ আদি ঠাই আমাৰ পৰা আঁতৰি যোৱাত আমাৰ যে অত্যন্ত ক্ষতি হৈছে, সেইটো আমি উকৰাই নিদিওঁ। কিন্তু এই কথা অকাট্য সত্য যে আমাৰ ক্ষতিতকৈ সেইবিলাক ঠাইৰ অধিবাসীসকলৰ অধিকতৰ ক্ষতি হৈছে। এই সত্যৰ মৰ্ম্ম গুৱালপাৰাবাসীয়ে উপলব্ধি কৰিছে দেখি আমি নথৈ সন্তোষ পাইছোঁহঁক। তেওঁবিলাকে অলপ সময়ৰ ভিতৰতে বহুত কাম কৰিছে বুলিব লাগে। 'বিবাৰ' নামেৰে এখন কাকত উলিয়াইছে। 'শিক্ষক সম্মিলন' নাম দি এটি সমিতি থাপনা কৰা হৈছে। সেই সমিতিত তলত লিখা এটি অতি লাগতিয়াল প্ৰস্তাব গৃহীত হৈছে:—"অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ কাৰণে তলত কোৱা কামখিনি কৰিবলৈ আগবঢ়া যাওক (ক) পুৰণি পুথি সংগ্ৰহ কৰা (খ) এই জিলাৰ নানা ঠাইৰ ঐতিহাসিক কাহিনী সংগ্ৰহ কৰা (গ) গৰখীয়া আৰু কৃষকৰ মুখৰ গীত আৰু বিয়া নাম

গীতবোৰ গোটোৱা (ঙ) মুখে মুখে চলি থকা বেণু আৰু বাহীৰ গীতবোৰ গোটোৱা (ঙ) মুখে মুখে
লিপিবদ্ধ কৰা (ঘ) দতৰা, চেৰেঙা, বেণু আৰু বাহীৰ গীতবোৰ গোটোৱা (ঙ) মুখে মুখে চলি থকা সাধু কথাবোৰ সংগ্ৰহৰ কৰি লিপিবদ্ধ কৰা।" আমি আশা কৰোঁ আৰু ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ যেন গুৱালপাৰাবাসীৰ সদভিলাষ পৰিপূৰ্ণ হয়।

অসমীয়া পুৰণি গদ্য সাহিত্যৰ বিষয়ে দু-আষাৰমান কোৱা যাওক। পঞ্চদশ শতিকাত প্ৰভু দামোদৰদেৱৰ আজ্ঞামতে ভট্টদেৱে ভাগৱত, গীতা আৰু ৰত্নাৱলী এই তিনিখনি পুথি গদ্য ভাষাত ভাঙিছিল। ভট্টদেৱৰ কথাগীতাৰ পৰা পুৰণি গদ্যৰ চানেকি এফেৰিমান দিয়া গল—

"ধৃতৰাষ্ট্ৰে সঞ্জয়ত প্ৰশ্ন কৰন্ত, হে সঞ্জয়! মোৰ পুত্ৰ সব পাণ্ডুপুত্ৰ সবো, ধৰ্ম্মভূমি কুৰুক্ষেত্ৰত যুদ্ধক ইচ্ছায়ে মিলিত হুয়া কি কৰ্ম্ম কৰিলে তাক মোত কহা"। "অৰ্জ্জুনে বোলন্ত, হে মধুসূদন মই কাতৰে যুদ্ধ এৰিলু ই নহে, কিন্তু অন্যায় দেখিহে নিবৰ্ত্তিলু"। "অৰ্জ্জুনে পুচন্ত হে কৃষ্ণ পুৰুষ পাপক অনৰ্থ জানি কৰিবে ইচ্ছা নকৰে। তথাপি কোনে প্ৰেৰয় নিমিত্তে কৰে তাক কহা।" ভগৱন্তে বোলন্ত "জানা অৰ্জ্জুন তুমি যিহেতু পুচিলা তাক ত্ৰয়ি কামকে জানিবা। যদি বোলা ক্ৰোদ্ধকো পূৰ্ব্বত কহিছা তাত শুনা—কামে প্ৰতিহত হৈলে ক্ৰোধৰূপ পৰিণাম হোৱে। কামক জিনিলে আপুনি ক্ৰোদ্ধক জিনা যায়। এতেকে দুইকো একে কৰি কহিলোঁ"।

নাটবিলাক ব্ৰজভাষাত লিখা হৈছিল। তলত ৰুক্মিণীহৰণ নাটৰ পৰা এডুখৰি টোকা দিলোঁ—

"আহে লোক সে গোসানী দেবী ৰুক্মিণী সখীসব সহিতে নৃত্য কৰি এক পাশে হৈয়া ৰহল। তদন্তৰে প্ৰস্তুত কৰা শুনহ। সুৰভি নামে এক ভিক্ষুক ভাট কুণ্ডিল নগৰী হন্তে দ্বাৰকাপুৰ প্ৰবেশিয়ে শ্ৰীকৃষ্ণক দৰশন ভেল। তাহেক শ্ৰীকৃষ্ণে বাত পুছত।"

ভট্টদেৱৰ গদ্য কেনে সুন্দৰ অসমীয়া! সেই যুগতে এনে সুন্দৰ ভাষাৰ সৃষ্টি হল! নাটৰ টোকাটি দিবৰ অৰ্থ এয়ে যে মহাপুৰুষীয়া কবিসকলে সৰ্ব্বসাধাৰণৰ মাজত ধৰ্ম্ম-প্ৰচাৰ কৰিবলৈহে নাটক সৃষ্টি কৰিছিল। তেনেহলে বুজিব লাগিব যে অসমীয়া সৰ্ব্বসাধাৰণে ব্ৰজ-ভাষা ভালকৈ জানিছিল। হিৱেনচাঙে ৬৪০ খ্ৰীষ্টাব্দতে অসমীয়া ভাষাটো হিন্দী ভাষাৰে মিল আছিল বুলি লিখি গৈছে। সেই দেখিহে কৈছোঁ, পোন-প্ৰথম আৰ্য্য-সোঁত অসমলৈ পূব দুৱাৰে সোমাইছিল আৰু তেওঁবিলাকৰ ভাষা গৈ গৈ পঞ্চদশ শতিকাত ভট্টদেৱৰ গদ্যৰ সৃষ্টি কৰিলে। পিচত যিবিলাক আৰ্য্য বিহাৰেদি আহিছিল, সেইবিলাকে লগত ব্ৰজভাষা লৈ আহিছিল। ব্ৰজভাষা বহুত পিচত অহাত অসমীয়া ভাষাৰ ঠগ লৰাব নোৱাৰিলে, কিন্তু বহুত শব্দ অসমীয়া ভাষাত সোমাই গল। সি যি নহওক, পঞ্চদশ শতিকাত অসমীয়া গদ্য সাহিত্যৰ সৃষ্টি হল। কিন্তু বঙলা গদ্য সাহিত্যৰ সৃষ্টি উনবিংশ শতাব্দিত। হায়! হায়, এতিয়া অসমীয়া সাহিত্য হল বচেৰা, আৰু বঙলা সাহিত্য হল শিৰ-ফুটা! মহামহোপাধ্যায় পণ্ডিত হৰপ্ৰসাদ শাস্ত্ৰীয়ে ১২৮৭ বঙলা চনৰ ফাগুনৰ "বঙ্গ-দৰ্শন" কাকতত লিখিছে—উনবিংশ শতাব্দী আৰম্ভ হইল, এই সঙ্গে সঙ্গে বাঙ্গালাৰ নূতন সমাজেৰ ও নূতন সাহিত্যেৰ সূত্ৰপাত হইল। *

* * তোমাদেৰ প্ৰথম গদ্যলিখক সাহেব ফৰেষ্টাৰ ও কেৰি, আৰ একজন তিনি জাতিতে উড়িয়া, তাহাৰ নাম মৃত্যুঞ্জয়। উড়ে ও সাহেবে বাঙ্গালাৰ সাহিত্য আৰম্ভ

কৰিল। আৰও লজ্জাৰ কথা এই যে, দুই একজন বাঙ্গালী এই সময় পুস্তক লিখিয়াছিলেন, তাহাদিগেৰ পুস্তক কদৰ্য্য ও জঘন্ত বলিয়া গণ্য হইয়াছিল। * * ১৮০১ অব্দ হইতে ১৮১০ পৰ্য্যন্ত বাঙ্গালা ভাষায় কোনও গ্ৰন্থ লিখিত হয় নাই বলিলে অত্যুক্তি হয় না।" এই গল শাস্ত্ৰী মহাশয়ৰ নিজৰ কথা। কিন্তু দীনেশ বাবুৱে লিখিছে যে শাস্ত্ৰী মহাশয়ে দুখানি পুথি নেপাল ৰাজ্যৰ পৰা উদ্ধাৰ কৰিছে আৰু সেই দুখনি হেনো দশম শতাব্দীত ৰচিত প্ৰাচীনতম বঙলা পুথি। অনুমান হয়, সেই দুখনি পদ্যত লিখা। সদৌ বঙ্গদেশত এখনি পুৰণি পুথিও পোৱা নগল; কেৱল নেপালত দুখনি পোৱা গৈছে। ইয়াৰ অৰ্থ বুজিবলৈ কাৰো বাকী নাথাকে। পুথি দুখনি আমাৰ হাতত পৰা নাই। মুঠতে আমি ইয়াকে কওঁ যে নেপাল আৰু ভোটান ৰাজ্য পূৰ্ব্বকালত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল।

বঙলা পুৰণি পদ্য সাহিত্যৰ কথা পূৰ্ব্বেই কোৱা হল। অনন্তকন্দলি আদি কবিয়েই সেই সাহিত্যৰ সৃষ্টি কৰিলে। বঙলাৰ গদ্য সাহিত্য উনবিংশ শতাব্দীৰ পৰা আৰম্ভ। ইমানেই বঙালীৰ সাহিত্য-গৌৰৱ! ইয়াৰেই তেওঁবিলাকে দিগ্বিজয় কৰিবলৈ ওলাইছে। যেতিয়া বঙলা গদ্য সাহিত্যৰ পৰিপুষ্টি হল, তেতিয়া সেই সাহিত্যৰ অৱস্থা কেনে হল, তাক চোৱা যাওক। বাবু শ্যামাচৰণ গাঙ্গুলি বি-এ মহাশয়ে (Honourary Fellow, Calcutta University) 'Bengali spoken and written' নাম দি ১৮৭৭ চনৰ অক্টোবৰ মাহৰ Calcutta Review কাকতত লিখিছিল :—

"The Sanskrit words in use in Bengali books are for the most part Sanskrit only to the eye, but none to the ear, for though written just as they are in Sanskrit, they are pronounced in such a way as to make them unintelligible to those unfamiliar with the corrupt pronunciation of Sanskrit that prevails in Bengal. Thus it is that the so-called Sanskrit words in Bengali are in fact almost entirely pseudo-Sanskrit. Writers in Bengali, by appropriating words from Sanskrit have only succeeded in bringing into existence what is really a Prakrit vocabulary based upon the Sanskrit vocabulary as written, while the Bengali Neo-Prakrit vocabulary has sprung from an older Prakrit the Magadhi as competent scholars declare as spoken."

শ্যামাচৰণ বাবুৱে বঙ্গভাষা নৱ-প্ৰাকৃতৰ পৰা ওলাইছে বুলি কৈছে আৰু তাকে মাগধী বুলিছে। আমি কওঁ, সেই নৱ-প্ৰাকৃত অসমীয়া ভাষা। অসমীয়া ভাষা বহু পৰিমাণে মাগধী মিহলি। বঙ্গবাসীসকল প্ৰাচীন কামৰূপ ৰাজ্যৰ পৰা যোৱা মানুহ, এই কথা সুঁৱৰিলেই তেওঁবিলাকে ভাষা-সম্বন্ধীয় বহু জঞ্জালৰ হাত সাৰিব পাৰিব।

বঙ্গ-সাহিত্যৰ গৌৰৱৰ চিন পালেই। তথাপি বঙালীয়ে কবলৈ নেৰে, অসমীয়া বঙ্গভাষাৰ বিকৃত অৱস্থা। মিঃ নিকল চাহাবে তেওঁৰ 'অসমীয়া ব্যাকৰণ'ত লিখিছে (৭২ পিঠি) :—

"Assamese is not, as many suppose, a corrupt dialect of Bengali; but a distinct and co-ordinate tongue having with Bengali a common source of current vocabulary. Its Sanskrit did not come to it from Bengali but from the upper province of India—this all who carefully examine the matter will readily admit."

অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে ডক্টৰ গ্ৰীয়াৰ্চন চাহাবে লিখিছে :—

"Assamese literature is as old, if not older, than that of Bengali, and down to the commencement of the present century, was as copious. If the printing press has not been so successful in Sibsagar as in Calcutta during the past hundred years, we must not forget that the press, as it has been used, has not been an altogether unmixed blessing, and that it has done much to reduce the Bengali literature from being national to becoming the mental pebulum of a specially educated class. *Crescit indulgens sibi dirus hydrops.* Bengali, as it has progressed since the introduction of printing, has become more and more Sanskritised, while Assamese, under the wise conduct of the local missionaries, has escaped the fate of its sister language. Assamese literature is essentially a national product. It always has been national and it is so still. The genius of its people has led it along lines of its own, and its chief glory—history—is a branch of study almost unknown to the indigenous literature of Bengal. Whether the nation has made the literature, or the literature the nation, I know not, but, as a matter of fact, both have been for centuries and in vigorous existence. Between them they have created a standard literary language which whether its grammar resembles that of Bengali or not, has won for itself the right to a separate independent existence. The Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India is as a rule curiously deficient. Remnants of historical works that treat of the time of Bhagadatta, a contemporary of the great Kuru-Panchala war of the Mahabharata, are still in existence. The chain of historical events for the last six hundred years, has been carefully preserved, and their authenticity can be relied upon. These historical works or Buranjis as they are styled in Assam are numerous and voluminous. According to the customs of the country, a knowledge of the Buranjis was an indispensable qualification to an Assamese gentleman: and every family of distinction, as well as the Government and public officers kept the most minute records of contemporary events."

ইমানতো বঙালীসকলে পোনপ্ৰথমতে গোটেই অসমত বঙ্গভাষা চলাবৰ নিমিত্তে কাছিপাৰি লাগিছিল। নিৰপেক্ষ উদাৰমতি গবৰ্ণমেণ্টে যেতিয়া নিজৰ ভুল বুজিব পাৰিলে, তেতিয়া অসমত অসমীয়া ভাষাৰ পুনৰ প্ৰৱৰ্ত্তন কৰিলে। গবৰ্ণমেণ্টে অনেক অফিচাৰৰ মতামত লৈছিল। Capt. A N. Phillips তেতিয়া লক্ষীমপুৰৰ এচিষ্টেণ্ট কমিচনাৰ আছিল। তেওঁ অখণ্ডনীয় যুক্তিৰ অৱতাৰণা কৰি যি সুন্দৰ মত দিছিল, তাৰে দুই-এছোৱা তুলি দিলোঁ : —

"I do not think Bengali ought to be retained either as the court language or as the school language in Assam, for I believe the difference between it and Assamese to be so wide and so essential as to make the two language for all practical purposes almost as distinct as are English and French. * * * * It appears to me a distinct error in principle to allow a foreign tongue which is both unknown and disliked to oust the vernacular of the people. I feel persuaded that an education having Bengali for its

basis will never be half so popular, or so much sought after by the people generally, as one which accepted their mother-tongue as the medium of instruction might be accepted to be. If it be the object of our system to place the benefits of our education within reach of the entire population without distinction of class, I confess I cannot see the expediency of substituting a foreign tongue for Assamese as the medium of instruction, unless there were very strong grounds for hoping that it would in time displace the latter as the language of the country. At present I am certain that there is not the slightest ground for such a hope, and I should personally regret it if there were, as I consider colloquial Assamese to be superior to colloquial Bengali in every way. I suppose there is not at this moment a single uneducated Assamese in the country who has ever attempted to speak Bengali, and it is my firm conviction that let education spread as it may, it will never make the Assamese a Bengali speaking people. They have, as a people (and especially the better classes) too great a contempt and dislike both for the Bengali and for their language, for it ever to be possible really to convince them of the intrinsic superiority of that language over their own. When we remember that English has not even yet driven the rude Welsh vernacular out of more than part of the small principality of Wales, it will surely be rather chimerical to expect a despised language like Bengali to supplant Assamese in Assam."

এইখনি চিঠি চিভিল বিভাগত নিযুক্ত এজন মিলিটাৰি ইংৰাজ অফিচাৰে ১৮৭২ চনত লিখিছিল। তেওঁ ১৮৭২ চনত যি সিদ্ধান্ত কৰিছিল, সেই সিদ্ধান্ত কৰিবলৈ আজি ১৯২৬ চনতো অনেকৰ বিদ্যা আৰু হৃদয়ৰ নাটনি। ধন্য ইংৰাজৰ জাতীয়তা-ভাব! ধন্য ইংৰাজৰ ৰাষ্ট্ৰনীতি-কুশলতা! ধন্য ইংৰাজৰ হৃদয়ৰ উদাৰতা! ধন্য ইংৰাজৰ অধঃপতিত জাতিৰ উদ্ধাৰৰ স্পৃহা!

বঙ্গবাসীসকলে ইংৰাজৰ মত যদি মানিব নোখোঁজে, তেনেহলে তেওঁবিলাকৰ ভিতৰৰে এজন কৃতবিদ্য সুপ্ৰসিদ্ধ ভাষাবিৎ পুৰুষৰ মতৰ এছোৱা তুলি দিয়া যাওক। Mr. R. C. Dutt তেতিয়া ২৪ পৰগণা জিলাৰ এচিষ্টেণ্ট মেজিষ্ট্ৰেট আৰু কলেক্টৰ আছিল। তেওঁ এইদৰে লিখিছে :—

"It is precisely in the short familiar words that the Bengali totally differs from the Assamese, while the classical words coming from the common parent Sanskrit are generally to be found in both the languages. It will be just as well to mention that, notwithstanding repeated endeavours, I have hardly been able to make out even the purport of the Assamese perface to this Dictionary. I have known an educated young Assamese for many years, and I could never understand him when he spoke Assamese or quoted from Assamese poetry."

১৮৩৬ চনত অসমীয়া ভাষা বঙালীৰ অনুগ্ৰহত আদালত পৰা খেদা খালে। ১৮৭১ চনলৈকে বঙ্গ ভাষাই আদালত আৰু স্কুলত ৰাজত্ব কৰিলে। কতকাল এইদৰে বঙালীয়ে অসমত ৰজা হৈ টিৰিল্‌ৰিলালে! অসমীয়া গাঁৱলীয়া মানুহে বৃটিছৰ ৰাজত্বক বঙালৰ দিনহে

বুলিছিল। পিচত যেতিয়া আমাৰ মানুহে দুই এজন চাহাবক দেখা পালে আৰু তেওঁবিলাক-হে প্ৰকৃত ৰজা বুলি জানিলে, তেতিয়া চাহাববিলাকক 'বগা বঙাল বুলিবলৈ ধৰিলে। বঙালী-সকলে আমাৰ ওপৰতহে এইদৰে অত্যাচাৰ কৰিছে, এনে নহয়। উড়িয়া প্ৰদেশৰ পৰা উড়িয়া ভাষা খেদিবলৈও তেওঁবিলাকে পাচ-ভুৰবীয়া যত্ন কৰিছিল। সেই বিষয়ে আক্ষেপ কৰি এজন স্বদেশহিতৈষী উড়িয়া ভদ্ৰলোকে Statesman কাকতত এইদৰে লিখিছিল :—

"During Orissa Famine in 1866—Sir Alexander Mackenzie in Bengal Secretariat—it was about this time that the Oriyas were saved from the worst type of gagging which selfish humanity ever devised. I mean the strenuous and combined attempt made by interested Bengalis to ostracize the Oriya language from schools and courts and introduce Bengali in its stead."

আমি আশা কৰোঁ, গুৱালপাৰা জিলাৰ অধিবাসীসকলেও নিজ জাতীয় সম্পদ মাতৃভাষা ৰক্ষা কৰিবৰ নিমিত্তে সক্ষম হব।

বঙালীবিলাকৰ 'বাবু' শব্দটি অসমীয়া 'বাপু' শব্দৰ পৰা ওলাইছে। অসমীয়া যেতিয়া 'বাবু' গুচি 'শ্ৰীযুত' হল, বঙালীয়ে অসমীয়াক ইতিকিং কৰিছিল। শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ অশেষ যত্নত, মহামান্য গেইট চাহাবৰ অনুগ্ৰহত, অসমীয়াই নিজৰ স্বত্ব 'শ্ৰীযুত' শব্দটি উদ্ধাৰ কৰিলে। তেওঁবিলাকে প্ৰথমতে 'শ্ৰীযুক্ত' লিখিছিল, কিন্তু অসমীয়া সদায়েই তেওঁবিলাকৰ আদৰ্শস্থল যদিও তেওঁবিলাকে সেই কথা দেখাদেখিকৈ স্বীকাৰ নকৰে। পিচত অসমীয়াক দেখি তেওঁবিলাকো 'শ্ৰীযুত' হল। 'ৱ' আখৰটিৰ নিচিনা সুবিধাজনক আখৰ নাই। মূল সংস্কৃততো 'ব' আৰু 'ৱ' দুটা বেলেগ আখৰ। হিন্দী ভাষাতো 'ব' আৰু 'ৱ'ৰ পৃথকতা আছে। বঙালীয়ে 'ৱ' ৰ সৌন্দৰ্য্য দেখি তাকো নিজ ভাষাত সুমাবৰ নিমিত্তে যে পুৰুষাৰ্থ কৰা নাই, এনে নহয়। এজন সুপ্ৰসিদ্ধ বঙালী লিখকে ১৯১৪ চনৰ জানুৱাৰীৰ Modern Review কাকতত লিখিছে :—"As regards Mr. Anderson's suggestion to adopt ৱ for the dipthong ওয় in Bengali I may say that I have been trying to do so, though I fear with little success. খাওয়া যাওয়া are really খাআ যাআ as in করা (কর+আ), খাওন যাওন are খাঅন যাঅন as in করণ (কর+অন), খাওয়া যাওয়া are shortened forms of খাইবা যাইবা with the middle ই lost. Hence the forms খাবার যাবার। These two forms যাআ and যাবা have been mixed up and given rise to the form যাওয়া। Whatever the reason may be যাওয়া is pronounced যাৱা, or if one must avoid ৱ, যাওয়া—ja-o-a, and never যাওয়া as is spelt. In my Bengali Bhasha Vol 1, I have repeatedly drawn attention to the anomaly of writing য় for a short অ sound and spelling জলুয়া for জলুআ (জলুৱা) We are so accustomed to spell the words wrongly that it will not be an easy task to adop their correct spelling."

অসমীয়া ভাষাৰ সৌন্দৰ্য্য দেখুৱাবলৈ হলে, বেলেগে এখনি পুথি লিখিবলগীয়া হয়। অসমীয়াই কয় আত্‌মা (আত্মা, বঙালীয়ে কয় আততাঁ ; অসমীয়াই কয় পদুম (পদ্ম), বঙালীয়ে কয় পদদঁ ; অসমীয়াই কয় দোৱাৰা দ্বাৰা, বঙালীয়ে কয় দ্দাৰ ইত্যাদি। তথাপি বঙালীয়ে অসমীয়া

উচ্চাৰণ বিকৃত বুলি হাঁহে। বঙালী পণ্ডিতৰ সংস্কৃতৰ উচ্চাৰণ মহাৰাষ্ট্ৰীয় পণ্ডিতে বুজিব নোৱাৰে। আজিকালি অসমীয়াৰ জন্ম-ঘৰত শনি। সেইদেখি অসমীয়াই 'এডিভি পানীত পৰি পিয়াহত মৰে, ভঁৰালত, ধান থৈ উপবাস কৰে।" বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধ প্ৰিন্সিপাল ছুডমাৰ্স'ন চাহাবে তেওঁৰ অসমীয়া ভাষাৰ টোকাত লিখিছে :—

"The absence of general education and the consequent smallness of the reading public, together with the long duration of the Bengali as the only recognized vernacular in the valley are the most potent cause [ of the present literary inactivety ]. That between them they have not succeeded in absolutely stamping out the literature, proves the vigour and strength of the language and the affection and love with which the people regard it. The productions of this period may be truly said to be the work of men who sought not for profit or reward but for the perpetuation of their literature, even as they had struggled for the preservation of their language."

বঙ্গদেশৰ লিখিত ভাষা আছে, কিন্তু কথিত ভাষা নাই। অৰ্থাৎ যি ভাষা সদৌ বঙ্গদেশৰ মানুহে বুজিব পাৰে, তেনে কথিত ভাষা নাই। কিন্তু অসমীয়া ভাষাৰ বিষয়ে সেই কথা নাখাটে। অসমীয়া ভাষা শদিয়াৰ পৰা ধুবুৰীলৈকে অসমবাসী মাত্ৰেই বুজিব। অসমীয়া বাতৰি-বাতৰি কাকত এখন গাঁৱলীয়া মানুহৰ আগত পঢ়িলে সি সোপাকে বুজিব। বঙলা বাতৰি-কাকত এখন বঙালী খেতিয়ক এজনৰ আগত পঢ়িলে সি ভেবা লাগি চাই থাকিব। এই কথা কেইআষাৰি কোৱাৰ এয়ে অৰ্থ যে অসমীয়া লিখকসকলে যেন পৰাখিনি পক্কত বিশুদ্ধ নিভাঁজ অসমীয়া শব্দাৱলী, বচন-ভঙ্গী ইত্যাদিৰ ব্যৱহাৰ কৰে। প্ৰিন্সিপাল ছুডমাৰ্স'ন চাহাবৰ এই সম্পৰ্কে কোৱা শুৱলা কথাষাৰি তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। তেওঁ লিখিছে :—

"It is above all necessary that Assamese writers should avoid the error of their Bengali brethern and make a larger use of the vigorous material at their own disposal. They should avoid the constant incorporation of Sanskrit, which resulted in modern Bengali literature differing so widely from that of the 18th century. The effect of this in Bengal has been a fatal dissociation of language from literature, so that it can even be said that the colloquial Bengali actually differs from the grammar of its literature. Literature growing thus alienated cannot remain vigorous or national."

এইখিনিতে অসমীয়া উচ্চাৰণৰ বৰ্ণবিন্যাস সম্বন্ধে একেষাৰি কব খুজিলোঁ। 'আচাম' বুলিব লাগে নে 'আসাম' বুলিব লাগে; 'অহম' বুলিব লাগে নে 'অসম' বুলিব লাগে? "অচমীয়া' হব নে 'অসমীয়া' হব? শব্দটিৰ মূল বিচাৰিবলৈ গলে, আমি লেঠাত পৰিম। 'অশ্মী' শব্দৰ পৰা ওলাইছে নে, 'শ্যান' শব্দৰ পৰা ওলাইছে নে, নাই সংস্কৃত 'সোম' শব্দৰ পৰা ওলাইছে, তাৰ নিশ্চয়তা নাই। আগৰ দিনত অসমৰ পূব ফালে এখন সৌম্য নামেৰে ৰাজ্য আছিল হেনো। তাৰ বাসিন্দাবিলাকক সোম বোলা হৈছিল। অশ্মী নামেৰেও এখন দেশ আছিল বুলি কয়। সেই ৰাজ্যৰ নামৰ পৰা 'অচম' নাম হোৱাটো বুজায়। এতেকে "মহাজনো যেন গতঃ সঃ পন্থাঃ"। প্ৰসিদ্ধ লোকসকলে

'আচাম' বোলে। কিন্তু 'অসম' নোবোলে, 'আচমীয়া' বোলে, 'অসমীয়া' নোবোলে। ভাষাৰ ওজা মহামতি গেইট্ চাহাব আৰু ডক্টৰ গ্ৰীয়াৰ্ছন চাহাবে এই কথাকে কয়। হেমচন্দ্ৰ বৰুৱা আৰু পূজ্যপাদ গুণাভিৰাম বৰুৱা, এখেতসকলেও এইদৰে উচ্চাৰণ কৰাটো আমি নিজ কাণেৰে শুনিছোঁ। এতেকে যদিও অসম, আসাম, অসমীয়া লিখা যায়, তাৰ উচ্চাৰণ আচাম, অচমীয়া হোৱা হে যুক্তিসঙ্গত। অসমীয়াত মূৰ্দ্ধণ্য ট বৰ্গ আৰু দন্ত্য ত বৰ্গৰ উচ্চাৰণৰ প্ৰভেদ নাই বুলি অনেকে কয়। কিন্তু এই কথা ভুল। কায়স্থ, মহন্ত, সত্ৰাধিকাৰ পণ্ডিত সকলোৱে কথা কওঁতে মূৰ্দ্ধণ্য আৰু দন্ত বৰ্ণৰ উচ্চাৰণ শুদ্ধৰূপে কৰে। শিক্ষিত সম্প্ৰদায়েও শুদ্ধ উচ্চাৰণ কৰে। কেৱল গাঁৱলীয়া মানুহে মুৰ্দ্ধণ্য আৰু দন্ত বৰ্ণৰ প্ৰভেদ নাৰাখে। মহামহিমান্বিত হেমচন্দ্ৰ বৰুৱাক মই এদিন সুধিছিলো 'উভতি' হব নে 'উভটি' হব? আৰু কলোঁ যে ভাটি শব্দৰপৰা উৎপন্ন যেতিয়া উভটি হোৱা হে যুগুত। তেখেতে কলে, উচ্চাৰণমতে আমি ভাটি বোলোঁ কিন্তু উভটি নোবোলোঁ, উভতি হে বোলোঁ। বৰ্ণবিন্যাস সংস্কৃত মূল অনুযায়ী যে হবই তাৰ ভুল নাই। মূল এৰিলে আমাৰ ভাষা কালত 'পথাৰৰ মাজৰ মূঢ়া, যেনিয়ে পোনায় তেনিয়ে পোন হয়', তেনে অৱস্থাত পৰিবগৈ। আৰু এতিয়াও এখনি বাতৰি-কাকতত 'দেউতা"ৰ সলনি 'দেউটা' লিখা দেখিছিলোঁ। আমাৰ নতুন লিখকসকলে এটি বিষয়ত ভুল কৰে। তেওঁবিলাকে য'ত 'স'ৰ উচ্চাৰণ 'চ' হব লাগে, তাতে 'স' উচ্চাৰণ কৰে। শ, ষ, স, এই কেইটা আখৰ উপসৰ্গান্তৰ্গত বা একে শব্দৰ অন্তৰ্ভুক্ত ব্যঞ্জন বৰ্ণৰ লগত সংযুক্ত থাকিলে তাৰ উচ্চাৰণ 'চ'ৰ দৰে হয়; যেনে উৎসাহ ( উচ্চাৰণ—উৎ+চাহ, ) কিন্তু সৎ সাহ ( উচ্চাৰণ সৎ+সাহ; সৎ চাহ নহয় )। কোনো কোনো ভাষা-সংস্কাৰকামীয়ে অসমীয়াত সংযোগী আখৰ এৰিবলৈ কয়। এনে সংস্কাৰৰ গুণাগুণৰ বিষয়ে আমি একো কবলৈ নাযাওঁ কিন্তু তেওঁবিলাকক খাটোঁ যেন তেওঁবিলাকে বৰ্ত্তমান তেনে প্ৰয়াসৰ পৰা ক্ষান্ত থাকে। যি স্থলত মতভেদৰ আশঙ্কা থাকে, তেনে কাম এতিয়া আমি হাতত লোৱা যুক্তিসঙ্গত নহয়। আৰু এই কাৰণেই আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াই এদিন মোক কৈছিল—"মই যদিও সংযোগী আখৰ গুচাবৰ পক্ষপাতী, তথাপি সেই বিষয়ে press নকৰোঁ ( অৰ্থাৎ টানি নধৰোঁ। )"

হে মোৰ মৰমৰ অসমীয়া বন্ধুসকল! এতিয়া আপোনালোকক খাটোঁ, সময় থাকোঁতেই সাৱধান হওক। বঙালীৰ অসম-আক্ৰমণ অতি কোবেৰে চলিছে। কোনোৱে মিত্ৰভাৱে শত্ৰুক পালিছে। শত্ৰু-মিত্ৰ চিনিব পৰা শক্তি পাবৰ নিমিত্তে ঈশ্বৰৰ চৰণত সকলোৰ প্ৰণাম জনাওহঁক। চোৱা যাওক, আমি আমাৰ জাতীয়তা হেৰুৱাবলৈ কেনেৰূপে জানিশুনি বা অজ্ঞাতসাৰে কাৰবাৰ কৰিছোঁহঁক—( ১ ) সাজ-পাৰ:—ভদ্ৰলোকে মুগা বা পাটৰ চুৰিয়া, মিৰজাই, চেলেং, খনিয়া, পাগুৰি এৰি আধ-নাঙঠা চুৰিয়া, কামিজ আৰু চাদৰ লৈছে।

চুৰিয়াৰ নাম ধুতি হল। ধুতি চুৰিয়া পাহৰা গল॥
চেলেং এৰি চাদৰৰ মান। খনিয়াৰ ঠাইত হল আলোৱান॥
পাগুৰি সোলাকাই মূৰটো টকলা। কি হব আৰু মেলিলে বকলা॥

বেজাৰত কথা কেইটা পদ্যময় হৈ গল—পদ্য লিখিবৰ ইচ্ছা নাই আৰু পদ্য লিখিবৰ বয়সো

গল। এনে বেজাৰৰ প্ৰকোপতেই বোধকৰোঁ বাল্মীকিৰ প্ৰথম শ্লোক ছন্দময় হৈ ওলাই পৃথিৱী থৌকি বাথৌ কৰি পেলালে। কবলৈ বেজাৰ আৰু লাজ লাগে যি অসমীয়া তিৰোতাৰ সাজ পৃথিৱীৰ আদৰ্শ বুলিব লাগে, সেই অসমীয়া তিৰোতাই তেনে সাজ এৰি 'একবস্ত্ৰা' হৈছে! (২) জলপান—ফেনী পিঠা, লোওৱা পিঠা, চুঙা পিঠা, হেচা পিঠা, চাউল চুঙা, হুকম ইত্যাদিৰ নাম অসমীয়াই পাহৰিবলৈ চেষ্টা কৰিছে। তাৰ সলনিত পোৱা ৰসগোল্লা, কাচাগোল্লা, সন্দেশ ইত্যাদিৰ সোৱাদত হাততে স্বৰ্গ ঢুকি পাইছে। (৩) লৰা-ধেমালি—আজি-কালি কেইজন অসমীয়া লৰাই অসমীয়া ধেমালি জানে, যেনে—

"বেজী সিঙঁ সিঙঁ। নিসিবা নিসিবা॥"
"ইৰ্কিচি মিৰ্কিচি বাঁহৰ শলা।
মোমাইৰ পদুলিত বান্ধিলোঁ ঘোঁৰা।" ইত্যাদি

ইয়াৰ সলনি বঙলুৱা লৰালি গীতে ঠাই পাইছে। আচৰিত মানিব, দুই এঠাইত আমি এনে প্ৰকাৰৰ বঙলুৱা গীতো শুনিবলৈ পাইছোঁ; যেনে—

এত বড় পানী, ঝাৰ্কো ঝানী।
এত বড় পানী, গঙ্গা বাণী।
এত বড় কাদা, মল্লিক দাদা। ইত্যাদি।

(৪) বাদ্য—মৃদং, ঢোল, খোল বৰকৈ শুনিবলৈ পোৱা নাযায়। বিয়া সবাহত বা পৰবত বঙালী জয়-ঢোল ব্যৱহাৰ কৰা হয়। (৫) পৰব—তিথি আদি কিমান পালন কৰা হয়? অসমীয়াৰ পুৰাতনীয়া ডাঙৰ পৰব ৰাস আৰু ফাগুৱা শ্ৰীহীন হল। তাৰ সলনিত প্ৰতিষ্ঠিত বঙ্গদেশৰ পৰা আমদানী দুৰ্গা পূজাৰ থলকনিত কাণতাল মাৰি যায়। (৬) কীৰ্ত্তন—প্ৰসঙ্গীয়া কীৰ্ত্তনৰ সলনি ঠায়ে ঠায়ে বঙলুৱা সংকীৰ্ত্তনৰ আটাহত তলৰ মাটি ওপৰ হয়। গায়কসকলে মাতৃভাষা এৰি বঙলা ভাষা ব্যৱহাৰ কৰোঁতে লাজ আৰু অপমানত জঁয় পৰি নাযায়! (৭) খাদ্য—লাই-পাত পছলা, পকা খৰিচা ইত্যাদিৰে প্ৰস্তুত আঞ্জা ভদ্ৰলোকে এৰিছে। তাৰ সলনি 'ডাল, ঝোল, অম্বল—এয়ে আমাৰ পেটৰ সম্বল' হৈছে। (৮) আনন্দোৎসৱ—ভাওনা নেদেখা শিক্ষিত মানুহ বহুত আছে। বঙলুৱা যাত্ৰা নেদেখা ভদ্ৰলোক কেইজন আছে? (৯) গান—অসমীয়া গান মজলিচত নচলে। তাৰ সলনি ৰবি ঠাকুৰ বা ডি-এল ৰায়ৰ গান। (১০) কথা-বতৰা—কথাৰ মাজত বাৰে-পাচি বঙলুৱা শব্দ সুমাবলৈ ভালপাওঁ। যি বঙলা কব নাজানে, তেনে লোকেও বঙলুৱা ঠাচেৰে কয়। আদালতৰ সাক্ষীবিলাকে বঙলুৱা কথা কবলৈ যাওঁতে কেনে বহুৱালি কৰে, সকলোৱে দেখিছে। 'দেউতা'ৰ সলনি 'আজ্ঞা' অনেক ঠাইত চলিছে। এজন গাঁৱলীয়া পঢ়াশালিৰ পণ্ডিতে এজন ছাত্ৰক হেনো কিবাকিবি কওঁতে এনে অপৰূপ ভাষা ব্যৱহাৰ কৰিছিল—"চনিবাৰে চনিবাৰে তোৰ চদায় জ্বৰ হয়। তোক মই চকুৰে পৰা এইচোপাহে চিকালোঁ।" অসমীয়াই নিজৰ ভাষা উদ্ধাৰৰ নিমিত্তে কেনেকুৱা যত্ন কৰিছিল আৰু ৰক্ষাৰ নিমিত্তে কেনেকুৱা যত্ন কৰিছে সেইবিলাকৰ বিস্তাৰিত বিৱৰণ লিপিবদ্ধ থকা উচিত। অসমীয়া ভাষা আৰু সাহিত্য ইমান সমৃদ্ধিশালী হোৱা স্বত্তেও বঙ্গ-ভাষাই তাক ৰঘুমলাৰ দৰে ছাটি ধৰিছে। এই-খিনিতে মিঃ হুডমাৰ্স্টন চাহাবৰ অসমীয়া ভাষাৰ সম্পৰ্কীয় মন্তব্য এটি তুলি দিলোঁ:—

"Bengal had thus the advantage of being for nearly half a century the only officially recognized language in the valley, and for nearly three quarters of a country the only medium of instruction in all but village schools. That this state of things must have had a disastrous effect upon the language and its literature is evident. Assamese had to fight for its very existence. It would have been lamentable had the fight ended otherwise. A people who had developed themselves on limees of their own, whose literature had characteristics distinct as their own individuality, would have been generally crushed down into hewers of wood and drawers of water. There was therefore much more at stake than the mere recognition or non-recognition in official circles of a particular language."

গোৱালপাৰা জিলাৰ অধিবাসীসকলে এই কথা কেইষাৰি যেন সোণোৱালি আখৰেৰে লিখি থয় ইয়াকে আশা কৰিলোঁইঁক।

অসমীয়া নিৰাশ হব নালাগে। আমি যি কালত কলিকতাত পঢ়িছিলোঁ, সেই কালেৰে পৰা বিজালে অসমীয়া সাহিত্যৰ যে আশাতীত উন্নতি হৈছে, সেইটি দেখাকথা। সিদিনা ডিব্ৰুগড়ত শঙ্কৰদেৱৰ তিথিত এজন অসমীয়া ভদ্ৰমহিলাই হেজাৰ দৰ্শকৰ আগতে থিয় দি বক্তৃতা দিছিল। এনে কাৰ্য্য সম্ভৱপৰ হব বুলি ১০ বছৰৰ আগেয়ে কোনে ভাবিব পাৰিছিল? আজি অসংখ্য অসমীয়া ডেকা-লৰাই মাতৃভাষা আৰু সাহিত্যৰ নিমিত্তে দেহেকেহে লাগি গৈছে। একে সময়তে একে তাৰিখতে দুখনি সম্মিলনৰ অধিবেশন পাতিব পৰা ক্ষমতা দেখিলে কাৰ নো হৃদয়ত আনন্দ নেথেলাই পাৰে। ডিব্ৰুগড়ৰ ছাত্ৰ-সম্মিলনৰ উদ্যোগকাৰীসকলৰ দেশহিতৈষিতা আৰু কাৰ্য্য-তৎপৰতা যথাৰ্থতে প্ৰশংসনীয়। সকলো অসমীয়াই মুঠ বান্ধি আশাগুৱীয়াকৈ কাম কৰিলে আমাৰ উন্নতিৰ বাট কোনে ভেটিব পাৰে? সাহিত্যৰ উন্নতিয়েই জাতিৰ উন্নতি বুজিব লাগে। বৰ্ত্তমান আমি কি কৰিব লাগে, তাৰে গোটাচেৰেক কথা তলত উলুকিয়ালোঁ:—(১) ইংৰাজী, ফাৰ্চী আদি ভাষাৰ পৰা উৎকৃষ্ট পুথিবিলাক অসমীয়ালৈ অনুবাদ কৰিব লাগে। জাতিৰ ভিতৰত ওথ ভাব সোমালেহে উন্নতিৰ আশা। (২) উৎকৃষ্ট পুথি লিখিবৰ নিমিত্তে বঁটা দিয়াৰ বন্দবস্ত কৰিব লাগে। (৩) সাধাৰণ শিক্ষাৰ বিস্তাৰ কৰিব লাগে। প্ৰতি গাঁৱতে এখনি পঢ়াশালি, প্ৰতি মৌজাতে এখনি মজলীয়া-ইংৰাজী স্কুল আৰু তিনটা মৌজাৰ ভিতৰত এখনি হাইস্কুল হলেহে শিক্ষাৰ বিস্তাৰ হব। শিক্ষিত পাঠকশ্ৰেণীৰ সৃষ্টি নহলে ভাল পুথি বেগতে নোলায়। (৪) স্বাস্থ্য সম্বন্ধে, গৰু-মহৰ উন্নতিৰ বিষয়ে, মুগা, পাট, এড়ি সম্পৰ্কে পুস্তিকা প্ৰকাশ কৰি গাঁৱত বিলাই দিব লাগে। (৫) মৃত্যু-সংখ্যা কমাবলৈ আৰু জন্ম-সংখ্যা বঢ়াবলৈ কি কি উপায় অৱলম্বন কৰিব লাগে, সেই বিষয়ে উজু অসমীয়া ভাষাৰ পুথি লিখি উলিয়াব লাগে। (৬) প্ৰাচীন অসমীয়া সাহিত্যৰ পুথিবিলাক প্ৰকাশ কৰিব লাগে। (৭) প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰত্যেক পুথিখনিৰ সূক্ষ্ম সমালোচনা উলিয়াব লাগে। (৮) বাতৰি-কাকতবিলাক উজু, প্ৰাঞ্জল, নিভাঁজ অসমীয়াত লিখিব লাগে। তেতিয়াহে সেইবিলাকে সৰ্ব্বসাধাৰণৰ মাজত প্ৰচলিত হৈ সমূহ-শিক্ষাৰ সহায়তা কৰিব পাৰিব। (৯) বেহা-বেপাৰ আৰু শিল্পৰ উন্নতিৰ বাটবিলাক উৎকৃষ্ট পুথি লিখি সৰ্ব্ব-সাধাৰণক দেখুৱাব লাগে। (১০) প্ৰত্যেক জনাজাত ঠাইতে পুথি-ভঁৰাল

একোটি থাকিব লাগে। পুথি ভঁৰালবিলাকৰ নাম কেন্দ্ৰ সাহিত্যৰ সভাৰ বহীত ভুক্ত থাকিব লাগে। কোনো ভাল পুথি ওলালে সাহিত্য-সভাই লাগতিয়াল সংখ্যক পুথি কিনি সেইবিলাক পুথি-ভঁৰাললৈ একোখিনি বিলাই দিব লাগে। গ্ৰন্থকাৰসকলৰ পৰা দান বুলি পুথি খোজা দস্তুৰটি এৰি পেলাব লাগে। গ্ৰন্থকাৰসকলে আজিকালি পুথি লিখি দান দিয়ে—চহকী মানুহক মাতব্বৰ মানুহ বুলি, অ-চহকীক বেচ দিবলৈ অসমৰ্থ বুলি, পুথি-ভঁৰাললৈ ৰাজহুৱা কামৰ নিমিত্তে বুলি। পিচত হিচাপ নিকাচ কৰি গ্ৰন্থকাৰে দেখেগৈ যে তেওঁৰ পুথি 'শূন্য পুৰাণ' হৈ শূন্যত মিলি গল। আমাৰ মনেৰে, যেতিয়ালৈকে গ্ৰন্থকাৰসকলে পুথি লিখি অন্ততঃ ছেপৰ পৰা ওলাই যোৱা খৰচফেৰি উলিয়াব নোৱাৰিব, তেতিয়ালৈকে ভাল পুথি ওলোৱাটো সম্ভৱপৰ নহয়। ধনী আৰু বিদ্যোৎসাহী লোকে ভাল পুথি ওলালে ১০০ খন বন্ধু-বান্ধৱক বিলাই দিবলৈ কিনি নিব লাগে। পুথিৰ বিক্ৰী কেনেকৈ বাঢ়ে, তাৰ নিমিত্তে সাহিত্য সভাই বিশেষ যত্ন কৰিব লাগে। এজেণ্টক দিলেও শতকৰা ২৫ নিৰিখে কমিছন লয়, আৰু বাকীখিনি আজি দিম কালি দিম কৰি, পাৰিলে নিচেইকৈ নিদিয়েই, নোৱাৰিলে বিহুৰে সংক্ৰান্তিয়ে দুই এটকাকৈ দি থাকি পিচত উভয় পক্ষৰে আমনি লাগি, গ্ৰন্থকাৰেও কথাটি পাহৰি পেলায়, এজেণ্টেও পাহৰি পেলায়। অৱশ্যে সকলো এজেণ্টেই এনেকুৱা বুলি আমি কব নোৱাৰোঁ। আমি নিজে পুথি লিখি হেজাৰে হেজাৰে ধন ভগন কৰি আছিছোঁ। ভুক্তভোগী দেখি এই কেইআৰি কথা লিখিলোঁ। আশা কৰোঁ, সুধীবৃন্দে এই বিষয়ে ভালকৈ গমি-পিটি চাই গ্ৰন্থকাৰসকলৰ এটা সু দিহা কৰে যেন। আমি নিজে হলে 'দানে দুৰ্গতি খণ্ডে' বুলি কিছুমান পুথি অসমীয়া ভদ্ৰলোকক দান দি আৰু কিছুমান পুথি নিগনি পৰ্য়তাচুৰুণীক দান দি হাত সাৰটি বহি আছোঁ। (১১) সাহিত্য-সভাই উপযুক্ত অসমীয়া লিখকক সাহিত্যৰথী, সাহিত্য-বিশাৰদ আদি খিতাপ দিবলৈ বন্দবস্ত কৰিব লাগে। কিছুমান লিখকক চনদ দিব লাগে, কিছুমান লিখকক পদক দিব লাগে। কিছুমানক শলাগণি অভিবাদন দি কৃতজ্ঞতা-স্বীকাৰ কৰিব লাগে। লিখকসকলক যথাযোগ্য উৎসাহ দিয়াটো সাহিত্য-সভাৰ ঘাই কাম বুলি ধৰিব লাগে। (১২) অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰৰ নিমিত্তে অন্ততঃ ৬জন আত্মোৎসৰ্গী কৃতবিদ্য ডেকা নিযুক্ত কৰিব লাগে। তেওঁবিলাকৰ প্ৰত্যেকৰ জিম্মাত একোখনি জিলা ভগাই দিব লাগে। তেওঁবিলাকে বছৰৰ শেষত কোনে কি কাম কৰিলে, তাৰ এটি ৰিপৰ্ট দাখিল কৰিব লাগে। (১৩) সদৌ অসমৰ ভাল ভদ্ৰলোকসকলক, বিশেষকৈ গুৱালপাৰা জিলাৰ জমিদাৰসকলক অসম সাহিত্য-সভাৰ পৃষ্ঠপোষক কৰিবৰ নিমিত্তে সাহিত্য-সভাই তেখেতসকলক অনুৰোধ কৰিব লাগে। (১৪) অসমীয়া তিৰোতাৰ শিক্ষাবিস্তাৰৰ নিমিত্তে তিৰোতা-পাঠ্য পুথি এধাৰা ৰচিবলৈ সাহিত্য-সভাই উদ্যোগ কৰিব লাগে। (১৫) অসমৰ পৰ্ব্বতীয়া জাতি আৰু চাহবাগিচাৰ পৰা ওলোৱা বস্তীৱালা বনুৱাবিলাকক অসমীয়া শিক্ষা দিবৰ নিমিত্তে বিশেষ বন্দবস্ত কৰিব লাগে।

পুৰণি কামৰূপ ৰাজ্যত যি সাহিত্যৰ ধল উঠিছিল, তাৰ মূলত প্ৰতাপান্বিত নৰনাৰায়ণ ৰজা। বৰ্ত্তমান কোচবিহাৰাধিপতি বাহাদুৰ নৰনাৰায়ণ ৰজাৰ বংশধৰ। তেখেতে পূৰ্ব্ব-পুৰুষৰ পদাঙ্ক অনুসৰি বৰ্ত্তমান অসমীয়া ৰাজ্যৰ নৱ-সাহিত্যৰ তলাতলি ঘৰ সজাই দিব পাৰে বুলি আমি আশা কৰিব নোৱাৰোঁ নে? গুৱালপাৰা জিলাৰ জমিদাৰসকলেই অসমৰ গৌৰৱ!

বঙ্গদেশৰ জমিদাৰসকলে বঙ্গভাষাৰ নিমিত্তে যেনেকৈ অকাতৰে পুৰুষাৰ্থ কৰিছে, অসমৰ জমিদাৰসকলেও নিজ মাতৃভাষাৰ উন্নতিৰ অৰ্থে সহানুভূতি দেখুওৱা বাবে তেওঁবিলাকক অন্তৰেৰে সৈতে ধন্যবাদ দিছোঁহঁক। মেচপাৰাৰ জমিদাৰ শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়া এই সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি হৈছে। ইয়াতকৈ আশাপ্ৰদ বিষয় কি হব পাৰে? তদুপৰি আমি পাহৰা নাই, মাননীয় গৌৰীপুৰাধিপতিৰ আৰ্থিক সাহায্যতেই দলগোমা সত্ৰৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত অমৃতভূষণ অধিকাৰীয়ে অন্বয় আৰু ব্যাখ্যা সহ নাম-ঘোষা পুথিৰ এটি সুন্দৰ তাঙৰণ উলিয়াইছে। শঙ্কৰদেৱৰ ভায়েক ৰামৰায়ে তেখেতৰ গৌৰীপুৰতে থাকি ছত্ৰশাল থান পাতিছিল।

সন্তোষৰ কথা, মুছলমানসকলে অসমীয়া ভাষা আৰু সাহিত্যৰ নিমিত্তে যত্ন কৰিছে। বঙ্গদেশৰ মুছলমানে ভাল বঙলা কব নাজানে। বঙালীয়ে তেওঁবিলাকৰ বঙলাক মুছলমানী বঙলা বুলি ইতিকিং কৰে। কিন্তু অসমৰ মুছলমানে বহুত অসমীয়া হিন্দুতকৈ ভাল অসমীয়া জানে। মুছলমান তিৰোতাবিলাকে যেনে সুন্দৰ বিয়া-নাম গাব জানে, তেনে সুন্দৰ বিয়া-নাম হিন্দু তিৰোতাই গোৱা মই শুনা নাই। আশা কৰোঁ, তেওঁবিলাকে যেন বিয়া-নাম গোৱা প্ৰথাটি এৰি নেপেলায়। মুছলমান আৰু হিন্দুৰ প্ৰভেদ অসমত কোনো কালে নাছিল, আৰু সুখৰ বিষয়, এতিয়াও নাই। নাজিৰাৰ পৰা ১৮৭২ চনত অসমীয়া ভাষা চলাবলৈ 'অৰুণোদয়'ত যি চিঠি প্ৰকাশিত হৈছিল তাৰ স্বাক্ষৰকাৰীৰ ভিতৰত দুজন মুছলমান আছিল। এজনৰ নাম "শ্ৰীআফৰোজ আলি আমীন", আন জনৰ নাম "শ্ৰীকাফায়ৎ উল্লা হেড্ মহৰেৰ"। আন কি, তেওঁবিলাকে নামৰ পূৰ্ব্বত, 'শ্ৰী' হে লিখিছিল। সুখৰ বিষয়, অসম সাহিত্য সন্মিলনৰ আদৰণি সভাৰ এজন যুটীয়া সম্পাদক মৌলবী আব্দুল ৰাহাব। মৌলবী মফিজ-উদ্দিন আহ্‌মদ হাজৰিকা ডাঙৰীয়াই যেনে বিতোপন কবিতা লিখিব পাৰে, কেইজন হিন্দুৱে তেনে কবিতা লিখিব পাৰে? গুণগ্ৰাহী গবৰ্ণমেণ্টে এখেতৰ গুণৰ মোল বুজি সাহিত্য-বৃত্তি দিয়া কথা সকলোৱে জানে। এই বাবে আমি সৰল আনন্দ প্ৰকাশ কৰিছোঁ আৰু এইখিনিতে গবৰ্ণমেণ্টৰ ওচৰত গভীৰ কৃতজ্ঞতা জনাইছোঁহঁক। অসমলৈ ময়মনসিং জিলাৰ বহু মুছলমান আহিছে। যি প্ৰদেশ সমৃদ্ধিশালী, অনেক ঠাইৰ পৰা মানুহ আহি তাত বসতি কৰেহি। এই বাবে আমি আনন্দ প্ৰকাশ কৰিছোঁ। আৰ্য্যবিলাক এইদৰে বহু দূৰৰ পৰা আহি বসতি কৰেহি। কোঁচ, কছাৰী আহোম প্ৰভৃতি জাতি আহি অসমৰ থিলঞ্জীয়া অধিবাসী হল। মিৰজুম্লাৰ লগত অহা বহু মুছলমান অসমত থাকি গল—তেওঁবিলাক অসমীয়া জাতিৰ লগত মিহলি হল। ময়মনসিঙীয়াসকলে সেইদৰে অসমতে চিৰস্থায়ীকৈ বাস কৰি অসমীয়া বুলিবলৈ গৌৰৱ অনুভৱ কৰিব, তাত কোনো ভুল নাই।

এতিয়া বঙালী ভদ্ৰলোকসকলক একেষাৰি কথা কব খুজিলোঁ। তেওঁবিলাকেৰে আমাৰ কোনো বিদ্বেষ-ভাব নাই। আমি তেওঁবিলাকৰ নিমিত্তে যি কথা কৈছোঁ সেই কথা আমাৰ জাতীয় স্বত্ব ৰক্ষাৰ নিমিত্তে নোৱাৰা-পক্ষত কৈছোঁ। অনেক বঙালী আহি অসমত মাটি-বাৰী কিনি ঘৰোৱাহি কৈ বসতি কৰিছে, কিন্তু দুখৰ বিষয় তেওঁবিলাকে অসমীয়াৰে মিলি-জুলি থাকিবলৈ চেষ্টা কৰা নাই। আন নালাগে, কবলৈ বেজাৰহে লাগে—গণ্য-মান্য সকলো

ৰাজহুৱা কামত আগবঢ়ুৱা বঙালী ভদ্ৰলোক এজন ৪০ বছৰ অসমত ঘৰোৱাকৈ বসতি কৰিছে, কিন্তু তেওঁ অসমীয়াৰে কথা পাতিব নোৱাৰে! শিৱসাগৰৰ পূজ্যপাদ ৺অক্ষয়কুমাৰ ঘোষ মহোদয়ৰ পৰিয়ালে অসমীয়া মানুহৰ দৰে অসমীয়া ভাষা কব পাৰে। ডিব্ৰুগড়ৰ শ্ৰদ্ধাস্পদ ৺দ্বাৰকা নাথ সেন মহোদয়ৰ পৰিয়ালে থাচ্ অসমীয়াৰে কথা কৈছিল। গুৱাহাটীৰ ৺গোপালকৃষ্ণ দে মহাশয়ে ভ্ৰমৰঙ্গ নাটৰ অভিনয়ত কলিমনৰ ভাও লৈ যেনে ধেমালি উলিয়াইছিল সেই কথা দেখোঁতাসকলে আজিলৈকে পাহৰিব পৰা নাই। পূজনীয় ৺অভয় শঙ্কৰ গুহ মহোদয়ে এনে সুন্দৰ অসমীয়া জানিছিল যে বহুত মানুহে তেওঁ প্ৰকৃততে অসমীয়া নে বঙালী ততকে ধৰিব নোৱাৰিছিল। ১৮৭২ চনত অসমীয়া ভাষা চলাবলৈ যিখনি চিঠি অৰুণোদয়ত প্ৰকাশিত হৈছিল, তাৰ স্বাক্ষৰকাৰীৰ এজনৰ নাম "শ্ৰীমদনমোহন ঘোষ দাওৱান"। অসমৰ বঙালীয়ে অসমীয়া কব নোৱাৰে বুলিলে বুজিব লাগে তেওঁবিলাকে অসমীয়া কবলৈ শিকিব নোখোজে। স্বৰ্গীয় বেণীমাধব ঘোষ ডাঙৰীয়াই অসমতে বসতি কৰি অসমীয়াৰে বৈবাহিক সূত্ৰত আবদ্ধ হল। তেওঁবিলাকৰ পো-নাতি অসমীয়া কায়স্থ সমাজভুক্ত হৈ গল। যি সকল বঙালী ভদ্ৰলোক অসমত যুগমীয়াকৈ বসতি কৰিবলৈ অহা নাই, কেৱল ধন ঘটিবলৈ আহিছে মাথোন, তেওঁবিলাকে যিমান পাৰে ধন ঘটক। স্কটলেণ্ড দেশত বাপেকে হেনো পুতেকক ধন ঘটিবলৈ এই বুলি কয় 'Make money my boy, by fair means if possible, but make money.' যেনেকৈ পাৰে বঙালীয়েও ধন ঘটক আমি তাত নামাতোঁ। কিন্তু আমি তেওঁবিলাকক খাটোঁ যেন তেওঁবিলাকে আমাৰ জাতীয় স্বত্বত হাত নিদিয়ে। "Live and let live" সকলো ভাৰতীয় জাতিৰ এয়ে মূল-মন্ত্ৰ হব লাগে। বঙালীসকলে নিজে ভালে-কল্যাণে থাকক, আমাকো ভালে-কল্যাণে থাকিবলৈ দিয়ক। ভাৰতৰ সকলো জাতিয়েই নিজৰ বাটে উধাওক। ব্ৰহ্মপুত্ৰ ব্ৰহ্মপুত্ৰৰ ভাগে, গঙ্গা গঙ্গাৰ ভাগে, যমুনা যমুনাৰ ভাগে, কাবেৰী কাবেৰীৰ ভাগে, সিন্ধু সিন্ধুৰ ভাগে বাঢ়ক আৰু বৈ যাওক। কাকো কাৰো লগত লগ লগাবলৈ যেন যত্ন কৰা নহয়। আটাইবিলাক গৈ শেষত ভাৰত মহাসাগৰত পৰিবগৈ আৰু সেয়ে ভাৰতীয় মহাজাতি। ভাৰতীয় মহাজাতি সৃষ্টি কৰিবলৈ আন উপায়েৰে কাৰবাৰ কৰিলে লেঠা বাঢ়ি যাব আৰু ভাৰতীয় মহাজাতি পানীৰ ঔ-টেঙা হব।

কামৰূপ অনুসন্ধান সমিতিয়ে অসমৰ সাহিত্য সম্পদ বহু গুণে বঢ়াইছে। তেওঁবিলাকৰ ওচৰত সদৌ অসমবাসী বিশেষকৈ ধৰুৱা, সেই কথাৰ উল্লেখ নিষ্প্ৰয়োজন।

এই বছৰ অসমত কেইবা গৰাকীও গণ্যমান্য পুৰুষৰ তিৰোভাৱ হল। সেই বাবে আমি সদৌ অসমীয়াই দুখ প্ৰকাশ কৰিছোঁহঁক। অসমৰ প্ৰধান সত্ৰ আউনিআটীৰ সত্ৰাধিকাৰ লীলাকান্ত গোস্বামী প্ৰভুৰ ইচ্ছা হল। গুৱালপাৰাৰ মুখ্য সত্ৰ দলগোমাৰ গজেন্দ্ৰনাৰায়ণ অধিকাৰী প্ৰভু বৈকুণ্ঠগামী হল। বৈষ্ণৱ ধৰ্ম্মই অসমীয়া সাহিত্য সৃষ্টি কৰিলে আৰু সত্ৰবিলাকতেই অসমীয়া সাহিত্য পৰিপুষ্ট হৈছে। সুপ্ৰসিদ্ধা গৌৰীপুৰৰ ৰাণীৰ পৰলোক প্ৰাপ্তি হোৱাত অসমীয়া মাত্ৰেই বিষম বেজাৰ পাইছে। এখেতৰ দানশীলতাৰ বিষয়ে নজনা মানুহ নাই। গুৱালপাৰা জিলাৰ তিৰবিৰীয়া তৰা ৰাজেন্দ্ৰলাল চৌধুৰী বাৰ-এট-ল ডাঙৰীয়াই সদৌ অসমবাসীক কন্দুৱাই নশ্বৰ লীলা সামৰিলে। এখেত অসম গবৰ্ণমেণ্টৰ লেজিচ্লেটিভ্ কাউন্সিলৰ মেম্বৰ

আছিল। কামৰূপৰ সুবিখ্যাত অধ্যাপক পুষ্পকান্ত শাস্ত্ৰী কাব্যতীৰ্থ আৰু ইহজগতত নাই। এখেত কাব্যশাস্ত্ৰত অদ্বিতীয় পণ্ডিত আছিল। নৱদ্বীপত ন্যায়শাস্ত্ৰ পঢ়িছিল আৰু কলিকতাত কাব্যৰ উপাধি-পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিছিল। এখেতৰ অকাল-মৰণত অসমৰ পূৰাব নোৱাৰা ক্ষতি হল। অতি শোকৰ বিষয়, অলপতে দেশহিতৈষী বলিৰাম মহন্ত ঠাকুৰৰ অকাল-মৃত্যু ঘটিল। এখেত এজন নাম-জলা সাহিত্যানুৰাগী পুৰুষ আছিল। শিৱসাগৰৰ ভব্যগব্য পুৰুষ মহামতি গঙ্গাগোবিন্দ ফুকন ডাঙৰীয়াৰ পকা বয়সত পৰলোক প্ৰাপ্তি হল। এখেত অসমৰ অতীত আৰু বৰ্ত্তমান কালৰ সাঁকো-স্বৰূপ আছিল। যোৰহাটৰ মতিজান বাগিচাৰ স্বত্বাধিকাৰী মৌলবী ফিৰদোস্ত আলি হাজৰিকা ডাঙৰীয়াই নশ্বৰ জগতৰ পৰা বিদায় ললে। এখেত অমায়িক আৰু সৰবৰহী পুৰুষ আছিল। ডিব্ৰুগড়ৰ বড়ো সমাজৰ উদ্যোগী কৰ্ম্মী দণ্ডীৰাম দাসে মৰ্ত্ত্যধামৰ লীলা সাং কৰিলে। এওঁ এজন স্বাৰ্থত্যাগী দেশহিতৈষী পুৰুষ আছিল। গুৱালপাৰাৰ কৰ্ম্মবীৰ শোভাৰাম ব্ৰহ্মচৌধাৰীয়ে আমাক এৰি থৈ নিত্যধামলৈ গতি কৰিলে। এওঁ বড়ো সমাজৰ অগ্ৰগণ্য নেতা আৰু ভাল সাহিত্যিক আছিল। এইসকলৰ আত্মাৰ সদগতি কামনা কৰোঁহঁক।

অৱশেষত কওঁ যে সাহিত্য ধৰ্ম্মত প্ৰতিষ্ঠিত হব লাগে, নহলে সি ঠাৱৰিব নোৱাৰে। মিছাৰে সাহিত্য সৃষ্টি নহয়। সাহিত্যৰ মুখ্য উদ্দেশ্য, পৃথিবীত ধৰ্ম্মৰাজ্য স্থাপন। মহাপুৰুষীয়া কবিসকলে অসমীয়াৰ সাহিত্য সৃষ্টি কৰিবলৈ পুথি লিখা নাছিল। তেওঁবিলাকৰ উদ্দেশ্য আছিল, ধৰ্ম্মপ্ৰচাৰ। হে অসমীয়া সুধীবৃন্দ! আপোনালোকে ধৰ্ম্মৰক্ষা কৰিবলৈ পুৰুষাৰ্থ কৰক, সত্য ধৰ্ম্মৰ আসন অটুট ৰাখক, দেখিব লগে লগে সাহিত্যৰ ঠন ধৰি আহিছে। পৰমনিয়ন্তা, পৰমেশ্বৰৰ চৰণত মূৰ দোঁৱাই কব-লগীয়া সামৰিলোঁ। ধৰ্ম্মৰ জয় হওক! অসমবাসীৰ জয় হওক! সভাসদসকলৰ জয় হওক! পৃথিবীত শান্তি বৰষক!

টোকাঃ—দীঘলীয়া কিতাপৰ তালিকা বিশিষ্ট পৰিশিষ্টখনি ঠাইৰ নাটনিত বাদ দিবলগীয়া হল।

—সম্পাদক

# দশম অধিবেশন

গোৱালপাৰা—অক্টোবৰ, ১৯২৭ (আহিন, ১৮৪৯ শক)

সভাপতি—তৰুণৰাম ফুকন

## मङ्गलाचरणम्

त्वमक्षरं परमं वेदितव्यं त्वमस्य विश्वस्य परं निधानम् ।
त्वमव्ययः शाश्वत-धर्म्मगोप्तासनातनस्त्वं पुरुषो मतो मे ॥
त्वमादिदेवः पुरुषः पुराणस्त्वमस्य विश्वस्य परं निधानम् ।
वेत्तासि वेद्यञ्च परञ्च धाम त्वया ततं विश्वमनन्तरूप ॥
मूकं करोति वाचालं पङ्गुं लङ्घयते गिरिम् ।
यत्कृपा त्वमहं वन्दे परमानन्दमाधवम् ॥

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সমাগত বন্ধুসকল!

সাহিত্য-সভাৰ সভাপতি হবৰ—এই মহাযজ্ঞৰ পুৰোহিত হবৰ যোগ্যতা মোৰ সমুলি নাই। তথাপি আপোনালোকৰ ইচ্ছাকেই আদেশ বুলি মানি লৈ—, "অদ্যাপি জাতি দেৱত্বম্ মহদ্ভিঃ সুপ্ৰতিষ্ঠিতম্" এই শাস্ত্ৰৰ বচনফাঁকিকে সাৰোগত কৰি এই মহৎ সন্মান মূৰ দোঁৱাই গ্ৰহণ কৰি অন্তৰৰ শলাগ্ জনালো। এই গুৰুভাৰ বহন কৰোঁতে সহস্ৰ সহস্ৰ অপৰাধ হব তাত সন্দেহ নাই। নিজগুণে সকলো ক্ষমা কৰিব বুলি সানুনয়ে কাকুতি জনালো। সাহিত্যিক মই কেতিয়াও নাছিলো; সাহিত্য-ফুলনিৰ ভিতৰত সোমাই জননীৰ চৰণত ফুল এপাহি দিবৰ স্পৰ্দ্ধাও অভাজনৰ নাই! তথাপি আপোনাসকলে এই গুৰুভাৰ মোৰ গাত দিছে যেতিয়া যথাসাধ্য কৰ্ত্তব্য পালন কৰিবলৈ যত্ন কৰিম। ঈশ্বৰ সহায় হওক এয়ে প্ৰাৰ্থনা।

মোক সভাপতি পতা প্ৰসঙ্গত এজন বন্ধুৰ পৰা শুনা সৰু সাধু এটি মনত পৰিল। সেই কথা মোতেই বিশেষকৈ খাটে ভাবি চমুকৈ উল্লেখ কৰিলোঁ—বাহুল্য দোষ ক্ষমা কৰিব।—সাধুকথাটিৰ নাম Doctor inspite of himself—"কিলাই বেজ কৰা" বুলিয়েই আমি অনুবাদ কৰিলোঁ। বিখ্যাত ফৰাচী নাট-লিখক মলিয়ৰৰ পুথিত বোলে আছে—এজন খৰিকটীয়া আছিল। সি ঘৈণীয়েকক বৰ ভালপায়। কিন্তু তাৰ ধ্ৰুপ বিশ্বাস যে ঘৈণীয়েকক নিকিলালে তাইৰ আচল গুণ প্ৰকাশ নাপায়। গুণগ্ৰাহী গিৰিয়েকে সেই বিশ্বাসমতেই ঘৈণীয়েকক নিতৌ কিলায়। গিৰিয়েকৰ এই অন্যায় বিচাৰৰ হোৰ তুলিবৰ সুযোগ ঈশ্বৰে এদিন মিলালে। কাণসমনীয়া একেটি মাথোন লৰাৰ হঠাৎ মৰা-মূৰ্চ্ছা লৰিয়া হোৱাত বাপেকে ভাল ডাক্তৰ বিচাৰি বিচাৰি নাপাই খৰিকটীয়াৰ ঘৰ ওলালগৈ। ঘৈণীয়েকক লগ পাই ভাল ডাক্তৰৰ কথা সোধাত তাই গিৰিয়েকেই উত্তম ডাক্তৰ বুলি ডাঠি কলে আৰু তাৰ পৰিচয় দি, ক'ত লগ

পাৰ তাকো কলে। আৰু ইসাবো কলে—"কিন্তু বোপা! তেওঁ সূচক বেজ হলেও নিজে বেজ বুলি স্বীকাৰ নকৰে। তুমি যদি বলেৰে নি ভালকৈ কিলোৱা তেন্তে স্বীকাৰো কৰিব আৰু দৰব দি তোমাৰ লৰাকো নিশ্চয় ভাল কৰিব।" সেই মতে থৰিকটীয়াক ধৰি নি ভালকৈ কিল সোধালত মৰণৰ আশঙ্কাত সি বেজ হওঁ বুলি গাত ললে। সজ থৰিকটীয়াই ৰোগীৰ অপকাৰ নকৰাকৈ কি উপায়ে চিকিৎসা কৰিলে মৰণৰ হাত সাৰিব তাকে ভাবি চিন্তি জৰা-ফুকা কৰাকে স্থিৰ কৰিলে আৰু—

উৰি গল শগুনী পৰি গল পাখি।
কোন কোন বিষক থৈছ ৰাখি;—
হৰ বিষ্ট হৰ, সব দুখ পানী হৈ পৰ।"

এই দৰব-মন্ত্ৰ মাতি তিনি ফু মাৰি "লৰা নিশ্চয় ভাল হব" বুলি কৈ বিদায় ললে। মন্ত্ৰৰ বলত নহলেও ঈশ্বৰৰ ইচ্ছামতে লৰা ভাল হ'ল আৰু থৰিকটীয়া ককাই প্ৰসিদ্ধ বেজ বুলি জনাজাত হ'ল। কিন্তু কিলালেহে যে গুণ ওলায় সেই বিশ্বাস মনত থাকিলেও ঘৈণীয়েকক কিলাবলৈ এৰিলে—আৰু সোধা মাত্ৰেই বেজ বুলি স্বীকাৰ কৰে। সেই দৰে নিৰ্য্যাতন কৰি মোকো প্ৰসিদ্ধ সাহিত্যিক কৰি তোলাৰ বাঞ্ছা আপোনাসকলৰ সিদ্ধি হব বুলি আশা কৰি ময়ো কিললৈ পিঠি পাতি দিলোঁ কিন্তু কিলত প্ৰাণান্ত যাতে নহয় তালৈ অকণ চকু ৰাখিব।

সাহিত্য-সভাৰ জন্মকাহিনী বহুতে কৈছে। আজিৰ সমাজত তুনাই কোৱাৰ আৱশ্যকতা মই নেদেখোঁ। অসমৰ অতীত গৌৰৱৰ কথা তুনাই কবলৈকো ইচ্ছা মোৰ নাই। মহাভাৰত, যোগিনীতন্ত্ৰ আদি পৌৰাণিক পুথিত আৰু বিশেষকৈ অসম বুৰঞ্জীত সেই বিষয়ে বহলাই বৰ্ণোৱা আছে। সিদিনাখন অসমৰ ৰজা আছিল, ৰাজসম্পদ আছিল, কুৰুক্ষেত্ৰৰ যুজত কৌৰৱক সহায় কৰাৰ যোগ্যতাও অসমৰ আছিল। ক্ষত্ৰিয় বীৰশ্ৰেষ্ঠ কৃষ্ণ-সহায় অৰ্জ্জুনেও অসমীয়া বভ্ৰুবাহনৰ হাতত পৰাজয় স্বীকাৰ কৰা কথা পৌৰাণিক সত্য। স্বামীৰ হিতাৰ্থে ৰজাক দেও নুবুলি ৰাজদণ্ডত ৰংমনে প্ৰাণত্যাগ কৰা কুঁৱৰী জয়মতী অসমৰে জীয়ৰী। অসমৰ পুৰণি সাহিত্য যে ভাৰতীয় কোনো জাতীয় সাহিত্যতকৈ কোনো অংশে হীন নহয় ইয়াক ডাঠি কলে অহঙ্কাৰ কৰা নহব, কাৰণ তাৰ বহু প্ৰমাণ আজিও পোৱা যায়। অসমৰ সেই শিক্ষা, সেই দীক্ষা, সেই তেজ, সেই বল আজি কলৈ গল? জাতিগত জাতীয়তা, পুৰুষানুগত বল-বীৰ্য্য আজিও সম্পূৰ্ণ ধ্বংস হোৱা নাই বুলি মোৰ দৃঢ় বিশ্বাস। সাধনাৰ অভাৱত মৰাৰ দৰে হৈ আছে। যত্ন কৰা, প্ৰাণ দি পুৰুষাৰ্থ কৰা লেৰেলা পুলিটি বৰষুণ পাই ঠন্ ধৰি উঠাৰ দৰে, লয় পাওঁ পাওঁ হোৱা পুৰণি কীৰ্ত্তি জাতীয়তা-পানীছিটা পাই মূৰ্ত্তিমতী হৈ উঠিব। হৰৰ কোপত পৰি ছাই হোৱা কামদেৱে অসমলৈ আহি যদি ৰূপ পোৱা সত্য হয়, মৃতকল্পা ভাৰত-জননীকো অসমে জয়শ্ৰীমণ্ডিতা কৰি তোলা অতি অসম্ভৱ বুলি মই বিশ্বাস নকৰোঁ। কিন্তু সেয়ে মুখৰ কথাৰে নহব।

বীজত বৃক্ষ নিহিত থাকিলেও যেনেকৈ তাক উদ্ভূত কৰিবলৈ ক্ষেত্ৰকৰ্ষণৰ আৱশ্যক, অন্তৰ্নিহিত মনুষ্যত্বক প্ৰকাশিত আৰু জাগ্ৰত কৰিবলৈকো সেইদৰে সাধনাৰ আৱশ্যক। সাধনাক বিবিধ অনুষ্ঠানৰ দ্বাৰাই বহুমুখী কৰি সমাজ আৰু স্বদেশৰ ভিতৰেৰে বিশ্বব্যাপী

কৰি তুলিব লাগিব। ইয়াকে কৰিবলৈ শিল্প-কলা, সঙ্গীত, সাহিত্য, ইতিহাস, দৰ্শন বিজ্ঞান, কূটনীতি, ৰাজনীতি, অৰ্থনীতি ইত্যাদিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সেইবিলাকৰ প্ৰভাব সৃষ্টি কৰি, তাৰ বিস্তাৰ সাধন কৰিব লাগিব। যিমানেই সেই সাধনাৰ সিদ্ধি হব সিমানেই তুমি শ্ৰেষ্ঠজাতি বুলি পৰিচয় দিব পাৰিবা। আন আন জাতিয়েও মূৰ দোঁৱাই সম্বৰ্দ্ধনা কৰিব, মিত্ৰতা স্থাপনৰ আগ্ৰহ দেখুৱাব,—বিৰোধ আচৰণত বিমুখ হৈ থাকিব। নিজে শিক্ষা নেপালে পৰক শিকাব নোৱাৰি। নিজে মানুহ হৈ স্বদেশবাসীক মানুহ নামৰ উপযুক্ত কৰি তুলিব নোৱাৰাকৈয়ে বিশ্বমানৱ কৰাৰ চেষ্টা প্ৰায়েই কাৰ্য্যকৰী হোৱা দেখা নেযায়।

আমি অসমীয়া ভাৰতবাসীৰ ভিতৰত এটা স্বকীয়া জাতি। আমাৰ ভাষা সংস্কৃতমূলক হলেও স্বকীয়া ভাষা। এই কথাৰ প্ৰতিবাদ কৰোঁতা আজি কোনো নাই,—আছে যদিও তেওঁলৈ আওকাণ কৰা উচিত। কিন্তু সেই বুলিয়েই কাণষাৰ মাৰি থাকিলে নচলিব। আমাৰ বহুতো সম্পদ আছিল, সেইটো গৌৰৱৰ কথা। যি আছিল তাক বঢ়াব পৰা নাই, সেইটো দুখৰ কথা। কিন্তু যি আছিল তাক লোপ পাব দিয়াটো বিশেষ শোক আৰু লাজৰ কথা হব! ই জাতীয় মৃত্যুৰ পূৰ্ব্বলক্ষণ, নিশ্চয়-মৃত্যুৰ নিশ্চিত প্ৰমাণ। উঠি অহা জাতিৰ জীৱনৰ চিন হৈছে পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা। তাকে নহৈ আজি আমি আত্মৰক্ষাত অসমৰ্থ! পৰাধীনতো হয়েই, কিন্তু পৰাধীন ওচৰচুবুৰীয়ায়ো আমাক নিঃকিন দেখি গ্ৰাস কৰিবলৈ চেষ্টা কৰিছে। ভাই অসমীয়া! অতীত গৌৰৱৰ কথা স্মৰণ কৰি বৰ্ত্তমান অৱস্থা উপলব্ধি কৰা, যুক্তিযুক্ত অনুমানৰ দ্বাৰা ভৱিষ্যত প্ৰত্যক্ষ কৰা, শৰীৰত তেজ মাংস যদিহে প্ৰকৃততে আছে, তেন্তে গা শিয়ঁৰি উঠিব, মন উত্ৰাৱল হব, হৃদয় অশান্তিৰে ভৰি পৰিব। কিন্তু শোক কৰিলেই নহব। শোকৰ যাই কাৰণ গুচাবলৈ যথাসাধ্য চেষ্টা কৰিব লাগিব। মৃতপ্ৰায় জননীক জাতীয়তাৰ দ্বাৰাই অনুপ্ৰাণিত কৰিব লাগিব। সাহিত্য আলোচনাৰ ভিতৰেৰে অসমীয়াৰ অতীত গৌৰৱৰ পুনৰুদ্ধাৰ সাধন কৰিব লাগিব। অসমীয়াক প্ৰকৃত মানুহ কৰি গঢ়ি তুলিব লাগিব। লগৰীয়া বঙালী, উড়িয়া, হিন্দুস্থানী আদি ভাষাৰ ব্যাকৰণ আদি পঢ়ি অসমীয়া ভাষাৰ লগত তুলনা কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস লিখাৰ কাৰণে অসম সাহিত্য সভাই উপযুক্ত লোকক বৃত্তি দি এই কাৰ্য্যত ব্ৰতী কৰা যুগুত হব। গাঁৱলীয়া ভাইসকলক সহজ সৰল ভাষাত কিতাপ লিখি নিজৰ দেশৰ কথা বিদেশৰ কথা জনাব লাগিব। স্বাস্থ্য-বিজ্ঞান বিষয়ক সৰল পুথি আমাৰ প্ৰায় নাই বুলিলেই হয়। স্বাস্থ্য-ৰক্ষাৰ নিচেই সাধাৰণ নিয়মবোৰকে নজনা কাৰণে বছৰি আমাৰ কিমান মানুহে অকালতে জহনি, বসন্ত আদি সংক্ৰামক ৰোগত প্ৰাণ হেৰুৱায় তাক নজনা মানুহ নাই। মাউৰৰ সময়ত কেতিয়াবা গাঁৱলৈ গৈ গাঁৱলীয়া মানুহৰ অৱস্থা চালেই গাঁৱৰ প্ৰকৃত অৱস্থা বুজি পাব। আমি অলপ লিখাপঢ়া শিকি ছেক্সপীয়েৰ, মিল্টন, বাৰ্ক পঢ়িয়েই বছৰি সাহিত্য, সমাজ, স্বদেশ বুলি চিঞঁৰি ৰাইজৰ দুখ-দুৰ্গতিৰ প্ৰতিকাৰ কৰিব নোৱাৰোঁ। জাতীয় সম্পদৰ ভিতৰত সাহিত্য-সম্পদেই শ্ৰেষ্ঠ সম্পদ। এই বিষয়ত ঋষি-মুনি আদিৰো মতভেদ নাই, সৰ্ব্বসাধাৰণৰ মতৰ সম্পূৰ্ণ মিল। ধন-জন, যশ-মান, ঐশ্বৰ্য্য-বিভূতি, জ্ঞান-গৰিমা আদি যত মানে সম্পদ আছে সকলোৰ প্ৰকাশ সাহিত্যত। এই সকলোৰে সাধনা আৰু সিদ্ধিৰ হেতু সাহিত্য।

মনৰ ভাব প্ৰকাশ কৰিবৰ নানান উপায় আছে কিন্তু তাৰ ভিতৰত শ্ৰেষ্ঠ উপায় ভাষা। মনোবৃত্তিৰ উৎকৰ্ষ সাধনৰ লগে লগে ভাবৰ বিস্তাৰ হয় আৰু সেই ভাব প্ৰকাশৰ শ্ৰেষ্ঠতম উপায় ভাষাৰো উন্নতি সাধিত হয়। যি জাতিৰ ভাষা যিমান উন্নত আৰু মাৰ্জ্জিত, সেই জাতিৰ ভাব আৰু আনুসঙ্গিক কাৰ্য্যও সেই পৰিমিতে উন্নত আৰু পৰিমাৰ্জ্জিত। নিজৰ মনোগত ভাব প্ৰকাশ কৰা আৰু পৰৰ ভাব গ্ৰহণ কৰাৰ কাৰণেই ভাষাৰ সৃষ্টি। ইয়াৰ দ্বাৰাই পৰস্পৰৰ ভাব সালসলনি কৰি লোক সঙ্ঘবদ্ধ হয় অৰ্থাৎ পৰস্পৰে পৰস্পৰৰ সঙ্গ লয়। ভাষাৰ সৃষ্টিৰ আগেয়েও মানুহ আৰু পশু-পক্ষী আদি জন্তুৱেও সঙ্গ লোৱা দেখা যায়। কিন্তু পৰিমাৰ্জ্জিত ভাষাৰে মনোভাব সালসলনি কৰিব পাৰিলে আৰু সেই মনোভাব মিলিলে সঙ্গ স্থায়ী আৰু মধুৰ হয়। ভাষাৰ বলত আৰু সহায়ত 'মই' ভাবৰ পৰা 'আমি' ভাবৰ সৃষ্টি হয়। 'মই' আৰু 'মোৰ' ভাব থাকিলে 'তেওঁ' আৰু 'তেওঁৰ' ভাবো স্বীকাৰ কৰি কাম কৰিব লগা হয়। গতিকে 'মই আৰু মোৰ' ভাব থাকিলে 'তেওঁ আৰু তেওঁৰ' এই দুয়োভাব অটুট ৰাখি কি ভাবে কাম কৰিলে দুয়োৰো সুবিধা হব পাৰে তাৰ উপায় উলিয়াব লগা হয়। এই উপায় উলিওৱাৰ লগে লগে সমাজৰ সৃষ্টি হয়। এই সমাজ ৰক্ষাৰ কাৰ্য্যবিধিৰ নাম নিয়ম আৰু নীতি। 'মই'ৰ ক্ৰমবিকাশতে সমাজ আৰু সমাজৰ বিস্তাৰতে স্বদেশৰ উৎপত্তি। এই স্বদেশৰ প্ৰকাশ আৰু প্ৰচাৰতে সাহিত্যৰ আবিৰ্ভাব আৰু সেই প্ৰকাশৰ ঘটনাৱলী লিপিবদ্ধ কৰাই ইতিহাস। গতিকে ইতিহাস সাহিত্যৰ এটা অঙ্গ মাথোন।

নিজৰ ভাষা চহকী কৰিলেই নহব। তোমাৰ ভাব পৰক জনাবলৈ হলে তেওঁকো সেই চহকী ভাষা শিকাব লাগিব। ভাবৰ আদান-প্ৰদানৰ লগে লগে ভাষাৰো আদান-প্ৰদান চলিব লাগিব। যিমানক তোমাৰ ভাষা শিকাই তোমাৰ ভাব লোৱাব পাৰিবা সিমানেই তোমাৰ সমাজ বহল হব। সমাজ যিমান শিক্ষিত হব, সেই সমাজৰ সাহিত্যও সেই পৰিমাণে চহকী হব। গতিকে দেখা যায় যি জাতি যিমান উন্নত, সেই জাতিৰ সাহিত্যও সেই পৰিমিতে পৰিস্ফুষ্ট আৰু পৰিমাৰ্জ্জিত। এই কথা ওভোতাই কলেও সত্যতে থাকিব। অৰ্থাৎ যি জাতিৰ সাহিত্য যিমান পৰিপুষ্ট আৰু পৰিমাৰ্জ্জিত সেই জাতি নিশ্চয় সেই পৰিমাণে উন্নত। জাতীয় উন্নতি কৰিব খুজিলে সাহিত্যৰ উন্নতি কৰিবই লাগিব। নিজৰ মনৰ ভাব ভালকৈ বুজি নেপালে পৰৰ মনৰ ভাব বুজা যেনেকৈ টান, নিজৰ ভাষা ভালকৈ শিকি নললে সেই ভাষা পৰক শিকোৱাটো টানেই— পৰৰ ভাষা শিকাও টান। আই মাতৃৰ সুখ-দুখৰ বাতৰি পাবলৈ হলে তেওঁৰ ভাষা জানিব লাগিব। অতি মহৎ হৃদয়ৰ লোকে মুখলৈ চায়েই সেই দুখ-সুখৰ বাতৰি লোৱা অসম্ভৱ নহলেও সৰ্ব্বসাধাৰণৰ পক্ষে অন্তৰৰ ভাব ভাষাত প্ৰকাশ নেপালে, মাতৃভাষাৰে তাৰ বাতৰি নহলে—জনা টান। কব পাৰে স্বৰ্গীয় উমেশচন্দ্ৰ বন্দ্যোপাধ্যায় আদি মাতৃবৎসল স্বদেশসেৱকসকলে মাতৃভাষাত পাৰ্গত নোহোৱাকৈয়ো মাতৃৰ সুখ-দুখৰ আচল বাতৰি পাইছিল আৰু দুখত সমবেদনা অনুভৱ কৰি প্ৰতিকাৰৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু দ'কৈ সমি চাওক—আচলতে তেওঁবিলাকে মাতৃৰ সুখ-দুখৰ আচল বাতৰি পাইছিল নে? দেশৰ দুখ-দুৰ্গতিৰ আচল বাতৰি জানিছিল নে? শিক্ষা-দীক্ষাহীন, ৰোগত জুৰুলা, খাবলৈ নেপাই হাড় ছাল ওলোৱা লৰা-ছোৱালীক বুকুত সাৱটি লৈ মাতৃৰ যি আৰ্ত্ত আহ্বান তাক আচলতে শুনা হলে—তাক ভালকৈ বুজি পোৱা হলে সেই মৰ্ম্মভেদী বুকু-ভাগি-ছিগি যোৱা ভাষাৰ ভাব গ্ৰহণ কৰিব পৰা হলে সেইসকল মহাপুৰুষে দেশ-

মাতৃৰ পৰিত্ৰাণৰ হেতু উলিয়াবৰ কাৰণে আৰু ত্যাগ আৰু পুৰুষাৰ্থ কৰিলেহেঁতেন—নহয় নে বাৰু? আমি কব নোৱাৰোঁ—ভাষা নাই। আমি বুজাব নোৱাৰোঁ আমাৰ ভাষা বুজি নেপায়। শব্দ ব্ৰহ্ম—। সেই শব্দ ধ্বনিত হৈ বাধা বিঘিনি অতিক্ৰম কৰি বিশ্বব্ৰহ্মাণ্ড ঘুৰি ফুৰিছে,—তাৰ ক্ষয় নাই, ব্যয় নাই। আজিহে বৈজ্ঞানিকসকলে প্ৰমাণ কৰিছে যে উপযুক্ত যন্ত্ৰৰ সহায়েৰে সেই শব্দ য'তে ত'তে ধৰিব পাৰি, শুনিব পাৰি আৰু তাৰ অৰ্থ বুজিব পাৰি। আমাৰো ব্যথিত অন্তৰৰ ঘোৰ আৰ্ত্তনাদ আজি আকাশপাতাল ঘুৰি ফুৰিছে—ধৰোঁতা নাই, শুনোতা নাই, বুজোঁতা নাই। ঘুৰি ফুৰি উভতি আহি আকৌ নিজৰ বুকুতেই খুন্দিয়াই ভাঙিছিঙি গুৰি কৰিছে! আমি বুলি নহয়—সমূহ ভাৰতৰেই সেই অৱস্থা! কিন্তু আমাৰ অৱস্থা এটাইতকৈ বেয়া বুলিলে সৰহকৈ কোৱা নহব! ভাষা হৃদয়গ্ৰাহী নহলে, হৃদয়ত স্পন্দন জন্মাব নোৱাৰিলে—শব্দ শব্দই থাকি যায়; ভাষা শব্দ যোজন মাত্ৰ হয়, কবিতা শব্দৰ মিল—সঙ্গীত হ্ৰস্ব দীৰ্ঘ মাত্ৰাৰ সুপৰিচালন পদ্ধতি,—ইতিহাস লিপিবদ্ধ ঘটনা মাত্ৰ হৈ থাকে। প্ৰত্যেক দেশৰ সাহিত্যৰ লগত জগত সাহিত্যৰ সম্পৰ্ক আছে। তাৰ পৰা সম্বন্ধ ছিগিলে সাহিত্য সঙ্কীৰ্ণ হয় আৰু কালত লয় পায়। অসমীয়া সাহিত্যৰো সেইদৰে জগতৰ সাহিত্যৰ লগত সম্বন্ধ ৰাখিব লাগিব। আন আন দেশত যি ন ন ভাবৰ উদ্ভৱ হৈছে তাক আমাৰ সাহিত্যলৈ আনিব লাগিব। অসমীয়া প্ৰাচীন কবিসকলে তেখেতসকলৰ সমসাময়িক সকলো সংস্কৃত পুথিৰে প্ৰাঞ্জল ভাঙনি আমালৈ এৰি থৈ গৈছে। অকল ভাঙনি কৰিয়েই সন্তুষ্ট হোৱা নাই, আন পুথিৰ পৰা মূল ঘটনা লৈ নিজৰ কল্পনাৰ ৰহণ সানি অপূৰ্ব্ব সাহিত্য-সম্পদ সৃষ্টি কৰি থৈ গৈছে। এই কামৰ এটা উপায় অনুবাদ বা ভাঙনি। যি যি দেশৰ পণ্ডিতসকলে ন ন কথা উলিয়াই পুথি প্ৰকাশ কৰি জগতৰ জ্ঞানৰ উৎকৰ্ষ সাধন কৰিছে সেই পুথিবোৰ আমাৰ ভাষালৈ অনুবাদ কৰিব লাগিব। অনুবাদ কৰা সাহিত্য উন্নতিৰ এটা ঘাই কাম। পৃথিবীৰ উন্নত সাহিত্যবোৰলৈ চালেই ইয়াৰ প্ৰমাণ পোৱা যায়। ভিন্ ভিন্ সাহিত্যই পৰস্পৰৰ অনুবাদৰ দ্বাৰাই উদ্‌গতি সাধন কৰে। যি ভাষাই এইদৰে অনুবাদৰ সহায়েৰে জগতৰ জ্ঞানৰ ভঁড়াল নিজৰ কৰি লব নোৱাৰে, সেই ভাষা জগতত তিষ্ঠিব নোৱাৰে। যদি অসমীয়া সাহিত্য নামাৰি জীয়াই ৰাখিব খোজে তেন্তে ভিন ভিন দেশৰ জগৎবিখ্যাত অমূল্য গ্ৰন্থবোৰ অনুবাদ কৰি ৰাইজৰ আগত প্ৰকাশ কৰিব লাগিব। জগতৰ আন আন উন্নত সাহিত্যই যি বাটেৰে গৈছে, সেই বাট অসমীয়া সাহিত্যৰো শক্তি অনুসাৰে লব লাগিব। এই সাহিত্য সভায়ো কিছুমান তেনে ধৰণৰ পুথি বাছি লৈ অনুবাদ কৰি প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ অশেষ কল্যাণ সাধন কৰা হব। আজিকালি বিজ্ঞানৰ যুগ। জগতৰ উন্নতিশীল সাহিত্যবোৰ হেজাৰ হেজাৰ বৈজ্ঞানিক পুথিৰে চহকী। যি সাহিত্যত বিজ্ঞানৰ পুথি নাই সেই সাহিত্য অঙ্গহীন—সি কালৰ সোঁতত লয় পাব। এই ক্ষেত্ৰতো অনুবাদেই অৱলম্বন। মাউৰৰ সময়ত সাধাৰণ স্বাস্থ্যবিধি সৰল পুথি বিনামূল্যে বিলাই দি আৰু কলেৰা, বসন্ত আদি ব্যাধিবোৰ কেনেকৈ বিয়পি পৰে আৰু কি উপায়েৰে তাৰ প্ৰতিকাৰ কৰিব পাৰি এইবোৰ কথা ছায়া-চিত্ৰৰ সহায়েৰে ৰাইজক বুজাই দিব পাৰিলেহে স্বদেশৰ বা স্বজাতিৰ উন্নতি কৰা হব। অসম সাহিত্য সভাই অসমীয়া ৰাইজৰ এই অভাৱ পূৰণ কৰিবলৈকো গাত লব লাগে। এই বিষয়ে প্ৰস্তাৱ উত্থাপন কৰিলেই কৰ্ত্তব্য শেষ নহব। ত্যাগ স্বীকাৰ কৰি একাণপতীয়াকৈ লাগিব লাগিব।

বিশুদ্ধ সাহিত্যত বাজে বিজ্ঞানাদি বিষয়ক অইন পুথি অনুবাদ কৰিবলৈ আমাৰ কিয় ভাৰতীয় আন্ আন্ ভাষাতো শব্দৰ নাটনি পৰে। সৰল ৰসায়ন বা বিজ্ঞানৰ পুথি এখন লিখিব লাগিলেই এই সমস্যা আহি পৰে। কিন্তু বিজ্ঞানৰ পুথিত যি শব্দ ব্যবহাৰ কৰা হৈছে সেইবোৰ আমাৰ ভাষাত সুমুৱাই লোৱাত মোৰ মতে কোনো আপত্তি থকা উচিত নহয়। শব্দবোৰ প্ৰথমে কিছুদিন কঠুৱা যেন লাগিব পাৰে কিন্তু কিছুমান দিনৰ পিচত কাণত সজ লাগিব। আমাৰ ঘৰুৱা আৰু ৰাজহুৱা জীৱনত অজস্ৰ ফাৰ্চি শব্দ সোমাইছে, কিন্তু সেইবোৰক অবাধে আমি ব্যৱহাৰ কৰি যাব লাগিছোঁ। দোকান, বাকী, হিচাপ, ৱাছিল, মুনাফা, দেৱানী, ফৌজদাৰী আদি শব্দই মোৰ কথাৰ প্ৰমাণ। বৈজ্ঞানিক পাৰিভাষিক শব্দ এক ভাষাৰ পৰা আন ভাষাত সুমুৱাই লোৱা প্ৰথা আমাৰ দেশত আগৰ দিনৰ পৰাই চলি আহিছে। সংস্কৃত জ্যোতিষশাস্ত্ৰৰ ভালেমান শব্দ গ্ৰীক-ভাষাৰ পৰা আহিছে। সেইবোৰ এনেভাবে সংস্কৃতত সোমাই গৈছে যে এতিয়া দুয়ো ভাষা নজনা পণ্ডিতসকলে সেইটো কবই নোৱাৰে। আপোনালোকৰ কৌতুহল নিবাৰণ কৰিবলৈ এখনি শব্দ তালিকাৰ পৰা কিছুমান শব্দ তুলি দিলোঁ। যেনে—সংস্কৃত, কোণ, হোৰা, কেন্দ্ৰ, দ্ৰেক্কান, হেলি, জামিত্ৰই ত্যাদি ক্ৰমান্বয়ে গ্ৰীক Kronos, Hora, Kentron, Dekanos, Helios, Diametros ইত্যাদি শব্দৰ অক্ষান্তৰ ৰূপ মাথোন। আমাৰ জ্যোতিষী পণ্ডিতসকলে অবাধে এইবোৰ শব্দ ব্যৱহাৰ কৰি চলি আহিছে। আমাৰ ভাষাতো আমি বৰ্ত্তমানেও কেতবোৰ ইংৰাজী শব্দ সুমুৱাই গৈছো—যেনে টেলিগ্ৰাফ, পোষ্টআফিচ, ষ্টেছন, ৰেল ইত্যাদি। বৈজ্ঞানিক পুথিবো যদি একে প্ৰণালীৰেই আমি শব্দবোৰ সুমুৱাই লওঁ তেনেহলে হানি কি? অৱশ্যে কি ৰূপ আৰু কি আকাৰত শব্দ লোৱা যাব পাৰে সেইটো বিবেচনাৰ কথা। কেতবোৰ বিশেষজ্ঞ লোকৰ দ্বাৰা সেইটো সহজে কৰাই লব পাৰি। ব্যক্তিগত ভাবে এজন লিখকৰ পৰা নহৈ সাহিত্য-সভাৰ দৰে এটি জাতীয় অনুষ্ঠানৰ পৰা পাৰিভাষিক শব্দৰ তালিকা প্ৰস্তুত হলে সেইটো অসঙ্কোচে জাতীয় পাৰিভাষিক ভাষা বুলি স্বীকৃত হব পাৰিব।

কি সাহিত্য, কি সমাজ, কি ৰাজনীতি আটাইবোৰ কামতে বুৰঞ্জী-জ্ঞানৰ আৱশ্যক। আমি অতীত কালত কেনে আছিলোঁ তাক জানিবলৈ হেঁপাহ মানুহৰ চিৰকাল থাকিব। অতীতত আমাৰ দেশৰ অৱস্থা কেনে আছিল, বৰ্ত্তমানত কেনে হৈছে—তাক ভালকৈ নেজানিলে কোনো কামতে হাত দিব নোৱাৰি। মৃতপ্ৰায় পতিত জাতিৰ একমাত্ৰ সঞ্জীৱনী-সুধা হৈছে সেই জাতিৰ অতীত বুৰঞ্জীৰ উদ্ধাৰ আৰু অধ্যয়ন। দেশাত্মবোধ জগাবৰ আটাইতকৈ ভাল উপায় হৈছে বুৰঞ্জী জনা। আমাৰ দেশৰ স্বদেশপ্ৰেমিক বীৰসকলৰ বীৰত্ব কাহিনীয়ে আপোনাৰ মনত প্ৰভাৱ বিস্তাৰ নকৰাকৈ নোৱাৰে। সেই কাৰণেই বোধকৰোঁ মহাত্মা তিলকে "শিৱাজী উৎসৱ"ৰ পুনৰ প্ৰতিষ্ঠা কৰিছিল। সৰহ কব নেলাগে, অসম যে মুঠেই এশ বছৰ আগেয়ে স্বাধীন ৰাজ্য আছিল এই কথা ভাবিলে মনতে আপোনাৰ হিয়া আনন্দত উপচি নুঠে নে? আপুনি অন্তৰৰ বল নেপায় নে? অৱশ্যে বুৰঞ্জী মানে মই আমাৰ স্কুল কলেজত শিক্ষা দিয়া বুৰঞ্জীৰ কথা কোৱা নাই। সেইবোৰ বুৰঞ্জী নহয়, বুৰঞ্জীৰ সঁজাহে। ৰজা আৰু ৰাজবংশৰ তালিকাক বুৰঞ্জী বোলা যেনে, আপোনাৰ ঘৰ সজা বাঁহ, খেৰ, কাঠ আদিক ঘৰ বুলি কোৱাও তেনে। দেশৰ আৰু সমাজৰ প্ৰকৃত অৱস্থা, ৰাইজৰ প্ৰকৃত অৱস্থা, দেশৰ অৰ্থনীতিক ৰাজনৈতিক সকলো কথাৰে পুঙ্খানুপুঙ্খৰূপে আলোচনা

থাকিলেহে প্ৰকৃত বুৰঞ্জী হব। এই ধৰণৰ বুৰঞ্জীৰ পৰাহে দেশৰ কল্যাণ সাধিত হব। অপ্ৰাসঙ্গিক নহলে এইখিনিতে আমি এটি কথাৰ অৱতাৰণা কৰিব খোজো। 'দেশাত্মবোধ'টো এটা যে প্ৰত্যক্ষ বস্তু তাক বহুতে হয়তো স্বীকাৰ কৰিবই নুখুজিব। ইমানদিন পৰাধীন থাকি আমাৰ আত্মসন্মান জ্ঞানটো কমি আহিছেই—স্বদেশবোধো একেবাৰে লোপ পাইছে। এজন বিদেশীয়ে 'অসমীয়া কাপুৰুষ' বুলি এই সভাৰ আগতে কৈ গলে মই ডাঠি কব পাৰোঁ এই কথাৰ তাৰ মুখৰ ওপৰতে প্ৰতিবাদ কৰি সমুখ যুঁজত অসমীয়া যে কাপুৰুষ নহয় এই কথা হাতে কলমে প্ৰমাণ কৰি দিবলৈ খুব কম অসমীয়া ডেকা ল'ৰাহে ওলাব। অৱশ্যে বাতৰি কাকতত আন্দোলন কৰি প্ৰতিবাদ-সভা কৰোঁতা মানুহৰ নাটনি নহয়। সাহিত্য-সভাৰ বাবে এই কথা অলপ অপ্ৰাসঙ্গিক হলেও এই কথা কোৱাৰ মোৰ উদ্দেশ্য আছে, কাৰণ জাতীয় ভাবৰ লগত জাতীয় সাহিত্যৰ অঙ্গাঙ্গী সম্বন্ধ। ইটোৰ আলম লৈহে সিটো উধাব পাৰে। ইংলণ্ডৰ বুৰঞ্জীলৈ চালে ইয়াৰ ফটফটীয়া প্ৰমাণ পাব। এলিজাবেথৰ সময়ত ইংলণ্ডৰ বিস্তাৰ-যুগ। বেহা-বেপাৰ, শিল্প-কলা, ধন-সম্পদ, ৰাজ্য-বিস্তাৰ—সকলো পিনে ইংৰাজে জগতৰ ভিতৰত অগ্ৰণী বোলাইছিল। অথচ ঠিক সেই সময়তে ইংৰাজী সাহিত্যৰ এটা গৌৰৱময় যুগৰ সৃষ্টি হৈছে। জাতীয় ভাবৰ অনুপ্ৰাণতা নেপালে জাতীয় সাহিত্যৰ সৃষ্টি হব নোৱাৰে। লাগতিয়াল আহিলাপাতি গোটাই লৈ অসমীয়া জাতিৰ এখন সম্পূৰ্ণ বুৰঞ্জী লিখিবলৈ ইমানতে যো জা কৰা আৱশ্যক হৈ পৰিছে।

আন আন দেশৰ বুৰঞ্জীত দেখা যায় যে কোনো এজন প্ৰতিভাশালী লিখক বা কবি, দেশী বা বিদেশী কোনো কবি বা লিখকৰ গ্ৰন্থৰ লগত পৰিচয় হলেই তেওঁৰ প্ৰতিভা জাগি উঠে। এজন ইংৰাজৰ ল'ৰা এসময়ত এজন ডাক্তৰৰ কম্পাউণ্ডৰ হৈ আছিল। হঠাৎ এদিন বন্ধু এজনৰ হাতৰ পৰা বাগৰি আহি এজন পুৰণি কবিৰ পুথি এখন তেওঁৰ হাতত পৰিল। সেইখন পঢ়াতেই ল'ৰাৰ প্ৰতিভা জাগি উঠিল। কম্পাউণ্ডৰ গুচি ল'ৰা সময়ত বৰ বিখ্যাত কবি হৈ উঠিল। জাৰ্ম্মাণীৰ বিখ্যাত কবি এজনৰ স্কুলীয়া ল'ৰা অৱস্থাতেই ছেক্সপীয়েৰৰ ৰচনা সংগ্ৰহাৱলী এখন হাতত পৰিল। তাৰ পিচৰ পৰাই তেওঁৰ মনত ভাবৰ যি চাকনৈয়া সোমাল তাৰ ফলতেই তেওঁ আজি জগতৰ মনীষীসকলৰ ভিতৰত লেখৰ এজন। আধ্যাত্মিক ক্ষেত্ৰত যেনেকৈ একোজন মহাপুৰুষৰ সংসৰ্গত বা তেওঁৰ শিক্ষাৰ প্ৰভাৱত একোজন নগণ্য মানুহ হঠাৎ অনুপ্ৰাণিত হৈ আধ্যাত্মিকতাৰ মণিৰ নোৱাৰা ওখ থাপলৈ উঠে, তেনেকৈ চিন্তা আৰু মানসিক ক্ষেত্ৰতো মহদ্ভাবৰ স্পৰ্শত হঠাৎ একোজন চিন্তাশীল বা ভাবুক কবি বা গ্ৰন্থকাৰ ওলাই পৰে। জাতীয় জীৱনত অনুকূল চিন্তাৰ প্ৰৱাহ ববলৈ ধৰিলে, বিশুদ্ধ বায়ু পানীৰ সংযোগত শ্যামল শস্য হোৱাৰ দৰে সুচিন্তা আৰু মহদ্ভাবৰ স্ফূৰণ হয়। দেশবিদেশৰ বুৰঞ্জীত ইয়াৰ অলেখ পটন্তৰ আছে। শ্ৰীযুত ৰবীন্দ্ৰনাথ ঠাকুৰ আজি জগত্পূজ্য কবি। আপোনালোকে বোধকৰোঁ স্বীকাৰ কৰিব যে তেখেতৰ কল্পনাৰ প্ৰধান প্ৰেৰণা ভাৰতৰ বেদ, উপনিষদ, পুৰাণ, ইতিহাস, কবিৰ, তুলসীদাস আদি সন্তসকলৰ সহস্ৰ চিন্তা প্ৰৱাহৰ পৰা উদ্ভুত। কিন্তু এইটোও নকৈ নোৱাৰি যে কেতিয়াবা কেতিয়াবা প্ৰতিভা প্ৰতিকূল অৱস্থা অতিক্ৰম কৰিও ফুটি উঠে। যিহক মোৰ প্ৰতিপাদ্য বিষয় এইটোহে যে ঘৰুৱা জীৱনৰ দৰে জাতীয় জীৱনো ভাবসঙ্কুল নহলে চিন্তা বা প্ৰতিভাৰ স্ফূৰণ সহজে হৈ নুঠে। শুনোতা নহলে বক্তা নোলায়, জাতিৰ ভিতৰত ভাবপ্ৰৱণতা বা ভাবগ্ৰাহিতা নহলে ভাবুক বা চিন্তাশীল মানুহৰ অভ্যুদয়

নহয়। মোৰ বিশ্বাস জাতিৰ ভিতৰত এই চিন্তাপ্ৰৱণতা বা ভাবগ্ৰাহিতা ওপজোৱা সাহিত্য-সভাৰ নিচিনা অনুষ্ঠানৰ প্ৰধান কাম।

এই উদ্দেশ্য সফল কৰিবলৈ সাহিত্য-সভাই আমাক দেশ বিদেশৰ নানান প্ৰতিভাশালী পুৰুষসকলৰ মনৰ সংসৰ্গলৈ আনিব লাগে। তেওঁলোকৰ অমূল্য গ্ৰন্থৰাজিৰ অনুবাদ বা সেইটো সম্প্ৰতি অসম্ভৱ হলে তেওঁলোকৰ ভাবৰাশিৰ সংগ্ৰহ আদি প্ৰকাশ কৰাব লাগে। জগতৰ ডাঙৰ বীৰ, চিন্তাশীল মনস্বী আৰু স্বদেশপ্ৰেমিক পুৰুষসকলৰ জীৱনচৰিত উলিয়াব লাগে। উন্নত জাতিসকলৰ বুৰঞ্জী—বিশেষকৈ তেওঁলোকে কি কি আদৰ্শ আগত লৈ আৰু কি কি প্ৰণালী অৱলম্বন কৰি ডাঙৰ আৰু উন্নত হ'ল—এইবোৰ কথা সোণপটীয়াকৈ সৰল ভাবে লিখাই উলিয়ালে আমাৰ অশেষ কল্যাণ হব। আমাৰ ভাষাত এতিয়াও গেৰিবল্‌দি, নেপোলিয়ান, চিজাৰ, হেনিবেল, এনেকি ৰাণা প্ৰতাপ, শিৱাজী, চিলাৰায় আদি আমাৰ জগতবৰেণ্য বীৰ পুৰুষসকলৰ চৰিতাভাষ পৰ্য্যন্ত নাই! ইংৰাজী নজনাৰ ভিতৰত কম মানুহেহে এওঁলোকৰ নাম শুনিছে। আধুনিক উন্নত জাতি ইংৰাজ, জাৰ্ম্মাণ, আমেৰিকান, জাপানী আদি কেনেকৈ ইমান ডাঙৰ হ'ল—সেইবোৰৰ বিৱৰণ আমাৰ ভাষাত পাবলৈ নাই। সেইদৰে বিখ্যাত মনস্বী লিখক আৰু ভাবুকসকলে কি ত্যাগ, কি চেষ্টাৰ ভিতৰেদি সাধনাত সফল হ'ল—এইবোৰ নেজানিলে আমাৰ জাতীয় মন টনকিয়াল হৈ উঠিব নোৱাৰে।

সাহিত্য শব্দটোৱেই এটি সমষ্টি বা সংহতি বুজায়। সমাজ বা জাতিক অতিক্ৰম কৰি কোনো সাহিত্য হবই নোৱাৰে। সেই কাৰণে নাট, উপন্যাস, গীত, কবিতা আদি জাতীয় বা সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, গৌৰৱ বা হীনতা—ইত্যাদি কথা লৈহে ৰচিব পাৰে। সাহিত্যৰ কথা-বস্তু, ৰসৰ স্ফুৰণ ইত্যাদি সাজ-সঁজুলি আমাৰ সমাজৰ আভ্যন্তৰিক জীৱন প্ৰবাহৰ পৰা গোটাব লাগে। নহলে সাহিত্য সুন্দৰ, স্বাভাৱিক আৰু মৰ্ম্মস্পৰ্শী হবই নোৱাৰে। অৱশ্যে এইটো কোৱা মোৰ উদ্দেশ্য নহয় যে চলিত সামাজিক বা জাতীয় ভাবক পাচ পেলাই কোনো সাহিত্য হব নোৱাৰে। এইবোৰ সাহিত্যক আমি আদৰ্শাত্মক সাহিত্য বুলি কম। এইটো কলে বৰ বঢ়াই কোৱা নহব যে বৰ্ত্তমান কালত আমাৰ দেশত সাহিত্য ধেমালিৰ বস্তুহে হৈ আছে, সাধনাৰ বস্তু হোৱা নাই। আজিকালিৰ দিনত সাহিত্য প্ৰচাৰৰ মাধ্যম হৈছে মাহেকীয়া আলোচনী কাকত। আমাৰ দেশত মাহেকীয়া কাকত ওলাই আছে, মৰি আছে। কোনোখন থিতাপি লাগি থাকিব পৰা নাই। ইয়াৰ প্ৰধান কাৰণ চিন্তাশীল লিখক আৰু সহানুভূতি দেখুৱা পঢ়োঁতাৰ অভাৱ। কিন্তু ইয়াৰ লগতে এইটোও উল্লেখযোগ্য যে আগতকৈ আজিকালি ভালেমান পুথি দিনে দিনে প্ৰকাশ হব ধৰিছে। এইটো আশাপূৰ্ণ কথা যে আমাৰ দেশৰ শিক্ষিত সম্প্ৰদায়ে লিখা পঢ়া আদি মানসিক বস্তুৰ ফালে ধাউতি দেখুৱাব লাগিছে। কিন্তু বেছি ভাগ কিতাপৰ ৰচনাতেই লৰালৰিৰ চাব একোটা পৰি থাকে। ৰচনাত লিখকে যিমানখিনি চিন্তা আৰু পৰিশ্ৰম কৰা উচিত আছিল তিমানখিনি কৰা নাই যেন লাগে। এইটোও মন কৰিবলগীয়া যে কিতাপ বা প্ৰবন্ধ ৰচনা কৰাত যি চিন্তা আৰু পৰিশ্ৰম লাগে বুলি কৈছোঁ, সেইটো প্ৰায়েই স্বেচ্ছাকৃত হব নোৱাৰে। পদ্মকুলৰ ঠাৰি পানীৰ ওপৰত যিমানখিনি ওলাই থাকে পানীৰ তলত

তাতকৈ বেছি সোমাই থাকে। আমাৰ গ্ৰন্থকাৰসকলৰো লিখাত যিমানখিনি বিদ্যাবত্তা, সৌন্দৰ্য্যজ্ঞান বা ভাষাৰ ওপৰত আধিপত্য প্ৰকাশ পায়, তেওঁলোকৰ অন্তৰত তাতোকৈ বেছি জমা থাকিব লাগে। কিন্তু সাধাৰণতঃ যিবোৰ কিতাপ আমাৰ ভাষাত প্ৰকাশ হৈছে, সেইবোৰে গ্ৰন্থকাৰসকলৰ এই গুৰুভাৱৰ পৰিচয় নিদিয়ে। বহুত গ্ৰন্থকাৰৰ পক্ষে এখনৰ পিচত আৰু এখন গ্ৰন্থ লিখিবৰ ভাব আৰু ভাষা নাইকিয়া যেন হয়। ইয়াৰ প্ৰধান কাৰণ পঢ়া আৰু চিন্তাৰ অভাৱ। গ্ৰন্থ আৰু প্ৰবন্ধ আদি প্ৰণয়ন কৰিবলৈয়ো কঠোৰ পঢ়া আৰু চিন্তাৰ আৱশ্যক হয়। আমাৰ বহুত শিক্ষিত ডেকায়ো সেইটো উপলব্ধি নকৰে। তেওঁলোকে ভাবে যে পঢ়াশুনাত কঠোৰ পৰিশ্ৰম কেৱল য়ুনিভাৰ্ছিটীৰ পৰীক্ষা পাছ কৰিবলৈকেহে লাগে। স্কুল বা কলেজৰ পৰা ওলাই আহি অইন কাম কৰাৰ লগে লগে তেওঁলোকে গ্ৰন্থ ৰচনা আদি কামত হাত দিয়ে। সাহিত্য সাধনাত যে পৰীক্ষা পাছ কৰাতকৈয়ো বেছি পঢ়াশুনা লাগে সেইটো তেওঁলোকে নাভাবে। সামাজিক বা ৰাজনৈতিক ক্ষেত্ৰত দেশসেৱা কৰিবলৈ যেনেকৈ ত্যাগ আৰু কঠোৰ সংযম লাগে, সাহিত্যৰ ভিতৰেদিও দেশ সেৱা বা বিশ্বমানৱৰ সেৱা কৰিবলৈকো ত্যাগ আৰু পৰিশ্ৰম লাগে। যেনেকৈ প্ৰকৃত দানৰ নিমিত্তে ধন আৰু মন দুয়োৰো প্ৰাচুৰ্য্য লাগে, সাহিত্যৰ ভিতৰেদি যি দান তাৰ নিমিত্তে জ্ঞান আৰু মনৰ উৎকৰ্ষ সাধন আৱশ্যক।

ইংৰাজ কবি ব্ৰাউনিঙৰ চৰিতত আছে যে তেওঁ যেতিয়া তৰুণ বয়সতেই কবিতা লিখিব বুলি মন থিৰ কৰিলে, তেতিয়াই তেওঁ ডঃ জন্‌সনে লিখা ইংৰাজী ভাষাৰ অভিধানখন কণ্ঠস্থ কৰি ললে। প্ৰত্যেক সাহিত্যিকেই নিজে নিজে কেতবোৰ বিশ্ববৰেণ্য কবি বা গ্ৰন্থকাৰৰ পুস্তকাৱলী ভালকৈ পঢ়ি নিজৰ মন উদাৰ কৰি লব লাগে। তেওঁলোকৰ ভাব আৰু ভাষাৰ প্ৰণালী পৰ্য্যবেক্ষণ কৰি নিজ নিজ মন গঢ়ি লব লাগে। লগে লগে ভ্ৰমণ, চিন্তা, পাৰিপাৰ্শিক অৱস্থা আদিৰ বিশ্লেষণ কৰি মানৱ চৰিত্ৰৰ জটিল ৰহস্যবোৰ হৃদয়ঙ্গম কৰি লব লাগে। এইখিনি সমল গোটাই লৈ সাহিত্য ক্ষেত্ৰত অৱতীৰ্ণ হলে ভাষা অৱলীলা গতি আৰু ভাবৰ অফুৰন্ত প্ৰৱাহৰ পৰিচয় ছত্ৰে ছত্ৰে ফুটি ওলাব। দকৈ নাদ খান্দি ললে পানীৰ অভাৱ নহয়, সেইদৰে দকৈ মন এবাৰ চহাই ললে ভাব আৰু ভাষা আপোনাআপুনি আহি থাকে। প্ৰত্যেক উন্নত জাতিৰ সাহিত্যতেই ভাব আৰু ভাষাৰ এটি ক্ৰমবিকাশ পোৱা যায়। ইয়াৰ কাৰণ—এক যুগৰ লিখকসকলে আগৰ যুগৰ লিখকসকলে য'ত শেষ কৰে তাৰ পৰা আৰম্ভ কৰে। দ্বিতীয়তঃ জাতীয় জীৱন ক্ৰমবিকাশশীল, আৰু সাহিত্য জাতীয় জীৱনৰ অনুৰূপ হোৱাৰ কাৰণেই ইয়াতো বিকাশৰ বেলেগ বেলেগ স্তৰ দেখিবলৈ পোৱা যায়। য়ুৰোপীয় সাহিত্যিকসকলে প্ৰথমেই গ্ৰীক আৰু লেটিন ভাষাৰ সাহিত্যবোৰ মূল ভাষা বা অনুবাদত পঢ়ি লয়। আমাৰ দেশৰ সাহিত্যিকসকলেও অতি কম পক্ষেও ৰামায়ণ, মহাভাৰত আৰু ভাগৱত আদি কেতবোৰ সংস্কৃত পুৰণি গ্ৰন্থ পঢ়ি লোৱা উচিত। সংস্কৃত জনাবোৰে মূল ভাষাত আৰু নজনাবোৰে আমাৰ ভাষাত থকা অনুবাদ গ্ৰন্থবোৰ পঢ়ি লৈ, নিজৰ আৰু আন আন দেশৰ শ্ৰেষ্ঠ লিখকসকলৰ গ্ৰন্থবোৰ আয়ত্ত কৰি ললে আমাৰ বৰ্ত্তমান সাহিত্যত আমি যিবোৰ দোষৰ কথা উনুকিয়াইছোঁ, সেইবোৰ ততালিকে নাইকিয়া হব।

আমাৰ সাহিত্য-সভাই যে সাধাৰণ ভাৱে ওপৰত উনুকিওৱা কিছু কাম হাতত লৈছে সেইটো দেখি আমি সুখী হৈছোঁ। যোৱা কেই বছৰত প্ৰতিযোগিতাৰ দ্বাৰা পুথি লিখাই গ্ৰন্থকাৰসকলক

পুৰস্কাৰ দিয়া হৈছে। কিন্তু কেতবোৰ বিষয়ত প্ৰতিযোগিতাৰ দ্বাৰা কাম নহয়। আমি দেখিছোঁ—"সৰল ৰসায়ন শিক্ষা" বুলি কিতাপ এখন প্ৰতিযোগিতাৰ দ্বাৰা লিখাবলৈ সাহিত্য-সভাই চেষ্টা কৰিও ইমানদিনে কৃতকাৰ্য্য হব পৰা নাই। এনে ধৰণৰ কিতাপবোৰ বিশেষজ্ঞ দুই এজনক অনুৰোধ কৰি নিলিখালে প্ৰতিযোগিতাৰ প্ৰণালীৰে হৈ নুঠে। ওপৰত আমি জাতীয় সংগঠনৰ অনুকূল যেনেবোৰ কামৰ সাধাৰণ বিৱৰণ দিছোঁ। সেইবোৰ কাম কৰিবলৈ অৰ্থ সংগ্ৰহ হব লাগে। ভাৰতৰ আন আন জমিদাৰপ্ৰধান প্ৰদেশবোৰত জমিদাৰসকলে ধন দান কৰি জাতীয় প্ৰচেষ্টাৰ বাট মুকুলি কৰি দিয়ে। আমাৰ দেশত জমিদাৰ নাই, যি দুই এজন আছে তেওঁলোকেও নিজৰ মাতৃভাষাকেই অস্বীকাৰ কৰিব খোজে। কাজেই ৰাজহুৱা কাম ৰাইজৰ দানৰ পৰা নহলে হোৱাটো অসম্ভৱ। এই বিষয়ত ৰায় বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ সকলোৰে শলাগৰ পাত্ৰ। আন আন দুই এজনেও সাহিত্যৰ উন্নতিৰ অৰ্থে দান কৰি আমাৰ চিৰ শলাগৰ ভাজন হৈছে।

কথা সামৰণিৰ পূৰ্ব্বে মই আজি এটি অপ্ৰিয় সত্যৰ উল্লেখ নকৰি নোৱাৰিলোঁ। গুৱালপাৰা জিলাৰ অধিবাসী যে অসমীয়া নহয় তাক কোৱা শুনা নাই, কিন্তু তেওঁলোকৰ ভাষা যে অসমীয়া নহয় এই কথা প্ৰতিপন্ন কৰাবৰ বিশেষ চেষ্টা চলিছে—তাক স্পষ্টকৈ দেখা যায়। যি মন কৰে তেওঁ বঙালী শিকাত বা কোৱাত কাৰো আপত্তি কৰা উচিত নহব, কিন্তু গুৱালপাৰা জিলাৰ অধিবাসীসকলৰ মাতৃভাষা বঙলা বুলি কলে তাত আমি দুৰ্ঘোৰ প্ৰতিবাদ নকৰি নোৱাৰিম। বঙলা ভালকৈ কব নোৱাৰা, ইংৰাজীতে চিঠিপত্ৰ লিখা, অনেকে লৰা-ছোৱালীৰে সৈতেও হিন্দুস্থানী বা ইংৰাজীতে কথাবাৰ্ত্তা কোৱা বহুতো ভাৰতবাসী আছে বুলি সকলোৱে জানে। সেইদেখিয়েই তেওঁবিলাক ইংৰাজ বুলি বা তেওঁবিলাকৰ মাতৃভাষা বঙলা বা হিন্দী নহয় বুলি কোৱা শুনা নাযায়। দুই চাৰি দিন বিলাতত বাস কৰা ভাৰতবাসীয়ে ইংলণ্ডক 'হোম' (নিজ ঘৰ) বোলা মাজে সময়ে শুনা গৈছিল। কিন্তু আজিকালি সেই বিষয়ে আত্মসম্মানবোধহীন মানুহ নাই বুলিলেই হয়। সৰুৰে পৰা বিদেশী ভাষা শিকা, সমূলি মাতৃভাষা নজনা স্বৰ্গীয় কবি মাইকেল মধুসূদন দত্তয়ো যদি আদহীয়া বয়সত মাতৃভাষা শিকা উচিত বুলি ভাবিছিল, পণ্ডিত ৰাখি মাতৃভাষা শিকিছিল আৰু শিকি বঙ্গ সাহিত্যৰ জেউতি চৰাই বঙ্গ-জননীৰ মুখ উজ্জ্বল কৰিব পাৰিছিল, তেন্তে অসমীয়া নজনা মাতৃবৎসল গুৱালপৰীয়াই অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি কৰি অসম মাতৃৰ চকুলো মচিব তাত মোৰ সন্দেহ নাই। এই সজ কামত প্ৰান্তবাসী, বঙ্গবাসী আৰু ভাৰত-বাসীৰো সহায় পাম বুলি আশা কৰিছোঁ। অসম-প্ৰবাসী বঙালী আৰু অসমীয়াৰ ভিতৰত ক্ষুদ্ৰ স্বাৰ্থঘটিত বিৰোধ নাই বুলি কলে সচাত নৰব। কিন্তু জাতীয়তা জ্ঞানৰ লগে লগে ক্ষুদ্ৰ স্বাৰ্থ লয় পাব আৰু প্ৰাদেশিক অধিকাৰৰ সামঞ্জস্য হৈ সাম্য মৈত্ৰী ভাব অনুষ্ঠিত হব বুলি মোৰ দৃঢ় বিশ্বাস। এই প্ৰসঙ্গতে আৰু এটি দুখৰ কথা নকৈ নোৱাৰিলোঁ।

অসম জননীৰ বৰ্ত্তমান দুৰ্ভাগ্য আৰু দুৰৱস্থা দেখি জনদিয়েক প্ৰান্তবাসীৰ পৰামৰ্শত গুৱালপাৰা আৰু ধুবুৰীবাসী কেইজনমান সুযোগ্য পুত্ৰয়ো আজি তেওঁক এৰি সুভগা বঙ্গজননীৰ ওচৰ চাপিবলৈ মন মেলিছে। ভ্ৰাতৃভাবেৰে তেওঁবিলাকক সাৱটি ধৰি অসম আইৰ অন্তৰত

# একাদশ অধিবেশন

যোৰহাট—মাৰ্চ্চ, ১৯২৯ চন

**সভাপতি—কমলাকান্ত ভট্টাচাৰ্য্য**

ওঁ

নমস্তে সতে সৰ্ব্বলোকাশ্রয়ায়
নমস্তে চিতে বিশ্বৰূপাত্মকায়
নমোদ্বৈততত্ত্বায় মুক্তিপ্রদায়
নমো ব্রহ্মণে ব্যাপিনে নিৰ্গুণায়।

ত্বমেকং স্মৰামস্ত্বমেকং জপামঃ
ত্বমেকং জগৎসাক্ষীৰূপং নমামঃ
সদেকং নিধানং নিৰালম্বমীশং
ভবাম্ভোধিপোতং শৰণ্যং ব্রজামঃ।

যিজনে ভূলোক, ভুবলোক, স্বলোক সৃষ্টি কৰিছে, সেই দেৱৰো দেৱ পৰমদেৱতা জ্ঞানময়, জ্যোতিৰ্ম্ময়, চৈতন্যময়, বৰণীয় বিশ্বপতিক আৰাধনা কৰি, তেওঁৰ ধ্যান কৰি, এই সভাৰ কাৰ্য্য আৰম্ভ কৰা যাওক। তেওঁ প্ৰসন্ন হওক!

আমাৰ কাৰ্য্যত তেওঁ প্ৰাণ সঞ্চাৰ কৰি দিয়ক। আমাক সুপথ দেখুৱাই দিয়ক। মলিনত দূৰ কৰি দিয়ক। তেওঁক বাৰে বাৰে প্ৰণাম কৰো,—"ভূয়িষ্ঠাং তে নম-উক্তিং বিধেম।"

আদৰণি সভাৰ সভাপতি ডাঙৰীয়া! সভা মণ্ডপত উপস্থিত ভদ্ৰমহিলা আৰু ভদ্ৰলোকসকল আৰু সমৱেত ৰাইজসকল! এই একাদশ সাহিত্য সম্মিলনৰ আগেয়ে যি দহখন সম্মিলন হৈ গৈছে—তাৰ সভাপতিসকলৰ তুলনাত মই অতি নগণ্য। জ্ঞানে, গুণে কোনো পক্ষে তেওঁবিলাকৰ মই সমকক্ষ নহওঁ। আপোনালোকে মৰম কৰি মোৰ নিচিনা এজন নগণ্য মানুহক আজিৰ সভাৰ নেতা কৰি লৈ ভাল কৰিছে নে বেয়া কৰিছে মই কব নোৱাৰোঁ। কেৱল এই কথাটি মই জনাই থওঁ যে যদি সভাৰ কাৰ্য্য-কলাপ বেয়া হয়, দোষ হলে মোৰ নহব, সেই দোষৰ ভাগ লবলৈ মই সম্পূৰ্ণ অনিচ্ছুক। অযোগ্য মানুহক বাছি লোৱাৰ কাৰণে আপোনালোকে নিজেই নিজক দোষাৰোপ কৰিব লাগিব।

ভাষাৰ বাপেক ভাব, ককাক জ্ঞান। সিফালে নেজানো, দেখা নাই, শুনা নাই। জ্ঞান বুলিলেই বুজিব নোৱাৰা হৈ পৰে। জ্ঞান নানা বিধৰ, নানা তৰহৰ, সীমা নাই, অন্ত নাই। তথাপি জ্ঞান এক। গোটেই বিশ্বব্ৰহ্মাণ্ডখনিয়েই জ্ঞান, যেনিয়েই চাবা তেনিয়েই জ্ঞান। জ্ঞান আহৰণ কৰাৰ একমাত্ৰ কৰ্ম্ম চেষ্টা। কিন্তু কৰ্ম্মৰ শেষ আধাৰভূমি জ্ঞান। "সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে।" জ্ঞান জানিব নোৱাৰি, কাৰণ জনাই জ্ঞান। তাতকৈ পৱিত্ৰ বস্তু নাই। যথাযথ অৱস্থাৰ বোধ, দুয়োভাগক দুভাগকৈ অনুভৱ কৰা শক্তি হৈছে জ্ঞান। সূক্ষ্ম বস্তুক অনুভৱ কৰিবলৈ বিশেষ জ্ঞান বা বিজ্ঞানৰ দৰ্কাৰ। বস্তু নুবুলি তত্ত্ব বোলা হলেহে ভাল আছিল। বস্তু বুলিবলৈ একো নাই। তত্ত্ববিলাকেই ভাৱবিলাকেই ভিতৰৰ পৰা ওলাই আহি বাহিৰত বস্তুৰূপে স্বতন্ত্ৰ স্বত্বৰ আভাস দিয়ে।

বুদ্ধি বুলিলে সৰ্ব্বসাধাৰণত আমি যি বুজোঁ তাৰো এটি সূক্ষ্ম অৱস্থাৰ বুদ্ধি আছে। সেই বুদ্ধিয়ে সাৱধিৰ দৰে আমাক চলাব লাগিছে। সেই বুদ্ধিয়ে মানুহক আধুনিক বৈজ্ঞানিক কাৰ্য্যত প্ৰবৃত্ত কৰি দিছে। সেই বুদ্ধিয়েই মানুহৰ যোগে আকাশীযান আদি কল্পনাতীত কাৰ্য্য আমাৰ চকুৰ আগত দেখুৱাই দিছে। সেই বুদ্ধিয়েই তেওঁৰ প্ৰিয় লীলাভূমিৰ জগদীশচন্দ্ৰ বসুৰ হৃদয়ত থাকি বিশ্বপ্ৰাণৰূপে সকলোতে নিজক নিজে পৰিচয় দি তত্ব প্ৰচাৰ কৰিব লাগিছে। জ্ঞানৰ আদি অনুভৱ "মই আছোঁ আৰু জগত আছে।" দ্বিতীয় অনুভৱ "আমাৰ দুয়োৰো কৰ্ত্তা আছে।" বুদ্ধিৰ যোগে কৰ্ত্তা বিচাৰি জলন্তময়, চৈতন্যময়, জ্যোতিৰ্ম্ময় অগ্নিক উপাস্য দেৱতা কৰি লোৱা মানুহৰ তত্বজ্ঞানৰ বিকাশৰ প্ৰথম সাক্ষী। প্ৰথম জ্ঞান, তাৰ উপকৰণ বুদ্ধি। দ্বিতীয়, দেৱতাৰ প্ৰথম অধিষ্ঠান অগ্নি। তেতিয়া অগ্নিক উপলক্ষ্য কৰি মানুহে স্তুতিবাদ কৰিবলৈ ধৰিলে। কিহেৰে সেই স্তুতিবাদ কৰিলে? ভাষাৰে। সেই ভাষা কি? "অগ্নিমিলে পুৰোহিতং যজ্ঞস্য দেৱমৃত্বিজং, হোতাৰং ৰত্নধাতমং।"

হে শ্ৰোতৃমণ্ডলী! নিঃকিনক ক্ষমা কৰিব। মই যি ভাষা অলপ জানো, তাৰে মোৰ ভাবৰ কথা উন্নুকিয়াইছোঁ! হিব্ৰু, গ্ৰীক, লেটিন্, আৰবী প্ৰভৃতি অন্যান্য সকলো প্ৰাচীন ভাষাতেই প্ৰথম ভাষাৰ বিকাশ দেৱতাৰ স্তুতিবাদতেই ওলাইছিল। অৰ্থাৎ প্ৰথম ভাষা দেৱ-স্তুতি। প্ৰথম দেৱতা কোনো মহান বিভূতি। তাৰ পিচত বহুত স্তুতি গোট খাই ভাষাৰূপে পৰিণত হয়। ভাষাৰ ক্ৰমবিকাশ বুজাই কোৱাৰ উদ্দেশ্যেহে এইবিলাক কথা গুৰিৰে পৰা তৰি অনা হৈছে। তেতিয়াও ভাষা মানুহৰ মুখে মুখে, জিভাৰ আগত। কলমৰ ঠোঁটত তেতিয়াও ওলোৱাহি নাছিল। যেতিয়া ভাষাই আখৰৰ ৰিহা-মেখেলা পিন্ধে অৰ্থাৎ বয়স হলত নাঙঠ গুচি সাজপাৰ লবলগীয়া হয়, তেতিয়াহে লিখিত ভাষাই প্ৰথম ভূমুকি মাৰে।

মই আমাৰ পূৰ্ব্বপুৰুষসকলক আৰু অতীত গৌৰৱক নিন্দা কৰা চলেৰে নহয়, কেৱল সত্যৰ অনুৰোধতহে কবলৈ বাধ্য হৈছোঁ যে আদিতে ভাষাৰ বহু অৰ্থযুক্ত গাইগোটা শব্দ অনেক আছিল। আজমীৰলৈ যোৱা বা "আজ্‌মৰ্‌গয়" বুলি খেলিমেলি লগা ৰহস্যযুক্ত কথাকে তাৰ দৃষ্টান্ত বুলি ধৰিব পাৰি। ক্ৰমে বাক্যৰে অৰ্থৰে "পাৰ্ব্বতিপৰমেশ্বৰ"ৰ দৰে যেতিয়া সম্বন্ধ লাগি পৰিল, অতীত বৰ্ত্তমান আৰু ভৱিষ্যত কালৰ পৰা নানা কালৰ সৃষ্টি হ'ল, তেতিয়াহে ভাষাৰ ক্ৰমে বৰ্ত্তমান অৱস্থালৈ অহাৰ আৰম্ভ হয়। কিমান যাব লাগিব এতিয়াও নিৰ্ণয় নাই। ভাষা আৰু বিকাশ হবলৈ বাকী আছে। যিমান দিন মানুহ জাতি থাকিব, বুদ্ধি কৌশলৰ উন্নতি ক্ৰমে হৈ থাকিব, সিমান দিন ভাষাৰ বিকাশ অনিবাৰ্য্য, অৰ্থাৎ ভাষাৰ শেষ অনন্তত। ইয়াকে উপলক্ষ্য কৰি ইছ্‌লামধৰ্ম্মাৱলম্বী ভ্ৰাতৃসকলে এটি সৰ্ব্বজনক প্ৰচলিত সমাপ্তিবাদ কৈ থৈছে— "সকলো তাৰিফ্ খোদাতাল্লাৰ প্ৰাপ্য।" ভাষা যদি আহিছে অনন্তৰ পৰা, তাৰ শেষো সেই অনন্ততে; তাৰ যদি জাগৰণ স্তুতিবাদত, তাৰ শয়নো সেই একে স্তুতিবাদতে—এয়ে আৱৰ্ত্তন আৰু বিৱৰ্ত্তন।

সাহিত্য কি? নানা বিধ ঠাল-ঠেঙুলী আৰু পাত-ফুলেৰে ধুনীয়াকৈ সজাই, শুৱলা কৰা ভাষাকে সাহিত্য বুলিব লাগে। ভাষা মানুহৰ ভিতৰত যেনেকৈ আছে, জন্তুৰ ভিতৰতো আছে। গৰুজনীয়ে হেম্বেলিয়ালে তাৰ কি উদ্দেশ্য পোৱালিটোৱে বুজে। গছৰ ভিতৰতো

ভাষা আছে। মানুহৰে, গছৰে, জন্তৰে সকলোৰে মিলি এটা ভাষা আছে, সেই ভাষা হৈছে—বিশ্বভাষা। সেই বিশ্বভাষাৰ উপাদান বিশ্বজ্ঞান। সেই জ্ঞানৰ মালিক সকলোৰেই :—

জ্ঞানিনো মনুজা সত্যম্ কিন্তু তে নহি কেৱলম্।
যতোহি জ্ঞানিনঃ সৰ্ব্বে পশুপক্ষিমৃগাদয়ঃ ॥

হে সুধীমণ্ডলী! জ্ঞান সকলো বস্তুৰে মূল নিধান। জ্ঞানৰ পৰাই সকলো পদাৰ্থৰ সৃষ্টি। ভূতত্ত্ব, জীৱতত্ত্ব আদি সকলো তত্ত্বই জ্ঞান। ভাষাত সকলো তত্ত্বৰ ঠালঠেঙুলী নেথাকিলে তাক সাহিত্য শ্ৰেণীত তুলিব নোৱাৰি। সাহিত্যিকসকল তত্ত্বজ্ঞ হব লাগে। সাহিত্য জাতীয় সম্পত্তি। কিন্তু শেষত বিশ্বসম্পত্তি। কোনটো জাতি কিমান উন্নত তাৰ একমাত্ৰ সাক্ষী সেই জাতিৰ সাহিত্য। বৰ্ত্তমান য়ুৰোপীয় পণ্ডিতসকলে প্ৰাণীতত্ত্বৰে সৈতে জ্ঞানৰ ক্ৰমোন্নতি পাঁচ ভাগত বিভক্ত কৰিছে। আমাৰ পুৰাণে তাক দহ ভাগ কৰি দেখুৱাইছে। আমাৰ পুৰাণেও প্ৰথমে সৃষ্টিতত্ত্বৰ পৰা আৰম্ভ কৰি ভূতত্ত্বৰ যোগে প্ৰাণীতত্ত্বত ওলোৱা দেখা যায়। জ্ঞান ভাবত, ভাব ভাষাত বিকাশ হয়। পুৰাণবিলাক মানুহে বুজিব পৰাকৈ, জ্ঞান ভাষাত বিকাশ কৰিবলৈ যাওঁতেই বাক্যৰ পৰিপুষ্টি হৈ সাহিত্যৰ প্ৰথম সৃষ্টি। আমাৰ ইংৰাজী-শিক্ষিতসকলে পুৰাণবিলাক দলিয়াই পেলাবলৈ আগবাঢ়ি আছে। কোনোৱে কোনোৱে পুৰাণবিলাক ৰূপক বুলি উৰাই দিব খোজে। ধৰ্ম্মজগতত পুৰাণৰ স্থান ক'ত তাক আলোচনা কৰিবৰ এতিয়া সময়ো নহয় আৰু আৱশ্যক নাই। আমি সাহিত্য সম্মিলনত সাহিত্য আলোচনা কৰিবলৈহে বহিছোঁহক। সাহিত্য হিচাবে পুৰাণৰ বাক্যবিন্যাস, বাক্যালঙ্কাৰ, অনুপ্ৰাস আদি নানা সাজেৰে ৰমকজমক আৰু গৌৰৱেৰে পৰিপূৰ্ণ। পুৰাণবিলাক ভালকৈ পঢ়ি তাৰ কথাবিলাক চিন্তা কৰি চালে, জ্ঞান ভাৱ আৰু ভাষাৰ ক্ৰমবিকাশ তাতে দেখিবলৈ পোৱা যাব। জ্ঞান জাগ্ৰত, ভাষা নিদ্ৰিত। জ্ঞান চিন্ময়, ভাষা মৃন্ময়। জ্ঞানস্বৰূপ ক্ষেত্ৰজ্ঞৰ ভাষাস্বৰূপ ক্ষেত্ৰক প্ৰকাশিত নকৰিলে ভাষা আন্ধাৰত থাকিব অৰ্থাৎ তাক দেখিবলৈ পোৱা নাযাব। পুৰাণৰ ভিতৰতে বৰ্ত্তমান জ্যোতিষৰ সূক্ষ্ম আৱিষ্কাৰ নীহাৰিকাক লগ পোৱা যায়। তাৰো ওপৰত থকা বহুত খবৰ পোৱা যায়। বাইবেলত প্ৰথমে অন্ধকাৰক লৈ আৰম্ভ কৰিছে। ভগৱানৰ আদেশ-মতে যেতিয়া পোহৰৰ জন্ম হ'ল তেতিয়াহে নীহাৰিকা জিলিকিবলৈ ধৰিলে। তাৰ পিচত সৃষ্টি। বাকীছোৱা কথা কৈ বাহুল্য কৰা মোৰ উদ্দেশ্য নহয়। আজিকালিৰ শিক্ষাৰ গৌৰৱত সূৰ্য্য কেনেকৈ হ'ল, চন্দ্ৰ কেনেকৈ হ'ল, আৰু গ্ৰহ-নক্ষত্ৰাদি কেনেকৈ হ'ল তাক সকলোৱে জানে আৰু তাৰ গতিবিধিবিলাকো সকলোৱে বুজে।

যি অনন্ত শয়নত বিষ্ণু শুই আছে, সেই অনন্তক নাগ বা সাপ ৰূপে নেভাবি যদি আমি অনন্ত ( infinity ) ৰূপেই ভাবোঁ, সেই ভাৱ কেনে ডাঙৰ হব! যি পদুমৰ বুকৰ পৰা ব্ৰহ্মাৰ জন্ম, সেই পদুমটিক যদি এই বিশ্বথন বুলি ভাবোঁ, সেই ভাব কিমান ওপৰলৈ উঠিব! অধিকাৰী বিশেষে নানা প্ৰকাৰ সাজপাৰৰ দৰ্কাৰ। যি ভাষাত যিমান সাজপাৰ, যিমান ডাঙৰ কথা সহজকৈ বুজাবৰ উপকৰণ আছে, সেই ভাষা সিমান চহকী। সংস্কৃত ভাষাৰে কোনেও কথা নকয়, কোনেও এটি কিতাপো নিলিখে, এখনি খবৰ কাগজ

বা আলোচনীও সংস্কৃত ভাষাত নাই। কিছুমান পুৰণি কিতাপতে সংস্কৃত ভাষাৰ স্থিতি। যদি ইয়াত নানা সাজ-পাৰ, নানা উপকৰণ নেথাকিলহেতেন তেন্তে আজি ভাৰতবৰ্ষত সেই ভাষাৰ নাম কোনেও শুনিবলৈকো নেপালেহেতেন।

জ্ঞানৰ পৰা ভাব আৰু ভাবৰ পৰা পদাৰ্থৰ সৃষ্টি। প্ৰথম পদাৰ্থ পৃথিবীৰ উপকৰণ মাটি। মধুকৈটভৰ প্ৰথম জন্ম ভাবত। কিন্তু মধুকৈটভ যেতিয়া মৰিল অৰ্থাৎ ভাব গুচি যেতিয়া পদাৰ্থ হ'ল তেতিয়া পৃথিবীৰ সৃষ্টি। বিষ্ণুৰ কাণৰ মলিৰ পৰা মধুকৈটভৰ জন্ম। শ্ৰোতৃমণ্ডলী নেহাঁহিব, ভাবি চাব। এই কথাৰ ভিতৰত বহুত তত্ত্ব লুকাই আছে। অৱশেষত কি হ'ল?—

"মধুকৈটভয়োৰাচিৎ মেদসৈব পৰিপ্লুতা।
তেনেয়ং মেদিনী দেৱী প্ৰোচ্যতে ব্ৰহ্মবাদিভিঃ॥

এইখিনিতে ইমানকে কৈ সামৰিব খোঁজো যে ধৰ্ম্মসাহিত্যই মানুহ জাতিৰ আদি সাহিত্য। যেনেকৈ সকলো ধৰ্ম্মৰ অভ্যন্তৰত এটি বিশ্বধৰ্ম্ম আছে, সেইদৰে সকলো জাতীয় সাহিত্যৰ ভিতৰত এটি বিশ্বসাহিত্য সোমাই আছে। ধৰ্ম্মৰ সংস্কাৰ নহলে সাহিত্যৰ সংস্কাৰ হব নোৱাৰে। সংস্কাৰ কৰিবলৈ গলে মূল উপাদানৰ যোগেহে কৰিব লাগিব। অৰ্থাৎ ধৰ্ম্মসংস্কাৰ কৰিব খুজিলে বিশ্বধৰ্ম্মৰ মাজেদি যাব লাগিব। হে বিজ্ঞ শ্ৰোতাসকল! মই বৰ্ত্তমান ধৰ্ম্মৰ বা কোনো ধৰ্ম্মৰেই নিন্দাবাদ কৰিবলৈ ইয়াত থিয় হোৱা নাই বা ধৰ্ম্মসংস্কাৰৰ কোনো কথাও প্ৰস্তাৱ কৰা মোৰ উদ্দেশ্য নহয়। মই পাহৰা নাই যে এইখন সাহিত্য-সম্মিলন। কেৱল সত্যৰ অনুৰোধত কবলৈ বাধ্য—সাহিত্যৰ উন্নতি কৰিবলৈ হলে ধৰ্ম্মৰ উন্নতি কৰিব লাগিব। মই এনে অবান্তৰ কথা প্ৰস্তাৱ কৰা নাই যে, চাৰি জাতি, চাৰি আশ্ৰম, হিন্দু-মুছলমান খৃষ্টান আদি পাৰ্থক্য ভাৱ দূৰ কৰি দি আজি একে হৈ পৰোঁ। হব পৰা হলে কেনে ভাল আছিল। হুমুনিয়াহ কাঢ়ি সেই কথা এৰি দি ধৰি ললোঁ যে বৰ্ত্তমান অৱস্থাত তেনেকুৱা হবলৈ বহুত সময় সাপেক্ষ। টনাআজোৰা কৰাও যুক্তিসঙ্গত নহয়। কেতিয়াবা তাতেই বিপৰীত হৈ পৰে। এনে স্থলত যেয়ে য'তে যি অৱস্থাত আছোঁ, যি ধৰ্ম্মত জন্ম গ্ৰহণ কৰিছোঁ, সেই ধৰ্ম্মৰে উন্নতি পথত খোজ লবলৈ আৰম্ভ কৰিলে আমি গৈ সেই বিশ্বধৰ্ম্মত ওলামগৈ। তেতিয়া মিলি পৰিম। সামাজিক হিচাপে হব পাৰে নে নোৱাৰে কব নোৱাৰোঁ (হোৱাহেঁতেন কি স্বৰ্গপুৰী হলহেঁতেন) কিন্তু ভাবৰ ৰাজ্যত হবলৈ একো টান নাই। সেই বিশ্ব-ধৰ্ম্মৰ যোগে আমি যি সাহিত্য সৃষ্টি কৰিম, সেই সাহিত্য হব মিলনৰ সাহিত্য। তাত বাদ বিসম্বাদৰ থল নেথাকিব। বৰ্ত্তমান ভাৰতৰ সমস্যাত ইয়াৰ বাহিৰে অন্য উপায় নাই। অন্ততঃ এই নিঃকিন বুঢ়াই অন্য উপায় নেদেখে।

দাৰ্শনিক কথা প্ৰকাশ কৰিবলৈ, ওখ ওখ ভাব বিকাশ কৰিবলৈ যেতিয়া ভাষা উপযোগী হয়, তেতিয়া জাতীয় উন্নতিৰ উৰ্দ্ধগতি বুলি বুজিব লাগে। যেতিয়া ভাষাত গালি পৰা ভাষাৰ সংজ্ঞা সৰহ হয়, কাজিয়া কৰিবলৈ ভাষাত সুবিধাৰ আয়োজন হয়, ভাষাৰ ৰং-চঙত ভাবে লুকাই বুৰ মাৰিব পৰা হয়, তেতিয়া জাতীয় উন্নতিৰ অধোগতি। এতিয়ানো আমি কোন খিনিত আছোঁ তাক জাতীয় জীৱন আৰু সাহিত্য-জীৱনলৈ চকু দিলেই বুজিব পাৰিম। বুজিব

পাৰিছোঁ—লাগে আমাক সনাতন ধৰ্ম্ম আৰু বিশ্ব-সাহিত্য। প্ৰচলিত প্ৰবাদ আছে, লক্ষ্মী আৰু সৰস্বতী সতিনী, দুয়োৰো অৰিয়া-অৰি। এতিয়া আমাৰ জাতীয় জীৱনত দেখুৱাব লাগে দুয়ো বাই-ভনী।

জাতীয় উন্নতি কৰিবলৈ হলে আৰ্থিক উন্নতি হব লাগে অৰ্থাৎ লক্ষ্মীৰ কৃপাদৃষ্টি পৰিব লাগে। যাৰ পেটত খাবলৈ ভাত নাই, গাত পিন্ধিবলৈ কাপোৰ নাই তাৰ ভাব কৰ পৰা উপজিব? আমাৰ সাহিত্যৰ দুৰ্গতিৰ প্ৰধান কাৰণ এইটিয়ে নহয় নে? সকলোতকৈ ডাঙৰ হৰিকথা, তাতোকৈ ডাঙৰ চাউল কথা। আমাৰ শিক্ষিত ডেকাসকলৰ পেট ভৰাব নোৱাৰিলে তেওঁলোকৰ শিক্ষাৰূপ ফুলকেপাহি শুকাই মৰি যাব। এইখিনিতে কথা প্ৰসঙ্গত কব পাৰি যে কলম চলাব পৰা শিক্ষাই শিক্ষা নহয়। উকিল হৈ চোৰৰ হকে ওকালতি কৰা বিদ্যাক মই বিদ্যা বোলা নাই। উকিল বন্ধুসকল! বুঢ়াৰ কথাত খং নকৰিব। আপোনালোক আমাৰ দেশৰ ৰত্ন। আপোনালোকৰ পৰা বুঢ়াই বহুত আশা কৰে। সেই আশাৰ ওপৰত নিৰ্ভৰ কৰিহে কথাষাৰ কৈছোঁ। বিদ্যা অশেষ প্ৰকাৰ। সাহিত্যও অশেষ প্ৰকাৰ। কবিয়ে কথাৰে বৰ্ণোৱা চিত্ৰখনি আৰু চিত্ৰকৰে আঁকি দিয়া মূৰ্ত্তিখনি একে বিদ্যা, একে সাহিত্য। সৰ্ব্বশক্তিমান বোলা আৰু দহোটা হাতেৰে দুৰ্গামূৰ্ত্তি সাজি দিয়া সাহিত্য হিচাপে একে, জ্ঞান হিচাপে একে, বিদ্যা হিচাপে বেলেগ। মই অনুৰোধ কৰোঁ, আমাৰ ডেকাসকলে নানা মুখে বিদ্যাৰ নানা জখলাত উঠিবলৈ আৰম্ভ কৰক। ভগৱানে আমাৰ ইচ্ছা সফল কৰক।

এতিয়া সাহিত্যৰ প্ৰসঙ্গত, ধৰ্ম্মৰ প্ৰসঙ্গ, জ্ঞানৰ প্ৰসঙ্গ অৰু বিদ্যাৰ প্ৰসঙ্গ উঠিল। জাতীয় উন্নতিৰ কথাও উঠিল। ভাবি চাওক আটাইবোৰ কথা একে নহয় নে? ইটো সিটোৰ গাতে লগা নহয় নে? জাতীয় উন্নতিৰ ভিতৰত স্ত্ৰীশিক্ষা। স্ত্ৰীৰ উন্নতি সমাজৰ এটা বিশেষ আৱশ্যকীয় কাৰ্য্য। ঈশ্বৰ কল্পনা কৰোঁতেও কোনোৱে পুৰুষ কল্পনা কৰে আৰু কোনোৱে স্ত্ৰী কল্পনা কৰে। আমি জানো মূলত স্ত্ৰীপুৰুষৰ ভেদ নাই। কিন্তু কাৰ্য্যত কৰা হয়। স্ত্ৰী আৰু পুৰুষ সমাজৰ দুটি অঙ্গ। এই কাৰণেই কয় "তিৰীয়ে পুৰুষে হবাঁ একেমতি, তেহে সিজিব হৰিত ভকতি।" স্ত্ৰীশিক্ষাৰ পুৰুষৰ শিক্ষাৰে সৈতে কি কি বিষয়ত পাৰ্থক্য থাকিব লাগে, আৰু গাৰ্হস্থ্য কাৰ্য্যত কাৰ কি কৰ্ত্তব্য সেইবিলাকৰ মীমাংসা সমাজ-নৈতিকসকলৰ নিমিত্তে মই এৰি থলোঁ। কিন্তু মই বাহু তুলি কওঁ যে স্ত্ৰীসকলৰ ওপৰত আমাৰ উচিত বিচাৰ হোৱা নাই। তেওঁলোকৰ প্ৰকৃত শিক্ষাৰ বহুল প্ৰচাৰ কৰিবলৈ সৰ্ব্বতোভাবে যত্ন কৰিব লাগে।

কথা কবলৈ বহুত আছে। মনোবিজ্ঞানৰ বহুত কথা কবৰ ইচ্ছা থকাতো লোভ সামৰি আপোনালোকৰ পক্ষেও তৃপ্তিকৰ হয় নে নহয় ঠিক কৰিব নোৱাৰি ক্ষান্ত থাকিলোঁ। কিন্তু মই কওঁ,—ধৰ্ম্মগত বিদ্বেষ, জাতিগত বিদ্বেষ দূৰ কৰি প্ৰাণে প্ৰাণে ঐক্য ভাব জাগ্ৰত নকৰিলে ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ একোৱেই সিদ্ধি নহব। সাহিত্যৰ উন্নতি দূৰৈৰ কথা। আমি বহুত দিনৰ পৰা শ্ৰদ্ধা আৰু নিষ্ঠা বুলি কোৱা দুটি কথা শুনি আহিছোঁ। বিদ্বেষ এৰোঁ বুলি এৰিব নোৱাৰি, বন্ধুভাৱ ধৰোঁ বুলি ধৰিব নোৱাৰি। এইবিলাক মানসিক-বৃত্তিমূলক কথা। শ্ৰদ্ধা আৰু নিষ্ঠা সহজলভ্য। এই দুটি বস্তুক পালে বিদ্বেষ দূৰ হব, বন্ধু ভাব আহি পৰিব।

সকলোৰে যদি সকলোৰে ওপৰত শ্ৰদ্ধা ভাব থাকে, আৰু প্ৰত্যেকেই যদি আমি নিষ্ঠাৱান হওঁ বুলি অন্তৰেৰে যত্ন কৰোঁ, তেতিয়া মিল নহৈ নোৱাৰে, তেতিয়া চতুৰতা আমাৰ চাৰি সীমালৈকো ঠেকিব নোৱাৰিব।

দুআষাৰমান সাহিত্যৰ কথা কৈ শেষ কৰিব খোজোঁ। দৰ্শন, বিজ্ঞান, বুৰঞ্জী, উপন্যাস কাব্য, খণ্ডকৱিতা, গল্পপ্ৰবন্ধ, নাটক ইত্যাদিৰ বহুত অভাৱ আমাৰ সাহিত্যত যেনিয়েই চাওঁ তেনিয়েই দেখোঁ। এইবিলাকৰ বিষয়ে মনোযোগ দিবলগীয়া কাল অতীত হৈ গৈছে। অসম দেশৰ চুকে-কোনে, ভৈয়ামে-পৰ্ব্বতে, দাঁতিয়ে-কাষৰে অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰৰ কাৰণে ককালত টঙালি বান্ধি লাগিবৰ দিনো কেতিয়াবাই আৰম্ভ হ'ল। অসমলৈ নতুনকৈ আহি থকা মানুহবিলাকৰ ভিতৰতো আমাৰ ভাষাৰ প্ৰচলন আৰু প্ৰবৰ্ত্তন কৰাৰ⁄অনুষ্ঠানৰ বিশেষ আৱশ্যক হৈ পৰিছে। অসমীয়া ভাষাত ইছলাম ধৰ্ম্মৰ তত্ত্বগ্ৰন্থ এতিয়াও বহুত অনুবাদ হবলৈ বাকী। সভা-সমিতিয়ে একো কৰিব নোৱাৰে। কথা আকাশত লয় পায়গৈ। এতিয়া কথাৰ যুগ নহয়, কৰ্ম্মৰ যুগ। এই সাহিত্য সভাৰ দৰে এটি অনুষ্ঠান, যাৰ ভৰ্ত্তা মোৰ বন্ধু পূজনীয় ৰায় বাহাদুৰ ৰাধাকান্ত সন্দিকৈ, এনেকুৱা এটি অনুষ্ঠান থাকোঁতে সাহিত্যৰ নানা বিষয়ক উন্নতিৰ আশা মোৰ মনত জাগ্ৰত হৈছে। অপোনালোক সকলোৱে সমৱেত হৈ কাৰ্য্য কৰিলে মোৰ আশা ভাষাত পৰিণত হব। আজি ইমানবিলাক সাহিত্যিক মোৰ আগত দেখিবলৈ পাই মোৰ ভয়েই লাগিছে নে আনন্দই লাগিছে তাক ঠিক কৰিব পৰা নাই। আশাৰ উগুলথুগুল লাগিলে আৰু ভাবৰ খুন্দিয়াখুন্দি লাগিলে এনেকুৱাই হয়। ভাবৰ বানপানী আহিলে ভাষাৰ নাটনি হয়। সেইদেখি মুঠেই ইমানকে কৈ থওঁ— অসমীয়া সাহিত্যৰ বিজয় দুন্দুভি আকৌ গৌৰৱেৰে নিনাদিত কৰি, আমাৰ মহিমান্বিতা জন্মভূমি কীৰ্ত্তিশালিনী কামৰূপৰ উপযুক্ত সন্তান বুলি পৰিচয় দিবলৈ আমি যেন সমৰ্থ হওঁ। ইয়ালৈকে দেহেকেহে আশাশুধীয়াকৈ যত্ন কৰাটো প্ৰত্যেক শিক্ষিত অসমীয়াৰ একান্ত অপৰিহাৰ্য্য কৰ্ত্তব্য— এই কথা যেন আমাৰ সদায় মনত থাকে।

এই বুঢ়াৰ দ্বাৰা আজীৱন সৰস্বতীক আৰাধনা কৰি আই মাতৃক পূজা কৰিবলৈ বহুত বনৰীয়া ফুল গোটাই থোৱা হৈছে। ফুল বনৰীয়া, গোন্ধ-ভাপ তাত নাই। কিন্তু ভাবৰ আগ্ৰহ নাইকিয়া বুলি স্বীকাৰ কৰিব নোখোজোঁ। বহু যত্নেৰে সংগ্ৰহ কৰা "সাহিত্য আৰু বৰ্ত্তমান যুগ সংস্কাৰ" বোলা হাতেৰে লিখি থোৱা কিতাপখনিত ওপৰত কৈ অহা কথাবিলাকৰ, দৃষ্টান্তেৰে সৈতে বিশদ আলোচনা কৰা হৈছে। কেতিয়াবা ৰাইজৰ হাতত শোধাই দিব পাৰিলে বুঢ়াৰ দায়িত্ব নাথাকিব। সেইদৰেই 'অষ্টাবক্ৰ' বুলি আৰু এখনি কিতাপ হাতেৰে লিখা অৱস্থাতে পৰি আছে। দুই চাৰি বন্ধুক দেখুওৱাও হৈছে। সকলোকে দেখুৱাবলৈ সামৰ্থ্য নাই, কিন্তু ইচ্ছা হলে আছে। এই দুয়োখনি মোৰ জাতিক দান কৰিবলৈ মই প্ৰস্তুত। মোৰ আছে কি? কি দিম? কেৰ্কেটুৱাৰ বাঁহ-পাতেই ভেঁটা।

সামৰণিত আকৌ সৰ্ব্বনিয়ন্তা ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ, আমাৰ ভাবে ভাবে মিলাই দিয়ক, কথাই কথাই যোৱা খুৱাই দিয়ক, আমাৰ সাহিত্য জাগ্ৰত কৰি দিয়ক। আমাৰ শিক্ষা-বিস্তাৰৰ বাট উন্নত কৰি দিয়ক, গাঁৱে গাঁৱে, মৌজাই মৌজাই, নগৰে নগৰে, খাপে খাপে

পঢ়াশালিৰ ব্যৱস্থা হওক, স্ত্ৰী-শিক্ষাৰ আয়োজন কৰক, অসমত বিশ্ববিদ্যালয় স্থাপন কৰা হওক, আমাৰ অন্তৰ বিকশিত হওক—তেহে আমাৰ জাতীয় সাহিত্যৰ উন্নতি হব।

প্ৰভো! কৃপা কৰাঁ, আশীৰ্ব্বাদ কৰাঁ, যেন তোমাৰ জীৱন তোমাৰ কাৰ্য্যতে প্ৰবৃত্ত হয়। যি শুনো যেন মিঠা কথা শুনো, যি দেখোঁ যেন ধুনীয়া বস্তু দেখোঁ, যেন অবিচলিত চিত্তেৰে অবিচলিত অঙ্গেৰে তোমাৰ স্তুতিবাদ কৰি তোমাৰ প্ৰদত্ত জীৱন তোমাৰ কাৰ্য্যত সমৰ্পণ কৰিব পাৰোঁ।

ভদ্ৰং কৰ্ণেভিঃ শৃনুয়াম দেৱাঃ,
ভদ্ৰং পশ্যেমক্ষভিৰ্যযত্ৰা ;
স্থিৰৈঃ অঙ্গৈস্তুবাংশনুভিৰ্ব্যশেম
দেৱহিতং যদায়ুঃ।

---

# দ্বাদশ অধিবেশন

গোলাঘাট—২৫।১০।১৯২৯ চন

## সভাপতি—জনাব মফিজুদ্দিন আহম্মদ হাজৰিকা

যি জনে স্রজিলে অনন্ত আকাশ
গ্ৰহ, বেলি, জোন, তৰা,
আৰু এই হেন বিশাল পৃথিবী
প্ৰাণী সমূহেৰে ভৰা।
যাৰ আদেশত ঘূৰি বেলি জোন
'কাল'ক কৰিছে ভাগ,
জহ খৰালিৰ 'সঞ্জীৱনী'ৰে
সৃষ্টিতে দি আছে জাগ।
যাৰ মৰমৰ নাই খতিক্ষণ
আছে দিনে-ৰাতি বই,
পাপী পুণ্যৱান কেওঁ নোহে পৰ
একে সকলোটি লই।
প্ৰত্যেক নিশ্বাসে পাইছোঁ মৰম
যদিও নুবুজো আমি;
হিয়াৰ অগনি বুজে সকলোৰে
এনেহে অন্তৰ্যামী।

তেৰাৰ উদ্দেশে কোটি কোটি বাৰ
স্তুতি প্ৰণিপাত কৰি,
আৰম্ভ কৰিলোঁ সভাৰ যি কাম
এই থাটনিত ধৰি:—
যেন দয়াময়ে দয়া কৰি আজি
দিয়ে হৃদয়ত বল,
সকলোটি মন একে আগি কৰি
লভোঁ একতাৰ ফল।
উন্নতি বাটত একতা মিলত
সাহিত্য ডোলত কৰি,
যাওঁ আগবাঢ়ি দোপত দোপেই
মন হৰষিত কৰি।
দেখক জগতে মিল্লি দুই ভাই
হিন্দু-মুছলমান,
উন্নতি বাটত কেনে আগবাঢ়ি
ৰাখিছে মাতৃৰ মান।

আদৰণি সভাৰ সভাপতি ডাঙৰীয়া! অসম সাহিত্য-সভাৰ প্ৰতিনিধিবৰ্গ! উপস্থিত ভদ্ৰমণ্ডলী আৰু ভদ্ৰমহিলাসকল!

নেৰানেপেৰা নানান ধুমুহা আৰু ধুপালনিৰ কোবত মূচ্‌কঁছ্‌ যোৱা আমাৰ আজলী, নিমাতী, চিৰদুখুনী 'অসম' মাতৃৰ থোঁত-থুঁতি মাতৰ হেনাহুচা গুচাই শল্‌শলীয়া কৰিবৰ নিমিত্তে আজি আপোনাসকল (বাণী-পুত্ৰসকল) চাৰিওফালৰ পৰা আহি এই গোলাঘাট নগৰত থুপ-খাই যে দল্‌দোপ্‌ হেন্দোল্‌দোপ্‌ লগাইছেহি ই এক মহান আৰু মহীয়ান দৃশ্য। আহা! এই মাতৃভক্ত আৰু বীৰ সন্তানসকলৰ আলহ-উদগতেই ছমাহতে গজি-উঠা এইবাৰৰ অপইতা সম্মিলনথনি যেন ডালেপাতে ঠন্ ধৰি অপৰূপ জেউতিৰে জক্‌মকাই উঠিছে। আপোনাসকলৰ ভক্তি-প্ৰকাশৰ অৰিয়াঅৰিত খদমদমে যেনহে এটি হেঁতা-ওপৰা আৰু উছলিমুছলিৰ ভাব সৃষ্টি কৰিছে, তাৰ আকৰ্ষণতে গাঁও-ভূঁই চাৰিওফালৰ আঁকো-গোঁজা, হোজা গাঁৱলীয়া ভোল শলাগৰ শবাই গৈ, এই জাতীয় যজ্ঞত যোগ দিবলৈ বাধ্য হৈছেহি। কিন্তু এই হেন বৰ মেল এখনত, যত অতথিনি মুখিয়াল, মুখা-ফুটা বৰমূৰীয়া বিদ্বাৱন্তসকলৰ জুমাজুম, তাত বিশ্ববিদ্যালয়ৰ 'মাৰ্কা' নোহোৱা মোৰ নিচিনা এজন নিঃকিন অজগৌ অভাজনক সভাপতিৰ বাব দি অৰ্থাৎ সভাপতি বাবৰ খুঁৱলীথন কান্ধত দি এই যে দুদিনলৈ ভেৰোণীয়াকৈ

সাহিত্য চপৰানিথন চহাবলৈ আনিছে—ই আপোনাসকলৰ এক বিসঙ্গতি যেনহে লাগিছে। কিয়নো—গছত গৰু উঠা আৰু হোলোভাৰে কাণ বিন্ধা যেনে, সাইলাথ ইয়ো হৈছে তেনে। কাৰণ এই হেন নিছলাৰ সাধ্য কি যে 'সাহিত্য' চপৰানিথনৰ এচমকাকো চহাই আপোনাসকলৰ আগত আজি 'বাহ্ বাহ্' লয়। অ'! ক্ষমা কৰিব, ই আপোনালোকৰ বিসঙ্গতি নহয়—মোৰহে বুজাৰ ভুল। ই বাস্তবিকতে আপোনালোকৰ 'উদাৰতা'ৰ—আপোনাসকলৰ পোন-পটিৰ এটি চিন। বাৰু, তেন্তে এতিয়া এই উদাৰতাৰ শুজনিৰ নিমিত্তে সমলনো কি? সমল আৰু কি?—কেৰ্কেটুৱাৰনো আছে কি? বাঁহপাতেই ভেঁটী। আছে মাথোন—এই নিমাখিতৰ অতি আথেবেথে আগবঢ়োৱা এইখনি শলাগৰ শৰাই আৰু তাৰ ভিতৰতে হিয়া-তলীৰ পৰা বাছি থোৱা প্ৰেম, ভক্তি আৰু কৃতজ্ঞতাৰূপী মলমলীয়া ফুলৰ 'তিনিটি চাকি'। ভেঁটী যদিও নিচেই ক্ষুদ্ৰ, সেইফেৰাকে যেন 'আপুৰুগীয়া নৈবেদ্য' বুলি গ্ৰহণ কৰি এই নিমাখিত নিৰুৎসাহীৰ মনত যেন এফেৰা উদগনি আৰু আনন্দ দিয়ে।

এতিয়া আমাৰ ঘাই কামৰ ফালে আগবঢ়া হওক। ফলাফল বিভুৰ হাতত। দোষ মৰষণৰ ভাৰ ৰাইজৰ মহানুভৱতাৰ ওপৰত। কপালগুণে এইবাৰ মোৰ পালত সময় নিচেই কম পোৱা হ'ল। গতিকে সময়ৰ নাটনিত ঢোত খৰ মাৰি এই নিচেই চমু পালমৰা বিধৰ আঁচনি এখনিকে কোনোমতে দুখীৰ দুখীৰূপে যুগুত কৰি, ৰাইজলৈ আগ কৰা হৈছে।

নিয়মৰ ব্যতিক্ৰম হব লাগিছে কিয়?

কিন্তু এইবাৰ যে ছেগ-চাই থকা কাঁৰী-(সমালোচক) সকলৰ কাঁফ'ই চলোৱাত পাকৈতালি দেখুৱাবলৈ অতি সুচল হৈছে, তাত মোৰ অকণমানো থুকুৰি নাই। আৰু এই সুচলৰ যথাযোগ্য সদ্ব্যৱহাৰ কৰাত যে তেওঁবিলাকে এফেৰিও আওহেলা নকৰিব, তাৰো প্ৰমাণ এই অহা সপ্তাহৰ বাতৰিকাকতৰ পিঠিত চকু ফুৰালেই হব। কিন্তু এই কাঁৰী-সকলনো ক'ৰ? 'অসম' আইৰে সন্তান, আমাৰেই ককাই-ভাই। কৃপাৰ পাত্ৰ হয়েই বা নহয়, মই তেনেবোৰ আঁহ-ফলা মাত মাতিবলৈ যোৱা নাই। মই মাথো ইমানকে কব খোজো যে তেওঁবিলাক মোৰ আপোন, প্ৰাণৰ সোদৰ, একে আইৰে পো-পোৱালী, একে ভাই ভাই। তেওঁবিলাকো মোক এৰি কোনোকালে কান্যকুব্জ কিম্বা অযোধ্যাত ঘৰবাৰী এৰি নেথাকে-গৈ আৰু ময়ো কস্মিন্‌কালে তেওঁবিলাকক এৰি ৰোহ্-পাতি আৰাবস্থান কিম্বা তুৰ্কিস্থানত যাউতিযুগীয়াকৈ নেথাকোঁগৈ। তেনেহলে যদি ভাইটিহঁতে মোৰ বুকুখনকে 'চান্দ-মাৰি' পাতি পাকৈত হবৰ নিমিত্তে হাত ঠিক কৰি লবলৈ ভাল পায়, মইনো মোৰ এই নিবস বুকুখন পাতি দি 'একতা'ৰ চানেকী দেখুওৱাত পাচ হুঁহকিম কিয়? জগতত সদায় ককায়েকহঁতে চালুকীয়া ভায়েকহঁতৰ চিকোটা-বাঁকোহা, আচোঁৰা-পিচোৰাক ধেমালি আৰু চেনেহৰ চকুৰে নেচায় জানো? আমাৰ পালিতনো সেই নিয়মৰ ব্যতিক্ৰম হব লাগিছে কিয়?

প্ৰথমেই আমাৰ প্ৰবল-প্ৰতাপী সম্ৰাট ৰাজাধিৰাজ পঞ্চম জৰ্জ্জ, অসমত তেওঁৰ সুযোগ্য প্ৰতিনিধি মহামতি চাৰ লোৰী হেমণ্ড বাহাদুৰ, আৰু ব্ৰহ্মপুত্ৰ ভৈয়ামৰ প্ৰজাৰঞ্জক কমিছনাৰ এ, এইচ্ ডব্লিউ বেন্টিঙ্ক মহোদয়কে আদি কৰি ৰাজ-বিয়য়া সকলৰ কল্যাণ কামনা কৰি উপস্থিত সমজুৱা সকলৰ অনুমতিমতে সভাপতিৰ আসন গ্ৰহণ কৰি সভাৰ কাম হাতত লোৱা যাওক।

আমাৰ আজিৰ দ্বাদশ সম্মিলনথন গোলাঘাট মহকুমাত। এই ঠাই ডুখৰি আগৰ কালত এখন জনাজাত ঠাই আছিল। জোনৰ ওচৰৰ ভোটা তৰাৰ দৰে, ৰংপুৰ নগৰ ৰাজধানী থকা কালত, এই গোলাঘাটে অসমীয়া সভ্যতাত যোৰহাটেৰে প্ৰায় সমানে ফেৰ মাৰি চলিছিল। আহোম ৰাজত্বৰ আগেয়ে এই ঠাইখিনি কছাৰী ৰজাৰ ৰাজ্যৰ ভিতৰত আছিল। সেই কালত ডিনাপুৰ (বা হিড়িম্বাপুৰ) কছাৰী ৰাজ্যৰ ৰাজধানী আছিল। সেই সময়ত নানা ঠাইৰ সাউদ, মুদৈ, বেপেৰুৱা মানুহ দেশ-দেশান্তৰৰ পৰা আহি এই গোলাঘাটক জকমকীয়া কৰি থৈছিল। ইয়াৰ ওচৰতে 'কছাৰীঘাট' বোলা যি এডোখৰ ঠাই আছে, সেই ঠাই ডোখৰেই বেহা-বাণিজ্যৰ কেন্দ্ৰ আছিল বুলি শুনিবলৈ পোৱা যায়। গোলাঘাটৰ পৰা ডেৰ যোজনমান দূৰত এটি পুং আছে, তাৰ নাম 'গৰমপানী'। তাৰ পানী সদায় তপত। আগেয়ে বোলে পানী সদায় উতলি আছিল। তাৰ কিছু আঁতৰতে এটা জলপ্ৰপাতো আছে। তাৰ নাম "ফটাশিল।" গোলাঘাটত কেবাখনো সত্ৰ আছে।

গোলাঘাট সম্বন্ধে দু আষাৰ

গোলাঘাটৰ আয়তন চাই, থলুৱা মানুহৰ সংখ্যা নিচেই তাকৰ। তথাপি যে এই এচমকা ঠাইৰ এনে তাকৰীয়া মানুহেই সাহ কৰি সদৌ অসমৰ সাহিত্য সম্মিলনৰ বছেৰেকীয়া অধিবেশন নিমন্ত্ৰণ কৰি আনি (দুদিনীয়াকৈ আলহী পোহাৰ) নানা জঞ্জাল আৰু আহুকালখিনি হেঁপাহেৰে গাত পাতি লবলৈ আগ বাঢ়িলে, ইয়াৰ পৰাই বুজা গ'ল তেখেতসকলৰ মাতৃভাষালৈ কিমান মৰম আৰু মাতৃভূমিলৈ কতদূৰ হেঁপাহ আৰু ভক্তি। সেইবাবেই আমি আজি তেখেতসকলৰ দেশহিতৈষিতা গুণৰ হিয়াভৰা উবুৰিয়াই শলাগ লৈছোঁ।

আজি আমি সদৌ অসমৰ অতখিনি প্ৰজা—কোনো প্ৰতিনিধি ৰূপে, কোনো দেখৈয়াৰূপে—এইখিনি ঠাইতে গোট খাইছোঁহিঁক। সকলোৰে যোগাযোগত—সকলোৰে সমিলমিলত যিখনি ৰৰমেল পতা হৈছে, সেইখনিকে "সাহিত্য সম্মিলন" বোলে। ইয়াৰ উদ্দেশ্য কি? নিকাৰত যোৱা-থোৱা অৱস্থাত পৰি থেঁতা-থুঁতি হোৱা "অসম-মাতৃ'ৰ মাত কথাৰ হেনা হুচা গুচাই, শলশলীয়া কৰাৰ উপায় চিন্তা (অৰ্থাৎ পণ্ডিতীয়া মাতেৰে কবলৈ গলে)—আমাৰ সাহিত্যৰ উন্নতিৰ হকে উপায় বিধান কৰা। এতিয়া 'সাহিত্য' নো কি বস্তু, প্ৰথমতে তাৰ আঁতিগুৰি, বেহৰূপ সম্বন্ধে অলপ আলচ কৰা যাওক।

সাহিত্য সম্মিলনৰ উদ্দেশ্য

সাহিত্য 'সহিত' শব্দৰ পৰা ওলাইছে। অতীজৰ পণ্ডিতসকলৰ মতে—যিবিলাক লিখা কথাত শব্দ আৰু অৰ্থৰ মিল হয়, সেয়ে 'সাহিত্য'। সেই কালত 'সাহিত্য' শব্দই মুখ্যতঃ কাব্য-নাটকাদিক বুজাইছিল, আৰু গৌণভাৱে ব্যাকৰণ, তৰ্ক, মীমাংসাদি গ্ৰন্থকো বুজাইছিল। আজি-কালিৰ দিনত 'সাহিত্য' শব্দৰ অৰ্থ লিখোঁতা আৰু পঢ়োঁতাসকলে অতি ব্যাপক ভাৱে গ্ৰহণ কৰে। সাহিত্য 'সহিত' শব্দৰ পৰা হৈছে দেখি, জ্ঞানৰ সহিত, বুদ্ধিৰ সহিত, ভাৱৰ সহিত মিলাই শুৱলা অলঙ্কাৰেদি লগাই ল-নি, নিমজ, ওখ ভাৱৰ আৰু উন্নত ধৰণৰ লিখা ভাষাকেই সাহিত্য বোলে। তাকে অলপ ফঁহিয়াই এইদৰেও দেখুৱাব পাৰি।

সাহিত্য আৰু তাৰ উৎপত্তি

বাহিৰৰ জগতৰ বস্তুবিলাকৰ গঢ়-গতি, দেহ-ৰূপ, চলন-ফুৰণ, ক্ৰিয়া-কলাপৰ ছাঁ বা প্ৰতিবিম্ব-বোৰ অনুভূতিয়ে (গমে) সূৰ্য্য ৰশ্মিৰ সহায়েহে ইন্দ্ৰিয়বিলাকৰ মাজেদি কঢ়িয়াই কঢ়িয়াই

মগজুৰ ঠাই বিশেষত ( অর্থাৎ Seat of understanding অত ) গোটাই দি থাকে আৰু তাৰ পৰাই যি এটা বস্তুৰ উৎপত্তি হয় তাৰ নাম 'বুজ'। সেই বুজবিলাকৰ সমিলমিলৰ পূৰ্ঠ বা পৈণত অৱস্থাই হৈছে 'জ্ঞান'। জ্ঞানৰ পৰা মনৰ মাজত, পুখুৰীত ঢৌ উঠাদি যি একোটি ঢৌ উঠে, সেয়েই হৈছে 'ভাব' ( thought )। ভাব ডুখৰীয়াকৈ মুখেদি ফুটি বাহিৰ জগতলৈ প্ৰকাশ পালেই হয় 'শব্দ'। অলঙ্কাৰাদি নোহোৱা সাধাৰণ ভাৱ বুজোৱা কেতবিনিমান শব্দৰ জুমুৰি হোৱা কথাকেই বোলে 'দোৱান'। অর্থ থকা ল-নি, শুদ্ধ আৰু নিমজ ধৰণৰ দোৱানকে বোলে 'ভাষা'। অতি সুন্দৰ অলঙ্কাৰাদি লগোৱা শুৱলা গহীন ভাৱৰ আৰু উন্নত ধৰণৰ লিখা ভাষাকেই বোলে 'সাহিত্য'।

জয়জয়তে, চৈতন্যৰূপী অনন্ত সমুদ্ৰৰ হেন্দোলনিৰ ঘন্‌ঘন্ ঢৌৰ কোবত, সৃষ্টিৰ সকলো যেতিয়া অব্যক্তৰ পৰা ব্যক্ত হ'ল, সমাজিকৰ পৰা দিঠকলৈ আহিল, নেদেখা ৰাজ্যৰ পৰা মৰ্ত্ত্য-জগতত প্ৰকাশ পালে, সেই কালত জড়বস্তুবিলাকে দীঘ পুতল ডাঠৰ এই তিনিটা পৰিসৰ বা বৈখিক জোখ ( dimension ) লৈ অলৰ্‌অচৰ্ ভাবে থ'ৰে বস্তু ত'তে আছিল। তাৰ পিচত যেতিয়া আকৌ ন ন হেন্দোলনিৰ ন ন ঢৌৰ কোবত ক্ৰমাৎ বাঢ়ি আহিল আৰু তাৰ লগে লগে সূক্ষ্ম, স্থূল, স্থূলতৰ, স্থূলতম জড়দেহৰ মাজে মাজে ইচ্ছা বোলা শক্তিটিয়ে ভুমুকি দিবলৈ ধৰিলে, সেই সময়ত বস্তুবিলাকৰ আগবাঢ়ি যাবলৈ কিম্বা ওপৰলৈ উঠিবলৈ অদম্য হেপাহ হ'ল। দ্বিতীয়বাৰৰ হেন্দোলনিৰ হেঁচাত, হেঁপাহৰ উচটনিত, ইচ্ছাশক্তিৰ ঠেলাত সেই জড়বস্তুবিলাকৰ এভাগ আগলৈ যাব নোৱাৰি, উৰ্দ্ধমুখী হৈ বাঢ়িবলৈ ধৰিলে বা উত্থিত হ'ল। সেয়ে হৈছে উৰ্দ্ধগতি ( upward movement )। সেই উৰ্দ্ধগতিৰ পৰাই হ'ল উদ্ভিদ জাতি, যাৰ মাটিৰ পৰা ৰস টানি গছৰ আগলৈকে নিব পৰা শক্তি আছে। তাৰ পিচৰ হেঁচাত, ইচ্ছাশক্তি আৰু হেঁপাহৰ অদম্য কোবত উদ্ভিদ শ্ৰেণীৰ মাজৰ ভালেখিনি এদোপ উন্নত হৈ, এঠাইৰ পৰা আন ঠাইলৈ লৰচৰ হব পাৰিলে। সেয়ে হ'ল প্ৰাণী সমূহৰ অগ্ৰগতিৰ ( locomotion ) বল। তাৰ পিচত সেই ঢৌৰ উপৰি ঢৌ আহিব ধৰিলে, প্ৰাণী জগতৰ তলথাপৰ পৰা ওপৰ থাপলৈকে শ্ৰেণীমতে জাতে-জাতে যাৰ পক্ষে যি লাগতিয়াল, তেনে ধৰণৰ ইন্দ্ৰিয়, বুদ্ধি, ইচ্ছা আৰু অহঙ্কাৰাদি লৈ ভূত-ৰাজ্যৰ সাজ-পাৰ পিন্ধি, মৰ্ত্ত্যজগতত মূৰ্ত্তিৱন্ত হৈ ওলাবলৈ ধৰিলে। সৱাতকৈ শেহত প্ৰাণীজগতৰ সকলোতকৈ ওপৰ, সকলো গুণৰ আকৰ, অতি চোকা বুদ্ধি, প্ৰবল ইচ্ছাশক্তি, জ্ঞান, বিবেক আৰু ভাৱ চিন্তাদি লৈ মানুহজাতিৰ আৱিৰ্ভাব হ'ল। এই জাতিৰ উগ্ৰ ইচ্ছাশক্তি আৰু ভাৱৰ উগুল-থুগুলত বিবিলাক অর্থলগা মাত ( ভিতৰৰ ভাৱ বাহিৰত প্ৰকাশ কৰিবলৈ ) মুখেদি ওলাল, সেয়ে হ'ল শব্দ। অর্থ থকা শব্দবিলাক উচ্চাৰণ কৰি, মনৰ ভাব প্ৰকাশ কৰাই হ'ল ভাষা। ওপৰত বৰ্ণাই কৈ অহাৰ দৰে এই ভাষাৰ পৰাই হ'ল সাহিত্য।

মাত কথা ভাষা আদিৰ বিকাশ

সাহিত্যই, সমাজ কিম্বা জাতিৰ ধৰম কৰম, চলন-ফুৰণ, জ্ঞান-বুদ্ধি, শিল্প-বিদ্যা, যুঁজ-বাগৰ, বেহা-বাণিজ্য, সভ্যতা-ভব্যতা, উন্নতি-অৱনতি এই সকলোবিলাকৰে চিন্‌চাব্ পুথি-পাজিৰ বুকুত দাপোণৰ দৰে কলীয়া আখৰেৰে সামৰি ধৰি কট্‌কটীয়াকৈ জিলিকাই থয়।

মহৎ লোকসকলৰ অন্তৰ ভাবৰূপী মণি-মুকুতাৰ ভঁৰাল, জ্ঞান-গৱেষণাৰ খনি, দয়া-ধৰমৰ আকৰ। সেইবিলাকৰ চক্‌মকনি, সাহিত্যৰ ভিতৰেদিয়েই জিলিকি উঠি পঢ়ুৱৈ সকলৰ মন উদ্বাউল কৰে। আজি যি একতা বা মিলৰ নিমিত্তে সকলোৰে মন ব্যাকুল, সেই একতাৰ ডোলগছো—এই সাহিত্যই। সাহিত্যই মৃত-সঞ্জীৱনী'ৰ দৰে মৰাক জীয়াব পাৰে, কানীয়া সোৰোপাক তীথামথৰা কৰিব পাৰে, সিঁচৰি মনক একেডালি জৰীৰে গাথিব পাৰে। Pen is mightier than sword. কিন্তু এই সাহিত্য স্ফূর্তিৰ ধাৰ বেয়া ফালে বোৱাই দিলে, তৰোৱালতকৈয়ো অতিচাৰ ধ্বংসলীলাৰ ভয়াবহ দৃশ্য দেখুৱাব পাৰে। তেনে বিধৰ আওহতীয়া আৰু আওপকীয়া সাহিত্যই—স্বৰ্গৰাজ্যক নৰকত আৰু ফুলনিক গেৰেকণিত পৰিণত কৰিব পাৰে।

সাহিত্যৰ গুণ

ভিন্ ভিন্ দেশৰ ভিন্ ভিন্ ভাষা, কাজেই সাহিত্যও ভিন্ ভিন্। যদিও দেশ কাল জাতি ভেদে বাহিৰ আৱৰণ বেলেগ, তথাপি ভাব ৰাজ্যত মিলৰখা এটি বিশ্বসাহিত্য বুলি বস্তুও আছে। এই সাহিত্যইহে ভাবৰাজ্যত গোটেই মানুহ জাতিৰ আশা-আকাঙ্ক্ষাক একাকাৰ কৰি এটি উমৈহতীয়া ভাব আহাৰৰ যোগান দি বিশ্ব-ভ্ৰাতৃত্বৰ ফালে উদগনি দিয়ে।

যি জাতিৰ মানুহে উপজিবৰে পৰা যি ভাষাৰে মাক-বাপেক, ভাই-ককাই, বাই-ভনী, বংশপৰিয়াল আদিৰ লগত কথা পাতে, যি ভাষাৰে হাঁহে-মাতে—যি ভাষাৰে দুখ বেজাৰ কৰে—যি ভাষাৰে হাই-খৰিয়াল কৰে—যি ভাষাৰে মনৰ ভাব প্ৰকাশ কৰে—যি ভাষাৰে সাধুকথা কয়—আৰু যি ভাষাৰে আশা-ভৰসাৰ কথা কয়—সেই জাতিৰ সেয়ে হৈছে মাতৃভাষা।

মাতৃ ভাষা

অসমত হিন্দু-মুছলমানৰ মাতৃভাষা হৈছে "অসমীয়া"। ভাৰতবৰ্ষত আন আন ঠাইৰ দৰে, যদিও ক্ষুদ্ৰ ক্ষুদ্ৰ কৈদৰ বেলেগ বেলেগ জাতৰ ভালেমান মানুহ বৰ্ত্তমান অসমত দেখিবলৈ পোৱা যায় তথাপি ঘাইকৈ লেখত লবলগীয়া হিন্দু আৰু মুছলমান—এই দুজাতৰ মানুহহে। গতিকে অসমীয়া ভাষাৰ সাহিত্যৰূপী হাঁফলুটি গঢ়ি তুলিবলৈ এই দুই জাতৰ সাহিত্যিকৰ নিতান্ত দৰ্কাৰ। নানান ফুলৰ মৌ আনি মৌমাখিবোৰে যেনেকৈ মৌচাক সাজে, ঠিক তেনেদৰেই হিন্দু-মুছলমান দুয়োজাতৰ ৰসজ্ঞ সাহিত্যিকসকলেও যেন সংস্কৃত, বঙলা, আৰবী, ফাৰ্চী, উৰ্দ্দু আৰু ইংৰাজী ভাষাৰ নানান কিতাপৰ পৰা নানান ৰস আহৰণ কৰি আমাৰ অসমীয়া সাহিত্যৰূপী ৰহঘৰাটি সাজি, ৰহেৰে পূৰ কৰিবলৈ অহোপুৰুষাৰ্থ কৰে।

আমাৰ আগৰ সম্মিলন বিলাকত যি সকল সাহিত্যৰথায়ে সভাপতিৰ বাব গ্ৰহণ কৰি অতি পৰিপাটিকৈ কাম সমাধা কৰি গল, সেইসকলৰ তুলনাত এই নিঃকিন অতি নগণ্য। তেখেতসকলে উন্নতিৰ হকে যিবিলাক দিহা দি গৈছে তাতকৈ যে অলপ বেছিকৈ মই কিবা উপায় দিব পাৰিম—সি অসম্ভৱ। তথাপি "মহাজনো যেন গতঃ স পন্থাঃ" বুলি তেখেতবিলাকৰ কথাতে হয়ভৰ দি, ময়ো ইয়াকে কব খোজোঁ যে প্ৰথমতে আমাক এখন অভিধান লাগে য'ত "হেমকোষ"ত নোহোৱা সকলো কথাই যেন থাকে। আৰু সেই অভিধানৰ মতেই যেন আমি সকলোটি চলোহঁক। সেইদৰে অতি ওখ

উন্নতিৰ উপায়

থাপৰ এখন ব্যাকৰণৰো দৰ্কাৰ। ল'ৰা ছোৱালীৰ নিমিত্তে নীতি-পূৰ্ণ শিশু-সাহিত্যৰো দৰ্কাৰ। সেই সাহিত্যত যেন হিন্দু-মুছলমান দুয়ো জাতৰ মহা মহাপুৰুষসকলৰ জীৱনী আৰু কীৰ্ত্তি-কলাপৰ কথা অতি চমুকৈ উজু ধৰুৱা কথাৰে, সাধুকথাৰ ধৰণেৰে লিখা হব লাগে। যাৰ যি বিষয়ত ৰাপ নাই, সেই বিষয়ত যেন তেওঁ কাপ নধৰে। নিজৰ অন্তৰৰ কথা নিজে যিমানকৈ বুজে আনে সিমানকৈ বুজিবৰ সাধ্য নাই। গতিকে দৰ্শন, বিজ্ঞান, কাব্য, বুৰঞ্জী, কৃষি, শিল্প, বাণিজ্য, নাট, উপন্যাস, সঙ্গীত আদি এই সকলো বিষয়তে যাৰ যি ফালে মনৰ ঢাল, যাৰ যিফালে হেঁপাহ, যাৰ যিফালে ৰাপ, তেওঁ সেই ফালেহে যেন কাপ ধৰে—অনৰ্থক আনফালে হাত মেলি মিছাতে সময় আৰু শক্তি ক্ষয় নকৰে। বুৰঞ্জী লিখিবলৈ গৈ কেতথিনিমান চাংপতা কথা যোৱা দি যেন উপন্যাস গঢ়ি নেপেলায়। মাতৰ হেনা-হুচাৰ বাবে দন্দ, বৰ্ণবিন্যাসৰ বাবে দন্দ, হ্ৰস্ব-ইকাৰ দীৰ্ঘ-ইকাৰৰ বাবে দন্দ,—এনেবিলাক সামান্য সামান্য কথা, এখন বিশেষ সমিতিৰ মীমাংসাৰ ওপৰত ভাৰ দি, (সেই সমিতিৰ মীমাংসাই শেষ মীমাংসা বুলি) এৰি দিয়াটো বেয়া জানো? অৱশ্যে তাত সমজুৱা স্বৰূপে যি কেগৰাকী সাহিত্যিকক লোৱা হব, তাক অতি ভাবি-চিন্তি গমি-পিতিহে লব লাগে। তাত ওপৰ অসম, মাজ অসম, তল অসম—এই কেউ ঠাইৰে মানুহ থাকিব লাগে।

ওপৰত কৈ অহা এই সৰুসুৰা কথাখিনিৰ উপৰিও তিনিটা অতি ডাঙৰ কথালৈ মই এতিয়া আঙুলিয়াব খোজোঁ। সেই কথা বৰ্ত্তমান যদিও কিছু অপ্ৰীতিকৰ যেন লাগিব পাৰে কিন্তু দৰাচলতে তাক কথি-মথি ফৰকাল কৰি লব পাৰিলে, মূৰকত তাৰ শেষ ফল অতি অমৃতময় হব। তিনিটি চেনেহৰ ককাই-ভাইৰ ভিতৰত যদি হঠাৎ কানি-ফটা ভাব এটা সোমায়, তেতিয়া হলে কোনো এজনৰো মনত শান্তি নেথাকে। কাৰণ বুঢ়া লোকে কয়ঃ—

"ভায়ে ভায়ে হাই লাগে পৰে পায় আশ,
চুবুৰীয়াৰ হাই লাগে দেশেই পৰবাস্।"

প্ৰথমেই ঘৰ ৰক্ষা; তাৰ পিচেহে পৰ ৰক্ষা। ঘৰৰ মানুহে পৰ হলে বাহিৰৰ শত্ৰুৰে আসৈ পায়। ঘৰৰ শত্ৰু বিভীষণ সহায় নোহোৱা হলে, ৰাঘৱৰ সাধ্য কি যে বিশ্ৰবা মুনি আৰু নিকষা ৰাক্ষসীৰ পুতেক দুৰ্দ্দান্ত দশাননৰ এই দশা কৰে, আৰু তাক এইদৰে পোতনি-জুৰুৰিওৱা দিয়ে। থাওক হনুমন্ত, থাওক জাম্বৱন্ত, কাৰো পৰা ইমানটো হৈ নুঠিলহেঁতেন। থাওক, তাক এতিয়া প্ৰকাশ কৰাৰ বাবে ক্ষমা কৰিব। সেই মাৰাত্মক ব্যাধি বা কেৰোণ হৈছে এয়ে :—

১ম কেৰোণ—উজনীয়া আৰু কামৰূপীয়াৰ মাজত। ই যি নহওক, এক প্ৰকাৰ জইন মৰি আহিছে যেন দেখা গৈছে। মই ক'ব খোজোঁ—কামৰূপীয়াৰ যি শব্দ শুনিবলৈ ভাল তাক উজনীয়াই লোৱাত আপত্তি হব নেলাগে; আৰু উজনীয়াৰ যি ভাল মাত তাকো কামৰূপীয়াই লোৱাত আপত্তি কৰিব নালাগে এনে কৰিব পাৰিলেই এই কেৰোণৰ জইন একেবাৰে মৰিব বুলি মোৰ বিশ্বাস।

২য় কেৰোণ—গুৱালপৰীয়া লোকসকল পূৰ্ব্বৰে পৰা বঙালী নে অসমীয়া? আৰু তেওঁ-লোকৰ মাতৃভাষা বঙলা নে অসমীয়া—এই প্ৰশ্ন দুটি লৈ আজি দুদল মানুহৰ ভিতৰত তয়া-ময়া যুঁজ। এই কেৰোণ গুচাবলৈ হলে গুৱালপাৰাৰ স্কুল, পঢ়াশালি, আদালত সকলোতে অসমীয়া

ভাষা চলাবলৈ প্ৰাণটাকি চেষ্টা আৰু যত্ন কৰিব লাগে আৰু ৰাইজৰ মাজত অসমীয়া কিতাপ কাকতাদি বহলাই প্ৰচাৰ কৰিব লাগে। এনে কৰিব পাৰিলেই ক্ৰমে এই কেৰোণ দূৰ হৈ আহিব বুলি মনে ধৰে।

৩য় কেৰোণ—বৰ্ত্তমান অসমীয়া হিন্দু-মুছলমানৰ ভিতৰত "গড়গঞা মিতিৰৰ ভাও—মুখেৰে থাক্ থাক্, ভৰিৰে হেচোঁকে নাও"—এই ভাও। এই কেৰোণটোৱেই হৈছে সকলোতকৈ ডাঙৰ আৰু সকলোতকৈ সাংঘাতিক। এই দোষটো থাকিলে শেহত অসমীয়া ভাষাইতো গা কৰিব নোৱাৰিবই তদুপৰি অসমীয়া জাতিটোকো ঘকুৱা স্থলৰূপী—ঘুণে খুলি খুলি খাই জুৰুলা কৰিব। আৰু একোপধ্যে পাহৱাল হবলৈ নিদি, আদথিনি বাটতে ঠিহিৰা আৰু মুজুৰা কৰি বিদেশী ধনী-চহকীৰ বহতীয়া কৰিব। হেন জানি এই হেন ব্যাধিটোক কাপোৰেৰে ঢাকি ঢাকি পোহপাল দিয়াটো যুগুত বুলি নেভাবি, ৰাইজৰ আগত উদি কৰি দেখুৱাবলৈ বাধ্য হলোঁ। এন্দুৰীয়া বা বৰ ৰোগ, লাজত ঢাকি থৈ মানুহক নেদেখুৱালে,—বেজ জ্ঞানীক নুসুধিলে—তাৰ দৰব মিলা টান। পিচত ঢাকোঁতে ঢাকোঁতে যেতিয়া সেই ৰোগ ঢাকিব নোৱৰা হয়, ফুটি ফাটি বাহিৰ হৈ পৰে, তেতিয়া আৰু ঔষধেও কাম নিদিয়ে, ইপিনে ৰোগীজনৰো আধ্যা পৰে। এই ভাবিহে আজি ৰাইজৰ আগত এই ব্যাধিৰ কথা দাঙি ধৰিবলৈ আগবাঢ়িলোঁ। ইয়াৰ বাবে যদি এই অভাজনৰ কিবা দোষ হেছে যেন ভাবে, তাক নিজগুণে ক্ষমা কৰিব। ব্যাধি ডাঙৰ দেখি একেৰি বহলাই কব খোজোঁ—আজি গোটেই ভাৰতবৰ্ষৰ ভিতৰত যদিও নানা জাতৰ মানুহ দেখিবলৈ পোৱা যায় তথাপি হিন্দু আৰু মুছলমান এই দুজাতেই প্ৰধান। আন আন ঠেঙুলি-সম্প্ৰদায়ৰ মানুহবিলাকক এই দুজাতৰ ভিতৰতে পেলাই লোৱা হয়। এই বাবেহে "কাউঞ্চিল" আৰু "এচেমব্লি"লৈ এই দুজাতৰ প্ৰতিনিধিসকল পঠিয়াবৰ সময়ত, সুবিধাৰ নিমিত্তে "মুছলমান" আৰু "অমুছলমান" বুলি দুটা ভাগ কৰি লোৱা দেখা যায়।

আমাৰ 'অসম' দেশখনি এই বিশাল ভাৰতবৰ্ষৰে এছোৱা মাথোন। গতিকে গোটেই ভাৰতবৰ্ষত যিটো কথা খাটে, অসমতো সেই কথাই খাটে। ইয়াতো সেই বাবে মুছলমান আৰু হিন্দু দুয়ো জাতৰ 'কাউঞ্চিল'-'এচেমব্লি'লৈ প্ৰতিনিধি পঠিয়াবৰ সময়ত দুভাগ কৰি লোৱা হয়।

এতিয়া দেখা গ'ল যে আমাৰ অসমত হিন্দু-মুছলমান এই দুই জাতৰ মানুহেই প্ৰধান অথচ এই দুই জাতৰ ভিতৰত পেটে সমঘিতে তেনে এটি নেহাভাব যেন দেখা নেযায়। এইটো কিন্তু শুভ লক্ষণ নহয়। ই উন্নতিৰ বাটত এক কাঁইটীয়া হেঙাৰ। হিন্দু-মুছলমান দুয়ো একে ঠাইতে উপজি, একে নৈৰ পানী খাই, একে ঠাইৰ বা লৈ, একে পথাৰৰ ধান খাই, একে আকাশৰ তলত থাকি হঠাৎ এনে পৰ পৰ ভাব হবৰ কাৰণ কি? কাৰণ কেইবাটিও। গুপুত কাৰণ খোচৰাৰ একো সকাম নাই। জনাজাত তিনিটিৰ প্ৰথমটি হৈছে ধৰ্ম্মৰ বিভিন্নতা, দ্বিতীয়টি হৈছে স্বাৰ্থ। স্বাৰ্থও দুবিধ—ব্যক্তিগত (বা গাইগুটীয়া) আৰু ৰাজনৈতিক। তৃতীয়টি হৈছে অতীজৰ মোহ। পূৰ্ব্বে এই কাৰণবিলাক সামান্য গুটি অৱস্থাত আছিল। আজি কেই বছৰমানৰপৰা ভাটিদেশৰ পছোৱা বতাহৰ জোকাৰণিৰ কোবত কাটি গাজ মেলি লহ্ পহ্ কৰে ঠন্ ধৰি উঠিছে। চেচুকৰ ডেম-ডেউকা হৈ থকা হলে চিন্তাৰ একো কাৰণ নাছিল। ক্ৰমাৎ ঠন্ ধৰি উঠিছে দেখিহে প্ৰতিকাৰৰ ভাৰসা কৰি আঙুলী টোঁৱাব

লগীয়াত পৰিছে। বিশ্বনিয়ন্তাই এই মৰ্ত্ত্য জগতৰ নিমিত্তে যিটি ধৰ্ম্ম দিলে সি একেটিহে, দুটি নহয়। আৰু সি ভিন্ ভিন্ হবও নোৱাৰে কিন্তু আমাৰ চলিহাই ধৰা চকুৰে তাক বহুৰূপে দেখা পাওঁ মাথোন। সেই বাবেই ধৰ্ম্মৰ যাই স্বৰূপ বুজিব নোৱাৰি দুইবো ভিতৰত থকাথুন্দা লাগে। এষাৰি সাধুকথা মনত পৰিল—কোনো এথন দেশৰ মানুহে হাতী দেখা নাছিল। এজন ধনী সদাগৰে এসময়ত দঁতাল হাতী এজনী কিনি, সেই দেশলৈ আনিলে। তাক চাবলৈ মানুহৰ নিদানে বিৰ্‌দি বাট নোপোৱা হ'ল। সেই কথা শুনি কণা চাৰিটায়ো চাবলৈ আহক। তাৰে ভিতৰত এটাই ঠেং এটা ধৰি, হাত ফুৰাই চালে। দ্বিতীয়টোৱে নেগুৰগছকে ধৰি চালে। তৃতীয় কণাই হাতীৰ গাটোকে সাৱটি চালে। চতুৰ্থটোৱে দাঁত এটাকে ছুই চালে। পিচত সিহঁত উভতি আহি ঘৰ গালত হাতীৰ আকৃতি সম্বন্ধে কেউটাৰ ভিতৰত তৰ্ক হ'ল। কাৰো কথা কাৰো লগত নিমিলাত উথনাউথনি বাঢ়ি, শেহত মৰিয়ামৰি লাগিল। এই দুৰ্ব্বাদল দেখি এজন নিঘূণী চকুৱা মানুহ আহি হাতীৰ আকৃতিৰ কথা ভালকৈ ভাঙি-পাতি বুজাই দি দন্দথন শাঁত কৰিলে, তেহে ৰক্ষা পৰিছে। ঠিক এতিয়া আমাৰো সেই দশাই হৈছেহি। ধৰ্ম্মৰ 'ধ'টোকে নেজানো অথচ তাক লৈয়ে বিবাদ। দিনে ৰাতিয়ে মাথোন ধনৰ পূজা কৰোতেই তত্ নাই। থৰ্‌কাছুটি এৰি মাথোন পেটপূজাৰ ব্যৱস্থা কৰি ফুৰোঁতেই বিচেষ্টা আৰু বিতত্—এনে স্থলত ধৰ্ম্ম লৈ কিহৰ মনোবাদ? মহাধৰ্ম্ম একেটাই। দেশ, কাল, পাত্ৰ ভেদে তাক বেলেগ গঢ়েৰে দেখা যায়। যেনেকৈ বস্তি এগছি—ৰঙা, বগা, সেউজীয়া, হালধীয়া, বিতচকু লগাই চালে বেলেগ বেলেগ ধৰণৰ দেখি, সাইলাখ সেইদৰে বেলেগ বেলেগ ভাবৰ বেলেগ বেলেগ সম্প্ৰদায়ৰ মানুহবিলাকেও যি যেনে সমাজত ডাঙৰ হৈছে, যি যেনে কথা-বিলাক উপৰিপুৰুষৰ পৰা শুনি শুনি আহিছে, ঠিক তেনে সংস্কাৰ, তেনে জ্ঞানৰ ভেটিৰ ওপৰতে নিজৰো মনৰ ভাব মিলাই নিজ নিজ অন্তৰত ধৰ্ম্মৰ ৰূপ একোটি গঢ়ি গঢ়ি থিয় কৰি থৈছে। ধৰ্ম্মৰ সেই ৰূপটিৰ লগত অলপ অমিল হলেই কিবা কিবা কেনেবা কেনেবা এটা বিজাতীয় ভাব স্বভাৱতে সকলোৰে মনত উদয় হয়। ইয়াৰ পৰাই মানুহৰ মাজত আচহুৱা আৰু অমিল ভাৱৰ সৃষ্টি হয়। কিন্তু সি একো কথা নহয়। মুকুতা সদায় মুকুতা—সি সোকোতা হব নোৱাৰে। গোবৰৰ পৰাই উলিয়াওক বা জাবৰৰ পৰাই উলিয়াওক, সি সদায় মুকুতা। সেই মুকুতা হিন্দুৰ মানত যেনে বহুমূলীয়া, মুছলমানৰ মানতো তেনে আপুৰুগীয়া। এইখিনিতে আমি ভাই ভাই বুলি হাত মিলাব পাৰোহঁক—ভাই ভাই বুলি আকোৱালি ধৰিব পাৰোহঁক।

মোৰ এই প্ৰস্তাৱত দুয়ো সম্প্ৰদায়ৰ ভদ্ৰলোকসকলে উচাব খাই নুঠিলে, তেখেতসকলৰ অনুমতি লৈ বিনীতভাবে কব খোজোঁ যে মুছলমানসকলে ভাৰতবৰ্ষত ৰাজত্ব কৰা এই ৭০০ বছৰৰ ভিতৰত ইছ্‌লাম ধৰ্ম্মৰ ভালেমান বস্তু হিন্দুধৰ্ম্মৰ ভিতৰত সোমাল। অন্ততঃ সেইখিনিৰ ওপৰতে মিলনৰ ভেটি তুলি দুয়ো পক্ষে অসমীয়াৰ জাতীয়তাৰ আৰু জাতীয় সাহিত্যৰ যুগমীয়া হাউলি থিয় কৰিব পাৰোঁহক। তেনে বস্তু যে আছে অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ সংস্কৃত ভাষাৰ বিদগ্ধ পণ্ডিত (Monier Williams) ৱিলিয়েমচ্ চাহাবৰ এই লিখাখিনি পঢ়ি চালেই বুজিব পাৰি—

"Hinduism is Brahmanism modified by the creeds and superstitions of Buddhists and Non-Aryan races of all kinds including Dravidians, Kolari-

ans and perhaps Pre-kolarians aborgigines. It has even been modified by the ideas imported from the religions of later conquering races such as Islam and Christianity."

ওপৰত উদ্ধৃকিওৱা কথাথিনিৰ পৰা বুজা গ'ল, করুণাময়ে এই দুই জাতিক শিক্ষা দিবৰ নিমিত্তে নানাভাবে নানা ঘটনা পেলাই ক্রমাৎ শিকনিৰ ওপৰত শিকনি দি অনন্ত উন্নতিৰ বাটেদি গম নোপোৱাকৈ লৈ গৈ আছে। নহলে এই ভাৰতবৰ্ষতে মাথোন এক জাতিকহে ৰাজত্ব কৰিবলৈ দি থাকিলেহেঁতেন। ই জাতৰ ওপৰত সিজনে নেজানিলেহেঁতেন। চাওকচোন বাৰু, কেনেকৈ ক'লৰ পিচত ভীল আছিল, ভীলৰ পিচত চাওতাল আছিল। চাওতালৰ পিচত কুকী, নগা, ভুটীয়া, লালুং, কছাৰী, মিকিৰ, মুণ্ডা আদি (তিব্বতো-বৰ্ম্মনবিলাক) আছিল, তাৰ পিচত দ্রাবিড়ী আছিল, দ্রাবিড়ীৰ পিচত অসুৰ আৰু কিৰাত আছিল, তাৰ পিচত আৰ্য্য আছিল, আৰ্য্যৰ পিচত গ্রীক আছিল, গ্রীকৰ পিচত স্কাইথীয় আছিল, স্কাইথীয়ৰ পিচত হুন বিলাক আছিল। আৰ্য্য-অনাৰ্য্য, সুৰ-অসুৰ, দৈত্য-দানৱ এই সকলোৰে যোগাযোগত হিন্দু হল। তাৰ পিচত বৌদ্ধ হল, আকৌ হিন্দু হ'ল, তাৰ পিচত মুছলমান আহিল, শেহত এতিয়া খৃষ্টান আহিল।

আহা! সেই দয়াময় করুণানিধানৰ কি বিচিত্র লীলা। ভাৰত-সন্তান, অসম-আইৰ সন্তান, হিন্দু-মুছলমানক শিক্ষা দিবৰ নিমিত্তে তেওঁৰ কি অপূৰ্ব্ব কৌশল। আদি সভ্যতা, অনাৰ্য্য সভ্যতা, আৰ্য্য সভ্যতা, গ্রীক সভ্যতা, বৌদ্ধ সভ্যতা, হিন্দু সভ্যতা, ইছলামী (বা মোছলেম) সভ্যতা, খৃষ্টানী সভ্যতা, অতবিলাক সভ্যতাৰ মাজেদি এই দুই পৰাধীন জাতিক নি কি উদ্দেশ্য সিদ্ধিৰ নিমিত্তে সেই অনন্ত উন্নতিৰ বাটত ক্রমাৎ টানি লৈ গৈ আছে, তাক তেওঁ সেই নেদেখা জনাইহে জানে। কবিয়ে সেই কথা কিদৰে উদ্ধৃকিয়াইছে চাওক—

"Yet I doubt not through the ages,
One increasing purpose runs,
And the thoughts of men are widened,
With the process of the suns."

হিন্দু-মুছলমান দুয়ো মিলিজুলি জ্ঞানৰ পাছে পাছে খেদিব লাগিব। জ্ঞান অনন্ত। জ্ঞানৰ দৰে পৱিত্র আৰু একো নাই। জ্ঞান বিবৰ্জ্জিত ধৰ্ম্ম, ধৰ্ম্মই নহয়। সেই বাবেহে কয়,—"নহি জ্ঞানেন সদৃশং পৱিত্রমিহৱিগুতে"। হেন জানি আহক আমি দুয়ো মিলি সকলো বিৰোধ নেওচা দি এৰি, মনে মুখে এক কৰি 'সাহিত্য'ৰ ভিতৰেদি ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ লভিবলৈ কাছি-পাৰি লাগি যাওঁহঁক আৰু সেই সৰ্ব্বশক্তিমান বিশ্বনিয়ন্তাক ভক্তিভাৱে অতি কাকুতিৰে থাটো যেন—তেঁৱাই করুণা কৰি আমাৰ ভাষাৰ উন্নতি কৰক, আমাৰ 'সাহিত্য'ৰ শ্রীবৃদ্ধি কৰক—বিশ্ব সাহিত্যৰ উপযোগী কৰক।

ভাষণাৱলী শেষ

# উপৰঞ্চি

## সভাপতিসকল

### (ক) মূল অধিবেশন

১। পদ্মনাথ গোহাঞি বৰুৱা, ৰায়বাহাদুৰ ( শিৱসাগৰ ১৯১৭, ডিচেম্বৰ )
২। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন ( গোৱালপাৰা, ১৯১৮, ডিচেম্বৰ )
৩। কালিৰাম মেধি এম-এ ( বৰপেটা, ১৯১৯, ডিচেম্বৰ )
৪। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ( তেজপুৰ, ১৯২০, ডিচেম্বৰ )
৫। অমৃতভূষণ দেৱ অধিকাৰী, দলগোমাৰ সত্ৰাধিকাৰ ( যোৰহাট, ১৯২৩, মাৰ্চ্চ )
৬। কনকলাল বৰুৱা বি-এল ; চি, আই-ই , ৰায় বাহাদুৰ ( ডিব্ৰুগড়, ১৯২৪, এপ্ৰিল )
৭। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা ( গুৱাহাটী ১৯২৪, ডিচেম্বৰ )
৮। ৰজনীকান্ত বৰদলৈ বি-এ ( নগাঁও, ১৯২৫, ডিচেম্বৰ )
৯। বেণুধৰ ৰাজখোৱা বি-এ ( ধুবুৰী, ১৯২৬, অক্টোবৰ )
১০। দেশভক্ত তৰুণৰাম ফুকন ( গোৱালপাৰা, ১৯২৭, অক্টোবৰ )
১১। কমলাকান্ত ভট্টাচাৰ্য্য ( যোৰহাট, ১৯২৯, মাৰ্চ্চ )
১২। জনাব মফিজুদ্দিন আহ্‌মেদ হাজৰিকা ( গোলঘাট, ১৯৩০, মাৰ্চ্চ )
১৩। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ( শিৱসাগৰ, ১৯৩১, ডিচেম্বৰ )
১৪। জ্ঞানদাভিৰাম বৰুৱা বাৰিষ্টাৰ-এট-ল ( উত্তৰ লক্ষীমপুৰ, ১৯৩৩, ডিচেম্বৰ )
১৫। আনন্দচন্দ্ৰ আগৰৱালা, ৰায় বাহাদুৰ ( মঙলদৈ, ১৯৩৪, ডিচেম্বৰ )
১৬। শ্ৰীযুত ৰঘুনাথ চৌধাৰী ( তেজপুৰ, ১৯৩৬, এপ্ৰিল )
১৭। শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম-এ ( অক্সেন্ ), পদ্মশ্ৰী ( গুৱাহাটী, ১৯৩৭, ডিচেম্বৰ )
১৭। ( ক ) শ্ৰীযুত হেড়ম্বপ্ৰসাদ বৰুৱা এম-এ ; বি-এল, ৰায়বাহাদুৰ ( বিশেষ অধিবেশন, যোৰহাট, ১৯৩৯, এপ্ৰিল )
১৮। ডাঃ ময়িদুৰ ইচলাম বৰা এম-এ, বি-এল, পি-এইচ-ডি ( যোৰহাট, ১৯৪০, ডিচেম্বৰ )
১৯। শ্ৰীযুত নীলমণি ফুকন এম-এল-এ ( শিৱসাগৰ, ১৯৪৪, অক্টোবৰ )
২০। শ্ৰীযুত নীলমণি ফুকন এম-এল-এ ( ডিব্ৰুগড়, ১৯৪৭ এপ্ৰিল )
২১। শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধাৰী ( মাৰ্ঘেৰিটা, ১৯৫০, মাৰ্চ্চ )
২২। ডাঃ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল, পি-এই-ডি, ডি-লিট ( শ্বিলং, ১৯৫৩, নবেম্বৰ )
২৩। শ্ৰীযুতা নলিনীবালা দেৱী ( যোৰহাট, ১৯৫৪, ডিচেম্বৰ )
২৪। শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা ( গুৱাহাটী, ১৯৫৫, ডিচেম্বৰ )

## (খ) অভ্যৰ্থনা সমিতি

১। গুঞ্জানন বৰুৱা, বি, এল ; শিৱসাগৰ
২। জমিদাৰ যতীন্দ্ৰনাৰায়ণ চৌধুৰী, গোৱালপাৰা
৩। ৰামপ্ৰসাদ দাস বি-এল, বৰপেটা
৪। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মা বি-এল, তেজপুৰ
৫। দানবীৰ ৰাধাকান্ত সন্দিকৈ, যোৰহাট
৬। শিৱৰাম শৰ্ম্মা বি-এল, ডিব্ৰুগড়
৭। সত্যনাথ বৰা বি-এল, গুৱাহাটী
৮। জ্ঞানদাভিৰাম বৰুৱা, নগাঁও
৯। জমিদাৰ ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী, ধুবুৰী
১০। জমিদাৰ ভোলানাথ চৌধুৰী, গোৱালপাৰা
১১। শিৱপ্ৰসাদ বৰুৱা ৰায় বাহাদুৰ, যোৰহাট
১২। ব্ৰহ্মানন্দ দত্ত বি-এল, গোলাঘাট
১৩। ভুবনচন্দ্ৰ গগৈ, শিৱসাগৰ
১৪। শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱা এম-এল-এ ; উত্তৰ লক্ষীমপুৰ
১৫। শ্ৰীযুত তপেশ্বৰ শৰ্ম্মা বি-এল, মঙলদৈ
১৬। আনন্দচন্দ্ৰ আগৰৱালা, ৰায় বাহাদুৰ তেজপুৰ
১৭। লোকপ্ৰিয় গোপীনাথ বৰদলৈ, গুৱাহাটী
১৮। হেড়ম্বপ্ৰসাদ বৰুৱা, ৰায় বাহাদুৰ যোৰহাট
১৯। মৌঃ মহিবুল্লা বি, এ ; শিৱসাগৰ
২০। শ্ৰীযুত বেণুধৰ ৰাজখোৱা, ডিব্ৰুগড়
২১। শ্ৰীযুত বিপিন বুঢ়াগোহাঞি এম-এ মাৰ্ঘেৰিটা
২২। শ্ৰীযুত মতিৰাম বৰা এম-এ, বি-এল, বিত্তমন্ত্ৰী ( শ্বিলং )
২৩। শ্ৰীযুত ৰাধানাথ ফুকন এম-এ, বি-এল, যোৰহাট
২৪। ন্যায়াধীশ শ্ৰীযুত হলিৰাম ডেকা এম-এ, বি-এল, গুৱাহাটী

## (গ) বুৰঞ্জী শাখা

১। হিতেশ্বৰ বৰবৰুৱা—নগাঁও—১৯২৫
২। ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা—ধুবুৰী—১৯২৬
৩। শ্ৰীযুত প্ৰমথনাথ চক্ৰবৰ্ত্তী বি-এল—যোৰহাট—১৯২৮
৪। ৰজনীকুমাৰ পদ্মপতি—গোলাঘাট—১৯২৯
৫। সোণাৰাম চৌধুৰী—শিৱসাগৰ—১৯৩১
৬। সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী—উত্তৰ লক্ষীমপুৰ—১৯৩৩
৭। কনকলাল বৰুৱা—গুৱাহাটী—১৯৩৭

৮। শ্ৰীযুত সৰ্ব্বানন্দ ৰাজকুমাৰ—ডিব্ৰুগড়—১৯৪৭
৯। শ্ৰীযুত বেণুধৰ শৰ্ম্মা—শ্বিলং—১৯৫৩
১০। শ্ৰীযুত সুৰেশচন্দ্ৰ ৰাজখোৱা, এম-এ, এম-এড্—যোৰহাট—১৯৫৪
১১। ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা—গুৱাহাটী—১৯৫৫

## (ঘ) বিজ্ঞান-শাখা

১। জীৱনৰাম ফুকন, এম-এছ-চি, বি-এল—ডিব্ৰুগড়—১৯৪৭
২। অধ্যক্ষ পিউ—শ্বিলং—১৯৫৩
৩। ডক্টৰ শ্ৰীযুত হিৰণ্যচন্দ্ৰ ভূঞা ( শিক্ষাধিকাৰ )—যোৰহাট—১৯৫৪
৪। ডক্টৰ শ্ৰীযুত ৰোহিণীকান্ত বৰুৱা—গুৱাহাটী—১৯৫৫

## (ঙ) দৰ্শন-শাখা

১। শ্ৰীযুত ষড়ানন তৰ্কতীৰ্থ—ধুবুৰী—১৯২৬
২। শ্ৰীযুত ৰাধিকানন্দ চৌধুৰী ( প্ৰশান্তমূৰ্ত্তি ) গুৱাহাটী—১৯৩৭

## (চ) অৰ্থনীতি-শাখা

১। শ্ৰীযুত উমাকান্ত গোস্বামী ( অৱসৰপ্ৰাপ্ত শিক্ষাধিকাৰ )—গুৱাহাটী—১৯৩৭

## (ছ) পুথিভঁৰাল-শাখা

ৰামেশ্বৰ বৰুৱা বি-এ, বি-টি—গুৱাহাটী—১৯৩৭

## (জ) সঙ্গীত-শাখা

১। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা—নগাঁও—১৯২৫
২। অধ্যক্ষ শ্ৰীযুত পদ্মধৰ চলিহা, এম-এ, বি-এল—মঙলদৈ—১৯৩৪
৩। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী—তেজপুৰ—১৯৩৬
৪। কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ—গুৱাহাটী—১৯৩৭
৫। শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী—শিৱসাগৰ—১৯৪৪
৬। শ্ৰীযুত ৰুস্তাম্জী ( জিলাধিপতি )—ডিব্ৰুগড়—১৯৪৭
৭। শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ—মাৰ্ঘেৰিটা—১৯৫০

## (ঝ) মুকলি-সভা উদ্বোধন

শ্ৰীযুত বিষ্ণুৰাম মেধি ( মুখ্যমন্ত্ৰী )—শ্বিলং—১৯৫৩

## (ঞ) প্ৰদৰ্শনী উদ্বোধন

১। শ্ৰীযুতা ৰত্নকুমাৰী ৰাজখোৱানী—ডিব্ৰুগড়—১৯৪৭
২। শ্ৰীযুত জয়ৰামদাস দৌলতৰাম ( ৰাজ্যপাল )—শ্বিলং—১৯৫৩
৩। শ্ৰীযুত মহাদেৱ শৰ্ম্মা—যোৰহাট—১৯৫৪
৪। শ্ৰীযুত অমিয়কুমাৰ দাস ( শিক্ষামন্ত্ৰী )—গুৱাহাটী, ১৯৫৫

# সম্পাদকসকল

## (ক) প্ৰধান সম্পাদক

১। শৰৎচন্দ্ৰ গোস্বামী বি-টি, আই-এছ-ও—শিৱসাগৰ—১৯১৭—১৮ চন।
২। পদ্মনাথ গোহাঞি বৰুৱা—গোৱালপাৰা—১৯১৮—১৯ চন।
৩। সত্যনাথ বৰা—বৰপেটা—১৯১৯—২০ চন।
৪। শৰৎচন্দ্ৰ গোস্বামী—তেজপুৰ—১৯২০—২৩ চন।
৫। ,, ,, —যোৰহাট—১৯২৩—২৪ চন।
৬। ,, ,, —ডিব্ৰুগড়—১৯২৪ চন।
৭। ,, ,, —গুৱাহাটী—১৯২৪—২৫ চন।
৮। ,, ,, —নগাওঁ—১৯২৫—২৬ চন।
৯। ,, ,, —ধুবুৰী—১৯২৬—২৭ চন।
৯ (ক)। শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক বি-এল—১৯২৭ চন।
১০। ,, ,, ,, —গোৱালপাৰা—১০২৭—২৯ চন।
১১। ,, ,, ,, —যোৰহাট—১৯২৯ চন।
১২। ৰায় চাহাব কমলাকান্ত বৰুৱা—গোলাঘাট—১৯৩০—৩১ চন।
১৩। দেৱেশ্বৰ চলিহা—শিৱসাগৰ—১৯৩২—৩৩ চন।
১৪। ,, ,, —লক্ষীমপুৰ—১৯৩৩—৩৪ চন।
১৫। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা—মঙলদৈ—১৯৩৪—৩৬ চন।
১৬। দেৱানন্দ শৰ্ম্মা—তেজপুৰ—১৯৩৬—৩৭ চন।
১৭। ৰামেশ্বৰ বৰুৱা—গুৱাহাটী—১৯৩৭—৩৯ চন।
১৭ (ক)। ,, ,, —যোৰহাট—১৯৩৯—৪০ চন।
১৭ (খ)। শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক—যোৰহাট—১৯৪০—৪২ চন।
১৮। ৰামেশ্বৰ বৰুৱা—যোৰহাট—১৯৪২—৪৪ চন।
১৯। শ্ৰীযুত ডিম্বেশ্বৰ নেওগ এম-এ, বি-টি,—শিৱসাগৰ—১৯৪৪—৪৭ চন।
২০। ,, মুক্তানাথ বৰুৱা বি-এ—ডিব্ৰুগড়—১৯৪৭—৫০ চন।
২১। ,, কেশৱনাৰায়ণ দত্ত এম-এ, বি-এল,—মাৰ্ঘেৰিটা—১৯৫০—৫৩ চন।
২২। ,, অতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি,—শ্বিলং—১৯৫৩—৫৪ চন।
২৩। ,, ,, ,, —যোৰহাট—১৯৫৪—৫৫ চন।

## (খ) সহকাৰী সম্পাদক

১। শ্ৰীযুত দেৱেশ্বৰ শৰ্ম্মা বি-এল, (তৰাজান)
২। চন্দ্ৰনাথ শৰ্ম্মা, বি-এল আৰু দণ্ডিনাথ কলিতা
৩। চন্দ্ৰনাথ শৰ্ম্মা আৰু জলতিৰাম লহকৰ
৪, ৫। শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী আৰু শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা

৬। দেৱেন্দ্ৰনাথ বেজবৰুৱা আৰু শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী
৭। শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী আৰু শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা
৮, ৯। বিষ্ণুচন্দ্ৰ বৰুৱা, এম-এ, বি-এল আৰু শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱ
১০। শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা আৰু বিষ্ণুচন্দ্ৰ বৰুৱা
১১। শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা আৰু শ্ৰীযুত ৰাধানাথ হাজৰিকা
১২। শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা আৰু শ্ৰীযুত হেড়ম্বপ্ৰসাদ বৰুৱা
১৩, ১৪। শ্ৰীযুত লক্ষেশ্বৰ শৰ্ম্মা বৰুৱা আৰু শ্ৰীযুত মিত্ৰদেৱ মহন্ত
১৫। দেৱেন্দ্ৰনাথ বেজবৰুৱা আৰু তুলসীনাৰায়ণ শৰ্ম্মা
১৬। শ্ৰীযুত মিত্ৰদেৱ মহন্ত
১৭, ১৮। „ মুক্তানাথ বৰুৱা
১৯। „ ধীৰেশ্বৰ ভট্টাচাৰ্য্য
২০। শ্ৰীযুত মুক্তানাথ বৰুৱা আৰু শ্ৰীযুত ধীৰেশ্বৰ ভট্টাচাৰ্য্য
২১। „ বলিনাৰায়ণ বৰুৱা
২২। (?)
২৩। শ্ৰীযুত হেমচন্দ্ৰ দত্ত
২৪। শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী আৰু শ্ৰীযুত হৰিচন্দ্ৰ ভট্টাচাৰ্য্য
২৫। শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী আৰু শ্ৰীযুত কৰুণাধৰ বৰুৱা

## (গ) পত্ৰিকাৰ সম্পাদক

১ম, ২য়, ৩য়, ৬ষ্ঠ বছৰ—শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা
৪ৰ্থ বছৰ——শ্ৰীযুত দেৱানন্দ ভৰালী
৫ম বছৰ—শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক আৰু শ্ৰীযুত ডিম্বেশ্বৰ নেওগ
৭ম, ৮ম, ১১শ বছৰ—শ্ৰীযুত ডিম্বেশ্বৰ নেওগ
৯ম, ১০ম বছৰ——ৰামেশ্বৰ বৰুৱা
নতুন প্ৰকাশ—১৮৭৪ শ্ৰীযুত কেশৱনাৰায়ণ দত্ত
১৩শ বছৰ—১৮৭৬ শ্ৰীযুত ৰজনীকান্ত দেৱশৰ্ম্মা, এম-এ
১৪শ বছৰ—১৮৭৭ শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱা, বি-এল

## ন্যাস সমিতিৰ প্ৰতিষ্ঠাতাসকল

১। ৰাধাকান্ত সন্দিকৈ—চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস সমিতি ৩০,০০০৲
২। শ্ৰীশ্ৰীনৰদেৱ অধিকাৰ গোস্বামী—(দক্ষিণপাট) নৰদেৱ ন্যাস সমিতি ৫০০০৲
৩। ৰাধানাথ গোস্বামী—(বাদলিপাৰ) কমলাদেৱী ন্যাস সমিতি ২০০০৲
৪। ৰাধাকান্ত সন্দিকৈ—চন্দ্ৰকান্ত সোঁৱৰণী ন্যাস সমিতি—২৫০০৲

সম্পূৰ্ণ